আদান-প্ৰদান

# ফণীশ্বৰনাথ ৰেণুৰ শ্ৰেষ্ঠ কাহিনী

সংকলক

ভাৰত যাযাবৰ

অনুবাদ

তিলক হাজৰিকা



নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# ভূমিকা

হিন্দী কাহিনী সাহিত্যই নিজৰ বিকাশৰ পথত নিশ্চিত মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে। প্ৰাৰম্ভিক যাত্ৰাতে প্ৰেমচন্দৰ দৰে প্ৰতিভাশালী কথাশিল্পীক এই কাহিনী সাহিত্যই পাইছে, যাৰ বাবে হিন্দী কাহিনী এক শিখৰত উঠিছেগৈ। প্ৰেমচন্দই বৈচিত্ৰ্যপূৰ্ণ কথা-ক্ষেত্ৰক প্ৰথমবাৰৰ বাবে নিজৰ কাহিনীসমূহত উদ্ঘাটন কৰিছে। তাৰ লগতে কৰিছে শিল্প-শৈলীৰো বিবিধ প্ৰয়োগ। প্ৰেমচন্দৰ পৰৱৰ্তী জৈনেন্দ্ৰ, অজ্ঞেয়, যশপাল আদিয়ে এই কাহিনী-শিল্পীক এটা নতুন মাত্ৰা দান কৰিলে যদিও প্ৰেমচন্দৰ পৰম্পৰাৰ পৰা আঁতৰি আহি সূক্ষ্ম ইন্দ্ৰিয়ানুভূতি আৰু কলাত্মকতাৰ সৈতে সেই কথা-সাহিত্যক নাগৰিক জীৱনৰ সূক্ষ্মতালৈ তুলি লৈ গ'ল। ফনীশ্বৰ নাথ ৰেণুৱে তেওঁৰ কাহিনীসমূহৰ দ্বাৰা প্ৰেমচন্দ্ৰৰ পৰম্পৰাক এক নতুন পৰিচয় আৰু ভঙ্গিমা প্ৰদান কৰিলে। যিসকল নতুন হিন্দী কাহিনী আন্দোলনৰ জন্মদাতা বুলি পৰিচিত, সেই সকলৰ এফালে প্ৰেমচন্দ আৰু আনফালে জৈনেন্দ্ৰ, অজ্ঞেয় আৰু যশপালৰ দুটা বিশেষ ধাৰা তথা স্বাধীনোত্তৰ কালৰ কথাশৈলীৰ মাজত ফনীশ্বৰ নাথ ৰেণু উদ্ভাসিত হৈ উঠিছে এজন সন্ধিকালৰ কথা-সাহিত্যিক হিচাপে। সেই কাৰণে তেওঁৰ সমবয়স্কতা কেতিয়াবা অজ্ঞেয় যশপালৰ লগত নহলে কেতিয়াবা 'নতুন কাহিনী'ৰ কথাশিল্পীসকলৰ লগত স্বীকাৰ কৰা হৈ থাকে।

ৰেণুৰ প্ৰসিদ্ধ উপন্যাস 'ময়লা আঞ্চল'ৰ প্ৰকাশ হৈছিল ১৯৫৪ চনৰ আগষ্ট মাহত, আৰু তাৰ ঠিক দহ বছৰৰ আগতে ১৯৪৪ চনৰ আগষ্টত তেওঁৰ প্ৰথম কাহিনী 'বটবাবা' সাপ্তাহিক বিশ্বমিত্ৰত (কলিকতা) প্ৰকাশ পাইছিল। অৰ্থাৎ ৰেণুৰ কাহিনীসমূহ 'ময়লা আঞ্চল' প্ৰকাশিত হোৱাৰ দহ বছৰ আগৰ পৰাই ছপা হৈছিল। পাচৰ দশকত তেওঁৰ বহুতো মহত্বপূৰ্ণ কাহিনী প্ৰকাশ হয়। সেইবোৰ কাহিনী 'ময়লা আঞ্চল' আৰু 'পৰিকথা'ৰ পৌঢ় কথা-শিল্পীৰেই কাহিনী আছিল, য'ত এজন মহৎ কথাশিল্পীৰ ৰূপত আত্ম প্ৰকাশ কৰা লেখকৰ কলাসচেতন দৃষ্টি, গভীৰ মানবীয় সংবেদনা, পৰিৱৰ্তিত সামাজিক আৰু ৰাজনৈতিক মূল্যবোধৰ দখল ইমানেই দৃঢ় আছিল, যিবোৰ তেওঁৰ বাহিৰে আন কৰো ৰচনাত দেখা পোৱা নাযায়। কিন্তু 'ময়লা আঞ্চল' আৰু 'পৰতী—পৰিকথা'ৰ বিপুল জনপ্ৰিয়তা আৰু এই দুখন উপন্যাসক কেন্দ্ৰ কৰি আৰম্ভ হোৱা সমালোচনা আৰু বিতৰ্কৰ ফলস্বৰূপে ৰেণুৰ কাহিনীসমূহৰ আশানুৰূপ মূল্যায়ন হ'বলৈ নাপালে।

ৰেণুৰ কাহিনীসমূহ নিজস্ব গাঁথনি বা সংৰচনা, স্বভাৱ বা প্ৰকৃতি, শিল্প আৰু ৰসত

হিন্দী কাহিনীৰ পৰম্পৰাৰে এক ভিন্ন আৰু নতুন পৰিচয় সহ উপস্থিত হৈছে। অন্ততঃ এটা নতুন ধাৰাৰ কথা-শৈলীয়ে আত্মপ্ৰকাশ কৰিছে। এইবোৰ কাহিনী প্ৰেমচন্দৰ মাটিৰ পৰাই আহিছে যদিও কাহিনীবোৰ প্ৰেমচন্দৰ কাহিনীবোৰতকৈ যিমান ভিন্ন, সিমানেই তেওঁৰ আন সমকালীন কথাশিল্পীসকলৰ পৰাও ভিন্ন। সেইবাবে ৰেণুৰ কাহিনীসমূহৰ সঠিক মূল্যায়নৰ বাবে নতুনকৈ নন্দন তত্ত্ব প্ৰস্তুত কৰাৰ প্ৰয়োজন হৈছে।

ৰেণুৱে যিসকল কথাশিল্পীৰ পৰা প্ৰেৰণা লাভ কৰিছে, সেইসকল হৈছে ৰুছ কথাশিল্পী মিখাইল ছোলোকভ, বাংলা কথাশিল্পী তাৰাশংকৰ বন্দোপাধ্যায় আৰু সতীনাথ ভাদুড়ী তথা হিন্দীৰ মহান কথাশিল্পী প্ৰেমচন্দ। ৰেণুৰ কাহিনীসমূহত এই চাৰিওজনৰে সন্মিলিত প্ৰভাৱ পৰিছে। গতিকে প্ৰেমচন্দৰ নিৰ্মিত পটভূমি তেওঁ গ্ৰহণ কৰিছে, তাৰ ওপৰত তেওঁ ছোলোকভৰ দৰে সাংস্কৃতিক গৰিমা প্ৰদান কৰিছে, সতী নাথ ভাদুড়ীৰ দৰে শিল্পত নবীনতা আৰু আধুনিকতা তথা তাৰাশংকৰৰ দৰে স্থানীয় ৰঙেৰে বিভূষিত কৰিছে। সেইবাবে প্ৰেমচন্দ্ৰই অমসৃনকৈ বিন্যাস কৰা ভাৰতীয় গ্ৰাম্য-সমাজখনক ৰেণুৱে ইমান ৰসসিক্ত, প্ৰাণৱন্ত আৰু এক নতুন মাত্ৰাৰে দেখুৱাটো আমি দেখিবলৈ পাইছোঁ।

স্বাধীনতাৰ পিচৰ কালৰ হিন্দী কাহিনীসমূহৰ এই গতিধাৰাক 'নতুন কাহিনী' আন্দোলন বুলি কোৱা হয়। ইয়াত গাওঁৰ কথা আৰু নগৰৰ কথা লৈ তীব্ৰ বিবাদ আছে। ৰেণুৱে এই প্ৰচণ্ড বিবাদবোৰৰপৰা নিজক আঁতৰাই ৰাখি তেওঁৰ কাহিনীসমূহ লিখি গৈছে। গতিকে তেওঁৰ কাহিনীসমূহৰ প্ৰতি দৃষ্টি বহুত পলমকৈ আকৰ্ষিত হয়। প্ৰথমবাৰ 'কহানী' আলোচনীৰ ১৯৫৬ চনৰ বিশেষ সংখ্যাত ড. নামবৰ সিংহই তেওঁৰ লেখাত ৰেণুৰ বিষয়ে উল্লেখ কৰে। তেওঁ লিখিছিল "নিঃসন্দেহে এই (বিভিন্ন অঞ্চল বা গাওঁ-ভূঁইৰ লোক-জীৱনক লৈ লিখা) কাহিনীসমূহত নতুনত্ব আছে আৰু প্ৰেমচন্দই গ্ৰাম্য জীৱনক লৈ লিখা কাহিনীবোৰক চেৰাই যোৱা কিছু বিশেষত্বও আছে। ..... ফনীশ্বৰ নাথ ৰেণু, মাৰ্কণ্ডেয়, কেশৱ মিশ্ৰ, শিৱপ্ৰসাদ সিংহৰ কাহিনীবোৰতকৈ এই দিশত এক আশাৰ ৰেঙনি দেখা পোৱা গৈছে।" নতুন কাহিনী আন্দোলনৰ কথা শিল্পীসকলেও পিচত ৰেণুক শ্ৰেষ্ঠ কথাশিল্পী বুলি স্বীকাৰ কৰিছে। ইয়াৰ ভিতৰত উল্লেখযোগ্যসকল হৈছে ৰাজেন্দ্ৰ যাদৱ, নিৰ্মল বৰ্মা, ভীষ্ম ছাহানী, কমলেশ্বৰ আদি। ৰেণুৰ এক দশকৰ আগৰ সাহিত্যলৈ অহা মহৎ কথাশিল্পী যশপাল আৰু অজ্ঞেয়য়ো ৰেণুক শ্ৰেষ্ঠ কথা সাহিত্যিক বুলি স্বীকৃতি দিছে। কমলেশ্বৰে ৰেণুৰ মহত্বৰ বিষয়ে এইদৰে কৈছে "কুৰি শতিকাৰ এই সঞ্জয়জনে ৰূপ, গন্ধ, স্বৰ, নাদ, আকাৰ আৰু বিশ্বৰ মাধ্যমেৰে 'মহাভাৰত'ৰ সমূহ বাস্তৱিকতা, সত্য, ঘৃণা, হিংসা, প্ৰমাদ, মানবীয়তা, আক্ৰোশ আৰু দুৰ্ঘটনাৰ বক্তব্য দি গৈছে। তেওঁৰ মূৰৰ ওপৰত মহৰ্ষি বেদব্যাসৰ আশীৰ্বাদ আছে।" অজ্ঞেয়ই তেওঁক কৈছে 'ধৰণীৰ ধনী' বুলি। নিৰ্মল বৰ্মাই ৰেণুৰ 'সমগ্ৰ মানবীয় দৃষ্টি'ৰ উল্লেখ কৰি সমকালীন কথাশিল্পীসকলৰ মাজত তেওঁক এজন 'সাধু-সন্ত'ৰ দৰে ভাবি লৈ কৈছে "বিহাৰৰ ক্ষুদ্ৰ ভূখণ্ডৰ হাতৰ তলুৱাত তেওঁ সমস্ত উত্তৰ ভাৰতৰ কৃষকসকলৰ ভাগ্য ৰেখাদাল আঁকি পেলাইছে।"

হিন্দী কাহিনীৰ পৰম্পৰাত ৰেণুৰ বৈশিষ্ট্যপূৰ্ণ মহত্বৰ কথা হিন্দী সাহিত্যৰ সৰহভাগ

শীৰ্ষস্থানীয় লোকেই স্বীকাৰ কৰিছে। ড. নামবৰ সিংহৰ বাহিৰে অন্য আলোচকসকলৰ ভিতৰত ড শিৱকুমাৰ মিশ্ৰৰ নাম বিশেষ উল্লেখযোগ্য। তেওঁৰ বিখ্যাত নিবন্ধ 'প্ৰেমচন্দৰ পৰম্পৰা আৰু ফনীশ্বৰ নাথ ৰেণু'ত লিখিছে এইবুলি ''ৰেণু হিন্দীৰ সেই কথা সাহিত্যিক সকলৰ এজন, যিসকলে আধুনিকতাবাদী ফেচনক উলাই কৰি কথা-সাহিত্যক এক সুদীৰ্ঘ সময়ৰ পিচত প্ৰেমচন্দৰ সেই পৰম্পৰাৰ নামত পুনৰ যুক্ত কৰিলেগৈ, যিটো মাজতে মধ্যবিত্তৰ নগৰীয়া জীৱন কেন্দ্ৰীকতাৰ হেতু ভাৰতৰ আত্মাৰ পৰা ছিগি গৈছিল।'' এনেকৈয়ে আমি পাওঁ যে ৰেণু হিন্দীৰ শ্ৰেষ্ঠ আৰু আগশাৰীৰ কথা শিল্পীসকলৰ মাজৰ এজন হিচাপে পৰিগণিত হৈ আহিছে। তেওঁৰ মহত্ব আজি অবিসম্বাদিত।

এতিয়া ৰেণুৰ কাহিনীসমূহৰ মূল বিশেষত্বসমূহৰ বিষয়ে আলোচনা কৰা যাওক।

ৰেণু হৈছে হিন্দীৰ প্ৰথমজন কথাশিল্পী, যিজনে 'অন্তৰত ৰঞ্জিত হৈ থকা ৰং' আৰু 'মনৰ ৰঙ'ক, অৰ্থাৎ মানুহৰ ৰাগ-বিৰাগ আৰু প্ৰেমক, দুখ আৰু কৰুণা, হাঁহি-ধেমালী আৰু কষ্টক নিজৰ কাহিনীসমূহত একে লগে আনি 'আত্মাৰ শিল্পী'ৰূপে আত্মপ্ৰকাশ কৰিছে। তাৰ লগতে তেওঁ মানুহৰ ছবি এক প্ৰামাণ্য স্থিতিৰ ওপৰত, এক কাল-বিশেষতাৰ আধাৰত আঁকি গৈছে। তাৰ উপৰিও থলুৱা বা ভৌগোলিক পৰিবেশ আৰু ইতিহাসৰ এক কালৰ সোঁতত জীয়াই থাকি তেওঁৰ চৰিত্ৰসমূহে সৰ্বদেশৰ আৰু সমকালৰ জীৱনৰ মৰ্মকথাও উদ্‌ঘাটিত কৰিছে। যলৈকে গৈছে ৰেণুৰ মহত্ব কেৱল আঞ্চলিকতাতে সীমাবদ্ধ হৈ থকা নাই, বৰঞ্চ তাৰ সীমা অতিক্ৰম কৰিহে ধাৰিত হৈছে।

ৰেণুৰ 'মনটো যেন সৰিয়হৰ টোপোলা' এটা। তেওঁ নিজৰ কথাৰ মালিতাসমূহ শূন্য স্থানৰ মাত্ৰ তিনিটা বিন্দুতে পৰিপূৰ্ণ কৰি পেলায়। এই 'তিনিটা বিন্দু' অৰ্থাৎ ডট্-ডট্-ডট্ ৰেণুৰ কাহিনীসমূহৰ সূক্ষ্ম অন্তৰ্ধ্বনি, ইয়াতেই লুকাই আছে তেওঁৰ কথাশিল্পী মনটো। এইবোৰে চকুত অন্তৰায় নকৰে, কথাৰ প্ৰবাহত আহি যতি নেপেলায়। এইবোৰে নিজৰ ভিতৰত ৰসৰ এখন সম্পূৰ্ণ সাগৰ সৃষ্টি কৰে।

ৰেণুৱে তেওঁৰ 'সংবাদদাতা' কাহিনীটোৰ হৰগোবিন সংবাদদাতাৰ দৰে নিজৰ অঞ্চলৰ দুখীয়া-বিপন্ন-অসহায় চৰিত্ৰসমূহক আনি পাঠকৰ আগত উপস্থিত কৰাইছে আৰু সেই চৰিত্ৰসমূহৰ কথা, তেওঁলোকৰ দুখ-কষ্টৰ কথা, তেওঁলোকৰ হাহাকাৰৰ কথা সকলোবোৰ নিজৰ অন্তৰত লুকুৱাই থৈ তেওঁলোকৰ সঁচা সংবাদ দিবলৈ আহি সংকুচিত হৈছে এইজন সংবাদদাতা। তথাপিও সেইজনৰ সম্পূৰ্ণ অভিব্যক্তি প্ৰকাশ কৰাইছে।

ৰেণুৱে মানুহৰ লীলাসমূহৰ ভাৱ-প্ৰৱণ চিত্ৰ আঁকে। তেওঁৰ মনোযোগ কিয় ইয়াতেই অধিক? মানুহৰ সম্পূৰ্ণ সংঘাত, তাৰ আপদ-বিপদ, তাৰ দুখ-দাৰিদ্ৰৰ মাজত এই বিচিত্ৰ লীলাবোৰেই জীৱনৰ ভেটি গঢ়ি তোলেহি, সেই ভেটিটোক ধ্বংসৰ পৰা ৰক্ষা কৰেহি আৰু ইয়াৰ দ্বন্দ্ব তীব্ৰ কৰি তোলেহি। ৰেণুৰ এটা কাহিনীৰ নাম থৈছে 'নিত্য লীলা'। ই লীলা-ভাৱ প্ৰধান হলেও ইয়াৰ ছন্দধৰ্মিতা কাহিনীত অধিকৰূপে প্ৰকাশ পাইছে। ইয়াত দুটা বিপৰীতধৰ্মী ভাৱ একেলগে আছে। কেতিয়াবা সেয়ে হতাশা-নিৰাশাৰ পৰিবেশ সৃষ্টি কৰিছে, যদি কেতিয়াবা আকৌ কৰিছে হৰ্ষ-উল্লাসৰ পৰিবেশৰ সৃষ্টি। ইয়াৰ মাজতেই

প্ৰকৃতিৰো অৰ্থপূৰ্ণ ছবিখন উদ্‌ঘাটিত হৈ আহিছে। জীৱন আৰু প্ৰকৃতিৰ সূক্ষ্মতকৈও সূক্ষ্ম ৰেখাৰে অঙ্কিত এই কাহিনীবোৰে এটি সঙ্গীতৰ দৰে পাঠকৰ অন্তৰত গুঞ্জণ তোলেহি। 'এটা অধম ট্ৰেজেদী' কাহিনীটোত জীৱনৰ ছবিয়ে আমাক পাকঘূৰণি খুৱাই দিয়ে।

ৰেণুৱে কাহিনীবোৰত ক্ষয়িষ্ণু জীৱনবোধ বা 'বিঘটনৰ ক্ষণবোৰ' মূৰ্ত ৰূপত আকিছে, তাৰ বেদনাক ব্যঞ্জনাময় কৰি তুলিছে আৰু নতুনকৈ তাৰ দুখোজ, আগবাঢ়ি গৈছে। 'ৰসপ্ৰিয়া', 'আত্মসাক্ষী', 'বিঘটনৰ ক্ষণ', 'উচ্চাটন' আদি কাহিনীবোৰ পৰিৱৰ্তনশীল গ্ৰাম্য জীৱনৰ যথাৰ্থতাক এক নতুন ভঙ্গিমাৰে উদ্‌ঘাটিত কৰিছে। এইবোৰ কাহিনীয়ে ক্ষয় আৰু বিঘটনৰ ৰেখাঙ্কণৰ লগতে মানুহৰ হাহাকাৰৰো কথা ব্যঞ্জিত কৰিছে। ৰেণুৰ কথাশিল্পী মনটোৱে এই পৰিৱৰ্তনমুখী পৰিবেশক চিত্ৰিত কৰিবলৈ যাওতে কৰুণাৰে সিক্ত হৈছে। তেওঁ সেইবোৰ স্থিতিক ট্ৰেজেদীৰ ৰূপত গ্ৰহণ কৰিছে। তেওঁ সন্ত্ৰস্ত আৰু ভয়াবহ গ্ৰাম্য পৰিবেশৰ মাজত 'পালোৱানৰ ঢুলুকী'টো শব্দৰে পুনৰ স্ত্ৰী উঠাৰ কথা চাব খুজিছে। তেওঁ 'তবে একলা চলো ৰে'ৰ দৰে মাটিৰ কাজিয়া আৰু গাৱঁলীয়া মানুহৰ মাজত লগা খোৱা-কামোৰা বন্ধ কৰাত কিৰণ মহাৰাজৰ সঁচা আৰু মানবীয় সংগ্ৰামৰ পথেদি আগবাঢ়িছে। তেওঁ নেপথ্যত জীয়াই থকা লোকমঞ্চৰ কলাকাৰসকলক, তেওঁলোক 'ৰসপ্ৰিয়া'ৰ পঞ্চকৌড়ী মিৰদঙ্গিয়া হওক, 'নেপথ্যৰ অভিনেতা'ৰ পাৰছী থিয়েটাৰৰ শিল্পীজন হওক, 'মৃৎচিত্ৰৰ ময়ূৰী'ৰ মাটিত ছবি অকা মহিলাই হওক বা কাৰিকৰ 'ৰছুল মিছাতিৰী' হওক তেওঁ সেই সকলোকে আনি নিজৰ কাহিনীত পুনৰ প্ৰতিষ্ঠিত কৰিছেহি।

ৰেণুৰ কাহিনীসমূহৰ পৰিবেশ গ্ৰাম্য জীৱনৰ পৰা আৰম্ভ কৰি নগৰীয়া জীৱনলৈকে বিস্তৃত। তেওঁ যিখন চকীত বহি লৈ ধূসৰ, উচন যোৱা আৰু অন্তহীন প্ৰান্তৰৰ দুখী-বিপন্ন জনজীৱনৰ ছবি আকিছে, সেইখন চকীতে বহি লৈ নগৰীয়া পৰিবেশৰ 'টেবুল', 'বিকট সংকট', 'পোহৰ', 'ৰেখাবোৰঃ বৃত্তবান', 'অগ্নিভুক'ৰ দৰে কাহিনীও লিখিছে।

এইবোৰ কাহিনী অখণ্ড নহয়। ইয়াত মূল কথাৰ লগে লগে কিছুমান উপকথাও তেওঁ সাঙুৰি গৈছে আৰু মুখ্য চৰিত্ৰসমূহৰ সৈতে অন্য বহুবোৰ চৰিত্ৰৰ জীৱনকো একেলগে গাঁথি গৈছে। তেওঁ নিজৰ চৰিত্ৰসমূহক পূৰ্ণ পৰিদৃশ্য বা 'লেণ্ডস্কেপ'ৰ মাজত থৈ চিত্ৰিত কৰিছে।

এইবোৰ কাহিনী কোনো আইডিয়া বা বিচাৰৰ বা আদৰ্শৰ কেন্দ্ৰত থৈ ৰচনা কৰা হোৱা নাই। তথাপিও এইবোৰ কাহিনীয়ে আমাক পোনে পোনেই গাঁৱলৈ লৈ যায়। সেয়ে এইবোৰ কাহিনীৰ পৰা সৰলীকৃত ৰূপত কোনো সিদ্ধান্ত নিৰ্ণয় কৰা টান।

ৰেণুৰ কাহিনীবোৰৰ পৰিবেশ চিনাকি হৈও সকলোকে আকৰ্ষণ কৰে। এইবোৰ কাহিনী পঢ়ি যাওতে এনে লাগে যেন এয়া প্ৰথমবাৰৰ বাবেহে সংঘটিত হৈছে। কাৰণ ইয়াৰ পৰিবেশ ৰচনাত যি গন্ধবাহী চেতনা, ৰং আৰু ধ্বনিসমূহৰ সমাবেশ হয়, সেয়া আমাৰ সাধাৰণ জীৱনত আমি অনুভৱ কৰিব নোৱাৰো। ৰেণুৱে প্ৰকৃত কলা সাধনাৰ বাবে গীতসমূহৰ মাজত গোন্ধ বিচৰাৰ কথা কৈছে (তিনিটা বিন্দু) আৰু নিজৰ কথা-চিত্ৰসমূহৰ সজীৱতা প্ৰদান কৰিবলৈ তেওঁ সঙ্গীত আৰু ধ্বনিসমূহৰ লগত পৰিচিত হৈছে। সেয়ে

এইবোৰ কাহিনীৰ পাৰিপাৰ্শ্বিকতাত কেতিয়াবা মৌন আৰু কেতিয়াবা মুখৰ এক সঙ্গীতৰ সুৰ শুনিবলৈ পোৱা যায়।

ৰেণুৰ কথিত ভাষা লোক-ভাষাৰ ভেটিৰ ওপৰত থিয় দি উঠিছে। এই ভাষা মধ্যযুগৰ সন্ত-ভক্ত কবীৰ, সুৰ, তুলসী, মীৰা, জায়সী আদিৰ সৰ্বাধিক ওচৰৰ। ৰেণুৰ ভাষা এটা পাহাৰীয়া জুৰিৰ দৰে বৈ থকা ভাষা, কিন্তু তাৰ গতি, লয়, সোঁত আৰু সঙ্গীতত একেবাৰে পৰিৱৰ্তন ঘটি আছে।

**ভাৰত যাযাবৰ**
১৪ জুন, ১৯৯১

# সূচীপত্ৰ

# পালোৱানৰ ঢুলুকী

জাৰৰ দিন। অমাৱস্যাৰ ৰাতিটো চেঁচা আৰু অন্ধকাৰ। মেলেৰীয়া আৰু হাইজাত পৰা গাওঁখনে ভয়ত পেপুৱা লগা শিশুৰ দৰে থৰ থৰকৈ কঁপি আছিল। খেৰ-বাহৰ পুৰণি আৰু উদং জুপুৰি পঁজাবোৰত ঘোপ মৰা আন্ধাৰ আৰু বতাহৰ হো-হোৱনিৰ সন্মিলিত সাম্রাজ্য! কেউফালে মাথোন আন্ধাৰ আৰু নিস্তব্ধতা!

আন্ধাৰ নিশাটোৱে নিবৰে চকুপানী টুকি আছিল। নিস্তব্ধতাই করুণ উচুপনিবোৰক আৰু হুমুনিয়াহবোৰক বলেৰে নিজৰ বুকুৰ ভিতৰত সামৰি থবলৈ চেষ্টা কৰি আছিল। আকাশত তৰাবোৰে জিকমিকাই আছিল। পৃথিৱীত তাৰ কোনো প্ৰভাৱ পৰা নাছিল। কোনোবাটো ভাবুক তৰা যদি আকাশৰ পৰা পৃথিৱীলৈ গুছিও আহিব খুজিলেহেঁতেন তেন্তে তাৰ পোহৰ আৰু শক্তি বাটতে শেষ হ'লহেঁতেন। আনবোৰ তৰাই সেই তৰাটোৰ ভাৱ আৰু বিফলতা দেখি খিলখিলাই হাঁহিলেহেঁতেন।

ফেউৰাৰ চিঞৰ আৰু ফেঁচাৰ ভয় লগা শব্দই কেতিয়াবা নিস্তব্ধতা অৱশ্যেই তল পেলাইছিল। গাওঁখনৰ জুপুৰিবোৰৰ ভিতৰৰ পৰা অহা কেঁকনি আৰু বমি কৰাৰ শব্দ, 'হে ৰাম! হে ভগবান!'বোৰৰ সঁহাৰি অৱশ্যেই শুনিবলৈ পোৱা গৈছিল। কেঁচুৱাবোৰেও কোনো কোনো সময়ত দুৰ্বল মাতেৰে 'মা মা' বুলি চিঞৰি কান্দি উঠিছিল। কিন্তু সেইবোৰে ৰাতিৰ নিস্তব্ধতা ভাঙিব পৰা নাছিল।

এনে অৱস্থা আঁতৰোৱাত কুকুৰবোৰৰ এটা বিশেষ গুণ আছে। সিহঁতে গোটেই দিনটো ফুট ছাঁইৰ দ'মৰ মাজত নেজ পকাই এটা টোপোলাৰ দৰে কোঁচ খাই মন মাৰি পৰি থাকে। সন্ধিয়া বা গভীৰ নিশা সকলোৱে মিলি ভুকিবলৈ লয়।

নিশাটো তাৰ নিজৰ ভীষণতাৰে আগবাঢ়ি গৈ আছিল আৰু তাৰ সেই সমস্ত ভীষণতাক তাল ঠুকি ঠুকি আৰুহে চোকা কৰি তুলিবলৈ ধৰিছিল খোদ পালোৱানৰ ঢুলুকীয়ে! সন্ধিয়াৰ পৰা আৰম্ভ কৰি শেহৰাতিলৈকে একেই গতিত পালোৱানৰ ঢুলুকী বাজি আছিল 'চট্-ধা, গিৰ্-ধা ...... চট্-ধা গিৰ্-ধা!' অৰ্থাৎ 'আহ্ আহ্ ওচৰ চাপি আহ!' ইয়াৰ মাজে মাজে 'চটাক্ চট্-ধা, চটাক চট্-ধা!' অৰ্থাৎ 'ধৰি বগৰাই দে! ধৰি বগৰাই দে!!'

এই শব্দই মৰা গাওঁখনক সঞ্জীৱনী শক্তিৰে ভৰাই আছিল।

**লুট্টন সিংহ পালোৱান!**

**নিজেতো কৈয়েই ফুৰিছিল**

'লুট্টন সিংহ পালোৱানক হোল ইণ্ডিয়াৰ সকলো মানুহে চিনি পায়'; কিন্তু তাৰ 'হোল ইণ্ডিয়া'খনৰ সীমাটো সম্ভৱ এখন জিলাৰ সীমাৰ ভিতৰতহে আছিল। গোটেই জিলাখনৰ মানুহে অৱশ্যে তাৰ নাম জানিছিল।

লুট্টনৰ মাক-বাপেকে তাৰ ন-বছৰ বয়সতে তাক মাউৰা কৰি সিপুৰিলৈ গ'ল। ভাগ্যগুণে বিয়া হৈ আছিল, নহলে সিও মাক-বাপেকৰ পিচে পিচে গ'লহেঁতেন। বিধৱা শাহুৱেকে তুলি তালি ডাঙৰ কৰিলে। সৰু কালতে সি গৰু চৰাইছিল, ওহাৰৰ মুখৰ গাখীৰ খাবলৈ পাইছিল আৰু তাৰ লগে লগে ব্যায়াম কৰিবলৈ লৈছিল। গাৱঁৰ মানুহে তাৰ শাহুৱেকক নানা ধৰণৰ দুখ-কষ্ট দিবলৈ ধৰিছিল; সেইবোৰৰ প্ৰতিশোধৰ বাবে ব্যায়ামৰ প্ৰতিজ্ঞাই তাৰ মূৰত ভৰ কৰি ধৰিছিল। নিয়মিত ব্যায়ামৰ ফলত্ কিশোৰ অৱস্থাতেই লুট্টনৰ বুকু আৰু বাহু সুগঠী আৰু মঙহাল হৈ উঠিছিল। ডেকা হৈ উঠাৰ লগে লগে তাক গাওঁখনৰ সকলোৱেই সকলোতকৈ শ্ৰেষ্ঠ পালোৱান বুলি ধৰি লৈছিল। মানুহে তালৈ ভয় কৰিছিল আৰু সি তাৰ হাত দুটা দুয়োফালে ৪৫ ডিগ্ৰী আঁতৰলৈ মেলি লৈ পালোৱানৰ ভাওত খোজ কাঢ়িবলৈ লৈছিল। সি কুস্তীও খেলিছিল।

এবাৰ সি খেল প্ৰতিযোগিতা চাবৰ মনেৰে শ্যামনগৰৰ মেলালৈ গ'ল। তাত পালোৱানবোৰে খেলা মালযুঁজ আৰু সিহঁতৰ ধৰ-পেচবোৰ দেখি সি থাকিব নোৱাৰা হৈ পৰিল। ডেকা তেজৰ আহ্বান আৰু মালযুঁজত বজাই থকা ঢোলৰ উত্তেজিত শব্দই তাৰ নিচা লগা মনত বিজুলী খেলাই দিলে। সি একো নভবা-নিচিন্তাকৈ সেই খেল প্ৰতিযোগিতাত 'বাঘৰ পোৱালি'ক প্ৰত্যাহ্বান জনাই দিলে।

সেই 'বাঘৰ পোৱালি' বোলা মানুহটোৰ আচল নাম আছিল চান্দ সিংহ। সি তাৰ গুৰু পালোৱান বাদল সিংহৰ সৈতে পঞ্জাবৰ পৰা পোনপ্ৰথমে শ্যামনগৰ মেলালৈ আহিছিল। সুন্দৰ যুৱক, দেহৰ অঙ্গ-প্ৰত্যঙ্গৰ পৰা সৌন্দৰ্য চিটিকি পৰিছিল। মাত্ৰ তিনিটা দিনৰ ভিতৰতে সকলো পঞ্জাবী আৰু পাঠান পালোৱানৰ ভিতৰত তাৰ নিজৰ বয়সৰ আটাইবোৰকে মালযুঁজত হৰুৱাই সি 'বাঘৰ পোৱালি' উপাধিটো পাই গ'ল। সেই কাৰণে সি যুঁজৰ থলীত লেংটি পিন্ধি লৈ এক আচহুৱা শব্দৰে ভৰাই এঢোখৰ সৰু কাপোৰৰ ফেন্টুন আঁৰি দিলে। স্থানীয় ডেকা পালোৱানে তাৰ লগত মালযুঁজ দিয়াৰ কথাটো আনকি কল্পনা কৰিবলৈও ভয় কৰা হ'ল। চান্দ সিংহই নিজৰ উপাধিটো প্ৰমাণ কৰিবলৈকে মাজে মাজে একোটা গোজৰণি মাৰি ফুৰিছিল।

শ্যামনগৰৰ খেল পথাৰ কৰ্তৃপক্ষ আৰু চিকাৰপ্ৰিয় বৃদ্ধ ৰাজাচাহাবে তাক নিজৰ দৰবাৰলৈ নি ৰখাৰ বিষয়ে আলোচনা কৰি থাকোতেই লুট্টনে বাঘৰ পোৱালিটোক সেই প্ৰত্যাহ্বানটো দি পেলাইছিল। সন্মানিত চান্দ সিংহইতো প্ৰথমতে সেই কথা শুনি তাৰ স্পৰ্দ্ধা দেখি সামান্য মিচিকিয়াইছিল। কিন্তু পিচ মুহূৰ্ততে বিজুলীৰ দৰে আহি তাৰ ওপৰত জপিয়াই পৰিছিল।

নিজম পৰি থকা দৰ্শকৰ ভিৰৰ মাজত তেতিয়া মাত্ৰ হাঁহিৰ খলকনি উঠিবলৈ ধৰিছিল 'পাগল হৈছে, সি পাগল হৈছে! এই, এই মৰিব এতিয়া! ..... কিন্তু চাবাচ বাহাদুৰ! লুট্টনে বৰ কৌশলেৰে চান্দ সিংহৰ আক্ৰমণৰ পৰা ওলাই আহি থিয় হ'ল আৰু নিজৰ পায়তাৰা দেখুৱাবলৈ ধৰিলে। ৰাজা চাহাবে মালযুঁজ বন্ধ কৰাই লুট্টনক নিজৰ ওচৰলৈ মাতি আনিলে আৰু বুজালে। তাৰ পিচত তাৰ সাহসৰ প্ৰশংসা কৰি তাৰ হাতত দহ টকাৰ নোট এখন দি ক'লে 'যা, মেলা চাই ঘৰলৈ উভতি যাগৈ! .....'

'নহয় চৰকাৰ, মই যুঁজিম..... চৰকাৰে মাথোন হুকুম দিয়ক .......!'

'তই পাগল হৈছ ...... গুচ! ...'

মেনেজাৰ চাহাবৰ পৰা আৰম্ভ কৰি চিপাহীলৈকে সকলোৱে তাক দাবি ধমকি দিলে 'গাত নাই মঙহ, ই আকৌ যুঁজিবলৈ আহিছে বাঘৰ পোৱালিৰ লগত। চৰকাৰ বাহাদুৰে ইমানকৈ বুজাইছে, তথাপি.......!'

'দোহাই চৰকাৰ, মই নহলে শিলত মূৰ এছাৰি মৰি যাম ...... আপুনি হুকুম দিয়ক।' সি হাতযোৰকৈ বিৰবিৰাবলৈ ধৰিলে।

দৰ্শকৰ ভিৰ অধীৰ হৈ পৰিছিল। বাজানাও বন্ধ হৈ গৈছিল। পঞ্জাবী পালোৱানবোৰৰ দলটো খঙত একো নাই হৈ লুট্টনক গালিৰে চৈধ্য পুৰুষ উদ্ধাৰ কৰিছিল। দৰ্শকৰ সমাবেশ উত্তেজিত হৈ আছিল। কোনো কোনোৱে লুট্টনৰ পক্ষ হৈ চিঞৰিবলৈ আৰম্ভ কৰিছিল 'তাক যুঁজিবলৈ দিয়ক!'

যুঁজৰ থলীত চান্দ সিংহই অকলেই থিয় দি ব্যৰ্থ হাঁহি এটা মৰাৰ চেষ্টা কৰি আছিল। সি প্ৰথমতে গৰা মাৰি ধৰোতেই তাৰ প্ৰতিদ্বন্দ্বীৰ শক্তিৰ অনুমান সি পাই গৈছিল।

উপায় নাপাই ৰাজাচাহাবে আদেশ দিলে 'যুঁজিবলৈ দে!'

বাজানা বাজিবলৈ ধৰিলে। দৰ্শকৰ মাজত আকৌ উত্তেজনা উথলি উঠিল। কোলাহল বাঢ়ি গ'ল। মেলাৰ দোকানীবোৰে দোকান বন্ধ কৰি দৌৰি চাবলৈ আহিল 'চান্দ সিংহৰ যোৰৰ মানুহ চান্দ সিংহৰ কুস্তী খেল হৈছে। .........'

'চট্ ধা, গিৰ ধা, চট্-ধা, গিৰ-ধা ........'

তেতিয়ালৈকে নিস্তব্ধ হৈ থকা গহীন মাতৰ এটা ঢোলৰ পৰা মাত ওলাল 'ঢাক ঢিনা, ঢাক ঢিনা, ঢাক-ঢিনা....' (অৰ্থাৎ বাহ্ পাঠা! বাহ্ পাঠা!!)

লুট্টনক চান্দে জোৰেৰে হেচা মাৰি ধৰিলে।

'এ গ'ল গ'ল!!' দৰ্শকসকলে হাতচাপৰি বজাই চিঞৰিবলৈ ধৰিলে— পিঠা হৈ যাব এতিয়া, পিঠা গুৰি! তামাচাৰ খেল নহয়, বাঘৰ পোৱালি ই, বোপাই ........!'

'চট্ গিৰ-ধা, চট্ গিৰ-ধা, চট্ গিৰ-ধা' (ভয় নকৰিবি, ভয় নকৰিবি, ভয় নকৰিবি........)

লুট্টনৰ ডিঙিত পাক মাৰি ধৰি চিৎ কৰি পেলাই দিয়াৰ বাবে চান্দে চেষ্টা কৰি আছিল।

'চাবাচ্, তেনেকৈয়ে তাক পুতি পেলা।' এইবুলি বাদল সিংহই নিজৰ শিষ্যক উৎসাহিত কৰি আছিল।

লুট্টনৰ চকুহাল বাহিৰ ওলাই আহিছিল। তাৰ বুকুখন ফাটি যাও যাও যেন হৈছিল। খেলখনত ৰজাৰ মত আৰু ৰাইজৰ মত চান্দৰ ফালেই আছিল। সকলোৱেই চান্দক বাহবাঃ দি আছিল। লুট্টনৰ ফালে মাথোন ঢোলৰ মাতটোহে আছিল, যাৰ তালে তালে সি নিজৰ শক্তি আৰু ধৰ-পেচৰ পৰীক্ষা কৰি আছিল আৰু নিজৰ সাহসকো বঢ়াই আছিল। হঠাতে ঢোলৰ পৰা এটা পাতল শব্দ শুনা গ'ল 'ধাক্ ধিনা, তিৰকট ধিনা, ধাক্ ধিনা, তিৰকট ধিনা .....!!'

লুট্টনে সেই মাত স্পষ্ট শুনিবলৈ পালে, ঢোলে কৈ আছিল 'বাগি মাৰ, বাহিৰ ওলাই যা, বাগি মাৰ, বাহিৰ ওলাই যা!!'

মানুহৰ আশ্চৰ্যৰ সীমা নোহোৱা হ'ল, লুট্টনে বাগি মাৰি বাহিৰ ওলাই গ'ল আৰু চকুৰ পলকতে একে লাফে চান্দৰ ডিঙিটোত পাক মাৰি ধৰিলে।

'বাহ, মাটিৰ বাঘলৈ চোৱা!'

'বেচতো! বাহিৰ ওলাই গ'ল? এইকাৰণেই হবলা .......? দৰ্শকৰ মাত সলনি হৈ আহিবলৈ ধৰিলে।

ডাঙৰ মাতৰ ঢোল বাজি উঠিল চটাক্-চট্-ধা, চটাক্-চট্-ধা .......' ...... (লুটিয়াই পেলাই দে, লুটিয়াই পেলাই দে!)

লুট্টনে কৌশলেৰে ভৰ আৰু শক্তি প্ৰয়োগ কৰি চান্দক মাটিৰ ওপৰত পেলাই দিলে।

'ধিক্ ধিনা, ধিক্ ধিনা! (অৰ্থাৎ চিৎ কৰি দে, চিৎ কৰি দে!)

লুট্টনে শেষ শক্তিৰে ধৰি থাকিল— চান্দ সিংহ হাত ভৰি চাৰিটা মেলি চিৎ হৈয়ে পৰি থাকিল।

'ধা-গিৰ-গিৰ, ধা-গিৰ-গিৰ, ধা-গিৰ-গিৰ' ....... (বাহ্ বাহাদুৰ! বাহ্ বাহাদুৰ! বাহ্ বাহাদুৰ!)

প্ৰথমতে জনতাই বুজিবই পৰা নাছিল কাৰনো জয়ধ্বনি দিব লাগে। সেয়ে যেয়ে যেনেকৈ ভাবিলে সেয়ে কোনোৱে 'মা দুৰ্গা'ৰ, কোনোৱে 'মহাবীৰ জী'ৰ আৰু কোনোৱেবা ৰাজা শ্যামানন্দৰ জয়ধ্বনি দিলে। অৱশ্যে শেহত সকলোৱেই মিলি জয়ধ্বনিৰে আকাশ বতাহ মুখৰিত কৰি তুলিলে।

বিজয়ী লুট্টনে আনন্দতে জপিয়াই আৰু হাত চাপৰি মাৰি পোনে পোনে ঢোল বজোৱাসকলৰ ফালেই দৌৰ মাৰিলে আৰু ঢোলবোৰক মূৰ দোৱাই সেৱা কৰিলে। তাৰ পিচত দৌৰি আহি ৰাজা চাহাবক একে কোবেই মূৰৰ ওপৰলৈ দাঙি ধৰিলে। ৰাজা চাহাবৰ গাৰ কাপোৰ মাটিত খহি পৰিল। মেনেজাৰ চাহাবে বাধা দি চিঞৰি উঠিল 'এই, এই কি কৰা, কি কৰা!' কিন্তু ৰাজা চাহাবে তাক বুকুৰ মাজত সাবটি ধৰি মৰমেৰে আশীৰ্বাদ দিলে 'কুশলে থাক বোপাই, তই মাটিৰ সন্মান ৰাখিলি!'

পঞ্জাবী পালোৱানৰ দলটোৱে চান্দ সিংহৰ চকু পানী মচিবলৈ ধৰিলে। ৰাজা চাহাবে

লুট্রনক অকল পুৰস্কাৰ দিয়াতে ক্ষান্ত নাথাকি তাক তেওঁৰ দৰবাৰতে চিৰদিনৰ বাবে স্থান দিলে। তেতিয়াৰে পৰা লুট্রন ৰাজ-পালোৱান হ'ল আৰু ৰাজা চাহাবেও তাক লুট্রন সিংহ বুলি মাতিবলৈ ললে। ... এই কথাত ৰাজ-পণ্ডিতসকলে মুখ বিকটাই আপত্তি কৰিলে 'হুজুৰ! এইটো জাতিৰ নিন্দা ...... সিংহ!'

মেনেজাৰ চাহাব আছিল ক্ষত্রীয়। তেওঁ নিজৰ 'ক্লীন ছেভ' কৰা মুখখন কোচাই নাকৰ ভিতৰৰ নোম উভালি আছিল। আমনি দি থকা নোম এডাল আঙুলিৰে টিপা মাৰি ধৰি তেওঁ কলে 'এৰা চৰকাৰ, কথাটো অন্যায় হৈছে।'

সেই দিনাৰ পৰা লুট্রন সিংহ পালোৱানৰ কথা চাৰিওফালে বিয়পি পৰিল। পুষ্টিকৰ আহাৰ আৰু ব্যায়াম তথা ৰাজা চাহাবৰ স্নেহ দৃষ্টিয়ে তাৰ যশ-খ্যাতি আৰুহে বঢ়াই দিলে। কেইবছৰমানৰ ভিতৰতে সি এজন এজনকৈ সকলোবোৰ পালোৱানকে মাটিত শুৱাই দি আকাশ দেখুৱাই দিলে।

কালা খাঁ বোলা পালোৱান এজনৰ বিষয়ে এনে খ্যাতি আছিল যে সি লেংটি পিন্ধি প্রতিদ্বন্দ্বীক 'আহ' বুলি প্রত্যাহ্বান জনোৱাৰ লগে লগেই বোলে প্রতিদ্বন্দ্বীৰ ফালে আধ্যা পৰিছিল। লুট্রনে তাকো একেকোবে বগৰাই দি মানুহৰ মাজত থকা ভ্রম দূৰ কৰিলে।

ইয়াৰ পিচত সি ৰাজদৰবাৰৰ এটা চাবলগীয়া 'জীৱ' হৈ থাকিল। চিৰিয়াখানাত পিঞ্জৰা আৰু লোৰ শিকলি কঁপাই বাঘে গোঁজৰে 'হাঁও, হাঁও!' মানুহে শুনি কয় বোলে 'সেয়া ৰজাৰ বাঘে মাতিছে'।

ঠাকুৰবাৰীৰ সন্মুখত পালোৱানে গোঁজৰে 'মহা-বীৰ!' মানুহে বুজি পায় সেয়া পালোৱানৰ মাত।

মেলাবোৰলৈ গৈ সি দীঘল চোলা পিন্ধি আৰু প্রকাণ্ড পাগুৰি মাৰি লৈ মতলীয়া হাতী এটাৰ দৰে ঢলং পলংকৈ ঘূৰি ফুৰিছিল। দোকানীসকলক আনন্দ দিবলৈকে সি এইদৰে ঘূৰি ফুৰিছিল। তাকে দেখি মিঠাই বেপাৰীয়ে নিজৰ দোকানলৈ তাক মাতি কৈছিল 'পালোৱান খুড়া। ৰসগোল্লা ভাজি আছোঁ, আহা অলপ খাই যোৱা।'

পালোৱানে সৰু ল'ৰাৰ দৰে হাঁহি মাৰি কয় 'অলপ বুলি কৈছ আকৌ কিয়! লৈ আহ ডেৰ সেৰ!' এই বুলি সি খাবলৈ বহি যায়।

দুসেৰ ৰসগোল্লা পেটত ভৰাই আৰু আঠ-দহখনমান পান মুখৰ ভিতৰলৈ ঠেলি দি ওঠ ৰঙা কৰি তাৰ পিচত আকৌ আগৰ দৰে মেলাত গা ঘেলাবলৈ গুচি যায়। মেলাৰ পৰা দৰবাৰলৈ উলটি অহাৰ সময়ত সি এটা আচৰিত মূৰ্তি— চকুত ৰঙীন চছমা, হাতত নচুৱাই থকা পুতলা আৰু মুখত বজাই অহা এটা পিতলৰ বাঁহীৰে এটা উৎফুল্ল মানুহ। তাৰ বল আৰু শৰীৰটো যিমান ডাঙৰ তাৰ তুলনাত তাৰ বুদ্ধিৰ পৰিমাণ কম হোৱাৰ বাবেই সি এটা স্বভাৱত সৰু ল'ৰাৰ দৰে হৈ থাকিল।

খেল পথাৰত ঢোলৰ শব্দ শুনিলেই সি নিজৰ পুৰঠ শৰীৰটোক প্রদর্শন কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু তাৰ যোৰৰতো কোনো নাছিলেই, যদিহে কোনোবা কাচিৎ আগবাঢ়ি

আহিব খুজিছিল তেতিয়াও ৰাজা চাহাবে লুট্টনক অনুমতি নিদিছিল। সেই কাৰণে সি নিৰাশ হৈ পৰি লেংটি মাৰি লৈ গাত মাটি ঘঁহি লৈ নিজকে যাঁড় বা ম'হৰ দৰে ভাবি জপিয়াই ফুৰিছিল। তাকে দেখি বুঢ়া ৰাজা চাহাবে মাথোন মুখৰ ভিতৰতে হাঁহিছিল।

এনেকৈয়ে পোন্ধৰটা বছৰ পাৰ হ'ল। পালোৱান অপৰাজিত হৈ থাকিল। সি খেলৰ পথাৰলৈ নিজৰ ল'ৰা দুটাকো লৈ গৈছিল। তাৰ শাহুৱেক আগতেই ঢুকাইছিল, ঘৈনীয়েকো দুটা পালোৱান পুত্ৰ জন্ম দিয়াৰ পিচত স্বৰ্গলৈ গ'ল। দুয়োটা ল'ৰা বাপেকৰ দৰেই আটিল আৰু বলবান হৈ উঠিছিল। খেল পথাৰত সিহঁতহালক দেখি মানুহৰ মুখত আপোনাআপুনি প্ৰশংসা ফুটি ওলাইছিল 'বাহ্! ইহঁত বাপেকতকৈও চাৰ হ'ব!'

দুয়োটা ল'ৰাই ৰাজ দৰবাৰৰ ভাবী পালোৱান হিচাপে ঘোষিত হৈছিল। তাৰ পিচত দুয়োটাৰে ভৰণ-পোষণ ৰাজ দৰবাৰতেই হৈছিল। প্ৰত্যেক দিনে পালোৱানে খুব পুৱাতে নিজে ঢুলুকী বজাই ল'ৰা দুটাক কুস্তী শিকাইছিল। দুপৰীয়া দুয়োটাকে সাংসাৰিক জ্ঞানো দিছিল 'বুজিছ, ঢোলৰ মাতলৈ সদায় মন দি থাকিবি। মোৰ গুৰু কোনো পালোৱান নাছিল। এই ঢুলুকীটোৱেই মোৰ গুৰু। বুজিছ, মই এই ঢুলুকীৰ শব্দৰ বলতে পালোৱান হ'লোঁ। খেল পথাৰত নামিয়েই পোন প্ৰথমতে ঢোলটোক সেৱা জনাবিহঁক। .....' এনেকৈ আৰু বহুত কথা সি সিহঁতক ক'লে। তাৰ পিচত মালিকক কেনেকৈ সন্তোষ দিব পাৰি, কেতিয়াবা কি ব্যৱহাৰ কৰিব লাগে ইত্যাদি কথাবোৰো সি নিতৌ শিকাবলৈ ধৰিলে।

কিন্তু তাৰ সকলোখিনি শিক্ষা দীক্ষা লৰাহঁতক দি উঠাৰ পাচত এদিন সকলো ওলট-পালট হৈ গ'ল। বুঢ়া ৰজা স্বৰ্গগামী হ'ল। নতুন ৰাজকুমাৰ বিলাতৰ পৰা আহিয়েই ৰাজকাৰ্য নিজৰ হাতলৈ আনিলে। ৰাজা চাহাবৰ দিনত আহি পৰা শিথিলতাবোৰ সকলো ৰাজকুমাৰ অহাৰ লগে লগে দূৰ হ'ল। পৰিৱৰ্তন বহুতো হ'ল। সেই পৰিৱৰ্তনৰ কোব পৰিলহি পালোৱানৰ গাতো। খেল পথাৰৰ ঠাই দখল কৰিলে ঘোঁৰা দৌৰ প্ৰতিযোগিতাই।

পালোৱান আৰু আন দুটা ভাবী পালোৱানৰ দৈনিক ভোজন-ব্যয়ৰ কথা শুনি ৰাজকুমাৰ বিচুৰ্তি হ'ল 'টেৰিবোল!'

নতুন মেনেজাৰ চাহাবেও কলে 'হৰিবোল!'

লগে লগে পালোৱানক বিদায় দিয়া হ'ল। ৰাজ দৰবাৰত তাৰ কোনো প্ৰয়োজন নাই। পালোৱানৰ পৰা ইয়াৰ বাবদ কোনো ওজৰ-আপত্তি শুনিবৰ বাবেও সুযোগ দিয়া নহ'ল।

সেইদিনাই সি ঢুলুকীটো কান্ধত ওলোমাই লৈ নিজৰ ল'ৰা দুটাৰে সৈতে নিজৰ গাঁৱলৈ উভতি আহিল আৰু তাতেই থাকিলহি। গাঁৱৰ এমূৰত গাৱঁৰ মানুহে এটা জুপুৰি ঘৰ সাজি দিলে। তাতেই থাকিবলৈ লৈ সি গাৱৰ ডেকা ল'ৰাবোৰক আৰু গৰখীয়াহঁতক কুস্তী শিকাবলৈ ধৰিলে। খোৱা-বোৱাৰ খৰচো গাৱঁৰ মানুহেই যোগাৰ কৰি দিলে আৰু তাৰ কাম বাধ্যতামূলক কৰি দিলে। সি পুৱা-গধূলি নিজে ঢুলুকী বজাই নিজৰ শিষ্য আৰু তাৰ ল'ৰা কেইটাক কুস্তীৰ সকলো পেচ আৰু কৌশল শিকাবলৈ ধৰিলে।

গাৱঁৰ হালোৱা হজুৱাৰ ল'ৰা-ছোৱালীনো কি ভাল বস্তু খাই কুস্তী শিকিবহি! লাহে লাহে পালোৱানৰ শিক্ষালয়ো উদং পৰি আহিবলৈ ধৰিলে। অৱশেষত নিজৰ পুতেক দুটাকে সি ঢুলুকী বজাই বজাই যুজাই থাকিল শিকাই থাকিল। দুয়োটা ল'ৰাই দিনৰ দিনটো মজুৰী কৰি যি পাইছিল, তাৰেই দিন গৈছিল।

অকস্মাতে গাওঁখনত এই বজ্ৰপাত পৰিল। প্ৰথমতে অনাবৃষ্টি, তাৰ পিচত মানুহৰ খাবলৈ নোহোৱা হ'ল। তাৰ পিচত মেলেৰীয়া আৰু হাইজা লগ লাগি গাওঁখন উজাৰ কৰি নিবলৈ ধৰিলে।

গাঁওখন প্ৰায় শূন্য হ'বলৈ ধৰিলে। ঘৰৰ পিচত ঘৰ শূন্য হ'বলৈ ললে। প্ৰতি দিনেই দুই-তিনিটাকৈ মৰাশ ওলাবলৈ ধৰিলে। মানুহৰ মাজত আতংকই দেখা দিলে। দিনৰ বেলিকা যেনিবা মানুহৰ হাহাকাৰ আৰু হৃদয় বিদাৰক কান্দোন-কাটোনৰ মাজতো মুখবোৰত অকণমান পোহৰ দেখা পোৱা গৈছিল, হয়তো বেলিৰ পোহৰৰ বাবেই। কাৰণ বেলি ওলোৱাৰ লগে লগেই মানুহ ভয়ে ভয়ে নিজ নিজ ঘৰৰ পৰা ওলাই ওচৰ চুবুৰীয়া আৰু আত্মীয় মানুহক সান্তনা দিছিলহি।

'কান্দি কি কৰিবা আইটি! যোৱাজনতো গলেই। তেওঁ তোমাৰ নাছিল। এতিয়া থকাবোৰক চোৱা।'

'ভাইটি! ঘৰৰ ভিতৰত মৰা মানুহ আগত লৈ কেতিয়ালৈকে কান্দি থাকিবাহঁক! সংকাৰ? সংকাৰৰনো কি প্ৰয়োজন আছে? আহা, নদীত পেলাই দিওঁগৈ।' ইত্যাদি।

কিন্তু বেলি ডুব যোৱাৰ লগে লগেই মানুহবোৰ যেতিয়া নিজ নিজ ঘৰ সোমায়গৈ, তাৰ পিচত আৰু কোনেও মুখেৰে টু শব্দ এটাও নকয়। কোনোৱে কিবা ক'ব পৰাৰ শক্তিও নোহোৱা হৈ আহে। কাষতে নিশ্বাস ত্যাগ কৰা পুতেককো শেষ বাৰলৈ 'মোৰ সোণ' বুলি মাতিব পৰা সাহসকণো মাকসকলৰ নোহোৱা হৈ পৰে।

ৰাতিৰ সেই বিভীষিকাক কেৱল পালোৱানৰ ঢুলুকীটোৱেহে উপলুঙা কৰি আছিল। পালোৱানে পুৱাৰ পৰা সন্ধ্যালৈ যি কাৰণতেই লাগিলে ঢুলুকীটো নবজাওক, তাৰ শব্দই কিন্তু গাওঁখনৰ আধামৰা আৰু ঔষধ-পথ্য আদি খাবলৈ নোপোৱা মানুহবোৰৰ মুখত যেন সঞ্জীৱনী শক্তিহে ঢালি দি আছিল। তাৰ সেই শব্দত বুঢ়া ডেকা আৰু শিশুহঁতৰ ক্ষীণ চকুৰ আগত কুস্তীৰ খেল পথাৰখনৰ দৃশ্যবোৰ নাচি উঠিছিল। সিহঁতৰ অসাৰ হৈ পৰা স্নায়ুবোৰৰ মাজতো বিজুলীৰ সোঁত বৈ গৈছিল। ঢুলুকীৰ শব্দত জ্বৰ এক্বৰা কোনো গুণ আৰু মহামাৰীৰ সৰ্বনাশকাৰী গতিক বাধা দিয়া কোনো শক্তি নাছিল সঁচা; কিন্তু মৰণ চাপি অহাসকলৰ চকু মুদাৰ সময়ত কোনো কষ্ট অনুভৱ নহৈছিল, মৃত্যুক তেওঁলোকে ভয় কৰিবলৈ পাহৰিছিল।

যিদিনা পালোৱানৰ দুয়োটা ল'ৰাই নিষ্ঠুৰ কালৰ আক্ৰমণত বাগৰি পৰিল, অসহ্য বেদনাত চটফটাবলৈ ধৰি সিহঁত দুয়োটাই বাপেকক ক'লে 'পিতা, ঢুলুকীটোত লুটিয়াই বগৰাই দিয়াৰ কথা কোৱা বাজানাটো বজাই দিয়া।'

'চটাক্-চট্-ধা, চটাক্-চট্-ধা ...... গোটেই নিশাটো জুৰি পালোৱানে সেই বাজনাটো বজাই থাকিল। তাৰ মাজে মাজে পালোৱানৰ ভাষাৰে উৎসাহিত কৰা শব্দও মুখেৰে কবলৈ ধৰিলে 'মাৰ, বঢ়িয়া!'

পুৱাই সি দেখিলে যে তাৰ দুয়োটা ল'ৰা নিঃসাৰ হৈ মাটিত পৰি আছে। দুয়োটায়ে পেট পেলাই পৰি আছিল। এটাই দাঁতেৰে অলপ মাটি কামুৰি ধৰিছিল। পালোৱানে এটা দীঘল হুমুনিয়াহ পেলাই অলপ হাঁহিবৰ চেষ্টা কৰিলে 'দুয়োটা বীৰ বাগৰি পৰিল!'

সেই দিনা পালোৱানে ৰাজা শ্যামানন্দই তাক উপহাৰ দিয়া ৰেচমৰ জাঙিয়াটো পিন্ধি ললে। গোটেই গাতে মাটি সানি লৈ কিছু সময় ব্যায়াম কৰিলে আৰু তাৰ পিচত দুয়োটা পুতেকৰ মৃতদেহ কান্ধত তুলি লৈ নদীত উটাই দিলেগৈ। মানুহে শুনি তবধ মানিলে। কিছুমানৰ মনোবল হেৰাই গ'ল।

কিন্তু নিশালৈ মানুহে পালোৱানৰ ঢুলুকীত আকৌ সেই শব্দ প্ৰতিদিনৰ দৰেই শুনিবলৈ পালে। মানুহৰ মনৰ সাহস সি দুগুণে বঢ়াই দিলে। শোকত ভাগি পৰা মাক-বাপেকহঁতে ক'বলৈ ধৰিলে 'দুটাকৈ পালোৱান ল'ৰা মৰাৰ পিচতো পালোৱানৰ সাহস দেখিলা; যেই সেই কলিজাৰ মানুহ নহয়, ডেৰহাত কলিজাৰ মানুহ!'

ইয়াৰ চাৰি পাঁচ দিনমান পিচৰ কথা। এটা ৰাতি ঢুলুকীৰ মাত গাৱৰ মানুহে কোনেও নুশুনিলে।

পালোৱানৰ কেইজনমান প্ৰিয় আৰু বেমাৰী শিষ্য পুৱাই গৈ দেখিলে পালোৱানৰ মৃতদেহটো 'চিৎ' হৈ পৰি আছে। নিশা শিয়ালে সেই দেহটোৰ সুগঠিত বাও কৰঙনটোৰ মঙহো খাই গৈছে। নিশ্চয় পেট ভৰাই খাই গৈছে।

চকুপানী মচি মচি এজনে ক'লে 'গুৰুৱে আমাক সদায় কৈছিল যে মই মৰিলে তহঁতে মোক চিতাত ওপৰমুৱাকৈ চিৎ কৰি নুশুৱাবি, তললৈ পেট কৰি শুৱাবি। মই জীৱনত কেতিয়াও 'চিৎ' হৈ পোৱা নাই। আৰু চিতা জ্বলাৰ সময়ত ঢুলুকীটো বজাই দিবি।' সি আগতে এই কথা ক'ব পৰা নাছিল।

পালোৱানৰ দেহৰ কাষতে ঢুলুকীটোও পৰি আছিল। শিয়ালে সেইটোও খোৱা বস্তু বুলি ভাবি বোধহয় তাৰ চালখন ফালি-চিৰি পেলাইছিল।

(1944)

# পাৰ্টীৰ ভূত

বন্ধুৰ মূৰ্তিটো দেখিলেই চূৰ্তি হেৰুৱাওঁ
কিজানিবা সোধে মোক কোন পাৰ্টীৰ হওঁ।

মই এডাল আৰাম লগা কাঁইট হলোঁ। চকু গৈ গাঁতত সোমাল, চুলি বাঢ়ি দীঘল হ'ল। পাইজামা ফাটিল, চেন্দেল ছিগিল। কিবা প্ৰেমিকৰ দৰে চেহেৰা হ'ল। দিনত নাই শান্তি, ৰাতি নাহে টোপনি। টোপনি আহিলেও বেয়া সপোন দেখি সাৰ পাই উঠোঁ। কিন্তু ৰ'ব, ডাঙৰীয়া আপুনি যিটো ভাবিছে সেইটো বেমাৰ মোৰ হোৱা নাই। হোৱা হ'লে অন্ততঃ নিবনুৱা হৈ থকাৰ আৰু অপেক্ষা কৰাৰ আনন্দখিনিকে পালোহেঁতেন। কিন্তু মোৰ বেমাৰটো হৈছে ৰাচীলৈ টিকট কটাৰ। তালৈ আৰু বেছি দিন নাই বাবেই মোৰ বেমাৰটোৰ ইতিহাসবোৰ প্ৰকাশ কৰি দিয়া উচিত হ'ব বুলি ভাবিছোঁ। কাৰণ ইয়াৰ পিচত 'মই বা কলৈ যাওঁ আৰু তুমি বা কলৈ যোৱা অৱস্থাত সেই কামটো আৰু সম্ভৱ নহ'ব। কথাটো হ'ল যে মোৰ মূৰৰ ওপৰত 'পাৰ্টীৰ ভূত' লম্ভিছে। এই ভূতে মোক আৰু শান্তিৰে থাকিবলৈ দিয়া নাই। বৰ কম বয়সৰ পৰাই ই মোক নিজৰ চিকাৰ কৰি ললে।

পাঠশালাৰ পৰাই আৰম্ভ কৰো দিয়ক।

এদিন পিতাৰ ওচৰত বহি মই 'আমোদপাঠ'খন পঢ়ি আছিলোঁ। এনেতে গাৱঁৰ পাঠশালাৰ গুৰু আহি উপস্থিত হ'ল। বহুত পৰলৈ ইটো সিটো নানা কথা পতাৰ পিচত গুৰুৱে দন্তবিকাশ কৰি হাঁহি মাৰি বিনয়েৰে কলে 'হাই-কাজিয়াতো একো লগা নাই। সেইবোৰ আপোনালোকৰ ভিতৰুৱা কথা। মোৰনো অপৰাধ কি বাৰু? আপোনালোক হৈছে ডাঙৰ মানুহ। যেনেকৈ এখন হাবিত দুটা সিংহ, তেনেকৈয়ে একেখন গাৱঁতে দুটা .... হেঃ হেঃ .... মানে এইটো ভগবানৰে নিয়ম। কিন্তু পাঠশালাখনতো আৰু তেওঁলোকৰ (বিৰোধী পাৰ্টীৰ নেতাৰ) নহয়। পাঠশালাত মইহে আছোঁ, আপোনাৰ ল'ৰা মোৰ বাবে যেনে......'

'আপুনি সেইবোৰ বুজি নাপাব পণ্ডিতজী', পিতাই পণ্ডিতজীৰ কথাৰ মাজতে কলে, 'পাঠশালাখন সেই পাৰ্টীৰ নহয়। আপুনি ল'ৰাবোৰৰ কথা এৰক, গাৱঁৰ ল'ৰাৰ কথা .... তালৈ যদি পঠিয়াব নোৱাৰোঁ তেন্তে মোৰ পাৰ্টীৰ বদনাম হৈ যাব।'

গুৰু মহাশয়ে আকৌ দন্ত বিকশিত কৰি ক'লে 'সেইটোতো হয়েই, সেইটোতো হয়েই। মইতো..... আপুনি বিশ্বাস কৰক .... মইতো আপোনাৰ সেৱা কৰিবলৈকে বিচাৰিছোঁ। গুৰু মহাশয়ে ডাঙৰকৈ কাহ্ এটা মাৰি ইফালে সিফালে চাই লৈ পিতাৰ আগত খুব সৰুকৈ কিছুমান তথ্য-পাতিৰ কথা জনাবলৈ ধৰিলে। ফল এয়ে হ'ল যে সেই পাঠশালাত মই আৰু মোৰ গাঁৱৰ ল'ৰাবোৰে পঢ়িবলৈ যোৱাৰ অনুমতি পালে।

দ্বিতীয় দিনা মই নিজৰ লগৰীয়াইঁতৰ সৈতে পাঠশালাত উপস্থিত হলোঁগৈ। এই কথা গাওঁ-সমাজ, ওচৰ-চুবুৰিয়া, জাতি-ভাইৰ মাজতহে নালাগে, আনকি কাচাৰীৰ 'বাৰ লাইব্ৰেৰী' পৰ্যন্ত বিজুলী সঞ্চাৰে প্ৰচাৰিত হৈ গ'ল। আটায়ে বিধে বিধে প্ৰশ্ন সুধিবলৈ ধৰিলে।

'গাওঁখন তেনেহলে আকৌ লগ লাগিল?' গাৱঁত গাৱঁৰ ৰাজনীতি কৰাসকলে মূৰ খুন্দিয়ালে।

'এতিয়া সকলোৰে মাজত খোৱা-বোৱা আৰু বিয়া-বাৰুও চলিব?' আপোন মানুহবোৰৰ মুখিয়ালসকলৰ পেট বোৰেও যেন আনন্দৰ বাতৰি পালে।

'এতিয়া যিবোৰ ফৌজদাৰী মকৰ্দমা চলি আছে সেইবোৰ তুলি ল'ব নেকি?' এই বুলি উকীল সকলেও দীঘল হুমুনিয়াহ্ কাঢ়িলে।

কিন্তু একোৱেই নহ'ল। পাৰ্টী হৈয়েই থাকিল আৰু পাঠশালালৈ পাৰ্টী সোমাই গ'ল। স্কুল ছুটীৰ পিচত শিল গুটি দলিওৱা, সৰু-সুৰা খণ্ডযুদ্ধ, মাৰপিট এইবোৰ হৈয়ে থাকিল। গুৰু মহাশয়ৰ চেকনিয়ে যিমানখিনিলৈকে পাৰে দমাই ৰাখিছিল। হাই-কাজিয়াবোৰত মই সক্ৰিয় ভাবে ভাগো লোৱা নাছিলোঁ আৰু মোৰ পিঠিত মহাশয়ৰ চেকনিৰ কোবো পৰা নাছিল; সেই বুলি মই মোৰ পাৰ্টীৰ জয় হোৱাটো যে বিচৰা নাছিলোঁ সেইটো নহয়। মই দিহা-বুধি দিছিলোঁ। সেইকাৰণে আমাৰ যুঁজাৰুসকলে মোক 'হিৰো' বুলি ধৰি লৈছিল।

এই হাই-কাজিয়াবোৰৰ মাজতে এদিন পাঠশালালৈ আহিল 'চন্দু'। তাই আছিল আমাৰ বিৰোধী পাৰ্টীৰ একমাত্ৰ কন্যা। সেই দিনা ছুটীৰ পিচত মই আমাৰ পাৰ্টীৰ যুঁজাৰুসকলক বুজালোঁ যে এইবোৰ যুঁজবাগৰ কৰি একো লাভ নাই। সেই দিনাৰে পৰা যুঁজ-বাগৰ বন্ধ হ'ল। কিন্তু এইটোৰ ফালৰ পৰা তাৰ উৎসাহ দেখা পাই সিটো পাৰ্টী হতাশ হৈ তলকা মাৰিলে।

আজি 'যৌন বিজ্ঞান'ৰ কিছু কিতাপ-পত্ৰ পঢ়ি মই ভালকৈ বুজি পাইছোঁ যে সেই দিনা মই 'চন্দু'ৰ প্ৰতি ইমান কিয় আকৰ্ষিত হৈছিলোঁ। 'লাইলা-মজনু'ৰ কাহিনী আমাৰ পাঠ্য পুস্তকত নাছিল যদিও বুৰঞ্জীৰ কিতাপত 'পৃথীৰাজ-সংযুক্তা'ৰ কাহিনীৰ বিষয়ে মই পঢ়িছোঁ। মই পৃথীৰাজৰ দৰেই 'চন্দু'ক পাবলৈ বিচাৰিছিলোঁ। এদিন অকলশৰীয়াকৈ পাই মই 'চন্দু'ক সুধিলোঁ 'চন্দু, তুমি পৃথীৰাজ আৰু সংযুক্তাৰ কাহিনীটো.......

'মোক নক'বা। তুমি সেইটো পাৰ্টীৰ। চাও, গুচা।' তাই গৰগৰাই উঠিল।

'নাই, নাই মই সেইটো পাৰ্টীৰ নহয়' মই লগে লগে কৈ উঠিলোঁ।

'তেনেহলে?' তাই যাবলৈ উঠি বৈ গ'ল।

'মই তোমাৰ পাৰ্টীৰহে', এই বুলি মই কৈ পেলালোঁ।

'সঁচা?' তাই মোৰ ওচৰ চাপি আহিল।

মই তাইৰ হাতখনত ধৰি ক'লোঁ 'সঁচা'।

ফুলনিখনৰ গছৰ আঁৰত মোৰ পাৰ্টীৰ একা বেকা যুঁজাৰু ৰজনা লুকাই আছিল। সি তাৰ পৰা ওলাই আহি দাঁত কৰচি মোৰ ফালে চাই গৰ্জি উঠিল 'বেইমান'।

মোৰ পৃথীৰাজ আৰু সংযুক্তাৰ কাহিনীটো আধাতে থাকিল। চন্দুৰে হাত এছাৰ মাৰি গুচি গ'ল। ইতিহাসৰ সাধাৰণ ৰামকথা পঢ়াসকলেও আনকি মোক পৃথীৰাজৰ পৰিবৰ্তে জয়চান্দ বুলিহে কবলৈ ল'লে।

হাইস্কুল।

পাঠশালা পাছ কৰাৰ পিচত নগৰৰ হাইস্কুল পালোহি। সৌভাগ্য অথবা দুৰ্ভাগ্যবশতঃ মোৰ পিতাৰ উকীলজন আছিল এজন বঙালী ভদ্ৰলোক। নিজৰ মোক্কেলৰ ল'ৰা বুলিয়েই তেওঁ মোক নিজৰ পৰিয়ালৰ লগলৈ লৈ গ'ল। ইয়াৰ ফলত বঙালীসকলৰ লগত মোৰ ঘনিষ্ঠতা হোৱাৰ উপৰিও বঙালী ভাষাটো আৰু সঙ্গীতৰ প্ৰতিও মোৰ ধাউতি হ'ল। দুই-তিনি বছৰমানৰ পিচত মোৰ নিজৰেই সন্দেহ হ'ল যে মই আচলতে বঙালী মানুহ নহয়। কিছু দিনৰ পিচত লাগিল 'বঙালী—অবঙালী'ৰ মাজত ঘোৰ যুদ্ধ। দুয়ো পক্ষই দুয়ো পক্ষক পাৰে মানে গালি পাৰিবলৈ লাগি গ'ল।

অবঙালীসকলে ক'লে, 'বঙালী হৈছে এটা ভয়াতুৰ জাতি। নীচ!'

উত্তৰত বঙালীসকলে ক'লে, 'ছাটুখোৰ, দগাবাজ।'

খণ্ডত অবঙালীসকলে সীমা চেৰাই যায়। এইবোৰ গালি-শপনি শুনি মই শিহঁৰি উঠোঁ। ছিঃ ছিঃ, ৰবীন্দ্ৰনাথ, জগদীশ বসু, শৰৎ চন্দ্ৰ আৰু সুভাষ এওঁলোকোতো বঙালী!

বঙালীসকলেও ইটাৰ প্ৰত্যুত্তৰ দিয়ে শিলেৰে। মোৰ অন্তৰৰ ভিতৰৰ অবঙালীটোৱে বঙালীটোক দাবি দিয়ে।

বঙালী বন্ধুসকলে মোৰ বিষয়ে এনেদৰে ক'বলৈ ধৰিলে 'যাই হোক হিন্দুস্থানী শেষে হিন্দুস্থানীই!'

অবঙালী বন্ধুসকলে মোৰ পিঠিত চপৰিয়াই ক'লে 'কোৱা, এওঁলোকৰ বন্ধুত্ব দেখিলা নহয়! কোন নীচ ......'

'মনে মনে থাকা তোমালোক।' দাবি এটা মাৰি সিহঁতৰ মুখ বন্ধ কৰি দিলোঁ।

'ওঁ, এই কথা?' এইবুলি অবঙালীসকলে সৰ্বসন্মতিক্ৰমে এই প্ৰস্তাৱ পাছ কৰিলেঃ 'বঙালীসকলৰ গালিলৈ আমি পৰোৱাই নকৰো; কাৰণ তেওঁলোকে যিহকে কয় বা কৰে সকলো প্ৰাদেশিকতাৰ নামতে কৰে। কিন্তু অবঙালী হৈও যি বঙালীৰ পক্ষ লয়, সি হৈছে দগাবাজ, প্ৰবঞ্চক আৰু মীৰ্জজাফৰ। আমি এনেকুৱা কোনো লোকৰ লগত সম্পৰ্ক ৰখা উচিত নহয়।'

কলেজৰ কাহিনী কিছু দীঘল; কিন্তু আমোদজনক।

স্থূলত ওপৰোক্ত বিশেষণবোৰেৰে বিভূষিত হৈ আহি কলেজ সোমালোহি। প্ৰাদেশিকতাৰ জালত নপৰিবলৈ মই প্ৰথমেই প্ৰতিজ্ঞা কৰি লৈছিলোঁ।

'ফাৰ্ষ্ট ইয়াৰ' চাওঁতে চাওঁতেই পাৰ হৈ গ'ল। ছেকেণ্ড ইয়াৰলৈ উঠি মই পোছাকটো সলোৱাৰ কথা ভাবিলোঁ। তেনে কোনো পৰিৱৰ্তন নহয়, মাত্ৰ ধুতিৰ সলনি পায়জামা পিন্ধিলোঁ আৰু ডিঙিত ডেৰ ইঞ্চিৰ কলাৰ লগোৱা এটা দীঘল পঞ্জাবী কৰি ললোঁ। এটা ভাল দিন চাই নতুন সাজটো পিন্ধি চিনেমা চাবলৈ বুলি ওলাই গলোঁ। টঙ্গাত যেতিয়া উঠো তেতিয়া মোৰ সহযাত্ৰী এজনে মোৰ নাম, কোন ইয়াৰত পঢ়ো, কম্বিনেশ্যন কি, কোন হোষ্টেলত থাকোঁ, ৰুম নম্বৰ কি এইবোৰ সোধাৰ পিচত যেতিয়া সুধিলে 'আপুনি কোন পাৰ্টীৰ হৈ কাম কৰে?', মইটো চঁক খাই গলোঁ।

'চি, পি, (কমিউনিষ্ট পাৰ্টী)?' হাঁহি মাৰি তেওঁ প্ৰশ্ন কৰিলে।

'হয়' মই ভাবিলোঁ কিবা এটা কৈ থলেই লেঠা মৰিল। কৈ দিলোঁ।

'আই ছি'—— এইবুলি তেওঁ হাঁহি হাঁহি মোৰ পিঠিত বিৰাট ঢকা এটা মাৰি দিলে। মই উচপ খাই উঠিলোঁ।

'উই আৰ কমৰেডছ। ভয় নাই।' তেওঁ মোৰ কান্ধত হাত থৈ মৰমেৰে কলে।

সেই দিনা 'কাশ্মীৰ কেবিন'ৰ বিলৰ পইচাতো তেৱেঁই দিলে আৰু চিনেমাৰ ফাৰ্ষ্ট ক্লাছৰ টিকটটোও তেৱেঁই কাটিলে।

আন দিনা যেই গৈ ক্লাছত সোমাইছোঁ, মোৰ অন্তৰঙ্গ বন্ধু বিনোদে আহি হাঁহি মাৰি কলে 'বেচ, খাটি ছচিয়েলিষ্ট যেন হৈ আহিছা।'

'যি বুলি কোৱা' মই কৈ থলোঁ।

বিনোদে ক'লে 'যি বুলি কোৱা নহয়, হ'ব লাগিব'।

'কি হ'ব লাগিব?' মই আচৰিত হৈ সুধিলোঁ।

মেম্বৰ! আৰু কি? মইতো ভাবিছিলোঁ যে তোমাৰ কোনো পাৰ্টী-পলিটিক্সৰ প্ৰতি ৰাপ নাই। কিন্তু দেখিছোঁ তুমি আচহুৱা লোক নোহোৱা' কৈ কৈ তেওঁ হাঁহিবলৈ ধৰিলে।

মই আজিও নুবুজিলোঁ যে বিনোদেনো মোৰ গাত কি গুণ দেখি পাৰ্টী ভাল পোৱা খাটি এজন মানুহ বুলি জানিলে। সেইবোৰ যি হওক, যি দিনাই মোৰ নামটো ষ্টুডেণ্ট ফেডাৰেশ্যনৰ (কমিউনিষ্ট গ্ৰুপ) ৰেজিষ্টাৰত উঠিল, সেই দিনাই মোলৈ এই খবৰো আহিল যে মই ষ্টুডেণ্ট ফেডাৰেশ্যন ছচিয়েলিষ্ট গ্ৰুপ)ৰ কাৰ্যনিৰ্বাহকৰো সদস্যভুক্ত হৈছোঁ।

অকল যদি এই দুটা পাৰ্টীৰেই কথা হ'লহেঁতেন তেন্তে অৱশ্যে তেনে কোনো কথা নাছিল। কিন্তু এদিন তৃতীয় পাৰ্টী এটাৰো চক্ৰবেহুত সোমাই পৰিলোঁ।

'ক্যালক্যাটা ক্যাফে' (ছাইন বৰ্ডৰ মতে)ত বহি চাহ খাই আছিলোঁ। মোৰ হাতত আছিল বঙলা ভাষাৰ মাহিলী পত্ৰিকা এখন। মোৰ কাষতে মোৰ বয়সীয়া এজন মানুহে চাহ খাই আছিল। তেওঁ বাৰে বাৰে মোলৈ আৰু মোৰ হাতত থকা আলোচনীখনলৈ ঘূৰি ঘূৰি চাই থাকি শেহত এবাৰ সুধি পেলালে 'আপুনি বাঙালী?' ছাতুখোৰৰ উপাধিটোৰ পৰা ৰক্ষা পাবলৈ মই কৈ পেলালোঁ, 'আজ্ঞে হাঁ'।

'ও! এখানে পড়েন? কি পড়েন?'

'ছেকেণ্ড ইয়াৰ আৰ্টছ।'

'ভালোঁ' বুলি কৈ তেওঁ কাকেখনৰ এটা চুকত বহি তৰ্ক কৰি থকা ডেকাসকলক চিঞৰি কলে, 'ওহে! হাবু, ভোলা, কালু, নীলু, ফেলা। তোমৰা সেদিন বললে যে ছেকেণ্ড ইয়াৰ আৰ্টছে কোনো মেম্বাৰ নাই। এই যে ইনি .......'

'তাই নাকি, তাই নাকি' বুলি হুলস্থূল লগাই আটাইবোৰ তৰ্ক এৰি দৌৰি আহি মোক বেৰি ধৰি বহি পৰিল। আকৌ এবাৰ চাহৰ অৰ্ডাৰ হ'ল, কথা-বাৰ্তা হ'ল আৰু বিনা-পৰিচয় পৰ্বৰ পিচত আৰ্গেনাইজ কৰাৰ কামত জোৰ দিয়া হ'ল। সকলোতকৈ মজাৰ কথাটো হ'ল এয়ে যে মই তেওঁলোকৰ পাৰ্টীটোৰ নাম-ধাম একো নাজানিলেও সকলো কথাতে 'হয় হয়' কৰি গলোঁ। দলটোৰ মাজৰ এজন যুবকে আগবাঢ়ি গৈ মেনেজাৰক কিবা কলে আৰু তাৰ পিচত উভতি মোৰ ওচৰলৈ আহি লাহেকৈ কলে, 'আজ থেকে কনচেছন। বুজলেন! পাৰ্টীৰ কাফেতো! এৰা জানতো না যে আপনি ক্লাবেৰ মেম্বাৰ।'

সেই দিনাৰে পৰা ফৰৱাৰ্ড ব্লকৰ নামত 'ক্যালক্যাটা ক্যাফে'ত কনচেছন ৰেটত চাহ আৰু কাটলেট পোৱা হলোঁ।

দেওবাৰে আৰামেৰে বিচনাত বাগৰি লৈ 'গোদান'খন পঢ়ি আছিলোঁ। তেনেতে বিনোদে উধাতু খাই লৰি আহি ক'লে, 'হেৰি ৱৰ্কিং কমিটীৰ মেম্বৰ চাহাব! খবৰ আছে নে নাই? কমৰেড ৰামপ্ৰতাপ আহিছে। আজি কমিটীৰ আৰ্জেণ্ট মিটিং, চাৰি বজাত। বুজিছা? আৰু কাইলৈ পাৰ্কত সভা হ'ব। ......... আৰে, এইখন কি পঢ়ি আছা? গোদান? ছিলী।'

'কিয়?', মই অতি আচৰিত হৈ পশ্ন কৰিলোঁ।

''ইটছ এ ৰিএক্সনেৰী বুক! ..... বাৰু চাৰি বজাত আহিবা নহয়?'' এইবুলি কৈয়েই যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল। মই ডিক্সনেৰীখন উলিয়াই 'ৰিএক্সনেৰী' শব্দটোৰ অৰ্থ ঘাটিবলৈ ধৰিলোঁ।

ঠিক চাৰে তিনি বজাত মই ঘঁহি পিহি ওলাই গলোঁ। গেটৰ মুখতে এজনী ধুনীয়া 'আপ-টু-ডেট' যুৱতীয়ে মালীক কিবা সুধি আছিল। মই নিজৰ চেণ্ডেলৰ পৰা আৰম্ভ কৰি পায়জামালৈকে ভালকৈ চকু ফুৰাই ললোঁ। মালীয়ে মোক দেখিয়েই মোৰ ফালে চাই কলে, ''তেৱেঁই''। ছোৱালীজনীয়ে হাঁহি মাৰি আগবাঢ়ি মোৰ ওচৰলৈ আহি এটা 'কমৰেডী

অভিবাদন' জনালে আৰু মোৰ হাতত এখন চিঠি দি ক'লে, ''আৰ্জেণ্ট লেটাৰ''। মই চিঠিখন খুলি পঢ়ি চালোঁ, ''....... ছছিয়েলিষ্ট লীডাৰ ৰামপ্ৰসাদ আহি আছে। আমাৰ পাৰ্টীয়ে তেওঁক চাৰিটা ষ্টেশ্যনত আগবাঢ়ি গৈ ক'লা পতাকা প্ৰদৰ্শন কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছে। আপুনি মিছ ৰোম্সাৰে সৈতে এতিয়াই আহক। কাইলৈ পুৱাৰ পৰা তাৰ স্থানীয় মেম্বৰসকলক লৈ প্লেটফৰ্মত সাজু হৈ থাকিব। পঞ্জাব মেইল আহি পোৱাৰ লগে লগে 'ৰামপ্ৰসাদ মুৰ্দাবাদ' আদি প্ৰাৰ্থীৰ ধ্বনিবোৰৰ লগতে ক'লা পতাকাও দেখুৱাব। ছেক্ৰেটৰী।' চিঠিখন পঢ়ি উঠি মই আপত্তি কৰিবলৈ বুলি মূৰ দাঙি চাওতেই মোৰ গোটেই শৰীৰ পুলকিত হৈ গ'ল। মই সপোনতো কল্পনা কৰা নাছিলোঁ যে মিছ ৰোম্সাৰ দৰে সুন্দৰী এগৰাকীয়ে মোৰ ফালে কেতিয়াবা মোহ লগাকৈ চাই থাকিব। নেপোলিয়ন উৎকৃষ্ট মজদুৰ মানুহ আছিল, মানিব লাগিব। মই আকৌ এবাৰ মূৰ তুলি চালোঁ। তেও হাঁহি মাৰি চেনিতকৈও সোৱাদ লগা মাতেৰে সুধিলে, ''যাব নহয়?''

''বলক'', মই মাদকতাত আচ্ছন্ন হৈ ক'লোঁ।

টঙ্গাত উঠি আমি ষ্টেশ্যনৰ ফালে যাবলৈ ধৰিলোঁ। অলপ সময়ৰ বাবে মোৰ সম্বিত ঘূৰি আহিল, 'এয়া মই কি কৰিব খুজিছোঁ। যাৰ কাৰণে মোৰ হৃদয়ত অগাধ শ্ৰদ্ধা সাচি থৈছোঁ তেওঁক অপমান ....? তাকো অসৎ উদ্দেশ্য লৈ? নহয় নহয়, মোৰ দ্বাৰা সেইটো হ'ব নোৱাৰে।'

''আপুনি চিগাৰেট নাখায়?''

''..........''

''আপুনি চিগাৰেট নাখায়?''

''ওঁ?...... নাই নাখাওঁ।'' মোৰ ধ্যান ভঙ্গ হ'ল।

''কি ভাবি আছিল কমৰেড?'' তেওঁ মোৰ চকুত চকু থলে।

''ভাবিছিলোঁ যে .......... বুজিছে, মই একো ভবা নাছিলোঁ।'' মোৰ চকু দুৰ্বল হৈ গ'ল।

''যাওক, মই বিশ্বাস নকৰোঁ। আপুনি জৰুল কিবা ভাবি আছিল। মোৰ পৰা কিয় লুকুৱাইছে? বাৰু, আপুনি যিয়েই ভাবিছিল....... কিন্তু আপুনি চিগাৰেট একেবাৰে নাখায় নেকি?''

''এৰা, একেবাৰে মানে..... একেবাৰেই নাখাওঁ। খোৱাৰ অভ্যাস মানে 'হেবিচুৱেটেড' নহওঁ।''

''তথাপিও খাওক না।'' তেওঁ অনুনয় ভৰা মাতেৰে ক'লে।

টঙ্গাৱালাই নামি গৈ চিগাৰেটৰ টিন এটা কিনি আনি দিলে। টিনটো কাটি মোৰ ফালে চিগাৰেট আগবঢ়াই দিয়াৰ পৰা জুইশলা মাৰি দিয়ালৈকে সকলোখিনিয়েই তেওঁ কৰি দিলে। চিগাৰেট হুপি মই সুধিলো, ''আৰু আপুনি?''

"নাই মই নাখাওঁ" বিখ্যাত চিত্ৰতাৰকাৰ দৰে তেওঁ কথাযাৰৰ লগতে ডিঙিটো লৰাই দিলে। মই মুগ্ধ হৈ মাত্ৰ চাই থাকিলোঁ।

"আপুনি আচৰিত হোৱাৰ কাৰণ মই বুজি পাইছোঁ। কথাটো হ'ল যে কিছুমান বিষয়ত মই খাটাং কথা কৈ দিব পাৰোঁ।" 'আপুনি সুধিলে কম' এনে এটা ভঙ্গীৰে চাই তেওঁ হাঁহি থাকিল।

"যেনে?" মই চিগাৰেটৰ ধোঁৱা এৰি দি সুধিলোঁ।

"ধোৱা সেই ফালে কিয় এৰিছে", তেওঁ অসন্তোষ কৰিলে।

"তেনেহলে কোন ফালে এৰো?"

"নহয়, মোৰ ফালে এৰক।" শিশুৰ আকাৰ ধৰি তেওঁ ক'লে।

"আপোনাৰ ফালে?"

"হয়, মহাশয়। মই এতিয়াই কৈছিলোঁ নহয় যে কিছুমান বিষয়ত মই খাটাং কথা কব পাৰোঁ। চিগাৰেটৰ কথাই ধৰক। মই যে চিগাৰেটৰ ধোঁৱাৰ সুগন্ধ অবিহনে কোনো পুৰুষ সঙ্গৰ আশাও কৰিব নোৱাৰোঁ। চিগাৰেট পুৰুষৰ খোৱা বস্তু আৰু তাৰ সুগন্ধ হৈছে তিৰোতাৰ উপভোগৰ বস্তু।" তেওঁ নিজৰ পহিলা নম্বৰৰ ৰায়টো বৰ গম্ভীৰভাৱে শুনাই দিলে। মই চিগাৰেটৰ ফিলছফীৰ মাজত ডুব মাৰিলোঁ। সংসাৰৰ কথা পাহৰি গলোঁ। তেওঁ পুনৰ মাত লগালে, "মই আৰু দ্বিতীয় সিদ্ধান্তটো নকওঁ।" 'মই তোমাক বেয়া পাইছোঁ, মোক ভাল লগোৱা' এনে এটা মুদ্ৰা তেওঁ এইবাৰ প্ৰদৰ্শন কৰিলে।

"কওঁক না।" মোৰ মাতটোৰো ৰং সলনি হ'ল।

"আগতে আপুনি কওক তেতিয়া কি ভাবি আছিল।"

"মই ভাবি আছিলোঁ ......."

"ওঁ কওক।"

"কি কওঁ?" মই তেওঁৰ ফালে চাই হাঁহি মাৰিলোঁ।

"আপুনি বৰ অকঁৰা। এনেকৈ কথা কৈছে যেন আপুনি এজন নতুন মেম্বৰহে।"

"মই ভাবি আছিলোঁ যে মই ......... আপুনি........"

"হ'ল। মই বুজি গলোঁ।" তেওঁ খিলখিলাই হাঁহি উঠিল। ইমান পৰৰ পিচত মোৰ মনত পৰিল পৃথিৱীখন, আলি-পদূলি, দোকান আৰু টঙ্গাৱালাটোলৈ। মই অপ্ৰতিভ হৈ ইফালে সিফালে চাবলৈ ধৰিলোঁ।

"খুন্দিয়াইছে কিয়? আপুনিতো জোকাব খুব জানে। বৰ আহিছে একেবাৰে ইঙ্গিতেৰে মোৰ মনৰ কথাৰ পৰীক্ষা লোৱাজন! শুনক, মোৰ আনটো ৰায় হৈছে পুৰুষৰ ডাঢ়ি সম্পৰ্কে। 'দেইলী ছেভ' (দিনে খুৰোৱা)টো মই সমৰ্থন নকৰো। এদিন বাদ দি এদিন খুৰোৱা ডাঢ়ি......."

'চিগাৰেটৰ—ধোঁৱাৰ ফিলছফীতকৈ এইবাৰ 'ডাঢ়িৰ ফিলছফী' কম জটিল আছিল। মই একে কোবে মাটিলৈ নামি আহিলোঁ। মোৰ মুখৰ পৰা ওলাই গ'ল, ''মাই গড ......'' কিন্তু লগে লগেই মোৰ মনত পৰি গল যে মই এজন কমিউনিষ্ট আৰু কি ভগবানৰ লীলা যে নিজে নিজেই বাকী আধাডোখৰ শব্দ '..... ৰেজ' মোৰ মুখৰ পৰা ওলাই গ'ল।

''মাই গডৰেজ! কথাটো কি?'' তেওঁ সুধিলে।

'গডৰেজ! গডৰেজ নম্বৰ এক, চাবি ট্ৰেডমাৰ্ক, স্বদেশী অৰ্থাৎ 'গডৰেজ' ছেভিংষ্টিক্।'' লগে লগে মোৰ মনলৈ অহা উত্তৰবোৰৰ বাবে মই মনে মনে ঈশ্বৰক ধন্যবাদ দিলোঁ।

-''অহ্! ডাঢ়ি খুৰোৱাৰ কথা শুনি আপোনাৰ হবলা ছেভিং ষ্টিকলৈ মনত পৰিল। আপুনি গডৰেজ ইউজ কৰে নেকি?''

''হয়'', মই চক খাই কৈ থলোঁ।

''কিন্তু ..........''

টঙ্গা আহি ষ্টেশ্যন পালে। টঙ্গাৱালাই চিঞৰি উঠিল, ''হুজুৰ গাড়ী প্লেটফৰ্মত লগালে।''

ট্ৰেইনত বহি লৈ কুলিক পইচা দিয়াৰ আগতে তেওঁ চিগাৰেটৰ টিনটো মোৰ হাতলৈ দিলে। গাড়ী এৰাৰ হুছেইল দিলে আৰু মই খিৰীকিৰ বাহিৰলৈ এমুখ ধোৱাঁ উৰুৱাই নিজৰ ভুলৰ বাবে চকুৰেই ক্ষমা প্ৰাৰ্থনা কৰি তেওঁৰ মুখৰ ওপৰত একেৰাহে চাৰি-পাচবাৰ ধোঁৱা মাৰি দিলোঁ। তেওৰ চকুহাল সেই ধোঁৱাৰ ভাল লগা অত্যাচাৰত মুদ খাই গ'ল আৰু তেওঁৰ দীঘল জোঙা নাকটোৰেও সুখ অনুভৱ কৰি চিগাৰেট-সৌৰভ উপভোগ কৰি থাকিল।

পিচদিনা ৰাতিপুৱা।

গাড়ী আহি প্লেটফৰ্মত ৰ'লহি। আৰু মই আমাৰ পাৰ্টীৰ দুই ডজন সদস্য (যাৰ ভিতৰত কিশোৰ কিশোৰীয়েই সৰহ) লৈ ধ্বনি দিবলৈ লাগিলোঁ ''ৰামপ্ৰতাপ মুৰ্দাবাদ।'' কলা পতাকাৰে প্লেটফৰ্ম উপচি পৰিল।

''ৰামপ্ৰতাপ কংগ্ৰেছৰ বহতীয়া!'' এই বুলি ধ্বনি দিলে মিছ ৰোম্সাই।

''ৰামপ্ৰতাপ কংগ্ৰেছৰ নেগুৰ!'' মই কথাষাৰ হিন্দুস্থানীলৈ অনুবাদ কৰি দিলোঁ।

আমাৰ কাম আছিল ধ্বনি দিয়া আৰু ক'লা পতাকা জোকৰা; কিন্তু মিছ ৰোম্সাৰ নিৰ্দেশত মই তেতিয়া কাৰোবাৰ ডিঙি পৰ্যন্ত মুছৰিব পাৰোঁ। এজাউৰি ধ্বনি দিয়াৰ পিচত এটা ডবাৰ দুৱাৰ খোল খালে। প্ৰশস্ত কপাল আৰু আকৰ্ষণীয় ব্যক্তিত্বৰ এজন লোক দুৱাৰমুখলৈ আহি মিচিকিয়াই হাঁহিবলৈ ধৰিলে। সেই হাঁহিটো পবিত্ৰ হাঁহি বুলি কব পৰা যায়।

"এইজনেই, এইজনেই। "ৰোম্সাই চিঞৰিলে।

"ওঁ......।"

"ৰামপ্ৰতাপ মুৰ্দাবাদ।" ৰোম্সাই ধ্বনি দিলে।"

"..........।" মই যে কিয় দোহাৰিলো মই নিজেই বুজিব নোৱাৰিলোঁ।

গাড়ী আকৌ চলিল। সেই লোকজন তেনেকৈয়ে হাঁহি হাঁহি থিয় দি থাকিল।

"কিন্তু মুখততো একো চিন ......." মই শেষ কৰিবলৈ নাপালোৱেই, ৰোম্সাই মাজতে ধৰি কৈ উঠিল, "আৰে, গান্ধীৰহে শিষ্য! সকলোবোৰ ফাকি-ফুকা গান্ধীৰ পৰা ইহঁতে শিকি লৈছে। জোতা চোবাই হাঁহিব পাৰে। হুঃ! নীলা শিয়াল!! বৰ সমাজবাদী হ'বলৈ ওলাইছে! বিপ্লৱ কৰিব! ঠগ!"

হোষ্টেললৈ উভতি অহাৰ পিচত মই দুটা কথাৰ আশংকা কৰি আছিলোঁ। প্ৰথম, বিনোদৰ সৈতে মোৰ বন্ধু-বিচ্ছেদ হ'ব আৰু দ্বিতীয়, তাৰ পাৰ্টীৰ ফালৰ পৰা মোৰ নাম প্ৰচাৰ কৰি, ছপাই দি গালিৰে ওপচাই পেলাব। কিবা এটা হলে অন্ততঃ মোৰ পিণ্ডত এচলু পানী দিয়াৰ আশা আছিল। কিন্তু সেইবোৰ একোকে নহ'ল। বিনোদে আহি মোৰ অনুপস্থিতিৰ বাবে নিন্দা কৰিলে আৰু ঘণ্টা জুৰি তেওঁলোকৰ সভাৰ কৃতকাৰ্যতাৰ কথা বখানিলে।

এমাহ দুমাহ মানলৈ এই ধৰণেই চলি গ'ল। কেতিয়াবা পঢ়া-শুনা এৰি থৈ ঘৰলৈ উভতি যোৱাৰ ইচ্ছা হয়। একেলগে তিনিটাকৈ পাৰ্টীৰ মেম্বাৰ হৈ থাকি কিমান দিনলৈ এনেদৰে নিজৰ সন্মান বজাই ৰাখিব পাৰি?"

ক্যালক্যাটা ক্যাফেৰ কনচেছন আৰু ক্ৰেডিটৰ আগত সকলোবোৰ পাৰ্টীকে ত্যাগ কৰিবলৈ যাওঁ, কিন্তু মিছ ৰোম্সাৰ প্ৰেম ভৰা নয়নজুৰিয়ে মোৰ বাট ভেটি ধৰেহি। এদিন 'ব্লক'ৰ এজন মেম্বাৰে মোক অকলশৰীয়াকৈ মাতি নি এখন বঙলা 'হেণ্ডবিল' দি তাৰ হিন্দী অনুবাদ কৰিবলৈ ভাৰ দিলে। ময়ো অনুবাদ কৰি দিলোঁ। ৰাতিয়েই সেইখন কোনেও নজনাকৈ ছপাও হ'ল। পিচদিনা খুব পুৱাই মই চাৰিআলিৰ পৰা উভতি আহি আছিলোঁ। তেনেতে টঙ্গা এখন ৰখাই মোৰ হাতত সেই 'হেণ্ড বিল'ৰ দুটা বাণ্ডিল কোনেও নেদেখাকৈ দি গ'ল। সেইবোৰ মই বিলাবও লাগিব। কাৰো হতুৱাই নোৱাৰিলে নিজেই বিলাব লাগিব, পাৰ্টীৰ নিৰ্দেশ। এটা সময় আছিল যেতিয়া মাক-বাপেকৰ আদেশ পালন কৰাটোত আছিল মহত্ব। মাক-বাপেকৰ আদেশ উলংঘা কৰাটো এতিয়া বিপ্লৱীসকলৰ ধৰ্মত পৰিছেহি। সেয়ে মোৰ টোপোলা দুটাত গৰম গৰম কিবা কথাই লেখা থাওক বা 'এটম বোমা' এটাই থাওক, মই বিলোৱাব বা বিলাবই লাগিব। টঙ্গাখন মোৰ ওচৰৰ পৰা গৈ সিটো চাৰিআলি পোৱাগৈয়ে নাই, এটা মিঠা শব্দ আহি মোৰ কাণত পৰিল, "কমৰেড্!"

মিছ ৰোম্সা! তেওঁ উঠি অহা টঙ্গাখনৰ পৰা নামি মোৰ টঙ্গাখনত বহিলহি। যেন মোক বিচাৰিহে তেওঁ অনাই বনাই ঘূৰি ফুৰিছিল। আমি পৰস্পৰে অভিমান কৰি কিবা কথা পাতিবলৈ 'পজ' দি লৈছিলোহে, দহ খোজমান গৈয়ে আমাৰ টঙ্গা বৈ গ'ল। এইবাৰ

কিন্তু টঙ্গা একেবাৰেই বৈ গ'ল। চি-আই-ডি ইন্সপেক্টৰে ৰখাই দিলে। মহাশয়ে আমাৰ দুয়োজনকে একেলগে পাই অতিশয় আনন্দ প্ৰকাশ কৰিলে। প্ৰয়োজনকৈও বেছি বিনম্ৰ প্ৰকাশ কৰি তেওঁ জনালে, "ক্ষমা কৰিব, মই আপোনালোকক খানাতালাচ কৰিম।"

ওচৰতেই আছিল পুলিচৰ সৰু দপ্তৰ এটা। আমাক তালৈকে লৈ যোৱা হ'ল। আমাৰ বাজেয়াপ্ত কৰা বস্তুবোৰৰ তালাচী কৰা হ'ল। মিছ ৰোম্সাৰ হেণ্ডবেগৰ পৰা কেইখনমান সুগন্ধিত চিঠি লেফাফাৰ ভিতৰৰ পৰা পোৱা গ'ল। মই কেৰাহিকৈ এখন চিঠিলৈ চালো। সম্বোধন কৰিছে মোৰ ৰাণী। মোৰ হিয়া কেতিয়াবাই ডোখৰ ডোখৰ হ'ল, এতিয়া মোৰ চকুৰ জেউতিকণো হেৰাই গৈছে।

বাণ্ডিল কেইটা খুলিবলৈ ধৰাৰ লগে লগে মই ঘামি-জামি এখন ভগা চকীত বহি পৰিলোঁ। বাণ্ডিল খোলা হ'ল। পুলিচে বিচাৰি থকা বস্তু পাই গ'ল "হিয়েৰ ইউ আৰ।"

"কওক ডাঙৰীয়া, এই বাণ্ডিল দুটাৰ ভিতৰত প্ৰেমৰ সামগ্ৰী আৰু শাড়ীহে আছিল নহয়! প্ৰচাৰ-পত্ৰ ক'ৰ পৰা আহিল?" ইন্সপেক্টৰ চাহাবে মিচিকিয়াই মোলৈ খোচা এটা মাৰিলে।

মই মনে মনে থাকিলোঁ। ৰোম্সা হালধীয়া পৰি গ'ল। তেওঁৰ মুখৰ পৰা এটা পাতল শব্দ সৰি পৰিল, "মেনছেভিক্"।

আমাক স্থানীয় জেললৈ পঠাই দিয়া হ'ল। 'লেডীজ ৱাৰ্ড'ৰ ফালে যাব ধৰা বিপ্লৱৰ প্ৰতিমূৰ্তি মিছ ৰোম্সাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। জেলৰ ভিতৰ সোমাই মই শান্তিৰ উশাহ্ ললোঁ।

পিচ দিনাৰ বাতৰি কাকতত খবৰ ওলাল, 'ষ্টুডেণ্ট ফেডাৰেশ্যন (কমিউনিষ্ট গ্ৰুপ)ৰ সদস্য কমৰেড পি ৰায় আৰু মিছ ৰোম্সা আপত্তিজনক প্ৰচাৰ-পত্ৰৰে সৈতে গ্ৰেপ্তাৰ'।

আন এখন বাতৰি কাকতত ছপা হ'ল, 'ষ্টুডেণ্ট ফেডাৰেশ্যন (ছচিয়েলিষ্ট গ্ৰুপ)ৰ ৱৰ্কিং কমিটীৰ সদস্য কমৰেড প্ৰফুল্ল আপত্তিকৰ প্ৰচাৰ-পত্ৰৰে সৈতে গ্ৰেপ্তাৰ'।

তৃতীয় এখন কাকতে লিখিলে, 'অগ্ৰগামী দলৰ প্ৰসিদ্ধ বঙালী কৰ্মকৰ্তা মিষ্টাৰ ৰায়ক চৰকাৰে আলহী কৰি ধৰি নিলে'।

সঁচা কথা ক'বলৈ গলে প্ৰথম শ্ৰেণীৰ ৰাজনৈতিক বন্দীসকলক নিজৰ ঘৰতকৈও অতিৰিক্ত আৰামত জেলত ৰখা হয়। খোৱা-বোৱা, লিখা-পঢ়া কোনো কথাৰে চিন্তা নাই। গোটেই জীৱন শান্তিত জিৰণি লৈ থাকক। ৰোম্সাক অৱশ্যে দুদিনৰ পিচতে এৰি দিলে। আদালতে মোক দিলে তিনি বছৰৰ কাৰাদণ্ড। ভাবিছিলোঁ পাৰ্টীৰ ভয়ংকৰ ভূতটোৰ পৰা হাত সাৰিছোঁ। কিন্তু ১৯৪২ চনৰ দেশব্যাপি আন্দোলনে ঘেৰি ধৰিলে। জেল দিনে দিনে ভৰিবলৈ ধৰিলে। চাওতে চাওতে পাৰ্টীৰ ৰোগেও ছাটি ধৰিলে। বিনামূলীয়াকৈ খোৱা, নিশ্চিন্তে শোৱা আৰু ডিঙি বজাই তৰ্ক কৰা সিমানেই কাম। জেলত কমিউনিষ্টসকলৰ

সংখ্যা কেতিয়াও সৰহ নাছিল। তেওঁলোকে নিজক যাহিৰ কৰাৰ চেষ্টা কৰিবলৈকো সাহ নকৰিছিল। গান্ধী বাবাৰ ভক্তসকলেতো যঁতৰত সূতা কটাৰ উপৰিও অধ্যয়ন, পঠন-পাঠন কৰাকো পাৰ্টীৰেই কাম বুলি লৈছিল। গতিকে তেওঁলোকে সেইবোৰ জঞ্জালৰ পৰা দূৰত আছিল। তৰ্ক কৰাৰ কথাই নাই আনকি কৰ্তৃপক্ষৰ দুৰ্ব্যবহাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰাটোও তেওঁলোকে হিংসা বুলি গণ্য কৰিছিল। ছচিয়েলিষ্টসকলৰ গণতন্ত্ৰ আছিল আৰু মই নিজকে ছচিয়েলিষ্ট বুলি পৰিচয় দিয়াটোকে ভাল বুলি ভাবিলোঁ। অলপ দিনৰ পিচত গম পালোঁ যে কমিউনিষ্ট পাৰ্টী কৰাসকলে নিজ দলৰ সদস্যসকলৰ মুক্তিৰ বাবে অক্লান্ত প্ৰচেষ্টা চলাবলৈ ধৰিছে। তেওঁলোকৰ সুকৰ্ম দেখি শুনি মোৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে তেওঁলোকে নিজৰ সদস্যসকলক অৱশ্যেই মুকলি কৰি নিব। এদিন মনে মনে কমিউনিষ্টসকলক ধৰিলোঁগৈ যাতে তেওঁলোকে মোকো লগতে উলিয়াই নিবলৈ পাহৰি নাযায়। এনেয়ে জেলৰ ভিতৰত কোনো অসুবিধাই নাছিল, তথাপিও নিজৰ মুক্তিৰ বাবে দিনে-ৰাতিয়ে মনতে চটফটাবলৈ ধৰিছিলোঁ। জেলৰ পৰা মুক্তি পোৱাৰ অৰ্থ মই পাৰ্টীৰ হাতৰ পৰাও মুক্তি পোৱা বুলি ধৰি লৈছিলোঁ। এই হাতোৰাৰ পৰা মুক্তি পোৱাৰ বাবে মই যিমানেই চেষ্টা কৰিছিলোঁ সিমানেই তাৰ মাজত সোমাই গৈছিলোঁ। গোটেই দিনটো বস্তুবাদৰ বিষয়ে পঢ়ি ঈশ্বৰৰ অস্তিত্বক পাহৰি পেলাইছিলোঁ আৰু ৰাতি আঠুৱাৰ ভিতৰত ভগবানৰ ওচৰত নিজৰ মুক্তিৰ বাবে ঘণ্টাৰ পিচত ঘণ্টা ধৰি কান্দি কান্দি প্ৰাৰ্থনা কৰিছিলোঁ। ভগবানে মোৰ দৰে এজন অসাধাৰণ ভক্তৰ প্ৰাৰ্থনা শুনিলে। মই বেমাৰত পৰিলোঁ। বেমাৰেও তামাচা দেখুৱালে। খবৰ কাগজবোৰত ঘনে ঘনে মোৰ মুক্তি দাবী কৰি লেখা ওলাল। চৰকাৰৰ দৃষ্টি আকৰ্ষিত হ'ল আৰু মোৰ সুচিকিৎসাৰ বাবে মোক জেনেৰেল হাস্পতাললৈ পঠোৱা হ'ল। চিকিৎসা চলিল। শৰীৰৰ ওজন বাঢ়িবলৈ ধৰিলে, জ্বৰ কমিবলৈ ধৰিলে আৰু সকলোতকৈ ডাঙৰ কথাটো হ'ল যে পাৰ্টীৰ ভূতক পিণ্ড দিয়া হ'ল। এ-আৰ-পি ট্ৰেইনিঙৰ কাৰণে অহা সুশিক্ষিতা ধুনীয়া বঙালী নাৰ্চ এগৰাকীয়ে মোৰ সেৱা-শুশ্ৰূষা কৰিছিল। মই মন কৰিলো তেওঁ সকলো সময়তে মোক লৈয়ে ব্যস্ত হৈ থাকে। এদিন বৰ চতুৰালি কৰি তেওঁৰ মতলবৰ কাৰণটো উলিয়াবৰ চেষ্টা কৰিবলৈহে পালোঁ, পঞ্চতন্ত্ৰৰ সেই চক্ৰধাৰী সাধুটোৰ দৰে মোৰ মূৰৰ ওপৰত পাৰ্টীৰ চক্ৰটো আকৌ আহি নাচিবলৈ ধৰিলে। মোক এজন গান্ধীবাদী বুলি ভাবি তেওঁ সমালোচনা কৰিবলৈ ধৰিলে। কাৰণ গান্ধীবাদীসকলে সুভাষ বসুক প্ৰবঞ্চনা কৰিলে। মই কোনো অজানিত প্ৰেৰণাৰ বলত বলিয়ান হৈ গান্ধীবাদীসকলৰ নিন্দা কৰি পেলালোঁ আৰু তেওঁলোকে মোক শ শ প্ৰশ্ন কৰি গম পালে যে মই ফৰৱাৰ্ড ব্লকৰহে মানুহ। ইয়াৰ পিচত 'তুমি অবিহনে সখি শান্তি নাপাওঁ' ভাবৰ সকলো লক্ষণ ফুটি উঠিল। চৰকাৰে মোক ততালিকে মুকলি কৰি বুদ্ধিমানৰ পৰিচয় দিলে, নহলে মই এক নতুন বেমাৰৰ চিকাৰ হলোহেঁতেন।

মুক্তি পোৱাৰ পিচত প্ৰতিজ্ঞা কৰিলোঁ যে কোনোবা পাৰ্টীৰ কথা ওলালেই মই তাৰ পৰা পলাম। সেই চেষ্টাতো মই খুবেই কৰিলোঁ, কিন্তু এটা পাৰ্টীৰ মুখিয়াল এজনক লগ

পায়ে গলোঁ। পুৰণি চিনাকি, তেওঁৰ পৰা এৰাই যাব নোৱাৰিলোঁ। নানা কথাৰ মাজতে নিজৰ পাৰ্টীৰ স্বৰূপ উদঙাই দিলে। তেওঁ 'বোম্বাই পৰিকল্পনা'ৰ বিৰুদ্ধে ৰায় পৰিকল্পনাৰ ঘোষণা-পত্ৰ এখন মোৰ হাতত গুজি দি ক'লে "চাওঁক পঢ়ি, এইখন কমৰেড ৰায়ৰ পৰিকল্পনা"। আগ্ৰহ প্ৰকাশ কৰোতেই তেওঁৰ হাতত জব্দ হোৱাৰ সম্পূৰ্ণ আশংকা আছিল আৰু মোৰ ৰায় নুশুনা পৰ্যন্ত সেই ৰায়িষ্ট মহোদয়ৰ হাতৰ পৰা ৰক্ষা পৰাৰো কোনো আশা নাছিল। মোৰ মুখৰ পৰা "ভাল হৈছে" বুলি শুনিহে তেওঁ ক্ষান্ত হ'ল।

ঘৰ আহি পায়েই মই কাকতত পঢ়িবলৈ পালোঁ, 'কমৰেড প্ৰফুল্লই মুক্ত হোৱাৰ পিচত বোম্বাই পৰিকল্পনাৰ বিষয়ে নিজৰ বক্তব্য দাঙি ধৰি কয় যে এইখন হৈছে শোষকৰ পৰিকল্পনা। ৰায় পৰিকল্পনাৰ লগত ইয়াৰ কোনো তুলনাই নহয়। ৰায় পৰিকল্পনাহে সঁচা অৰ্থত শোষিতসকলৰ অৰ্থে পৰিকল্পনা।'

মোৰ পঢ়া-শুনাৰ ফালে ইতিমধ্যে আধ্যা পৰিল, সিফালে ঘৰত মোৰ বিয়াৰ বিষয়ে জল্পনা-কল্পনা আৰম্ভ কৰি দিলে। জেললৈ যোৱাৰ আগতে মোলৈ ছোৱালী যচা মানুহৰ লানি লাগিছিল। মই নিজকে বৰ বহুমূলীয়া বুলি ভাবিছিলোঁ। কিন্তু এতিয়া মানুহে মোৰ দৰে এনেয়ে জেল খোৱা মানুহলৈ নিজৰ ছোৱালী দিয়াটো পানীত পেলাই দিয়া বুলিহে ভাবিবলৈ ললে। তথাপিও এজনী ভাগ্যৱতী কন্যাৰ অক্ষম পিতাৰ মোৰ ওপৰত ভৰসা হ'ল। মা আৰু পিতাৰ নানা মিনতিৰ ফলত মই মত দিলোঁ। এদিন কন্যা ঘৰলৈ নিমন্ত্ৰণো কৰিলে। ভালকৈ সাজ-পোছাক কৰি কন্যাৰ ঘৰলৈ যোৱা হ'ল। ভাবী জোৱাইৰ দৰেই সোধ-পোচ কৰিলে। কন্যাৰ পিতাক আধুনিক বিচাৰ-বুদ্ধিৰ লোক আছিল আৰু চলিত সংসাৰৰ প্ৰতি নিজস্ব ধাৰণাও আছিল। কন্যা দেখুৱাৰ পিচত তেওঁ সংসাৰৰ ৰাজনীতিৰ বিষয়ে মুখ মেলিলে। তেওঁ শুনাই গ'ল আৰু ময়ো শুনি গলোঁ। কিছু পৰৰ পাচত মোৰ অনুমান হ'ল যেন পৰ্দাৰ সিফালে থকা লোকসকলে মোৰ বক্তব্য শুনিবলৈ অধীৰ হৈ আছে। মই ভাবিলোঁ, সকলো কথাতে 'হয় হয়' কৰি যোৱা ভকত বুলি ধৰি লৈ মোক যদি আটায়ে হাঁহে! নিজৰ ভাবী পত্নীক দেখিবৰে পৰা মই সপোনৰ জগতত কিমান যে নতুন ধৰণৰ কাৰেংঘৰ সাজি সাজি আছিলোঁ! এতিয়া মই আহি ৰাজহুৱা পথাৰৰ যুদ্ধত অৱতীৰ্ণ হ'ব লগা হ'ল। ভাবী শহুৰৰ কথাৰ মোচৰ আহি 'কুইট ইণ্ডিয়া' পালেহি। তেওঁৰ বক্তব্য আছিল যে কংগ্ৰেছে কুইট ইণ্ডিয়া প্ৰস্তাৱ পাছ কৰি ল'ৰামতীয়া ভুল কাম কৰিলে। মই সেই কথাৰ বিৰোধিতা কৰিবই লগা হ'ল। তৰ্কত পৰিবেশ গৰম হৈ গ'ল। পৰ্দাৰ সিফালৰ উত্তাপো মই অনুভৱ কৰিলোঁ। মোৰ মাত আৰুহে ডাঙৰ হৈ গল আৰু উত্তেজনাত মই ইমান পৰ্যন্ত কৈ পেলালো "আৰু বেছি দুৰ নাই। ১৯৪২ৰ পিচত দেশে ..........."

"শুনকচোন", মোৰ একমাত্ৰ জেঠেৰী জনে নিজৰ কোঠাৰ পৰা ওলাই আহি মোক বাধা দিলেহি। মই তেওঁৰ কথামতে কলোঁ, "কওক মোহন বাবু। মই কি ভুল কথা কৈছোঁ?"

তেওঁ বহিল আৰু বেচ গহীনভাৱে কবলৈ ধৰিলে, ''চাওক, প্ৰফুল্ল বাবু। এতিয়ালৈকে মই আপোনাৰ সকলো কথা মনে মনে শুনি আছিলোঁ। যিমানখিনিলৈকে পাৰো মোৰ বিবেকক ফাকি দি আছিলোঁ, মানে নিজক চম্ভালি আছিলোঁ। কিন্তু কথা এতিয়া ইমান দূৰ পালেগৈ যে মনে মনে থকাটো মোৰ পক্ষে বেইমানী হ'ব।

''নিশ্চয়, নিশ্চয়!' মই উৎসাহ দি কলোঁ।

''আপুনি শেহৰ ফালে এনেকুৱা কিছুমান কথা কলে যিবোৰ ছচিয়েলিষ্টসকলৰ কথা আৰু সম্পূৰ্ণ ভাৰত ৰক্ষা আইনৰ ভিতৰুৱা কথা। মোৰ যিমান দূৰ অনুমান হয় আপুনি কাৰোবাৰ ডিউটীৰ মহত্বক লৈ নিশ্চয় যশস্যা কৰিছে; এনে অৱস্থাত যদি মই নিজৰো ডিউটী পালন নকৰো তেনেহলে মোৰ বেইমানীৰ বাহিৰে আৰু একো নাথাকিব.......'' সেইবুলি তেওঁ তেওঁৰ পিতাকৰ চিগাৰেট কেছৰ পৰা চিগাৰেট উলিয়াই জ্বলাই কলে।

বুঢ়াই হাঁহি মাৰি মোৰ ফালে চাই ক'লে, ''বাস্তৱত এইবাৰেই প্ৰথম মই লল্লুক অন্যমনস্ক হোৱা দেখিলোঁ।''

''কোন মুখেৰে কৈছে'', পৰ্দাৰ সিফালৰ পৰা মাত আহিল, ''লৰাৰ নতুন চাকৰি হৈছে, তাৰ প্ৰমোচনৰ বাবে চেষ্টা কৰিবলৈ ক'ত, ঘৰত বহি বহি ব'ম মৰা ল'ৰাৰ লগত সম্বন্ধ পাতিবলৈ গৈ এতিয়া মোৰ লৰাৰ চাকৰিহে ডুবোৱাৰ কাৰবাৰ কৰিছে। মোৰ ছোৱালী আবিয়ৈ হৈ থাকিব, নালাগে এনেকুৱা সম্বন্ধ।''

বোধহয় সেয়া আছিল মোৰ শাহু আইৰে ভমক। মই একো বুজি নাপালোঁ মোৰনো অসমৰ্থতা কি। কিন্তু পিচমুহূৰ্ততে মোক জনাই দিয়া হ'ল যে মোহন বাবুৰ চাকৰি গুপ্তচৰ বিভাগতে হৈছে— ১৯৪৩ চনৰ পৰা। তেওঁৰ দাস জীৱনত এইটোৱেই প্ৰথম ঘটনা যে নিজ চকু-কাণেৰে দেখা-শুনা এজন ভাৰত ৰক্ষা আইনৰ অপৰাধীক তেওঁ এৰি দিলে। মোৰ সৈতে তেওঁৰ ইমানেই বিৰোধ হ'ল যে তেওঁ মোক দুঘণ্টাৰ ভিতৰতে বিদায় লবলৈ ক'লে।

মই মাত্ৰ পোন্ধৰ মিনিটতে সাজু হৈ তেওঁৰ ঘৰতো 'কুইট' কৰিলোৱেই, লগতে হ'ব লগা বিয়াখনৰো সকলো মধুৰ আশাকো 'কুইট' কৰি পেলালোঁ। সেই সৌভাগ্যৱতীয়ে খিৰীকিৰ কাষত ক্ষমাৰ ভঙ্গীৰে থিয় হৈ থকা দেখিলোঁ। তেওঁৰ ডাঙৰ ডাঙৰ চকুযোৰত চকুপানী স্পষ্ট মই দেখিবলৈ পালোঁ; কিন্তু এটা দীঘল হুমুনিয়াহ এৰি থৈ উলটি অহাৰ বাহিৰে মোৰ কৰিবলগীয়া আৰুনো কি আছিল!

এই ক্ষুদ্ৰ 'গতানুগতিক চহৰ'খন পাৰ্টী পলিটিক্সৰ পৰা আঁতৰত বুলি ভাবি লৈ মই সৰু এটা চাকৰিত সোমালোহি। কিন্তু ইয়াতো আটা আৰু ডাইলৰ ভাও এতিয়াহে মই বুজি পাবলৈ ধৰিছোঁ। ইয়াতো এশটামান পাৰ্টী আছে। তেনেকুৱা এটা পাৰ্টীৰ পৰা এখোজ আঁতৰি থকাৰ কোনো উপায় নাই। 'ক' ডাঙৰীয়াৰ সৈতে অকণমান হাঁহি যদি কথা পাতো তেনেহলে মিষ্টাৰ 'খ'ৰ চকু থিয় হৈ যাব। পণ্ডিত 'গ'ৰ ঘৰলৈ যদি টিউচন কৰিবলৈ

যাওঁ, তেনেহলে মুন্সী 'ঘ'ই মুখখন গোমোঠা কৰিব। শ্ৰীমান 'ত' হৈছে এজন মিল মালিক। এদিন তেওঁৰ নিমন্ত্ৰণ ৰক্ষা কৰি মই তেওঁৰ ঘৰত অকণমান ক্ষীৰৰ সোৱাদ লৈছিলোঁগে, তাতেই কাৰ্ল মাৰ্ক্সৰ গোটেই 'কেপিটেল' চুৰ্ণ হৈ গ'ল। ডাঙৰ ডাঙৰ দোকানবোৰৰ কথা এৰক, ফেৰী কৰি ফুৰাবোৰৰো একোটা পাৰ্টী আছে। এদিন বজাৰৰ পৰা সকলো চিগাৰেট নোহোৱা হৈ গ'ল। চিগাৰেট খোৱাসকলে আনকি লোহা বেচা দোকানতো চিগাৰেট বিচাৰি গৈ পাবলৈ ধৰিলে। মোৰ চাহ আৰু চিগাৰেটৰ যোগান ধৰোতা শ্ৰীশিৱাজীক সুধিলোঁ যে ভাই তুমিনো কৰ পৰা চিগাৰেট যোগাৰ কৰিলা। তেওঁ দাঁত উলিয়াই হাঁহি মাৰি ক'লে, "নিজৰ পাৰ্টীৰ মানুহ যেতিয়া কিবা এটা কৰি ...... হেঃ হেঃ.... ব্লেক মাৰ্কেটৰ পৰা...."। মোৰ আৰু বুজিবলৈ বাকী নাথাকিল যে পাৰ্টীৰ কৃপাতে মই চিগাৰেট খাই আছো আৰু মই সেই পাৰ্টীৰেই মানুহ।

কংগ্ৰেছে যেতিয়াৰ পৰা নিৰ্বাচন খেলিবলৈ ঘোষণা কৰিলে, তেতিয়াৰ পৰা সকলোৰে স্বৰূপবোৰ সলনি হ'বলৈ ধৰিলে। যিবোৰে কেতিয়াও কোনো পাৰ্টীৰ ভাগ নলও বুলি চৰকাৰ বাহাদুৰৰ আগত শপত খাইছিল, সেইবোৰেই ১৯৪২ চনৰ লেতেৰা আৰু বাকচত পৰি থকা গান্ধী টুপীবোৰ উলিয়াই পিন্ধিবলৈ ধৰিলে। 'কংগ্ৰেছ' শব্দটোও উচ্চাৰণ কৰাৰ আগতে যিসকলে ইফালে সিফালে চাই লৈছিল, সেইসকলেই আজি টেটু ফালি চিঞৰি নিৰ্বাচনৰ প্ৰচাৰ কৰিবলৈ লাগি গ'ল। ময়ো এতিয়া নিজকে কোনো এটা পাৰ্টীৰ বুলি ঘোষণা কৰি দিব পাৰোঁ। কমিউনিষ্টসকলৰ লগত মোৰ কোনো সহৃদয়তা নাই, কাৰণ মিছ ৰোম্সাই এজন আমেৰিকান সৈনিকক বিয়া কৰাই নিজৰ আন্তঃৰাষ্ট্ৰীয়তাক কাৰ্যত প্ৰমাণিত কৰিলে। ছচিয়েলিষ্টসকক ৰাইজে বজ্ৰেৰে আদৰণি জনাইছে। ব্লক আৰু কংগ্ৰেছৰ মাজত এতিয়া কোনো পাৰ্থক্যই নাই। ৰাস্তা পৰিষ্কাৰ। কিন্তু পাৰ্টীৰ কথা ভাবিলেই হৃদয়ৰ গতিও স্তব্ধ হৈ যোৱা যেন লাগি যায়। মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰে। কিবা এটা স্থিৰ কৰোনো কেনেকৈ? দিনটো মই হাজাৰবাৰ এই প্ৰশ্নৰ সন্মুখীন হওঁঃ

"মিঃ 'ড' আৰু 'ঢ'ই এইবাৰ কংগ্ৰেছৰ টিকটত থিয় হোৱাৰ কথা ভাবিছে। এই দুজনৰ ভিতৰত কোনজন 'ফিট' বুলি আপুনি ভাবে?"

"মিঃ 'ম'ৰ ওপৰততো অনুশাসনৰ ব্যৱস্থা কৰা হৈছিল?"

"শুনিছোঁ, ৰাজা চাহাব কংগ্ৰেছৰ বিৰুদ্ধে থিয় দিব!"

"হেৰি ডাঙৰীয়া, শ্ৰীযুত 'শ' হিন্দু সভাৰ টিকটত থিয় দিব। তেওঁ দেখোন আপোনাৰ ঘনিষ্ঠ বন্ধু। আপুনিতো সহায় কৰিবই লাগিব।" ইত্যাদি।

মই একেবাৰে মনে মনে থাকোঁ। মোৰ নিস্তব্ধতাই এনে গুৰুত্ব পাবলৈ ধৰিলে যে প্ৰত্যেক পাৰ্টীৰ মানুহে মোক তেওঁলোকৰ বিপৰীত পাৰ্টীৰ ৰহস্যৰ বিষয়ে জনা মানুহ বুলি ধৰি ললে। মই হ'লো ব্যতিব্যস্ত। মই সকলো পাৰ্টীৰ মানুহ, কোনো এটা পাৰ্টীৰ নহয়! মাত্ৰ এটা পাৰ্টীৰ সৈতে সম্বন্ধ নাৰাখিলে মোৰ নচলে, কিন্তু 'পাৰ্টীটো কোন' বুলি সুধিলেই মোৰ মূৰ ঘূৰাবলৈ ধৰে।

দিনত নাই মনৰ শান্তি আৰু ৰাতিও নাহে টোপনি। টোপনি আহিলেও কিবা কুস্বপ্নবোৰে আহি আগুৰি ধৰে। সপোনত মই বাটে বাটে পলাই দৌৰ মৰা দেখা পাওঁ। মোক পিচে পিচে খেদি ফুৰে নগৰৰ অঘৰী ল'ৰাবোৰে। টিন বজাই বজাই সিহঁতে চিঞৰে "আপুনি কোন পাৰ্টীৰ মানুহ, আপুনি কোন পাৰ্টীৰ মানুহ?" মই সিহঁতক উভতি মাৰিবলৈ যাওঁ। সিহঁতে মোলৈ শিলগুটি দলিয়ায় আৰু হাত চাপৰি বজাই হাঁহে। মই ৰাস্তাই দি দৌৰি থাকোঁ। দৰ্জীয়ে চিঞৰি দিয়ে, "সেই ৰাস্তাটো 'ক' পাৰ্টীৰ!" মই ঘাই ৰাস্তাৰ পৰা নামি লুংলুঙীয়া বাটেৰে দৌৰিবলৈ লাগিলোঁ। নাপিত এটাই চিঞৰি দিলে, "হেৰি! সেই লুংলুঙীয়া বাটটো 'খ' পাৰ্টীৰ!" মই লুংলুঙীয়া বাট এৰি গৈ এটা নলাত পৰিলোগৈ ....... বিচনাৰ পৰা মাটিত পৰি গৈ মোৰ টোপনি ভাগি গ'ল। উঠিবৰ শক্তিও নাথাকিল। ক'লাজ্বৰত, পৰি থকা, মোৰ কাম কৰা লৰা বুধন আহি মোক কোনোমতে আকৌ বিচনাত বহুৱাই দিলেহি। মোৰ একো হোৱা নাই বুলিও সি সান্ত্বনা দিলে। ক'লে, এদিন সি গাঁৱলৈ গৈ খুৰাকক মাতি আনিবগৈ আৰু খুৰাকে জাৰি-ফুকি দিলেই সকলো ঠিক হৈ যাব; কাৰণ মোৰ গাত ভূত লম্ভিছে। ইত্যাদি ইত্যাদি।

ময়ো বিশ্বাস কৰিলোঁ যে হয় মোৰ গাত ভূতেই লাগিছে। যিসকলে ভূত-প্ৰেতক বিশ্বাস নকৰে সেইসকলৰ প্ৰতি মোৰ বিনীত অনুৰোধ, তেওঁলোকে যেন আন নহ'লেও এই ভূতটোৰ কথা নিশ্চয় বিশ্বাস কৰে।

(1945)

# ৰছুল মিচতিৰী

অতি কম আয়াসতেই এই সৰু গাৱলীয়া চহৰখনৰ বহুবোৰ পৰিৱৰ্ত্তন হ'ল। আশা কৰাতকৈও বেছি আৰু বোধহয় প্ৰয়োজনতকৈও বেছি।

স্কুল আৰু হোষ্টেলৰ প্ৰকাণ্ড অট্টালিকা দেখিলে কোনেও কল্পনাও কৰিব নোৱাৰিব যে এতিয়াৰ পৰা মাত্ৰ আঠ বছৰ আগতে ইয়াৰ সৰহভাগ ক্লাছ আঁহত গছৰ তলত বহিছিল, বাৰিষাৰ নিশা হোষ্টেলৰ ছাত্ৰৰ উৰুখা ঘৰ আৰু ভগা খাটেই গতি আছিল।

গোটেই চহৰখনৰ আবৰ্জনাবোৰ য'ত পেলাইছিল আজি তাতেই হৈছে বিশাল টাউন হ'ল, ক্লাব আৰু লাইব্ৰেৰী।

গফুৰ মিঞাৰ চামৰাৰ গুদামটো 'তছবীৰ মহল' হ'ল। কেতিয়াবা সেই গলিটোৰ পৰা ওলাই আহোতে ভগিয়া মেটোৰণীয়েও আনকি নাকত সোপা দিহে লৈছিল আৰু সৌন্দৰ্য আৰু পৱিত্ৰতাৰ প্ৰতিমূৰ্ত্তি মিছ ছায়ায়ো সেই গলিটোৱেদি আহিলে মনে মনে গুণগুণাই গাই আহিবলৈ ধৰে 'হমকো হ্যায় প্যাৰী হমাৰী গলিয়াঁ'।

খলিফা ফৰীদৰ ফটফটাই চলোৱা ফটিচৰ ছিংগাৰ মেচিনটো আৰু তাৰ কেচীৰে কাটি বনোৱা সাজ-পোছাকৰ দিন উকলিল। এতিয়া 'মডাৰ্ণ কাট-ফেট'ৰ 'লট্ৰু মাষ্টৰ'ৰ দিন আহিল।

'ৰেস্তোঁৰা' আৰু 'টী ষ্টল'ৰ সংখ্যাতো শাক-পাচলিৰ দোকানতকৈও বাঢ়ি গ'ল। যুদ্ধ আৰু মহঙাৰ ফলস্বৰূপে নিতৌ নতুন 'স্কীম' ওলাবলৈ ধৰিলে আৰু তাৰ পতনো হ'বলৈ ধৰিলে। চহৰৰ সম্পূৰ্ণ চেহেৰা উলটি গ'ল।

কিন্তু চহৰৰ সদৰ ৰাস্তাত থকা সেই পুৰণি বৰগছজোপাৰ কাষৰ ৰছুল মিস্ত্ৰীৰ মেৰামতিৰ দোকানখনত হ'লে কোনো পৰিৱৰ্তনৰ বতাহ নালাগিল। তাৰ একো নতুন নহ'ল। ফটা বস্তাৰ ওপৰতে বহি বহি মেৰামতিৰ কামত ব্যস্ত হৈ থাকে ৰছুল আৰু পুতেক ৰহিম। দুয়োজনৰ বহাৰ ঠাইখিনিও সলনি হোৱা নাই। ওচৰ-পাজৰৰ পৰা মেৰামতিৰ বাবে অহা নানা বস্তু, চাইকেলৰ পুৰণা চকা, টিউব, ছীট, পেদেল, চেইন, হেণ্ডেল, ব্ৰেক, পেট্ৰোমাক্স, ষ্টোভ, হাৰমনিয়ম, গ্ৰামোফোন ইত্যাদিবোৰ; চাৰিওফালে সিচৰতি হৈ থকা নানান সজুলি, সৰু-ডাঙৰ স্ক্ৰু; এটা কাঠৰ পুৰণি বাকচত ভৰি থকা পুৰণি, বস্তুৰ দ'ম, ৰেন্স, ৰেটী, হাতুৰি, পেচকচ, ভগা স্প্ৰিং আদিবোৰ। কাষতে এটা সৰু পুৰণি আলমাৰিত নতুন আৰু পুৰণি ডিজাইনৰ বেয়া হৈ থকা কিছুমান টাইম পিচ,

ডানলপ টিউবৰ কেইটামান খালী বাকচ আৰু এনেধৰণৰ সৰু-ডাঙৰ কতনা বস্তু। আটাইবোৰেই পুৰণি আৰু বেয়া হোৱা। আলমাৰিৰ ওপৰতো পুৰণি দিনৰ গ্ৰামোফোনৰ চুঙা এটা লুটিয়াই থোৱা, বেৰত ডানলপ আৰু গুদ ইয়াৰ কোম্পানীৰ আৰু ঘড়ী কোম্পানীবোৰৰ ৩৪, ৩৬ আৰু ৩৮ চনৰ কিছুমান পুৰণি কেলেণ্ডাৰ, মিছ কজ্জনৰ এখন উৱলি যোৱা ৰঙিন ছবি; দুটা দেৱাল ঘড়ী— এটাৰ ডায়েল নাই আৰু আনটোৰ পেণ্ডুলাম নাই। পেণ্ডুলাম নোহোৱা ঘড়ীটোত কব নোৱাৰি কেতিয়াৰ পৰা তিনি বাজি আছে। আনটোৱে নিজৰ বুকুত থকা যন্ত্ৰখিনিক দেখুৱাই আছে। ইয়াৰ স্প্ৰিঙৰ কাষতে মকৰাই জাল বান্ধিছে।

আনফালে ৰহিমে বহি একান্তমনে কাম কৰি আছে। টিনৰ চকীত বহি গ্ৰাহকে নিজৰ ভাল কৰা বস্তুবোৰক মেৰামতি কৰা চাই আছে।

সমুখৰ বৰগছজোপাত, যি জোপাত সদায় নতুন নতুন দোকানৰ বিজ্ঞাপন, ঔষধৰ প্ৰচাৰ-পত্ৰ, নেচনেল ৱাৰ ফ্ৰন্টৰ ধ্বনি, চিনেমাৰ বিজ্ঞাপন আদিবোৰ লাগি আছে, তাৰ মাজতে কব নোৱাৰি কিমান বছৰৰ আগৰ পৰা এখন টিনপাত ওলমি আছে। তাত বেকাবেকি আখৰেৰে লিখা আছে 'ৰছুল মিচতিৰী, ইয়াত মেৰামতি হয়'।

এইখন ছাইনবৰ্ড দেখা পাই কাহানিবাৰ পৰাই শিক্ষিত লোকসকলে নানা ধৰণৰ টীকা-টিপনি কাটে, ঠাট্টা-মস্কৰা কৰে আৰু সেইখন শুধৰাবলৈ ৰছুলকো কয়। কিন্তু সেই টিনপাত ডোখৰ আজিও তেনেকৈয়ে ওলমি থাকিল। অৱশ্যে কিছুমান বদমাচ ল'ৰাই চকমাটিৰে তাৰ ওপৰতে লিখি থলে 'ইয়াত মানুহৰো মেৰামতি হয়'। সেই কথাখিনিকো মচি পেলাবলৈ কোনোৱে আৱশ্যকতাবোধ নকৰিলে।

ৰছুল মিস্ত্ৰী!

মজলীয়া গঢ়, কাৰিকৰৰ দৰেই গাটো আৰু জোঙা মুখত প্ৰকাণ্ড একোচা 'গঙ্গা-যমুনা' ডাঢ়ি। দেখিলে কোনেও কব নোৱাৰিব মানুহটোৰ বয়স ষাঠি বছৰ হোৱা বুলি। উৎসাহ উদ্দীপনাত ডেকা মানুহতকৈও চাৰ। অতি সাধাৰণ পোছাক ডাঠ কাপোৰৰ এখন লুঙ্গি আৰু কামিজ। তামোল, চাহ আৰু বিড়িৰ ভক্ত। হাত সাৰটি বহি থাকিব নাজানে। গল্পও মাৰিব পাৰে খুব; কিন্তু সেই বুলি হাতৰ কাম পেলাই থৈ নহয়। কামৰ লগতে কথাও সমানে পাতি গৈছিল।

'ঠুক্-ঠুক্-ঠুক্ — ঠুক্-ঠুক্-ঠুক্'

"বুজিছে নে ডাঙৰীয়া; সৰগ নৰক সকলো ইয়াতেই আছে, ইয়াতেই। ভাল কাম আৰু বেয়া কামৰ ফলটো ইয়াতেই মানুহে ভোগ কৰিবলৈ পায়। ৰামচন্দৰ বাবুলৈকে চাওক!... হেৰ' ৰহিম! চাওঁ, পেচকচটো এইফালে পেলাই দে ...... ৰামচন্দৰ বাবু ......... নহয় অ' সেই সৰুটো দে সৰুটো। মুখলৈ চাই আছ কি ...,..... ওঁ সেইটো।"

ৰহীম!

ৰছুল মিস্ত্ৰীৰ একমাত্ৰ পুত্ৰ। শাঁও বৰণীয়া হটঙা ডেকা ল'ৰা, অতিশয় পিতৃভক্ত আৰু প্ৰয়োজনতকৈও বেছি নম্ৰ। বাপেকৰ আগত কেতিয়াও সি মূৰ তুলি কথা কোৱা দেখা নাই। দুই চাৰিজন মানুহে কিবা কাম কৰাবলৈ আহিলেই তাৰ সহিষ্ণুতাৰ পৰীক্ষা আৰম্ভ হয়। অকণমান কিবা ভুল কৰিলেই ৰুছুল মিঞাৰ মেজাজ গৰম হৈ যায় আৰু দিনৰ দিনটো কামত মূৰ গুজি থকাৰ পিচতো পুতেকক এলেহুৱা, ফাকিবাজ, দায়িত্বহীন আৰু কেতিয়াবা ঘৰত মন নবহা বুলিও গালি পাৰিবলৈ ধৰে। ৰুছুল মিঞাই এইদৰে বকি থকাৰ মাজতে সি শান্তভাৱে গ্ৰাহকক বুজায় ''ইয়াৰ স্প্ৰিংডাল ছিগি গৈছে আৰু হ্‌ন্ডিং নটটো ........''। ৰুছুল মিঞাই সেইখিনি কথাও তাক সম্পূৰ্ণ কৰিবলৈ নিদি কয় ''চাই পেলাই কৈছ নে নোচোৱাকৈয়ে কৈছ..... বেচতো ল'ৰা তই। মাত্ৰ ইচপিৰিং ছিগিছে! বাৰু দে, মই নতুন ইচ্‌পিৰিং ফিট্ কৰি দিছোঁ আৰু হ্‌ন্ডিং নটো বদলি কৰি দিছোঁ। তাৰ পিচত তই মেচিন চলাই ৰেকত্ (ৰেকৰ্ড) বজাই দিলেই হৈ গলি পক্কা মিচতৰী। হেৰ' বুৰ্বক! বেলেন্স কেনেকৈ ঠিক হ'ব, বেলেন্স!'' ৰহীমে লাজতে হাঁহি মাৰি মূৰটো তল কৰি দিয়ে।

চহৰখনৰ দুমাইল পূৰ্বলৈ বস্তী এখনত আছিল মিস্ত্ৰীৰ ঘৰ। পূৰ্বপুৰুষসকল এসময়ত স্বচ্ছল অৱস্থাৰ খেতিয়কেই আছিল। কিন্তু এতিয়া উত্তৰাধিকাৰ সূত্ৰে মাত্ৰ আছেগৈ তিনিটা সৰু জুপুৰী ঘৰ আৰু কেইটামান ছাগলী আৰু কুকুৰা। আয়ৰ অৱস্থা হৈছে এনে যে দোকান বন্ধ থকাৰ দিনা খোৱা-বোৱা বন্ধ আৰু নবাবৰ দৰে খৰচ। তৃতীয় দিনা কাবাব আৰু কালিয়া, হালুৱা আৰু চৌৰেঁহে ৰন্ধা হ'ব। বুঢ়ীৰ কথা পুতেক আৰু বোৱাৰীয়েকৰ মুখৰ মাত নাই। থাকিল বুঢ়ীৰ। বেচেৰীয়ে যৌবন কালৰ পৰাই কৃপণালি কৰি কম খৰচ কৰি আৰু দুপইচা সাঁচিবলৈ কৰা সকলো চেষ্টাই ব্যৰ্থ হৈছে। মিঞা ৰুছুলৰ ওমৰখৈয়ামী ফিলছফীৰ আগত বুঢ়ীৰ কোনো নিয়মেই কেতিয়াও টিকা নাই আৰু তেওঁৰ কোনো কথাই ৰজা নাই। এতিয়াও কোনো কথাত বুঢ়ীৰ মাত নাই। পুতেক ৰহীমে কেতিয়াবা টোপোলা লৈ অহা দেখিলে বুঢ়ীয়ে হয়তো সোধে, ''সেয়া কি অ' ৰহীম?''

''কলিজা অলপ আনিছোঁ,'' সি মুখৰ ভিতৰতে কোৱাদি উত্তৰ দিব।

''কিমান আনিছ? সেৰে কিমান? ——— কিমান দাম দিলি? হে আল্লা, সেৰত দুটকাকৈ? জুই লাগক এইবোৰ মুখত! দুটকা সেৰৰ কলিজা খায়? হেৰ' ৰহীম, আল্লাই নো তোৰ মূৰত কেতিয়া আক্কেল দিব! সিটোৰ (মিঞা) মূৰততো খকুৱা ভূত লম্ভিছে, খকুৱা ভূত। তই সেইখন মুখেৰে আল্লা-তাল্লাৰ নাম নলবি।'' এইবুলি বুঢ়ীয়ে বহি বহি কলিজা খাবলৈ ভাল পোৱাবোৰক শাওপাত দি থাকিব আৰু ৰহীমো মনে মনে ঘৰৰ পৰা ওলাই গুচি যাব। ইফালে বুঢ়ীৰ কোলাত বহি থকা নাতিয়ে সেই কলিজাৰ টোপোলাটোক বাৰে বাৰে থপিয়াব আৰু বুঢ়ীয়েও বাৰে বাৰে তাৰ হাতখন একৰাই বকি থাকিব ''উস্ মৰণ, মোৰ ক'তো সুখ নোহোৱা হ'ল।'' এইদৰে বুঢ়ীয়ে ঘণ্টাৰ পিচত ঘণ্টা জুৰি বক্‌বকাই থাকি বাপেক-পুতেক দুয়োটাৰে বুদ্ধি হত হোৱাৰ কথা কৈ থাকিব, কব সংসাৰ চাই নচলাৰ কথা, খোৱা-লোৱাৰ বাবে হোৱা দুৰ্গতিৰ কথা আৰু উদাহৰণো দি ক'ব যে এনেকুৱা খোঁৱাখুলীয়া মানুহৰ মৰাৰ পিচত কবৰ দিবলৈকো এটা ফুটা কড়ি নাথাকিব,

ইত্যাদি। বুঢ়ীয়ে এইদৰে বকি জকি নিজৰ কপাল ভুকুৱাই থকাৰ মাজতে ওলাবহি মিএঞা ৰছুল। আহিয়েই সুধিবহি, কলিজাৰ টোপোলাটো তেতিয়াও কিয় তাত পৰি আছে। বুঢ়ী তল মূৰকৈ বহি থাকিব। ৰছুল ভিতৰলৈ গৈ ঢাৰি এখন আনি বাৰান্দাত লেপেটা কাঢ়ি বহি পৰিব। বোৱাৰীয়েকে আহি হোঁকাটো দি যাব। দুবছৰীয়া চটফটীয়া নাতিটো আইতাকৰ কোলাৰ পৰা নামি আহি ককাকৰ কোলাত উঠি লবহি আৰু আইতাকৰ ফালে দেখুৱাই তাৰ থুনুকথানাক মাতেৰে অভিযোগ কৰিব 'খেচ্‌খেচাই থকা বুঢ়ী' বুলি। ককাকৰ হাতৰ পৰা লুজেন আৰু বিস্কুট পোৱাৰ পিচত সি আগতকৈয়ো ডাঙৰকৈ বুঢ়ীক গালি পাৰিবলৈ ধৰিব ''ই খেচ্‌খেচোৱা বুঢ়ী! খেচ্‌খেচোৱা বুঢ়ী!''

ৰছুল মিএঞাই হোকাটোত টান মাৰি গহীন হৈ পৰে আৰু বুঢ়ীক সোধে, ''কচোন ৰহীমৰ মাক, তোৰ এই দিনে দিনে মুখ বঢ়াই থকা স্বভাৱটো কেতিয়া গুচিব। যেতিয়াই শুনো বকবকাই থকাৰ কথা শুনো। কচোন তোৰ লাজ চৰম কিবা ..........''

''চুপ থাকা। লাজ চৰমৰ কথা নকবা।'' বুঢ়ী একেবাৰে জাং খাই উঠে। ''চুপ কৰি থকা মাইকীৰ এনেকুৱা ......''। ৰছুল মিএঞাও গৰম হৈ উঠে ''মই এশবাৰ নহয় হাজাৰবাৰ কম তোৰ লাজ চৰম একো নাই বুলি, কিবা আছিল যদিও চব ধুই পানী খালি। তোৰ সৈতে কোনোবা থাকিলেও তই খেদাইহে এৰিবি। অলপ হেপাহ কৰি কিবা এটা বস্তু ঘৰলৈ আনো, তাতো তোৰ খেচ্‌খেচনিৰ পৰা শান্তি নাই।''

''খেচখেচোৱা বুঢ়ী'' নাতি কৰিমে বিস্কুট খাই খাই চিএঞৰি দিয়ে। বেচেৰী বুঢ়ীয়ে কান্দি পেলাব। আল্লা-তাল্লাইনো মাৰি নিনিয়ে কিয়, কি চাই থাকিবলৈ এইদৰে জীয়াই ৰাখিছে! এইখন ঘৰত বুঢ়ীৰ কি হক আছে? কিবা এযাৰ ভাল কথা কলেই হয় বেয়া, হয় নিলাজ.....। বোৱাৰীয়েকে কলিজাৰ টোপোলাটো নি মঙহখিনি কুটিবলৈ লাগি যাব। ৰহীমে নিজৰ কোঠাৰ পৰা ওলাই বাহিৰলৈ যাব আৰু বুঢ়ীয়ে বহি বহি চকুপানী টুকি থাকিব।

''ৰছুল খুড়া ঘৰত আছেনে?'' বাহিৰৰ পৰা কোনোবাই মাতে।

''কোন? ফকৰুদ্দিন নেকি? ভিতৰলৈ আহ। কি কথা?'' ৰছুল মিএঞাই হোকাৰ পৰা মুখ আঁতৰাই সোধে।

''খুড়া, ৰছিদৰ গোটেই দিনটো শৌচ বমি চলি আছে। ঔষধৰ নামেই নুশুনে। গাও চেচাঁ.....?''

''তেনেহলে গোটেই দিনটো কাণত তেল দি শুই আছিলি হবলা?'' ৰছুল মিএঞাই তাক আৰু কবলৈ নিদি ঘপ কৰে থিয় হ'ল। ''চাওঁ বলচোন, সেইবোৰ একো নহয়। 'চেনি-নিমখীয়া' পানী খুৱাই দিলেই চব ঠিক হৈ যাব।'' কৈ কৈ ভিতৰলৈ সোমাই গ'ল।

''ইচমাইলা কেনে আছে অ' ফকৰু?'' বুঢ়ীয়ে সোধে।

''তোমাতকৈ ভালেই আছে খুড়ী। তুমি আজিকালি আমাৰ ফালে নোযোৱাই হলা। তুমি কিবা বেয়া পোৱা বুলিহে ইচমাইলাৰ মাকে কৈছে।''

"ধেৎ পাগল। বেয়া পাম কেলেই! বিধিয়ে কৃপা কৰি আজৰি উলিয়াই দিলেহে।"

ৰছুল মিঞাই জেপত সৰু-ডাঙৰ এগাল দৰবৰ বটল সুমুৱাই ওলাই আহি ক'লে "বল।" বুঢ়ীয়ে নিজে নিজেই কৈ থাকিল "ভালকৈ চাই খুৱাবা। যি ঔষধ নোপোৱা চহৰৰ পৰা অনাই লবা।"

ককাক যোৱাৰ পিচত কৰিম লাহে লাহে আহি বুঢ়ী মাকৰ ওচৰত বহি পৰে আৰু দুষ্ট হাঁহি এটা মাৰি আগৰ কথাবোৰ পাহৰাবলৈ লাগি যায়। তাৰ বাবে আইতাকে যদি তাৰ মুখৰ পৰা আধা খোৱা বিস্কুট ডোখৰো কাঢ়ি নিয়ে তেতিয়াও সি আপত্তি নকৰে।

"গুচ বদমাচ। ককাৰৰ ওচৰলৈ নাযাব কিয়? আঁহিছে এতিয়া মোক বিস্কুট দি ভুলাবলৈ। মই দেখোন খেচখেচোৱা বুঢ়ী।" এইবুলি বুঢ়ীয়ে খং কৰি থাকে। কিন্তু মিঞা কৰিমো কম ভকত নহয়। সিও জানে এনেকুৱা অৱস্থাত বুঢ়ীক কি কৰিব লাগে। সি জোৰ কৰি আইতাকৰ কোলাত উঠি লৈ এইবাৰ ককাকৰ বিৰুদ্ধে ক'বলৈ আৰম্ভ কৰে "ককাৰ কথাৰ ঠিক নাই, ককা লুভীয়া......" (তাৰ ভাষাৰে)। তাৰ কথা শুনি আইতাকে ওঠ টিপি হাঁহি থকাৰ অৰ্থও বুজি পায়। তেতিয়া সি তাৰ আচহুৱা নিজা ভাষাৰে আইতাকক ভালৰি বোলাবলৈ লাগি যায়, যাৰ অৰ্থ হ'ব পাৰে যে, চোৱা, ককাৰ পৰা বিস্কুট সৰকাবৰ বাবেহে মই তেনেদৰে তেতিয়া কৈছিলোঁ। এয়া ককাক ঠগাই বিস্কুট আনিলোঁ। ইয়াকেই কয় ৰাজনীতিৰ মেৰ-পেচ।

তেতিয়া কলিজাৰ মঙহ কুটি থকা মাকে তালৈ চাই কয়, 'বাৰু, তোৰ ককা আহক ৰ। তোৰ চব দুষ্টামি বাহিৰ কৰাম।"

কৰিম মিঞাই সৰল মাকৰ কথা কিয় শুনি থাকিব? গোটেই ঘৰখনত তাৰ মাকজনীয়েই হৈছে সকলোতকৈ নিমাখিত আৰু সকলোৰে হেয় প্ৰাণী। কৰিমে তাৰ মাকক খাতিৰ নকৰে। তেৱেঁই আকৌ ধম্‌কি দিবলৈ সাহস কৰে! সি কিছু পৰ মনে মনে থকাৰ পিচত মাকক ওলোটাই দাবি দিয়ে "চুপ, লেতেৰী (তাৰ ভাষাত)"!

"ককাৰ আহক ৰ", মাকে আকৌ তাক দবিয়ালে। এইবাৰ কৰিম মিঞাই তাৰ পিন্ধি থকা পাইজামাটো সোলোকাই পেলায়। আইতাকৰ কোলাৰ পৰা নামি লৈ মাকক মাৰিবৰ বাবে কিবা বস্তু ওচৰৰ ঠাইত বিচাৰি ফুৰে। ডাঙৰ লাঠী এদাল দাঙি লবলৈ চেষ্টা কৰি বলে নোৱাৰি সুদা হাতেৰেই মাকক মাৰিবলৈ খেদি যায়। তাৰ পিচত মাকৰ চুলিত ধৰি জোকাৰিবলৈ ধৰে। মাকে চিঞৰি উঠে "এৰ, বদমাচ, এৰি দে। নকওঁ বাৰু ককাৰ আহিলে, এৰ এতিয়া।"

আইতাকে হাঁহি হাঁহি গৈ তাক মাকৰ পৰা এৰুৱাই আনে। কৰিম মিঞাই তাৰ নিজৰ ভাষাৰে দাবি দিবলৈ ধৰে "ফক্কৰ ককা, দেউতা আৰু তোক মাৰি মাৰি ঘৰৰ পৰা উলিয়াই দিম, বাচা.....।"

তাৰ কথাত যদি মাকে আকৌ কিবা কয় তেনেহলে সি যুঁজ কৰিবলৈ যোৱাৰ দৰে উৎপাত লগায়, আইতাকে আকৌ তাক ধৰি ৰাখিবলগীয়া হয়। সি তেতিয়া দাঁত কৰচি

আৰু গালি পাৰি শান্ত হয়। আইতাক আৰু মাকে তাৰ এই ইঙ্গিত বুজি পায়। তেতিয়া বুঢ়ীয়ে বোৱাৰীয়েকক উদ্দেশ্য কৰি কয় "ৰ আজি! গাখীৰ খুওৱাৰ সময়ত তোক কন্দুৱাইহে এৰিম। গম পাবি তেতিয়া।"

কেইদিনমানৰ পৰা কৰিমৰ এটা নতুন ধেমালি আৰম্ভ হৈছে। গাখীৰ খোৱাৰ সময়ত সি মাজে মাজে নোখোৱা হৈ ৰৈ যায়। তেতিয়া মাকে 'আই ঔ' বুলি জোৰে চিঞৰ এটা মাৰি দিয়ে। কৰিমে মাকক এইদৰে কন্দুৱাব পাৰি মনৰ আনন্দত খিলখিলাই হাঁহি দিয়ে।

পাকঘৰত বোৱাৰীয়েকে মাংস বান্ধি থাকোতে বুঢ়ীয়ে চিঞৰি কয়, "চাবি আক', দেই যাব। নহলে খাবৰ সময়ত ধূলি উৰুৱাই দিবহি।" বাহিৰৰ পৰা সেইদৰে দুই তিনিবাৰ নিমখ আৰু মা-মচলা সম্বন্ধে বুঢ়ীয়ে দিহা-পৰামৰ্শ দি থাকি এবাৰ নিজেই ৰন্ধা-বঢ়াত লাগি যায়। বোৱাৰীয়েকৰ কোলাত কৰিমক বহুৱাই দি কয়, "যাচোন বাচা, মই এবাৰ আঞ্জাখন চাওঁ।" বোৱাৰীয়েকে তেতিয়া হাঁহি পাকঘৰৰ পৰা ওলাই যায়। গাঁৱত এপাক ফুৰাৰ পিচত ৰহীম নিজৰ কোঠালৈ উভতি আহে। স্বামী, স্ত্ৰী আৰু পুত্ৰ তিনিওজনে তেতিয়া পুৰণি জাপানী গ্ৰামোফোনটো বজাই দি কমলা ঝৰিয়াৰ গীত শুনি বিভোৰ হৈ পৰে 'অদাসে আয়া কৰো পনঘট জব তক ৰহে জিগৰ মে দম।'

ৰছুল মিঞা উভতি অহাৰ সময়ত হাতত এটা 'বসন্তী তাড়ি'ৰ কলহ। ইতিমধ্যে চোতালত পাটী পাৰি দিয়া হয়। পাটীখন মেলাৰ লগে লগেই কৰিম মিঞা তাৰ ওপৰত উঠেহি আৰু নিজৰ প্লেট গিলাচ ঘঁহি ঘঁহি ককাকৰ গাত গা লগাই বহি লয়হি। তিনিওজনে মিলি ৰুটি মাংস খাই থকাৰ মাজে মাজে তাড়িও চলি থাকে। বুঢ়ীয়ে ওচৰতে বহি লৈ তিনিওকে আহাৰ যোগাই থাকে। ........ বাহ আঞ্জাখন আজি বঢ়িয়া হৈছে...... কথাষাৰ শুনাৰ লগে লগেই বুঢ়ী আনন্দিত হৈ পৰে।

কৰিম মিঞায়ো এঢোক মাৰি চলিবলৈ ধৰে। কলহত বাকী ৰৈ যোৱা তাড়ি বুঢ়ীলৈ আগবঢ়াই দি ৰছুল মিঞাই কয় "এগিলাচমান থাকিল, সেইখিনি বোৱাৰীক দিবি। তাই আজিকালি একেবাৰে বাদুলিটো যেন হৈ পৰিছে। সদায় এগিলাচকৈ খালে গাৰ ছিৰী আকৌ উভতি আহিব। তাড়ি, ধেমালিৰ বস্তু নহয়। তই আকৌ কেতিয়াও মুখত দিয়েই পোৱা নাই, বুজিবি কেনেকৈ?"

তাৰ অলপ পৰৰ পিচতে গোটেই জুপুৰী কেইটাক টোপনিৰ সাম্ৰাজ্যই আগুৰি ধৰিব। কেতিয়াবা কেতিয়াবা ৰছুল মিঞাই গভীৰ নিশাও ৰোগীৰ পৰা 'কল' পায় আৰু সেইদৰে গোটেই নিশাটো ৰোগীৰ কাষত বহি কটাবলগীয়া হয়।

ৰাতিপুৱা নীৰৱে চাহ-জলপান খাই উঠি ৰছুল মিঞা চহৰলৈ গুচি যায়। দুপৰীয়াৰ খোৱাটো পুতেকেই লৈ যাব। ৰছুল ঘৰৰ পৰা ওলাই যাওতে ঠিক সময়তে ওলাই যায়; কিন্তু ৰহীমে দুপৰীয়াৰ ভাত লৈ সেইখিনি পাওতে বাপেকতকৈ আগতেই গৈ পায়। ঘৰৰ পৰা ওলায়েই ৰছুলে গাওঁখনৰ এমূৰৰ পৰা মানুহৰ বিয়া-বাৰু, কাজিয়া-পেচাল, ৰোগ-

ব্যাধি, দৰব্র-জাতি আদিবোৰৰ খা-খবৰ আৰু দিহা-পৰামৰ্শ দি গৈ সেইখিনি পাওতেই বাৰটা বাজেগৈ। গাওঁখনৰ পৰা ওলাই গাৱঁৰে খেতি-বাতি কৰা মানুহখিনিৰ লগত বাৰু দুই-এষাৰ কথা নাপাতি কেনেকৈ থাকে?

"হেৰ' মহঁগু, তোৰ মেলাৰ পৰা অনা পোৱালিটো ক'ত আছে?"

"কি কম মামা! আজি দুদিন ধৰি ঘাঁহ এডাল আৰু পানী এটোপা একো মুখত দিয়া নাই। ঈশ্বৰেহে জানে কি হৈছে তাৰ।

ৰছুল মিঞা সেইখিনিৰ পৰা উভতি যাব। পোৱালীটোক চাই তাৰ ৰোগ নিৰ্ণয় কৰি কি বনৌষধি খুৱাব লাগে কৈ দিব। সিমানেই নহয়, কাৰ বাৰীত কোনজোপা গছৰ গুৰিত বনৌষধ পাব তাকো কৈ দিব নহলে নিজেই গৈ দেখুৱাই থৈ আহিব।

দোকানলৈ আহি নিজৰ বহা ঠাইডোখৰত বহি নিজকে নিজে ক'ব "ইস্ আজি বৰ দেৰী হল"। তাৰ পিছতে ৰহীমৰ কিবা কাম মনোযোগেৰে চাই থাকি এবাৰ কব "চাওঁ, মোক দে। তই বাৰু ভোলাৰ ঘড়ীটোত হাত দে"।

সন্মুখৰ ভগা চকীখনত বহি থকা মানুহজনে যদি সোধে 'কোন ভোলা' বুলি, ৰছুলে কামৰ পৰা মুৰ নোতোলাকৈয়ে ভোলাৰ গোটেই জীৱনী গাই শুনাব "সেই ভোলা, কংগ্ৰেছী ভোলা। মনত নাই? জেলৰ পৰাই যে বিএ পাছ কৰিছিল। ভোলাও বৰ চমৎকাৰ ল'ৰা.......... এয়া চাওক আপোনাৰ ঘড়ীৰ হেয়ৰ স্প্ৰিং কিমান দুৰ্বল নে কি কয়? সেইকাৰণেই কয় বোলে সস্তা হলে পস্তা। ........কিন্তু ভোলা নিজৰ বিষয়ত ঠিক আছে। তেনেকুৱা বহুত ল'ৰাকে দেখিলোঁ......."

শুনোতাজনে সেই অপৰিচিত ভোলাৰ বিষয়ে বৰ বৰ কথাবোৰ ধৈৰ্য্যৰে শুনি বহি থাকে "ভাই, তুমিনো কোন ভোলাৰ বিষয়ে ইমান গুণ গাই আছা? সেই দীঘল চুলিৰে সৈতে ল'ৰাটো নেকি?"

"নহয় ডাঙৰীয়া সেইজন।" বাধা দি ৰছুলে কৈ উঠে, 'দীঘল চুলীয়াটো হৈছে অৱনীন্দ্ৰ, অৱনীন্দ্ৰ। সিও ভোলাৰেই লগৰ। সিও এটা আচৰিত ল'ৰা। মস্ত কবি, বুজিছে? কবিতা লিখাত ওস্তাদ। গৰুৰ দৰে নিৰ্জু, দেখিলে কিবা উদাসীন যেন লাগিব, কিন্তু......"

"অ' ৰছুল কাকা! আহা চোৱাহি"।...... ছোৱালী এজনীয়ে হাতত অলংকাৰ নোহোৱাকৈ আহি থিয় হৈ কলেহি 'চোৱা তুমিয়েই ৰছুল কাকা, গাখীৰৰ বাচনটো ভাঙি পেলালে আৰু মোৰ হাতত ধৰি টানি চোচোৰাই........"

"এঁ! কোনে? কোনে?"

"ছতীশ বাবুৰ ল'ৰাই।"

"তই সতীশ বাবুক কোৱা নাই?"

'কৈছিলো। ছতীশ বাবুৱে ওলোটাই মোকহে মাৰি-ধৰি খেদি দি কলে, গুচ হাৰামজাদী।" ৰছুল মিঞাৰ মেজাজ গৰম হৈ যায়। কাম পেলাই থৈ সি বক্‌বকাবলৈ

ধৰিলে, ''যিমানেই ডাঙৰ মানুহ নহওক আচলতে সকলোৱেই নীচতকৈও নীচ। সুদমিয়া তই গৈ সৌদাগৰ সিধক মই মতা বুলি ক। সুদমিয়াঁই চকুপানী মচি মচি গুচি যোৱাৰ পাচতো ৰছুল মিঞাই বক্‌বকাই থাকিল ''টকাৰ বৰ গৰম দেখুৱাইছে, মাইকী মানুহৰ ইজ্জতৰ ওপৰত হাত উঠাব? চয়তান কৰবাৰ .......।''

''পিচে 'মিচতৰী', তুমি এই ছোৱালীবোৰকো কম বুলি নাভাবিবা। সিহঁতেই নচুৱাই থাকে। নিজে ভাল হলে ইমান গাভৰু ছোৱালী এজনী চহৰলৈ গাখীৰ বেচিবলৈ যোৱাৰ দৰকাৰ কি?....''

''চুপ থাকক ডাঙৰীয়া! এই ছোৱালীজনী মোৰ ছোৱালীৰ দৰে। গাৱঁৰ ছোৱালীবোৰ বৰ সৰল, জানেনে? আপোনালোকৰ চহৰৰ দৰে নহয়। মোক কওঁক, গাখীৰ বেচিয়েই য'ত পেটৰ ভাত মোকলাব লাগে, তেনেকুৱা ঘৰ এখনত যদি এই ছোৱালীজনীৰ বাহিৰে ঘৰৰ সকলো মানুহ বেমাৰত পৰি থাকে, তেন্তে ডাক্তৰক মাতিবলৈ বা গাখীৰ বেচিবলৈ গাভৰু ছোৱালীজনী নগলে কোন যাব? কওক এতিয়া! আৰু ডাঙৰ মানুহ হলে জানো আনৰ ঘৰৰ জী-বোৱাৰীহঁতৰ দুখ-কষ্ট দেখি সিহঁতৰ ওপৰত এইদৰে অত্যাচাৰ কৰিব লাগে!''

সুদমিয়াঁ উভতি আহি কয় ''সৌদাগৰ খুড়া ঘৰত নাই।'' ৰছুল মিঞাই সুদমিয়াঁক লগত লৈ অকলেই ওলাই গ'ল।

বেলি পৰি অহাৰ পাচত সি উভতি আহে আৰু বকি বকিয়েই দোকান সোমাই কয় ''বাচা, বল এদিন গাৱঁলৈ যাওঁ। গাৱঁৰ সকলো মানুহকে যদি আলিবাটলৈ উলিয়াই আনি কোঢ়াল লগাই দিব নোৱাৰো তেনেহলে মোৰ নাম বছুলেই নহয়।'' তাৰ পিচত দোকানৰ এচুকত বহি থকা শাক-পাচলি বেচা মানুহৰ জুমটোলৈ চাই কয় ''কি হ'ল আব্দুলৰ মাক, আজি দেখোন সোনকালেই আহিলা?''

''কেতিয়াবাৰ পৰাই বহি আছোঁ। আমাৰ হিচাপটো অলপ কৰি দে বুঢ়া।''

''ৰবা ৰবা। লাহে লাহে। এজন এজনকৈ কোৱা। ওঁ তোৰ কেৰেলা আনিছিলি কিমান, হমীদন?..... তেৰ সেৰ। কি দৰত বেচিলি?..... চাৰি অনাকৈ?..... ওঁ, চাৰি তেৰং বাৱন্ন, তাৰ মানে তিনি টকা চাৰি অনা। চাওঁ পইচা?...... ওঁ ঠিক আছে। বাৰু, তোৰ পৰবল?..... হেৰি ডাঙৰীয়া, সৌফালে ৰহীমক দেখুৱাওক, মোৰ এতিয়া সময় নাই। দেখা নাই?''

হিচাপ-পত্ৰ কৰোতে, খুচুৰা পইচা গণ্টি কৰোতে গধূলি হয়হি। ৰহীমে কাম সামৰি যাবলৈ ওলায়। ''ইহঁতকো লগত লৈ যা ৰহীম। সন্ধিয়াই হ'ল নহয়! মই অলপ সেইফালে পাক এটা মাৰি যাম।'' পাচলি বেচা, মানুহৰ দলটোক লগত লৈ ৰহীম আগবাঢ়ে। ধেনুসাহৰ দোকানৰ সমুখত ৰৈ পাচলি বেপাৰীখিনিয়ে দুপইচাৰ জেলেপী আৰু চেনি গুটি লওতেই এঘণ্টামান লগাই দিয়ে আৰু সিফালে ৰহীমে আলিবাটত গাপ লৈ মনে মনে অপেক্ষা কৰে।

ৰছুল মিস্ত্ৰীৰ দোকানত মেৰামত হোৱা সকলো কামেই পকা কাম। সকলোৱেই ৰছুলৰ দোকানত বেয়া হোৱা বস্তুৰ মেৰামত কৰিবলৈ বিচাৰে। 'কিন্তু সিনো দোকানখনত বহে কেতিয়া, সকলো কাম পুতেকৰ ওপৰত পেলাই থৈ দেখোন ঘূৰি ফুৰে' এনেকুৱা অভিযোগৰো অন্ত নাই। কিন্তু সি হৈছে খাৰাংখাচ মানুহ, কবলগীয়া কথা মুখৰ আগতে কৈ দিয়ে। সেই কাৰণে লাহে লাহে গ্ৰাহকো তাৰ কমি আহে। সেই ৰঘু নামৰ ল'ৰাটো পোনতে ৰছুলৰ দোকানতে কাম কৰা মানুহ আছিল। এতিয়া মেৰামতিৰ দোকান খুলি সি বস্তুৰে ভৰাই পেলালে। কিন্তু ৰছুল মিঞাৰ দোকান আগতে যেনেকুৱা আছিল তেনেকুৱাই থাকি গ'ল।

এতিয়াৰ পৰা দহ-এঘাৰ বছৰৰ আগৰ কথা। মই ষ্টোভ এটা মেৰামতি কৰাবলৈ ৰছুলৰ দোকানলৈ লৈ গৈছিলোঁ। সি ষ্টোভটো খুলি চাবলৈ লওঁতেই এজন আধা-গাৱলীয়া ধৰণৰ মানুহে আহি চিঞৰি চিঞৰি ক'লে ''গহনাখিনিতো এৰি নিদিয়েই, কৈছে আকৌ সুদ লৈ আহ ........''

কথাষাৰ শুনিয়েই ৰছুল মিঞাই হাতৰ কাম পেলাই থৈ থিয় দিলে। মই সুধিলোঁ ''ষ্টোভটোৰ কাম?''

''কালি হ'ব।''

''তেনেহলে মই ষ্টোভটো লৈয়ে যাওঁ'' খঙেৰে মই কলোঁ। ৰছুলেও কৰ্কশভাবে উত্তৰ দিলে। 'ইয়াত কাৰোবাৰ ইজ্জতৰ দাম বিচাৰিব আৰু কাৰোবাৰ বস্তুৰ কাম দেখুৱাব। বেচেৰাৰ জীয়েকৰ আজি ৰাতি গহনা পিন্ধোৱাৰ দিন। গহনা আছে বন্ধকত। মহাজনে গহনা এৰি দিয়া নাই .....''

মই ষ্টোভটো ঘূৰাই লৈ আহিলোঁ আৰু মনে মনে প্ৰতিজ্ঞা কৰিলো যে ইয়ালৈ মই আৰু কেতিয়াও নাহো আৰু মোৰ বন্ধু-বান্ধৱকো আহিবলৈ নকওঁ।

কিন্তু আজিহে মই ৰছুল মিঞাক ভালকৈ চিনি পালোঁ। ল'ৰা কালত মই কৰা সেই প্ৰতিজ্ঞাৰ বাবে মই আজি দুখিত। চাইকেলখন ভাল কৰিবলৈ দিছিলোঁ। পোন্ধৰ দিন আহি আহি উভতি গৈছোঁ, ৰছুলৰ লগত দেখাদেখি হোৱা নাই। ৰহীমে কৈছে চাইকেল ভাল হ'ব বুলি। কেতিয়াবা হঠাতে ৰছুলক আহি লগ পালেও দেখা পাওঁ যে তাৰ হাতত চাইকেল মেৰামতিতকৈও জৰুৰী কাম। বস্ত্ৰহীন মহিলাসকলক কাপোৰ বিলাব লাগে। তেওঁলোক সাত দিন আহি আহি উলটি গৈছে। ভিৰৰ মাজত ঠেলাহেচা কৰি আৰু লাইনত থিয় দিও সুদা হাতে উভতিছে।

আকৌ কোনোদিনা শুনো 'গাৱঁত মেলেৰীয়া বিয়পি পৰিছে, কুইনাইন পাবলৈ নাই। গতিকে মিস্ত্ৰীয়ে ঘৰতে বন দৰৱ বনাই গাৱঁৰ মানুহক বিলাই ফুৰিছে।'

সদায় তাৰ পৰা উভতি আহো আৰু সদায় বৰগছজোপাত ওলমি থকা টিনপাতখনৰ লেখাখিনি পায়ো 'ৰছুল মিচতিৰী ইয়াত মেৰামতি হয়'। চক মাটিৰে দুষ্ট লৰাবোৰে তাৰ ওপৰতে লিখি থৈছে 'ইয়াত মানুহৰো মেৰামতি কৰা হয়'। কথাখিনি মনতে সমৰ্থন কৰি মই পাহৰিবলৈ চেষ্টা কৰো যে চাইকেলখন নোহোৱাৰ বাবে মোৰ কিবা অসুবিধা হৈছে।

(1946)

# তিনি বিন্দু

গীতালী দাসে নিজকে সুৰজীৱী বুলি কয়। নাদ-সুৰ-তাল আদিৰ সহায়তেই তেওঁ এই খ্যাতিলৈ উঠিছে। সকলোৱেই তেওঁৰ সাধনা সফল বুলি কয়। .......... মানুহবোৰ যে কিমান সৰল আৰু একো নজনা হ'ব পাৰে! সাধনাৰ সফল-অসফল হোৱা কথাবোৰ কোৱা মানুহক তেওঁ সুধিব খোজে যে সফল সাধনাৰ পোন অৰ্থটো কি বাৰু। এটা কথা সঁচা যে অনেক অসাংগীতিক পৰিবেশক গীতালীয়ে নিজৰ শুনি ভাল লগা সুৰ আৰু গীতেৰে সঙ্গীতময় কৰি পেলাইছে, আনকি কোনো সঙ্গীত সমাৰোহ অথবা সাংস্কৃতিক অনুষ্ঠানৰ কৰ্মকৰ্তাসকলে আজিও গীতালীৰ নাম কৈ সঙ্গীতপ্ৰেমীসকলক আকৰ্ষণ কৰে। ..... কিন্তু আৰু কিমান দিনলৈ? 'মিতালী, দি'ৰ সফল সাধনাৰ হল কি? গীতালীয়ে বায়েক মিতালীয়ে কৰা ভুলবোৰৰ পৰা নিজৰ লাভ তুলিছে।......

বিশুদ্ধ (?) ঠুংৰী গায়িকা মিতালীৰ সফল জীৱনটোৰ মাত্ৰ চব্বিশ মাহৰ সন্মুখত নিজৰ সুৰ-জীৱনৰ নিখুতভাৱে লুৰিয়াই ৰখা ছবিবোৰ অলপ অলপকৈ খুলি চালে, লাহে লাহে। নটা বছৰ! এশ আঠটা মাহ কম নহয়! .....

গীতালীয়ে আজিকালি প্ৰায়ে অকলে নিজৰ মনতে উদয় হোৱা সহায়ক নাদৰ বিশ্লেষণ কৰি থাকে। .... সহায়ক নাদ! যাক অ'ভাৰটোন বুলি কোৱা হয়। নাদ কেতিয়াও অকলেই উৎপন্ন নহয়। তাৰ লগে লগে অন্য নাদবোৰৰো জন্ম হয়। সেই স্বৰ আমি শুনিবলৈ পাওঁ অথবা নাপাওঁ। মূল নাদৰ পৰা উৎপন্ন হোৱা এইবোৰ নাদক কোৱা হয় সহায়ক নাদ বুলি। স্বয়ং জন্ম লোৱাৰ বাবে ইয়াক স্বয়ম্ভূ স্বৰ বুলিও কোৱা হয়। গীতালীয়ে এইবোৰ স্বৰৰ সহায়ত সিদ্ধি আৰু প্ৰসিদ্ধি লাভ কৰিছে; প্ৰাৰ্থনাৰ সুৰত অনবৰতে বাজি থকা জীৱনৰ সুৰ-তালৰ সীমাৰ পৰা কেতিয়াও বাহিৰলৈ ওলাই যোৱা নাই। সেই সীমাক অৱশ্যেই বিস্তাৰিত কৰিছে তেওঁ। .... কিন্তু ইফালে কিছুমান দিনৰ পৰা তেওঁৰ ভয় হ'বলৈ আৰম্ভ কৰিছে। গীত গোৱাৰ সময়ত মূৰ্ত হৈ উঠা ৰাগ মাজে মাজে অস্পষ্ট হৈ উঠে। ..... হুঁ-হুঁ-হুঁ-হুঁ-হুঁ-হুঁ .... জীৱন হ'ল এক আৰধনা-গীতৰ দ-ৰে-এ!

এই জীৱনটোৰ একোটা অংশ গীতালীয়ে এৰ্ৰাই আনে, তাক ডোখৰ্ ডোখৰ কৰে, পটন্তৰ দিয়ে। আকৌ চূৰ্ণ-বিচূৰ্ণ ক্ষণবোৰৰ সুৰৰ কণিকাবোৰক সহায়ক নাদৰ দ্বাৰা পৰীক্ষা কৰে। 'ডট্-ডট্-ডট্'। গীতালীয়ে এই ক্ষুদ্ৰ ক্ষুদ্ৰ তিনিটা বিন্দুক, চকুৰ আগৰ শূণ্যত ওলমি

থকা সৰু সৰু তৰাকেইটাক, খুব সূক্ষ্ম দৃষ্টিৰে চায়; চিনি পায় এই শুভ্ৰ চিনবোৰক।.....

গীতালী সুৰজীৱী হয়; কিন্তু সাহিত্য জগতৰ সাধনা আৰু প্ৰগতিৰ বিষয়ে কিছু খবৰ ৰাখে। তেওঁৰ ভিনিহিয়েকে (জামাই বাবু!) বহি বহি ভৱিষ্যতে তেওঁ যে এজন বিখ্যাত সমালোচক হ'ব সেই কথা ভাৱে। টাইম-বোমা!... টাইম-বোমা না আলু-বোমা!' গৰম আলুৰ চপ্ প্লেটত লৈ গীতালী ভিনিহিয়েকৰ কোঠালৈ যায়। লগতে সুদৰ্শনা-অদৰ্শনাও যায়। দুষ্টামিৰ হাঁহি লুকুৱাই গহীন হ'বলৈ চেষ্টা কৰি গীতালীয়ে কয়, ''জামাই বাবু, এয়া চাওক আলুৰ বোমা মানে ব'ম! আলুৰে ভৰ্তি ছেলৰ মাজত ঢেৰ আলুৰ দানা সুমুৱাই থোৱা আছে। .... খাটী ঘিউত পানিচ কৰা এই অবিস্ফোটক বোমা কিন্তু ফুটিবৰ কাৰণে নহয়, গোটেই খাবৰ কাৰণেহে ইয়াক অনা হৈছে।.... এতিয়ালৈ ই আলুৰ ৰূপতে আৰাম কৰি বহি আছিল।''

দুষ্ট সুদৰ্শনাই ভেঙুচালি কৰি কয়, ''নাই নাই, আলু বুলি নকবি। জামাই বাবু যিহে, সুবিধা পালেই সেইটো গিলি থোৱা হিংস্ৰ প্ৰানী হৈ উঠিব পাৰে। চিকাৰ সন্মুখত পৰিলেতো....।'' জামাই বাবুৰে হো-হোকৈ হাঁহিবলৈ ধৰে। কিন্তু বাইদেৱেকে ভাল নাপালে।....যিয়েই হওক, জামাই বাবুৰ কিতাপ কিনা এটা অভ্যাস আছে আৰু তাত গীতালী আৰু সুদৰ্শনা-অদৰ্শনাৰ বহুত লাভ হৈছিল। কথা সাহিত্যৰ ভাল বেয়া নানান পুথি পঢ়াৰ সুযোগ পাইছিল।

আধুনিক কথা-সাহিত্যৰ এভাগ আকৌ 'ডট'বাদী সকলৰ। ডট্-ডট্-ডট্! (ফুট-ফুট-ফুট) কথাটো এতিয়ালৈকে উঠা নাই! কিন্তু কোনোবা এদিন হয়তো উঠিব পাৰে যে এনে 'ডট্'বোৰেই ভৰাই পেলোৱা লিখকসকলৰ মূৰতো কেৱল 'ডট্'বোৰেই ভৰি আছেনেকি বাৰু। মগজুৰ ঠাইত মাছৰ অসংখ্য কণীৰ টোপোলা নাইতো?.... সাধাৰণ পাঠকে এনেকুৱা বিন্দুৰে ভৰা লেখাবোৰ ভাল চকুৰে নাচায়। গোটেইখন কিতাপত, পৃষ্ঠা আৰু শাৰী ভৰাই য'তে ত'তে সৰিয়হৰ গুটিৰ দৰে বিন্দু কিছুমান সিচি থোৱা দেখিলে পাঠকৰ চকুত পোৰণি উঠে।....

গীতালীয়ে কিন্তু এই বিন্দুবোৰক এখন অদৃশ্য মুখৰ-জগতৰ খিৰিকী বুলি ভাবি লয়, যেন তিনিখন ঘূৰণীয়া ৰঙিন কাঁচ লগোৱা। ভিতৰখন মুকলি হৈ উঠে আৰু আৰম্ভ হয় অদৃশ্য-মুখৰ- জগতৰ সংবাদ।....

সেই তিনিটা বিন্দুৰ সহায়ত অপ্ৰাসঙ্গিক বিষয় আৰু অসংলগ্ন মুহূৰ্তক ৰূপায়িত কৰিব পৰা, অন্য এখন পৃথিৱীৰ লঘু চিত্ৰ দেখুৱাব পৰা, পিয়াজৰ বাকলিৰ দৰে তৰপে তৰপে এৰুৱাই দিব পৰা কোনো শব্দ-শিল্পীৰ লগত কেতিয়াবা সাক্ষাৎ হলে গীতালীয়ে কব ''তুমি বিশ্বাস কৰা বা নকৰা, এইবোৰ হৈছে সহায়ক নাদৰ চিহ্ন!' আৰু সুধিব, 'এই অভৰটোন বা সহায়ক নাদৰ সৃষ্টি জানো নিজে নিজেই নহয়! মনৰ অগনিত খিৰিকীয়েদি ভুমুকিয়াই কোনোবাই নিজে আহি কৈ নিদিয়েহি জানো?.... শব্দই কব, মই নহয়। ৰজাই

ভেদ ভাঙি দিব শব্দইহে বুলি।'.... কোনো শিল্পীৰ উত্তৰে গীতালীৰ মনৰ বনত কি চৰাই উৰুৱাই আছে।..

হঠাৎ গীতালীৰ মিস্ত্রী হাৰাধন যন্ত্রকাৰলৈ মনত পৰি গ'ল। কিছুমান মুখৰ ছবি মনৰ আগত আহি দেখা দি আকৌ হেৰাই যোৱাৰ পিচত ডট্-ডট্-ডট্! তাৰ পিচত হাৰাধন যন্ত্রকাৰৰ এখন তৈলচিত্র ওলমি গল গীতালীৰ মনৰ দাপোনত।.... যন্ত্রকাৰ এতিয়া ক'ত আছে নাজানে। গীতালীয়ে হাত দুটা যোৰ কৰি শূন্যতে এটা নমস্কাৰ জনালে।

জীৱনত হৃদয় জোকাৰি নিয়া সহায়ক ৰাগৰ লগত প্রথম পৰিচয় মিস্ত্রী হাৰাধন যন্ত্রকাৰেই কৰাই দিছিল। মিস্ত্রী নহয়, গুৰু বুলি মানি লৈছিল হাৰাধন যন্ত্রকাৰক। যন্ত্রকাৰৰ মন্ত্রৰ লগতেই গীত পাগল হৈছিল।.... 'জান খুকী, সফল চিকাৰী হ'বলৈ মানুহে সকলো ধৰণৰ চিকাৰীৰ পৰা দীক্ষা লব লগা হয়। যন্ত্রকাৰ বোলা, মিস্ত্রী বোলা বা কাৰিকৰ বুলি কোৱা, তুমি মোৰ নাতিনীৰ বয়সীয়া। ককাৰ কথা শুনিবা?.... তুমি যন্ত্রৰ সহায়তেইহে সহায়ক নাদৰ পাচ হাজাৰ আন্দোলনযুক্ত ধ্বনিৰ শব্দবোৰ উপভোগ কৰিব পাৰিবা। সকলো সময়তে ধ্বনিত হৈ থকা জনা-নজনা সুৰৰ মাজত তোমাৰ জীৱনৰ প্রতিটো মুহূর্ত সুৰভিত হৈ উঠিব।....'

এই অদৃশ্য-মুখৰ-জগতত দহ বছৰৰ আগৰ শব্দবোৰ মুখৰিত হ'ব লাগিছে।...

সুৰ-মন্দিৰৰ মেনেজাৰক টান কথা কবলৈ বাধ্য হৈছিল গীতালী।..... চহৰৰ সকলোতকৈ পুৰণি আৰু নির্ভৰযোগ্য বাদ্য যন্ত্রৰ দোকানখনৰ এই অৱস্থা! এটা সপ্তাহত তিনিবাৰকৈ তানপুৰা ঠিক কৰি নিলো, তথাপিও সেই একেই অৱস্থা! গানৰ মাজতে তানপুৰা বজোৱা এৰি দিব লগা হয়।..... ইয়াৰ বেমাৰ ভাল কৰিব পৰা কোনো বিশেষজ্ঞ আপোনালোকৰ দোকানত নাই নেকি? তেনেহলে সুৰ-মন্দিৰ বুলিম নে অসুৰ-মন্দিৰ?' মেনেজাৰৰ মুখখন মাইক বজোৱা চুঙাটোৰ দৰে মেল খাই থাকে আৰু গীতালীয়ে তানপুৰাখন লৈ সেই দোকানলৈ ভৱিষ্যতে আৰু কেতিয়াও নাহে বুলি প্রতিজ্ঞা কৰি গপ গপকৈ ওলাই আহে। এখোজ-দুখোজ-তিনিখোজ ......!

'ও দিদি, শুনেন শুনেন!' কেই খোজমান যোৱাৰ পিচত পিচফালৰ পৰা মাতা শুনি গীতালীয়ে উভতি চায়। এটা শকত-আবত, লোদোৰ-পোদোৰ ল'ৰা উধাতু খাই ফুটপাথেদি দৌৰি আহিছে। এইটো আকৌ কোন কিম্ভূত কিমাকাৰ ল'ৰা? ল'ৰাটো ওচৰলৈ আহি নমস্কাৰ কৰিলে ''আপুনি গীতালী দি? নহয় নে?.... হেঁ-হেঁ, হেঁ-হেঁ, তানপুৰা কিয় সুৰ-মন্দিৰত সকলো বাদ্যযন্ত্রৰ ডিঙি এইদৰে মুচৰি পেলোৱা হয়।'যেতিয়াৰ পৰাই মিস্ত্রী হাৰাধন যন্ত্রকাৰে সুৰ-মন্দিৰক নমস্কাৰ কৰি গুচি গ'ল, সেই দিনাৰে পৰা ইয়াৰ সকলোবোৰ অসুৰ হৈ গ'ল। আপুনি ঠিক কথাই কৈছে গীতালী দি!.....''

গীতালীয়ে দেখিলে, ল'ৰাটো অকালপক্ক নহয়, শৰীৰৰ কিবা গ্রন্থি বিকাৰ হোৱাৰ ফলতহে তাৰ এনে অৱস্থা। বাওনা নহয়, কটীয়া আৰু মোচ নথকা এটা ঘাগু।... অসমৰ ফালে কোনোবা এঠাইত জন্ম। নাম সোধাত ক'লে ঘুঘলু। মিস্ত্রী হাৰাধন যন্ত্রকাৰৰ লগত

যোৱা পোন্ধৰ-কুৰি বছৰমান আছে। কলিকতাত সাত-আঠ বছৰমান, অ'ত ত'ত দুই-তিনি বছৰমান আৰু ইয়াতো প্ৰায় পাঁচ-সাত বছৰমান হ'ল।....

ঘুঘলুৱে ক'লে, "মিস্ত্ৰী হাৰাধন যন্ত্ৰকাৰে এতিয়া কাৰো দোকানত কাম নকৰে, নিজৰ গলিৰ পৰাও কেতিয়াও বাহিৰলৈ নোলায়। গলি কিয়, নিজৰ কোঠাটোৰ পৰাও বাহিৰ ওলাবৰ সময় নাই।" ঘুঘলুৱে কেইজনমান ন-পুৰণি যন্ত্ৰবাদকৰ নাম কৈ ক'লে, "যাৰে দৰকাৰ হয়, তেওঁলোকে গৈ হাৰাধন যন্ত্ৰকাৰক বিচাৰি উলিয়াইহি, কি কলিকতা, লখনৌ আৰু কাশীৰ পৰা আহি। ....."

গীতালী তৎক্ষণাৎ যাবলৈ সন্মত হৈ গ'ল। ঘুঘলুৱে ৰিক্সা এখন মাতিলে "এই ৰিক্সাৱালা, দুধকুপ মহল্লালৈ যাবি?"

দুধকুপ মহল্লাৰ গলি এটাৰে অলপ ভিতৰলৈ সোমাই যোৱাৰ পিচত ঘুঘলু এটা খাপৰিৰ ঘৰৰ ওচৰত ৰ'ল। বন্ধ, দুৱাৰৰ ফাকেৰে জুমি চাই ভিতৰৰ আন্দাজ কৰি ললে। তাৰ পিচত দুৱাৰৰ শিকলি জোকাৰিবলৈ ধৰিলে। ভিতৰত কোনোবাই আমনি পাই খং কৰি উঠাৰ শব্দ দুৱাৰৰ ফাকেৰে শুনিবলৈ পোৱা গ'ল। ভিতৰৰ পৰা সোধা বহুত কথাৰ উত্তৰ দি ঘুঘলুৱে সন্তুষ্ট কৰিলে। তাৰ পিচত গৈ দুৱাৰখন খুলিলে। ওচৰৰে কোঠা এটাত থকা কোনোবা এজন মানুহে নিজৰ কোঠাৰ পৰাই ৰচি এডাল টানি কোঠাটোৰ চিটকিনিডাল খুলি দিলে। ঘুঘলু ভিতৰ সোমাই গ'ল। কৰ্কশ মাত এটা শুনা গল "আকৌ কাক লগত লৈ আহিলি! কৰ পৰা আনিছ?..."

ঘুঘলুৱে লাহেকৈ কোৱা কথাবোৰৰ পৰা বাহিৰত স্পষ্ট শুনিবলৈ পোৱা গ'ল যে সি অনুনয় বিনয় কৰি ক'ব লাগিছে "মাষ্টৰ, না বলবেন না।... তেওঁৰ সকলো পৰিশ্ৰম পণ্ড হৈ যাব।......"

বাহিৰত থিয় হৈ থকা গীতালীয়ে ঘুঘলুয়ে এইদৰে কাকুতি মিনতি কৰাটো ভাল নাপালে। কিন্তু বেসুৰা যন্ত্ৰ এটা লৈ ৰেয়াজ বা কৰে কেনেকৈ! গীতালী মনে মনে থাকিল। এজন অতিষ্ঠ যেন হোৱা আৰু বিকৃত চেহেৰাৰ আদহীয়া মানুহে দুৱাৰখনৰ পৰা মূৰ উলিয়াই সুধিলে "কি হ'ল?.... সুৰ-মন্দিৰৰ মানুহে হবলা তোমাৰ যন্ত্ৰৰ তেৰটা বজাই দিলে! থৈ যোৱা, তিনি দিনৰ পিচত আহিবা। ....... বাহ্! তোমাৰ তানপুৰাৰ খোলটোতো বৰ ধুনীয়া! যন্ত্ৰটোৰ যত্নও লোৱা হবলা ........?"

হাৰাধন যন্ত্ৰকাৰৰ কথা-বতৰা শুনি গীতালী চমকৃত হৈছিল। গীতালীয়ে সধা সুৰত অনাৱশ্যক কৰ্কশ টান একোটাৰ সৃষ্টি হৈছিল। তেওঁ নিৰৱ হৈ পৰিছিল। যন্ত্ৰকাৰে কিছু সময় গীতালীৰ মুখৰ ভাব পঢ়িবলৈ যত্ন কৰিলে আৰু তাৰ পিচত ক'লে "কি আগ-পিচ ভাবি আছা খুকী?" যন্ত্ৰকাৰৰ মাতটো আগতকৈ কোমল হ'ল, "বেসুৰাক আকৌ সুৰত তুলিবলৈ দহ মিনিট সময়ো নালাগে।... আহা, ভিতৰলৈ আহা!"

হাৰাধনৰ কোঠাটোত সোমায়ে গীতালীৰ ভাল লাগি হ'ল। গ্ৰামোফোন কোম্পানীয়ে উলিওৱা সকলো ভাৰত বিখ্যাত শিল্পীৰ ছবি বেৰত আঁৰি থোৱা আছে। মাজে মাজে দুই

এখন প্ৰশংসা পত্ৰ বা চাৰ্টিফিকেট জাতীয় বস্তু। মজিয়াত বিভিন্ন ধৰণৰ বাদ্যযন্ত্ৰ সিঁচৰতি হৈ আছে।... ৰেডিঅ'ত যন্ত্ৰসঙ্গীতৰ কাৰ্যক্ৰমত সৰোদ বাজি আছিল।...... আকৰাম! উদীয়মান সৰোদবাদক আকৰামে স্বৰচিত গীত 'অৰ্চনাৰ বোল' জুৰিছিল। বৈ বৈ সৰোদৰ তাঁৰৰ পৰা শংখ আৰু ঘণ্টাৰ ধ্বনি প্ৰতিধ্বনিত হৈ আছিল। হাৰাধন যন্ত্ৰকাৰে নিজৰ সৰু আৰু পুৰণি ৰেডিঅ' ছেটৰ ফালে আঙুলিৰে দেখুৱাই কয় ''শুনিছা? সাত বছৰ হৈছে আকৰামৰ এইখন সৰোদৰ। এতিয়াও গমগমাই আছে। যন্ত্ৰৰ প্ৰতি যত্ন লোৱা মানে যন্ত্ৰক পূজা কৰা।''

হাৰাধনে ছেতাৰ, সৰোদ, সুৰবাহাৰ, দিলৰুবা, বীনা আদিৰ প্ৰসিদ্ধ শিল্পীসকলৰ নাম কৈ গ'ল। গীতালীয়ে স্বীকাৰ কৰে যে পাঁচ মিনিটৰ পৰিচয়ত যন্ত্ৰকাৰৰ কথাবোৰ গ্ৰহণ কৰিব তাই পৰা নাছিল। যন্ত্ৰকাৰে নিজৰ এটাচী কেছৰ পৰা কিছুমান ন-পুৰণি চিঠি গীতালীৰ আগত ধৰি ক'লে, ''পঢ়াচোন''।

কলিকতাৰ পৰা ভাৰত প্ৰসিদ্ধ (স্বৰ্গীয়) ছেতাৰ বাদক ওস্তাদ কাদিৰ হুছেনে বৰ আত্মীয়তাৰে লেখা পাঁচ বছৰৰ এখন চিঠিঃ ভাই হাৰাধন, তুমি যে সঁচাকৈয়ে মোৰ কাৰণে হাৰাধন হ'লা।..... মোৰ যন্ত্ৰটোৰ কিবা এটা বেয়া হৈছে, কিন্তু যাৰে তাৰে হাতত দিবলৈ মোৰ সাহ হোৱা নাই। জানো, তুমি কলিকতালৈ নাহিবা। গতিকে ময়েই যাম তোমাৰ ওচৰলৈ।.......'

ৰেডিঅ'ত তেতিয়া যোগেন্দ্ৰ সুৰীৰ ভায়োলিনত হেমন্তৰ ৰূপ-বিস্তাৰ আৰম্ভ হৈছিল। শুনি কোনে কব যে বাদ্যযন্ত্ৰৰ কিবা খুঁত আছে!

গীতালী মুগ্ধ হৈ পৰে। সৰু-ডাঙৰ অনেক শিল্পীৰ আৰু ওস্তাদৰ মৰম ভৰা চিঠিবোৰে; আকৰামৰ 'অৰ্চনাৰ বোলে', যোগেন্দ্ৰ সুৰীৰ ভায়োলিনে, ঘুঘলুৰ গুৰুভক্তিয়ে এই আটাইবোৰেই গীতালীৰ সমুখত মিস্ত্ৰী হাৰাধন যন্ত্ৰকাৰৰ ব্যক্তিত্বৰ সঁচা ছবি এখন দাঙি ধৰিলে।

ঘুঘলুৱে ষ্টোভ জ্বলাই চাহ কৰাত ব্যস্ত আছিল। মাজে মাজে সিও ওস্তাদৰ কথাৰ লগে লগে তাৰ মন্তব্য জাৰি কৰি যায়। মহাদেব লালাজীৰ লগত তবলা বজোৱা মানুহ নাই, কাকো পোৱা নাই। ..... খাঁ চাহাবতো দাঁতা পুৰুষ, পকেটত মুঠিয়ে মুঠিয়ে নোট লৈ ভৰণ-পোষণ বিলাই ফুৰে।.... মুন্নজী চাৰেঙ্গীয়া সেই দিনাৰ পৰা মোৰ ওপৰত বৰ নাৰাজ হৈ আছে।....

ঘুঘলুৱে চাহ দি গ'ল। এঢোক খাই উঠি হাৰাধন যন্ত্ৰকাৰে ক'লে ''যন্ত্ৰকাৰ বুলি কোৱা বা কাৰিকৰ বুলি কোৱা। কিন্তু কোনেও বেসুৰা বুলি কব নোৱাৰে। মই যে নিজৰ কৰ্মফলকে ভোগ কৰি আছোঁ খুকী! এডোখৰ শুকান কাঠ, দুডালমান তাঁৰ আৰু অকণমান চামৰাৰ ওপৰত সুৰ উলিয়াই জীৱন কটোৱাৰ বাহিৰে আৰু মোৰ কি বাকী আছে? মই অভিশপ্ত জীৱন যাপন কৰিছোঁ।..... তুমি মোৰ নাতিনীৰ বয়সৰ হ'বা। তুমি বিশ্বাস

কৰিবানে, ময়ো এসময়ত গীত গাইছিলোঁ আৰু মোৰ গীত শুনি হৰিণাৰ জাক মোৰ ওচৰলৈ দৌৰি আহিছিল।......"

যন্ত্ৰকাৰে আকৌ তেওঁৰ এটাচীৰ ঢাকনিখন খুলিলে। কিবা খুচৰি থাকি ক'লে, "মই বুজিছোঁ, তোমাৰ বিশ্বাস হোৱা নাই। সকলো কথা খুলি নকলে নহ'ব।..... জীৱছপুৰ ষ্টেটৰ ৰাজা জীৱৎস নাৰায়ণ দেবজ্যুৰ নাম শুনিছানে? তেওঁ চিকাৰৰ অভিজ্ঞতা সম্বন্ধে এখন বৰ ডাঙৰ আৰু বিখ্যাত কিতাপ লিখি থৈ গৈছে ইংৰাজীত। তাত পাবা.... পাবলিক লাইব্ৰেৰীতে আছে কিতাপখন.... পৃষ্ঠা বাৰ, বাইশ, চল্লিশ আৰু পচপন্নত মোৰ বিষয়ে উল্লেখ আছে। গ্ৰুপ ফটোও আছে, তাত মোক দেখিলে এতিয়াৰ মোক আৰু কোনেও চিনি নাপায়।.... ৰজা চাহাবে চিকাৰৰ উপৰিও সঙ্গীত চৰ্চা কৰিছিল। তেওঁৰ চিকাৰ পাৰ্টীত জেফৰী কৰ্ডাইন ৩৩৩ ব'ৰ ৰাইফলৰ লগত ছেতাৰৰো প্ৰয়োজন হৈছিল। তিনি চাৰিজন ওস্তাদ আৰু এক ডজন শিষ্য তেওঁৰ দ্বাৰা পালিত হৈছিল। মোৰ গুৰু পণ্ডিত শিৱবালক ঝাও সেই দৰবাৰৰ এজন গায়ক আছিল।....."

গীতালীয়ে নিজৰ ঘড়ীলৈ চালে। ঘুঘলুৱে এইবাৰ এটা গিলাচত চাহ লৈ আহিল। ক'লে, "আমাৰ ওস্তাদে এইবোৰ কথা কোৱাৰ সময়ত ইচপিচিয়েল চাহ খাবলৈ ভাল পায়।"

জ্ৰেপৰ পৰা এখন লেতেৰা ৰুমাল উলিয়াই গিলাচটো ধৰি যন্ত্ৰকাৰে গীতালীৰ ফালে চালে "খুকী, তোমাৰ দেৰী হ'ব। অইন এদিন শুনাম বাৰু হৰিণৰ জাক কেনেকৈ দৌৰি আহে।".....

গীতালীয়ে হাঁহি দিলে "কথা আধাখিনি শুনিলে মূৰৰ আধাখিনিৰ বিষ হয়।"

"শুনিলে নে শুনালে? বাৰু যিয়েই হওক, মই নিশ্চিন্ত হলোঁ। মূৰ থকা মানুহে মূৰৰ বিষলৈ ভয় কৰে। মই হলে পেট থকা মানুহহে দেই!...."

গীতালীয়ে আকৌ হাঁহিলে।..... যেতিয়াই গীতালীয়ে হাঁহে যন্ত্ৰকাৰৰ কাণৰ লতিৰ ওচৰৰ ছালখন নাচি উঠে। সোতোৰা পৰা কুৰূপ চেহেৰাটোত উজ্বলতা ভৰি পৰে।

"বাৰু, শুনা তেনেহলে।..."

.....সেইবাৰ গুৰুৱে হাৰাধনৰ ওপৰত কৃপাদৃষ্টি দিলে। চিকাৰ পাৰ্টীৰ লগত যাবলৈ আদেশ পালোঁ। এতিয়া জংঘলত মঙ্গল সধাৰ কত যে কাহিনী শুনাব পাৰে হাৰাধনে! সেইবোৰ লিখিলে এখন বৰ ডাঙৰ কিতাপ হ'ব। .... ৰাজা চাহাব আছিল আচল চিকাৰী।

..... নেপালৰ তৰাই অঞ্চলৰ মধুমাৰা জংঘলত কিৰাত চৰ্দাৰে শৰ পশু চিকাৰ কৰি দেখুৱাইছিল।.... তৰাইৰ জংঘলৰ মাজত সৰু এডোখৰ মুকলি ঠাই আছে, যাক ইংৰাজীত 'গ্লেড' বুলি কয়। জোনৰ পোহৰ ওখ ওখ শাল গছৰ মূৰৰ পৰা খহি সেউজীয়া মসৃন ঘাঁহৰ ওপৰত সিঁচৰতি হৈ পৰিছিল। কাযেদি বৈ যোৱা পাহাৰীয়া নৈখনেও কুলুকুলু শব্দ কৰা নাছিল। বতাহেও ফুচফুচাই কথা কৈছিল।.... গছৰ শুকান ডাল এটাই আচৰিত হৈ চাই যেন থিয় দি আছিল। সি তাৰ ছাঁটোৰে কিহবাৰ ইঙ্গিত দিছিল আৰু গোটেই তৰাইত,

তৰাইৰ জংঘলত এটা বেদনাৰ সুৰ বিয়পি পৰিছিল।... সেয়া আছিল কামাতুৰা হৰিণীৰ মাত! নদীৰ শীতল পানীৰে পিয়াহ্ গুচোৱা শৰ পহুৰ মন-প্ৰাণ আন কিহ্বাৰ পিয়াহ্ত দপদপকৈ জ্বলি উঠিছিল। হৰিনীয়ে বৈ বৈ মাতিছিল।.... জোনাকত শৰ পহুৰ জাকটো মানুহৰ চকুত ধৰা পৰিছিল।...... গোটেই জাকটোৰ গাবোৰ স্পষ্ট হৈ পৰিল। চকুৰ আগত থিয় হৈ থকা শুকান গছৰ ডালটোৱে বিস্ময় নে আবেশত নাচিবলৈ ধৰিলে। ছাঁৰ মাজত আকৌ কোনোবাই ইঙ্গিত শুনালে চিচ্ চিচ্! জোনাকত হ'ল তাঁৰৰ চমক .... খচ্চ্-খচ্চ্.....!

.....ইয়াৰ পিচত মৃত-প্ৰেমীক সকলৰ মৰাশবোৰৰ পৰা নিজৰ নিজৰ কাঁড়বোৰ আজুৰি আনি কিৰাতৰ দলটোৱে নাচিবলৈ ধৰিলে হা- হিৰা- হা-হিৰা- হা হিৰ- ৰ-ৰ-ৰ-ৰ -আ!

... এজনী মাইকী শৰ পহুক সৰুৰে পৰা পোহনীয়া কৰি ৰাখি তাইৰ ডিঙিৰ পৰা বেলেগ মাত এটা উলিওৱাৰ শিক্ষা দিয়া হয়। কিৰাতৰ ওস্তাদে হৰিনীজনীৰ ডিঙিৰ তল ফালে আঙুলিৰে সুৰুসুৰাই দিয়ে আৰু হৰিনীজনীয়ে যেতিয়াই তেতিয়াই চিঞৰি উঠে।

..... সেই চিকাৰটো দেখাৰ পিচৰে পৰা ৰাজা চাহাব অসুস্থ হৈ পৰিল। তেওঁ সেই পদ্ধতিৰে ভৱিষ্যতে আৰ চিকাৰ কৰিবলৈ আহিবলৈ নাহে সেই কথা জনা নাযায়; কিন্তু হাৰাধনৰ মূৰত এই চিকাৰৰ ভূতে লম্ভিলে। কামান্ধ পহুৰ চিঞৰ, কেঁকনি, চটফটনি আৰু দম হেৰোৱা দেখি হাৰাধনৰ ভিতৰত থকা কিৰাতটোৱে আনন্দত কিৰিলি পাৰি উঠিল! .... সি সঙ্গীত সাধনা এৰি থৈ কিৰাত চৰদাৰৰ লগত পলাই গ'ল।

..... সকলো বছৰতে চ'ত মাহৰ জোনাক নিশা তিনি-চাৰিটা মানকৈ এনেকুৱা চিকাৰ হয়। শিক্ষাপ্ৰাপ্ত হৰিণী জনীৰ লগতে তাইৰ প্ৰশিক্ষকজনকো কিৰাতসকলে পূজা কৰে। এনেকুৱা হৰিণ বৰ দুৰ্লভ আৰু সংখ্যাতো বৰ কম। গোটেই বছৰতে হৰিণৰ শুকান মঙহ জুইত পুৰি খোৱাৰ সময়ত কিৰাতসকলে 'হা-হিৰা' বুলি স্মৰণ কৰে। ..... সেইবাৰ তিনি-চাৰিটামান চিকাৰত হাৰাধন কিৰাতবোৰৰ লগত আছিল। গোটেই বছৰটো সিহঁতৰ মাজতে থাকিও হাৰাধনে সিহঁতৰ পৰা পহুক মাত শিকোৱাৰ ৰহস্য উদ্ঘাটন কৰিব নোৱাৰিলে। এক নম্বৰ পাহাৰটোত থকা সকলোবোৰ গাৱঁৰ ভিতৰত মাত্ৰ এজনীহে তেনেকুৱা শিক্ষাপ্ৰাপ্ত হৰিণী আছিল আৰু গৰাকীজনেই আছিল জনা মানুহ। হৰিণীয়েই হৈছে মূলধন!

হাৰাধনে কিন্তু সেই মূলধন সস্তা কৰি দিলে নিজৰ সাধনাৰে। মাইকী হৰিণৰ আৰু কি প্ৰয়োজন? হাৰাধনে নিজেই কামাতুৰা হৰিণীৰ মাত আয়ত্ত কৰিলে।.... কিৰাত চৰ্দাৰে হাৰাধনৰ সেই মাতৰ পৰীক্ষা কৰিবৰ বাবে চিকাৰৰ ব্যৱস্থা কৰিলে। চ'ত মাহৰ জোনাক নিশাৰ আৰু দৰকাৰ কি? যেতিয়াই মন যায় চিকাৰ কৰা। বছৰৰ বাৰ মাহতে।

.... জোনাক নিশা! নিশা শেষ হওঁ হওঁ।... ব্ৰহ্ম মুহূৰ্তত হাৰাধনে প্ৰথম সেই মাতটো মাতিলে হুবহু মাত। মাত শুনি চিকাৰৰ টঙীৰ ওচৰলৈ বাৰটামান পহু দৌৰি আহিল।.... খচ্চ-খচ্চ .....!

....... হাৰাধনৰ পূজা হ'বলৈ ধৰিলে 'এক নম্বৰ পাহাৰটোত। সেই অঞ্চলৰ সকলোতকৈ সুন্দৰীগৰাকীক হাৰাধনৰ সেৱা কৰিবলৈ নিযুক্ত কৰা হ'ল। ...... কিৰাত চৰ্দাৰ হৈ পৰিল হাৰাধনৰ জীৱনৰ শত্ৰু।.... তেতিয়া ১৯৩৪ চনৰ জানুৱাৰী মাহ। ভয়ানক ধৰণৰ এটা ভূঁইকঁপ হ'ল সেইবাৰ। ভূঁইকঁপৰ তৃতীয় দিনা সকলো কিৰাতে ধৰি ললে যে হাৰাধনৰ কৰ্মৰ বাবেইহে ঈশ্বৰৰ কোপ দৃষ্টি সিহঁতৰ ওপৰত পৰিছে।

..... ভগৱতীৰ কৃপা! নাৰীৰ দয়াই তেওঁৰ জীৱন সেইবাৰ ৰক্ষা কৰিলে।..... মৃগচৰ্ম কায়লতিৰ তলত লৈ হৰাধন গুৰুৰ ওচৰত উপস্থিত হ'লহি। এইবাৰো আকৌ গুৰুৰ সমুখত ৰাজা চাহাবৰ বাগিচাত নিজৰ কণ্ঠৰ সেই কলা প্ৰদৰ্শন কৰিবলৈ গৈ হাৰাধনে নতুন বিপদৰ সৃষ্টি কৰিলে।..... আগৰবাৰৰ হৰিণ চিকাৰ দেখাৰ পিচতে ৰজা চাহাব মানসিক ৰোগত আক্ৰান্ত হৈ অসুস্থ হৈ পৰিছিল। বহুত দিন চিকিৎসাৰ মূৰত সুস্থ হৈ উঠিছিলহে মাথোন, আকৌ হাৰাধনৰ পৰা সেই মাতটো শুনিব লগা হ'ল। ৰাজা চাহাব পুনৰ অসুস্থ হৈ পৰিল।..... তেওঁ আছিল এজন পুৰণি চিকাৰী। মাতটো শুনিয়েই তেওঁ চিএঞৰি উঠিল সেয়া সেয়া, মতা হৰিণৰ মাত, ছলনাময়ী হৰিণী, ডায়ন স্পটেড ডিয়াৰ, চিত্ৰা....! এক্সপ্ৰেছ ৫০০ ৰাইফল হাতত তুলি লৈ ৰাজা চাহাবে শব্দভেদী লক্ষ্যৰ প্ৰতি গুলী এৰিলে। হাৰাধনে নিজৰ সেই মাতটো শেষ কৰি আহিছিল মাথোন... এনেতে গুৰু শিৱবালকৰ বুকু ভেদ কৰি পেলালে এটা ছফ্‌ট্ ন'জড্ এক্সপেণ্ডিং বুলেটে। হাৰাধনৰ গুৰু শিষ্যই তেওঁক দিয়া মৃগকৰ্মৰ আসনত উপবিষ্ট হৈ আছিল।.... সেই হৰিণৰ ছালখনত আজিও তেজৰ দাগ আছে।..... হাৰাধন পলাই গ'ল। আৰু যলৈকে গ'ল তাতেই কিবা নহয় কিবা এটা অঘটন ঘটিবলৈ ললে।

হাৰাধনে কাণত ধৰি চকুহাল মুদি দিলে। ''তাৰ পিচত, তেতিয়াৰ পৰাই মোৰ ডিঙিত এটা কৰ্কশ ধাতুৰ ঝনঝননিৰ নিচিনা শব্দৰ উৎপত্তি হ'ল।.... মই বানীক কলংকিত কৰিলোঁ!.... তাৰ পিচত সুৰ বন্ধাৰ কাম কৰিবলৈ ললোঁ। কিন্তু ..... কিন্তু.....!''

ঘুঘলুৱে ইতিমধ্যে ভিতৰৰ পৰা পুৰণি পহু ছাল এখন উলিয়াই আনিলে। যন্ত্ৰকাৰে কলে, ''এইখনেই সেই যৌৱনমত্ত মতা হৰিণটোৰ ছালখন, যিটো পহুৰে মোৰ মাতত আকৰ্ষিত হৈ বুকুত চাৰিডাল কাঁড় শালি লৈও মোৰ ওচৰ পাইছিলহি। মোৰ সমুখতে ই ভৰি এছাৰি মৃত্যুবৰণ কৰিছিল।... আৰু গুৰুজী এইখন ছালৰ ওপৰতে বহিছিল কিছু সময়!''

হাৰাধনে পহু ছালখন তুলি লৈ ভক্তিৰে মূৰত লগালে। তাৰ পিচত আকৌ গীতালীৰ আগত থৈ ক'লে, ''সেই স্বৰ্ণমৃগৰ নামটো কি আছিল? মাৰীচ?.... আৰু সীতাই সেই মৃগচৰ্মৰ ওপৰত বহিবলৈ কৰা বাসনাৰ কি হ'ল? ৰামায়ণৰ কৰবাত এই কথা লিখা আছে নে?... কোনো সাধনা কৰিবলৈকে, বোধহয়??

হাৰাধন যন্ত্ৰকাৰে নেপালৰ সেউজীয়া বন্যভূমি আৰু তাৰ সেউজীয়াৰে ভৰা মায়াৰ সূতাৰে নিজৰ কাহিনীক গাঁথি ক'লে, ''খুকী।... এতিয়াৰ পৰা তোমাক মই নাতিনী

বুলিয়েই মাতিম, মোক তোমাৰ মাৰাৰ দেউতা বুলি লবানে? বাৰু, বাৰু! কাইলৈও আহিবাতো? বৰ ভাল!......"

পিচদিনাও গ'ল গীতালী। গৈ পোৱাৰ লগে লগে যন্ত্ৰকাৰে গীতালীৰ হাত চাবলৈ ইচ্ছা কৰিলে। গীতালীয়ে দুইখন হাতৰ তলুৱা তেওঁলৈ মেলি দিলে। ".... হুঁ! তোমাৰ বায়েৰা মিতালীয়ে যিখিনি কৰিব নোৱাৰিলে তুমি সেইখিনি সম্ভৱ কৰিব পাৰিবা। নিশ্চয়!" গীতালীয়ে গম পালে, যন্ত্ৰকাৰে তাইৰ বায়েকৰ সৰু-বৰ কথাবোৰৰ উপৰিও জীৱনৰ ঘটনাবোৰৰ বিষয়েও জানে। যন্ত্ৰকাৰে ক'লে, "নাতিনী, বেয়া নাপাবা। তোমাৰ বায়েৰাই সেই বিলাহীৰ নিচিনা মানুহটোক বিয়া কৰাই সকলো নষ্ট কৰি পেলালে।..... তুমি উৰহ দেখা পাইছানে যি মানুহৰ তেজ খাই ৰঙা টুপটুপীয়া হৈ থাকে? সেই মানুহটোও এটা উৰহ! তোমাৰ বায়েৰাৰ সকলোখিনি সি শুহি নিলে।..... সি কি? সাহিত্যিক? কি বুলি কৈছে সি....?"

কথা-বতৰাৰ মাজে মাজে কেতিয়াবা যন্ত্ৰকাৰে এনেকুৱা উভঁহা কথা কিছুমান কৈ যাবলৈ ধৰিলে। নিজৰ জামাই বাবুক বিলাহী আৰু উৰহ পোকৰ লগত ৰিজোৱা বাবে গীতালীৰ মনত অকণো বেয়া নালাগিল। বৰঞ্চ সমৰ্থন কৰি মূৰ জোকাৰিলে, "সঁচা কথাই কৈছে আপুনি! দিদিয়ে ভোগ কৰিছে এতিয়া। তিল তিলকৈ মৰিবলৈ ধৰিছে।....."

সঙ্গীত জগতৰ জৰিয়তে আনন্দিত হোৱা লোকসকলে মিতালীৰ অসময়তে বিলুপ্ত হ'বলগীয়া হোৱা প্ৰতিভাৰ কাৰণ বিচাৰি নানা জনে নানাজনক দোষাৰোপ কৰে। কোনোবাই দোষ দিয়ে তাইৰ গুৰুক, কোনোবাই দিয়ে তাইৰ অকাল মাতৃত্বক; কিন্তু কোনোৱেই মিতালীৰ স্বামীৰ বিষয়ে একো নকয়.... যিহেতু তাইৰ বায়েকৰ জীৱনটো এইজন মানুহেই ঘৃণীয়া কৰিলে। .... 'শুচিবায়ু' হৈছে পৱিত্ৰতাৰ এটা ধাৰণা! জামাই বাবুৰ 'বিশুদ্ধতা' বিচৰাৰ এটা মুদ্ৰা দোষ আছে। অশুদ্ধ? বিশুদ্ধ... সংকুচিত মুখ-মুদ্ৰা! ..... বায়েকে এতিয়া বাথৰুমতহে গান গায়। হাতৰ আঙুলি আৰু তলুৱা সকলো সময়তে পানীত থাকিব লগা হোৱাৰ ফলত কোঁচ খাই পৰিছে।... গোটেই দিনটো মাথোন কাপোৰকে ধুই থাকিব লাগে।.....

ঘুঘলুৱেও চিনি পায় মিতালীদিক। কথাৰ মাজতে সিও ফোৰণ দিয়ে "আগতে মিতালী দিৰ কোনো কোনো সঙ্গীতৰ অনুষ্ঠানত ইমান ভিৰ হৈছিল যে নিয়ন্ত্ৰন কৰিবলৈ লাঠিও চলাবলগীয়া হৈছিল।.... এতিয়া যে কি হৈ গ'ল!"

কি হ'ব আৰু? তেওঁৰ স্বামী দেৱতা সঙ্গীত শুনিয়েইতো মুগ্ধ হৈছিল। সঙ্গীতৰ ভিতৰতো আকৌ ঠুংৰী শুনি। মিতালীদিৰ ঠুংৰীত এনে কিছু বিশেষত্ব আছিল যে তাৰ বাবে মিতালী-ঠুংৰী বুলি এটা সুকীয়া ধাৰাই প্ৰচলিত হৈছিল। বিয়াৰ পিছত এই সৰ্বকলা-বিশেষজ্ঞ স্বামী দেৱতাই মৰমেৰে বুজালে "মিতালী ৰাণী, তুমি যদি ঠুংৰীয়েই গোৱা তেন্তে বিশুদ্ধ ঠুংৰী গাবলৈ লোৱা।" স্বামী দেৱতাৰ ইচ্ছা যেতিয়া বায়েকে লাহে লাহে এক ৰূপ

বিশেষৰ আশ্ৰয়ত ৰেয়াজ কৰিবলৈ ধৰিলে। লক্ষ্ণৌ আৰু বাৰানসীৰ ঠুংৰীক বাদ দি আন ধৰনে শুনাবলৈ ধৰিলে।......গুৰুৱে ইয়াত আপত্তি কৰিলে। তেওঁ মিতালীৰ গিৰিয়েককো বুজাবলৈ চেষ্টা কৰিলে "ঠুংৰীক আঞ্চলিক সঙ্গীতৰ প্ৰবাহেইহে এতিয়ালৈকে সমৃদ্ধ কৰিছে। খেয়ালৰ অনুসৰণকাৰী কেৱল নহয়। গ্ৰাম্য সুৰৰ লগত সম্বন্ধিত ঠুংৰী, ওস্তাদ বৰে.....।"

"ডাঙৰ ডাঙৰ ওস্তাদৰ ডাঙৰ ডাঙৰ কথা মোক নুশুনাব, পণ্ডিতজী। মই ঠুংৰীৰ ইতিহাস জানোঁ।....প্ৰশ্ন হৈছে বিশুদ্ধতাৰ! ঠুংৰীৰ নামত বৰ্ণসংকৰ বস্তু এটা শিকোৱাজনক মই সঙ্গীতজ্ঞ বুলি মানি নলওঁ।..."

মিতালীয়ে থিয় দি থাকি মাথোন গুৰুৰ সেই অপমান চাই থকিল। একো নকলে!

এতিয়ালৈকে মিতালীয়ে নিজৰ কাফী আৰু খম্বাজৰ ঠুংৰী কেতিয়াবা কীৰ্তন, কেতিয়াবা ভটিয়ালি আৰু কেতিয়াবা পূৰবীৰ স্পৰ্শ দি গাই আহিছিল। মিতালীৰ খ্যাতিৰ ৰহস্যও আছিল তাতেই। মূল ৰূপৰ পৰা লুকাভাকু খেলি অহা সৰু সৰু আঞ্চলিক ৰাগিনীবোৰে শ্ৰোতাক মুগ্ধ কৰে।

.......মিতালীয়ে নিষ্ঠুৰভাৱে সেইবোৰ পৰিত্যাগ কৰিলে। ......"ৰাতিপুৱাইনো কি বাজুবন্ধ খুলি খুলি যায় খুলি খুলি.... কৰিছা এইবোৰ! মিতালী ৰাণী, বন্ধ কৰা এইবোৰ, ভগৱানৰ নামত..." ঠুংৰী হৈছে বহুৰূপী! যি ৰেছাও হলত মিতালীৰ প্ৰতিভাৰ উদয় হৈছিল, তাতেই এদিন অস্তও গল। গীতালীয়ে কেনেকৈ পাহৰিব পাৰে সেই ৰাতিৰ কথা! সেই দিনা গীতালীৰ ঘৰ মৃত্যুৰ ছাঁই আৱৰি পেলাইছিল। গুৰুৱে উচুপি উচুপি কান্দিছিল....... শাৰদোৎসৱ সঙ্গীত সমাৰোহত মিতালীয়ে আলাপৰ অঙ্গ সম্পূৰ্ণ কৰিবলৈকে নাপালে, হলৰ ভিতৰখন কুকুৰ মেকুৰীৰ মাতেৰে ভৰি পৰিল। বিধে বিধে ঠাট্টা-মস্কৰাৰ শব্দ শুনা গল "এওঁক মেটাৰনিটি চেম্বাৰলৈ পঠিয়াই দিয়া! .... কন্‌ডেমড্ মাল ......বান্দোল!...."

তিনি দিন আহাৰ-পানী পৰিত্যাগ কৰি থকা গুৰুজীৰ আগত গীতালীয়ে প্ৰতিজ্ঞা কৰিলে। সেইদিনাই গীত-ব্ৰত কৰিলে গীতালীয়ে। সৰল-সুগম-সহজ সঙ্গীতত এটা সুকীয়া মৰ্য্যাদা দিব গীতালীয়ে।..... বায়েক মিতালীয়ে পৰিত্যাগ কৰা ৰাগিনিবোৰক উদাৰভাৱে আশ্ৰয় দিলে তাই!

ৰেডিঅ'ৰ পৰা বাতৰিৰ প্ৰচাৰ শুনিহে গীতালীৰ হুচ হ'ল সময় কিমান হ'ল বুলি। তাই মনে মনে বহি যন্ত্ৰকাৰৰ কাম চাই আছিল। যন্ত্ৰকাৰে চকু মুদি বহি ললে। ... ৰেডিঅ'ৰ সমাচাৰ শুনাৰ সময়ত তেওঁ এই দৰে আসনত বহি লয়। "......সমাচাৰ শুনাৰ সময়ত বিশাল বিশ্ব-যন্ত্ৰক চুই চোৱাৰ সুখ অনুভৱ কৰোঁ, বুজিছা নাতিনী!.."

তাৰ পিছত ঘুঘলুৱে ৰেডিঅ'টো বন্ধ কৰি দিয়ে। গীতালীৰ তানপুৰাখন কোলাত তুলি লৈ যন্ত্ৰকাৰে কয়, "দেখিছা, ইয়াত মাত্ৰ চাৰিডাল তাঁৰ আছে। কিন্তু এই চাৰিডালৰ পৰাই সাতটা স্বৰ উৎপন্ন হয়।..... তোমাৰ বাইদেউৰাই সহায়ক নাদক উপেক্ষা কৰিলে।

তুমি সেইটো নকৰিবা। সৌভাগ্যক্ৰমে তোমাৰ এই যন্ত্ৰটো বৰ উত্তম।...''

এই বুলি যন্ত্ৰকাৰে গীতালীৰ তানপুৰাৰ তাঁৰত হাত দিলে। ''.....'প' স্বৰত বন্ধা তাঁৰদালত 'ধ নি ৰে'' ৰহে সহায়ক নাদৰ স্বৰৰ ঝংকাৰ হৈছে কিয়? .....আৰু ইয়াকে লৈ তুমি অখিল ভাৰতীয় সুৰ-সঙ্গম সমাৰোহত ভাগ ল'বলৈ ওলাইছা? ৰাধে-ৰাধে!..''

গীতালীৰ মনত পৰিল ৰাধেশ্যামলৈ, ৰাধে গীটাৰিষ্ট! যি প্ৰতিভাৰ বিকাশ হোৱাৰ আগতেই মৃত্যু হয়, তাৰ বাবে দুখ কাৰ নহব?.... পাচৰঙী জেকেট আৰু তৰোৱালকাই মোচ! তেতিয়া গীতালীৰ ঘৰলৈ যেতিয়াই তেতিয়াই আহ-যাহ। গীতালীয়ে গোৱা কোনো কোনো গীতৰ লগত সঙ্গতো কৰিছিল।.... সেই দিনা যন্ত্ৰকাৰৰ ঘৰৰ পৰা উভতি গৈ দেখে যে ৰাধেশ্যাম অপেক্ষা কৰি বহি আছে, কব নোৱাৰে কেতিয়াৰ পৰা। মাক গৈছিল ৰামকৃষ্ণ আশ্ৰমত কীৰ্ত্তন শুনিবলৈ।..... ৰাধেশ্যাম! ৰাধেশ্যাম ৰ মুখলৈ তাই মনোযোগেৰে চালে। যন্ত্ৰকাৰে কোৱামতে সকলো শিল্পীৰে মুখ-মণ্ডলৰ কেউফালে সুৰ-লহৰি কঁপি ফুৰে। চিম্ফনী কনচাৰ্টৰ কণ্ডাক্টৰ মিষ্টাৰ ৰেংকিনক প্ৰথমে দেখিয়েই হাৰাধন যন্ত্ৰকাৰে তেওঁৰ মুখৰ কেউকাষে উদ্ভাসিত হৈ থকা সুৰ-লহৰি দেখা পাইছিল। 'চি' মাইনৰৰ পৰা 'ই' ফ্লেট..... পিয়ানো, হৰ্ণ, ইবি...ক্লাৰিওনেট.....।

ৰাধেশ্যামৰ মুখ-মণ্ডলৰ ওচৰত সুৰ-লহৰি নাচি আছিল। মদ খাই মাতাল হৈ আছিল। গীতালীয়ে একো নোকোৱাৰ ভুল অৰ্থ কৰি সি লেবলেবাই কবলৈ ধৰিলে ''ডাৰ্লিং...! ডি-ড-ডি-ডি-ডা-ডি-দা ডি-ডা-আ-আ!..... গী-তা-লী, মাই গীতা-লী!''... আকৰামৰ 'অৰ্চনাৰ বোল', শংখ-ঘন্টা-ধ্বনি, ধূপৰ গোন্ধ..... ৰাধেশ্যামৰ অসংলগ্ন কথা আৰু মদৰ গোন্ধ!,....গীতালীৰ আটাইতকৈ সৰুটো ভায়েকৰ বয়সীয়া এই ৰাধেশ্যাম।

ইমান সাহ ইয়াৰ! গীতালীয়ে একো নোকোৱাকৈ ভিতৰ সোমাই গ'ল।...

ৰাধেশ্যামৰ পৰা আঁতৰি গ'ল হ'য়। কিন্তু জামাই বাবুৰ এজন বন্ধুৰ আবিৰ্ভাৱ হ'ল। তেওঁ এজন গীতিকাৰ। ভিনিহীয়েকৰ শিষ্য।... গীতালীয়ে গোটেই জীৱনটোত গাব লগা গীতৰ ঠিকাটো লবলৈ তেওঁ বিচাৰি আছিল।... ''তুমি যদি কোৱা দিনটোত পাচটা সুমধুৰ গীত ৰচনা কৰি তোমাক দেখুৱাওঁ। তুমি গীতে গীতে তাৰ শাৰীয়ে শাৰীয়ে তিনিটা বিন্দু হৈ বিয়পি যোৱা, প্ৰিয়তমা প্ৰিয়তমা-আ, তুমি....।''

ৰাধেশ্যাম কেইটামান ফিল্মী সুৰ লৈ জীয়াই আছে। জামাই বাবুৰ গীতিকাৰ শিষ্যই কোনোবা প্ৰিয়তমাক পাই যাব পাৰে!

অকলশৰীয়া গীতালী। গীত গাথেঁ, সুৰ দিয়ে আৰু গায়।....দহ বছৰ গাই আছে। যন্ত্ৰকাৰে আৰু এটা কথা কৈছিল ''গন্ধ! গীতৰ পৰা যাতে গন্ধ পৰিবেশন কৰিব পাৰা, তেনেকুৱা সাধনা কৰা।...''

তৃতীয় দিনা যন্ত্ৰকাৰৰ মনটো কিবা বেলেগ হৈ আছিল। ঘুঘলু আছিল বাহিৰত। গীতালীয়ে কোনো কথা নকৈ কোঠাটোৰ চুকত বহি পৰিল। অখিল ভাৰতীয় সুৰ-সঙ্গম

সমাৰোহৰ শেষ দিনাৰ কাৰ্য্যসূচী ঘোষিত হৈছে। গীতালীয়ে যন্ত্ৰকাৰক কলে, "ককা, আশীৰ্বাদ দিয়ক। নিমন্ত্ৰণ পাইছোঁ।"

ঘুঘলুৱে দোনা এটাত ঘুঘনি আৰু কচুৰী লৈ আহিল। দেখা পায়েই যন্ত্ৰকাৰৰ মনটো ফৰকাল হৈ গ'ল। ভিতৰৰ পৰা গীতালীৰ তানপুৰাটো আনি দিলে ঘুঘলুৱে। ধুনীয়া খোলটোৰ পৰা তানপুৰাটো উলিয়াই যন্ত্ৰকাৰে আগবঢ়াই দিলে গীতালীলৈ "লোৱা, ভাল হৈ গ'ল। তুমি সকলো শুধৰাই পেলাবা। ইয়াৰ পূজা কৰিব নালাগে; কিন্তু সন্মান নিশ্চয় কৰিবা।"

গীতালীয়ে তাঁৰত আঙুলি বুলালে। হাৰাধন যন্ত্ৰকাৰে ইফালে-সিফালে চাই কলে, "মোৰ এটা কথা শুনিবানে? তোমাৰ আঙুলিকেইটা চুব লাগিব?... এৰা, এৰা। নাতিনী চাগৈ আচৰিত হৈছা বুঢ়াৰ আকৌ এইবোৰ কি কথা, এবাৰ হাতৰ তলুৱা চাব খুজিব, এবাৰ হাতৰ আঙুলি চুবলৈ বিচাৰিব! হো-হোঃ....।" গীতালীৰ আঙুলিকেইটা নিজৰ মূৰত লগাই কলে, "মোৰ আক' ভয়হে লাগিছিল, তোমাৰ নখবোৰ বা কেনেকৈ কাটি থৈছা!".... তাইৰ আঙুলি কেইটাত ধৰি তাৰ পিচত সুধিলে "কি নাতিনী? মনে কি বাজছে'? কি? তোমাৰ মনৰ ভিতৰত কি বাজি আছে? মানে কি কৈছে? কি সুৰত কৈছে?...."

সেই দিনা গীতালীয়ে হাঁহি মাৰি উত্তৰ দিছিল-"ক'তা? কোনো অজান ৰাগিনী দেখোন একো বজা নাই!"...কিন্তু আজি?.... আজি তাই স্পষ্ট শুনিবলৈ পাইছে এনে এক ৰাগিনী যাৰ প্ৰৱাহক বান্ধি ৰাখিব নোৱাৰি।.... তাৰ বাদ্যযন্ত্ৰই হাৰ নামানে, হাৰ মানি থাকে মাথোন তাৰ প্ৰবাহে ....ক', যন্ত্ৰকাৰ....? আছে জানো যন্ত্ৰকাৰ ?

সেইবাৰ অখিল ভাৰতীয় সুৰ-সঙ্গম-সমাৰোহত সৰ্ব্বোচ্চ স্থান লাভ কৰিয়েই গীতালী হাৰাধন যন্ত্ৰকাৰক প্ৰণাম কৰিবলৈ গৈছিল।..... কিন্তু শুনি অবাক হ'ল, ঘুঘলুক লৈ হাৰাধন যন্ত্ৰকাৰ অন্তৰ্দ্ধান হৈছে। সুৰ-মন্দিৰৰ মানুহে তেওঁলোকৰ দোকানৰ বহুতো যন্ত্ৰপাতি আৰু অন্যান্য বস্তু চুৰি হোৱাৰ অভিযোগ কৰি এখন এজাহাৰ দিছে।....তাৰ পাচত দহ বছৰ সময় পাৰ হৈ গৈছে।..... 'ককা, মই তোমাক ককাধন বুলি মাতিম।... ককাধন, তোমাৰ পহুছালখন মোক দিয়া। মই তাৰ ওপৰত বহি সাধনা কৰিম।'... 'কৰিবা? কৰিবা ? ভয় নালাগে? এই অমঙ্গলীয় পহু ছালখনে জানোচা তোমাৰ কিবা অমঙ্গল ঘটায়!' ....পহুছালখন মূৰত লগাই গীতালীয়ে একাষত থৈ দিলে।.... ইয়াৰ ওপৰত বহিয়েই তাই সাধনা কৰিছে। ...শৰপহু, চতুৰ্দশ নক্ষত্ৰ.... চন্দনৰ টুকুৰা... তেজৰ চেকা... ডট্-ডট্-ডট্!...

দহ বছৰৰ পিচত ককা হাৰাধন যন্ত্ৰকাৰৰ কথা মনত পেলোৱাৰ সময়ত মনটোৱে ইমনৰ পদ-বিন্যাস কৰি আছিল।..... গীতালীয়ে আজিকালি নিজকেই এটা যন্ত্ৰ বুলি বিবেচনা কৰে। কোনো অচিনাকি আঙুলিয়ে তাইক বিদ্ৰূপ কৰেহি বাৰে! বাৰে !... অদৃশ্য-মুখৰ- জগতৰ সন্ধানত তাইৰ বাধা পৰে। তিনিটা উজ্জ্বল বিন্দু মাৰ যায়।

দুৱাৰমুখত পিয়নে আহি মাতি চিঠি দি গ'ল।... কুমাৰী গীতালী দাস..... 'গীত মহল'.....।

হে ঈশ্বৰ!.... হে ঈশ্বৰী... এয়া কি? সপোন নে দিঠক? ...সঁচানে এয়া? ভাৰতৰ বিখ্যাত ছেতাৰ বাদক আকৰামৰ প্ৰণয় নিবেদনপূৰ্ণ এখন চিঠি!.... শংখ-ঘন্টাধ্বনি..... ধূপৰ গন্ধ! অৰ্চনাৰ বোল!..... ললিত ৰূপত!...বিলম্বিত-দ্ৰুত!..ই কেনেকৈ সম্ভৱ হ'ল! যিটো বাসনা তাই যোৱা দহ বছৰে মনৰ মাজত লুকুৱাই থৈছে!... মা!

আকৰামৰ চিঠিত আছিল স্বৰ! তাৰ শাৰীবোৰৰ মাজত আছিল ঝংকাৰ।... শংখ আৰু ঘন্টাধ্বনিৰ মাজত গীতালীয়ে শুনিবলৈ পালে আকৰামৰ কন্ঠস্বৰ! তাই চিৰসঙ্গী তানপুৰাটোত দুয়ো হাতেৰে সাৱটি ধৰিলে।...তাৰ চাৰিওদাল তাঁৰৰ পৰা আকৰামৰ কন্ঠস্বৰ ভাঁহি আহিল!...'গীতালী! গীতালী... মই আকৰাম। যোৱা আঠ বছৰ ধৰি মই শুনি আছোঁ, শুনি আছোঁ নহয় উপভোগ কৰি আছোঁ তোমাৰ গীতৰ গন্ধ।... ধান বানি থকা, যাঁত পিহি থকা, গৰু-মহ চৰাই থকা সুন্দৰী বিলাকৰ গাৰ লুণীয়া গন্ধ, পথাৰ, পুখুৰী আৰু নৈৰ ঘাটৰ পৰা পানী অনা সুন্দৰীইঁতৰ গাৰ আঁচলৰ গন্ধ.... সুগন্ধ...কোনো বনফুলৰ গন্ধৰে.... সুৰভিময় গীতৰ গায়িকাই মোৰ ঘ্ৰাণশক্তি সতেজ কৰি তুলিছে। মই গীত-গন্ধা আৰু গীতালী-গন্ধা নামৰ দুটা গান ৰচনা কৰিছোঁ।... সেই দিনা তুমি কিন্তু কৃপণালি কৰিলা, হয়নে নহয়?....

এনেকুৱা আৰু নকৰিবা। মই তোমাৰ কণ্ঠৰ পৰা কোনেও নোগোৱা গীত নমাই আনিম। গীত-গন্ধা! মই নিজকে সৌভাগ্য বুলি ভাবিম যদি তোমাৰ সৈতে.....''

আৰু এয়া দ্বিতীয়খন চিঠিটো সেই ঝনৎকাৰৰ শব্দ!... হেৰাই যোৱা ককাধন হাৰাধনৰ....'ও-গো নাতিন! তোমাৰ ওপৰত শিৱ প্ৰসন্ন হৈছে। চকু মেলি চোৱা!... যোৱা সপ্তাহত তোমাৰ গীত শুনাৰ পিচতে ওলাইছেহি মাষ্টৰ। তোমাৰ নাতিনীৰ হৃদয় কোনোবাই হৰণ কৰি নিছে? কিন্তু তোমাৰ বস্তুৰ উত্তাপ তেওঁৰ বৰ্ণময়তাৰ পৰা খহি পৰিছে। মাষ্টৰে ভোৰভোৰালে। আজি তোমাৰ নাতিনীয়েৰাই কচনাৰ গছৰ তলত মৌৰ কলহ লৈ বহি আছিল, গীতৰ কিতাপো আছিল... কিন্তু ...কিন্তুকৈ বহুত কিন্তু কলে... নাতিনীয়ে ছটফটায়ে থাকিল!.... কিয়, তোমাৰ মনত কিহৰ সুৰ বাজি আছে.... বাহাৰ বসন্ত? স্বয়ম্ভু নাদৰে কৃপা সকলো। জাতি বিচাৰ? শিল্পীৰ আকৌ জাতি?... গ্ৰাম-জাতি-বাদী- সম্বাদী আদি ৰাগৰ পৰীক্ষাৰ সময়!......'

তৃতীয়খন চিঠি আছিল নিমাত!...... যোৱা তিনিটা বছৰৰ পৰা কোনো শুভ উপলক্ষ হলেই ধুনীয়া শিল্পশৈলীৰ কাৰ্ড তাইলৈ আহি আছে.... পঠায় শিল্পীয়ে। ৰামকৃষ্ণ আশ্ৰমৰ বাৰ্ষিক উৎসৱত মঞ্চ আৰু বেদী নিৰ্মাণ কৰি এই শিল্পী মনোহৰ ৰায়ে সকলোৰে মনোহৰণ কৰিছিল।..... গীতালী সেই বেদীৰ কাষত বহুত সময় মৌন হৈ থিয় দি আছিলগৈ.... ক্ষমা কৰিবা মনোহৰ, গীতালী তোমাৰ ওচৰত চিৰঋণী হৈ ৰ'ব।.... তুমি বিচৰাহেঁতেন গীতালীয়ে নিজৰ সকলো ঐশ্বৰ্য সঁপি দিলেহেঁতেন।... তুমি সেই মুহূৰ্তৰ সদব্যৱহাৰ নকৰিলা।... তিনিটা বছৰ। তিনিটা মাথোন শূন্য.... তুমি নিতাল মাৰি থাকিলা সদায়।

শিল্পী!... গীতালী এজনী সুৰজীৱী। দহ্ বছৰৰ পূৰ্বেই তাই কোনো এজনৰ সুৰত বন্দী হৈ গৈছিল। .... তথাপিও যদি তুমি কিবা কলাহেঁতেন....। আজিও তোমাৰ চিঠিয়ে একো নকলে!... আকৰামে শংখধ্বনি কৰি আছে... মৰমৰ মনোহৰ! ..... আকৰাম! মৰমৰ আকৰাম! তুমি কিমান মহৎ গুণী! তুমি কেনেকৈ বুজি পালা সকলো কথা?.... গন্ধ? মহাৰাজ, ই মাথোন তোমাৰেই কৃপাৰ ফল। 'অৰ্চনাৰ বোল' শুনি থকাৰ সময়ত মই যে ধূপৰ গোন্ধ পাই আছিলোঁ! তুমিয়েই সেই গোন্ধৰ অনুভূতি মোক দিলা প্ৰথম বাৰ! তোমাৰেই বস্তু, তোমাকেই....! লোৱা, মই মাথোন যন্ত্ৰ! মোক তুমি বজোৱা, মোক ধন্য কৰা!....

গীতালীয়ে কাষত পৰি থকা তানপুৰাটোৰ তাঁৰকেইডালত চুই ঝংকাৰ তুলি দিলে। মূল নাদৰ পৰা নগুণ উচ্চতাৰে তাৰ পৰা সহায়ক নাদৰ উৎপত্তি হ'ল।

.... তুমি চাগৈ শুনিবলৈ পাইছা আকৰাম.... ককাধন ... ঘুঘলুৱে বেণুপাটীত হৰ্ণ বজায়। তোমালোক সকলোৱেই শুনিছা। গীতালীয়ে আকৰামৰ ডিঙীত গীতৰমালা পিন্ধাই দিলে! .... 'এ' মাইনৰৰ তীব্ৰ সুৰ.... 'এফ' মেজৰৰ আনন্দোল্লাস!....

গীতালীয়ে পৰমহংস দেবক প্ৰণাম জনালে। কথামৃতৰ পৰা সেই ধ্বনি ওলাই আহিল 'মানুষেৰ মন যেন সৰষেৰ পুটলী'!.... মানুহৰ মন সৰিয়হৰ টোপোলা এটাৰ দৰেই!

গীতালীৰ চকুৰ পৰা অশ্ৰু বৈ আহিল। ওলাই আহিল কণ্ঠ নিগৰি এক অজান ৰাগিনী!....

অদৃশ্য মুখৰ-জগতত আকৰামৰ খোজৰ শব্দ শুনিবলৈ ধৰিলে গীতালীয়ে!...

# ৰসপ্ৰিয়া

ধূলিত পৰি থকা মূল্যবান ৰত্নডোখৰ দেখা পাই জহুৰীৰ চকুত বিজুলী খেলি গ'ল— কি অপৰূপ ৰূপ!

গৰখীয়া ল'ৰা মোহনাক দেখা পায়ো পাঁচকড়ি মিৰদঙ্গিয়াৰ মুখৰ পৰা ওলাই গ'ল— কি অপৰূপ ৰূপ!

..... খেতি-পথাৰ, বাকৰি, ফুলনিবাগিছা আৰু গৰু-মহ'ৰ জাকৰ মাজত গৰখীয়া ল'ৰা মোহনাৰ ৰূপ!

মিৰদঙ্গিয়াৰ শেঁতা পৰা চকুহাল সেমেকি উঠিল।

মোহনাই হাঁহি এটা মাৰি সুধিলে, ''তোমাৰ আঙুলিটো ৰসপিৰিয়া বজাওতেই বেকা হ'ল, নহয়?''

''এঁ!'' বুঢ়া মিৰদঙ্গিয়া চঁক খাই গ'ল, ''ৰসপিৰিয়া?... এৰা... নহয়, নহয়।... তুমি কেনেকৈ.... ক'ত শুনিলা তুমি?...''

'বোপা' বুলি কবলৈ গৈ বৈ গ'ল বুঢ়া।... পৰমানপুৰ গাঁৱত এবাৰ বামুনৰ ল'ৰা এটাক মৰম কৰি 'বোপা' বুলিছিল। গোটেই গাৱঁৰে ল'ৰাবোৰ আহি তাক ঘেৰি ধৰি মাৰিবই খুজিছিল, 'কটা, কৰবাৰ পৰা অহা বাহিৰৰ মানুহে বামুনৰ ল'ৰাক বোপা বুলিছেহি! মাৰ এই বুঢ়াক ধৰি... মৃদঙ্গটোও ফালি পেলা!'

তেতিয়া মিৰদঙ্গিয়াই হাঁহি হাঁহি ক'লে, ''বাৰু বাৰু, মোৰ ভুল হৈছে। এইবাৰলৈ মাফ কৰি দিয়াহঁত দেউতাসকল। মই এতিয়াৰ পৰা আপোনালোকক 'দেউতা'ই বুলিম।''

ল'ৰাবোৰ সন্তুষ্ট হ'ল। বুঢ়াই এটা দুই-আঢ়ৈ বছৰ বয়সীয়া ল'ৰাৰ ঠুঁটৰিত ধৰি মৰম কৰি সুধিলে, "এতিয়া হবনে দেউতা?"

ল'ৰাবোৰে জুম বান্ধি হাঁহিবলৈ ধৰিলে।

কিন্তু এই ঘটনাটোৰ পিচত সি আৰু কোনো দিনে কোনো ল'ৰাক বোপা বুলি মাতিবলৈ সাহ নকৰিলে। মোহনাক দেখি তাৰ বাৰে বাৰে নিজৰ ল'ৰাৰ দৰে মাতিবলৈ ইচ্ছা হ'ল।

''ৰসপিৰিয়াৰ কথা তোক কোনে কলে? বোপাই?

দহ-বাৰ বছৰীয়া মোহনায়ো জানে পাচকড়ি আধাপাগল মানুহ বুলি।.... কোনে ইয়াৰ পাৰ পায়! সি আঁতৰত ঘাঁহ খাই থকা গৰু জাকলৈ চকু দিলে।

মিৰদঙ্গিয়া কমলপুৰৰ বাবুসকলৰ ঠাইলৈ বুলি গৈছিল। কমলপুৰৰ নন্দুবাবুৰ বংশ-পৰিয়ালত এতিয়াও মিৰদঙ্গিয়াই গৈ কিছু ভাল কথা শুনিবলৈ পায়। মাজে সময়ে দুই এসাজৰতো নিমন্ত্ৰণ থাকেই; কোনো কোনো দিনা তালৈ গৈ ৰসালাপো শুনেগৈ। এতিয়া দুবছৰৰ মূৰত তালৈ আহিছে মিৰদঙ্গিয়া।পৃথিৱীখন বৰ খৰকৈ সলনি হয়।.... আজি পুৰা শোভা মিছৰৰ ল'ৰাইতো চিধাই কৈয়ে দিলে, "তুমি বাচি আছা নে লেকাট ভূঞ্জি আছা মিৰদঙ্গিয়া?"

হয়, ইয়াক জানো বাচি থকা বোলে? লাজ-মান নাই কাৰণে আৰু লেকাট ভূঞ্জাৰো জানো কিবা সীমা থাকে!... পোন্ধৰ বছৰৰ পৰা সি ডিঙিত মৃদঙ্গটো ওলোমাই লৈ গাঁৱে গাঁৱে ঘূৰি ফুৰিছে আৰু ভিক্ষা কৰিছে।... সোঁহাতৰ বেকা আঙুলিটো মৃদঙ্গৰ ওপৰত নপৰেই, সি আৰু কি মদৃঙ্গ বজাব! এতিয়া মুঠেই 'ধা তিঙ ধা তিঙ'টোও বৰ কষ্টৰেহে বজায়।.... অতিপাত ভাং-ধুতুৰা খোৱা ডিঙিয়েদি মাতটোও বিকৃত হৈহে ওলায়। কিন্তু মৃদঙ্গ বজোৱাৰ সময়ত বিদ্যাপতিৰ পদাৱলী গাবলৈ সি নিশ্চয় চেষ্টা কৰে।... ফুটা ওলোৱা ভাটিৰ দৰে ওলায় তাৰ ডিঙিৰ শব্দটো ফেঁচ, ফেঁচকৈ!

পোন্ধৰ বিশ বছৰৰ আগলৈকে বিদ্যাপতিৰ নাম মানুহে তেনেকৈ নলৈছিলেই। বিয়া-সবাহ, যজ্ঞ-উপনয়ন, মুণ্ডন-ছেদন আদি শুভকৰ্ম হ'লে বিদ্যাপতিয়া দলক মতা হৈছিল। পাচকড়ি মিৰদঙ্গিয়াৰ দলৰ প্ৰচুৰ নাম-যশ আছিল সহৰসা আৰু পূৰ্ণিয়া জিলাত। পাচকড়ি মিৰদঙ্গিয়াক নাজানে কোনে! সকলোৱেই জানে আধা পাগল বুলি !... গাঁৱৰ বুঢ়ামেথাসকলে কয়, "পাচকড়ি মিৰদঙ্গিয়াৰো একাল আছিল দিয়া!"

এতিয়া মোহনাৰ দৰে ল'ৰাও ওলাইছে সুন্দৰ, মসৃন আৰু শুৱলা মাতৰ!" ৰসপ্ৰিয়া গীত গাবলৈ আগ্ৰহ কৰে সি "এটা ৰসপিৰিয়া গোৱানা মিৰদঙ্গিয়া!"

"শুনিবা ৰসপিৰিয়া?... বাৰু, শুনাম। তাৰ আগতে কোৱা, কোনে...."

"এ-ই-ই, এ-ই মোহনা, তোৰ গৰু পলাল...!" কোনোবা এটা গৰখীয়াই চিঞৰি দিলে, "পিঠিৰ ছাল ছিঙিব কৰমুৱে, এ-ই মোহনা....!"

"সৰ্বনাশ!" মোহনাই লগে লগে দৌৰ মাৰিলে"।

কালিও কৰমুৱে তাক বেয়াকৈ কোবাইছে। দুটা বলধ গৰু মৰাপাটৰ সেউজীয়া পুলিৰ লোভত তাত সোমাইছিলগৈ।..... দেখিলেই মোক খা মোক খা কৰি থকা পাট!

পাচকড়িয়ে তাৰ ফালে চাই ডাঙৰকৈ ক'লে, "মই বাৰু এই গছজোপাৰ তলতে বহিছোঁ। তই গৰুকেইটা ঘূৰাই আনগৈ। ৰসপিৰিয়া নুশুন জানো?"

মোহনা গুচি গ'ল। সি উলটিও নাচালে।

ৰসপ্ৰিয়া!

বিদাপত নটুৱাই ৰসপ্ৰিয়া গাইছিল। সহৰসা জিলাৰ যোগেন্দৰ ঝাই এবাৰ বিদ্যাপতিৰ বাৰটা পদৰ এখন পুস্তিকা ছপাইছিল। সেই ৰসপ্ৰিয়া পুথিখন মেলাত খুব বিক্ৰী হৈছিল। বিদাপত নটুৱাই সেই পদবোৰ গাই গাই মানুহৰ মাজত ৰসপ্ৰিয়াক জনপ্ৰিয় কৰিলে।

পথাৰৰ কাষত থকা মধুৰী আমৰ গছৰ ছাঁত পাচকড়ি মিৰদঙ্গিয়া বহি আছে মোহনা অহালৈ বাট চাই। জেঠৰ উঠি অহা দুপৰীয়াৰ চোকা ৰ'দত এতিয়া পথাৰত কাম কৰি থকা মানুহৰ মুখৰ গীতো নোলোৱা হৈছে।... দিনদিয়েকৰ পৰা কুলিয়েও চাগৈ মাতিবলৈ এৰিব! এনেকুৱা দুপৰীয়া এটাতনো নিজানে কেনেকৈ মানুহে কাম কৰিব পাৰে! পাঁচ বছৰৰ আগলৈকে সি মানুহৰ হৃদয়ত আনন্দ ঢালি দিছিল।... প্ৰথম বাৰিষাই ধুৱাই নিয়া মাটিৰ সেউজীয়া বনৰ কুঁহিপাতৰ পৰা কিবা এটা গোন্ধ ওলায়। উত্তপ্ত দুপৰীয়া মমৰ দৰে গলিবলৈ ধৰে বসৰ ঠেঙ্গুলিবোৰ। সি গাবলৈ ধৰে বিৰহা, চঞ্চৰ, লগনী। পথাৰত কাম কৰি থকা মানুহে গীত গালেও সময়-অসময় বুজি গীত গায়! ৰিমঝিম বৰষুণত যিদৰে গায় বাৰমাহী, সেইদৰে আটাহ পৰা ৰদত গায় বিৰহা, চঞ্চৰ আৰু লগনীঃ

"হাঁ... ৰে হ'ল জোতে হলৱায়া ভৈয়া ৰে.....
খুৰগী ৰে চলাৰে.... ম-জ-দু-ৰ!
এহি পন্থে, ধনী মোৰা হে ৰুসলি...।"

খেতিত কাম কৰি থকা হালোৱা আৰু মজুৰসকলক কোনোবা বিৰহীয়ে সুধিছে কাতৰ কণ্ঠে যে অভিমান কৰি গুচি যোৱা বুকুৰ ধনক এই বাটত কোনোবাই দেখা পাইছেনে.....?

এতিয়া দুপৰীয়া কেউফালে নিজম। কাৰো পৰা কতো এটা শব্দও শুনা নাযায়।

আকাশত ঘূৰি গঙ্গা চিলনিয়ে টি-হি-ই টি-টি-ট কৰি চিঞৰি ফুৰিছে।

মিৰদঙ্গিয়াই গালি পাৰিলে, "চয়তান!"

তাক এৰি থৈ মোহনা কৰবালৈ গুচি গ'ল। সি মাথোন অধীৰ হৈ তালৈ বাট চাই আছে। তাৰ মনে কৈছে, সি যেন দৌৰ মাৰি মোহনাৰ ওচৰলৈ গুচি যাব। দূৰলৈ গুচি যোৱা গৰুৰ জাকটোৰ ফালে ঘনে ঘনে চাবলৈ সি ব্যৰ্থ চেষ্টা কৰে। নাই, সকলো ধূৱঁলি কুৱঁলি!

সি নিজৰ জোলোঙাটো খুচৰি চালে। আম আৰু মুৰি আছে।... তাৰ ভোকো লাগিছে। কিন্তু মোহনাৰ শুকান মুখখন মনত পৰাৰ লগে লগে তাৰ ভোকো আঁতৰি গ'ল।

মোহনাৰ দৰে সুন্দৰ দেখনীয়াৰ ল'ৰা এটাক কেতিয়াবা কৰবাত পাব এই আশা বুকুত লৈয়ে সি ইমানদিন কটাইছে।... বিদাপত নাচত নাচিব পৰা নটুৱা বিচাৰি উলিওৱাটো তামাচাৰ কথা নহয়।... একেজাতিৰ ঘৰত নালাগে, নীহকুলীয়া বোৰৰ ঘৰত মোহনাৰ দৰে ছোৱালীমুৱা ল'ৰাৰ কমেইহে জন্ম হয়। এয়া আচলতে অৱতাৰহে সময়ে সময়ে হোৱা, যদা যদা হি....

মৈথিল ব্ৰাহ্মণ, কায়স্থ আৰু ৰাজপুতসকলৰ মাজত বিদাপতকাৰসকলৰ বৰ সন্মান।... নিজৰ ভাষা মিথিলামত নটুৱাৰ মুখৰ পৰা 'জনম অবধি হম ৰূপ নিহাৰল' শুনি সি তৃপ্তি পাইছিল। সেই কাৰণে সি সকলোবোৰ দলৰে মূল গায়ক নটুৱাৰ সন্ধানত গাঁৱে গাঁৱে ঘূৰি ফুৰিছিল। সি এনে এজন ল'ৰা বিচাৰি ফুৰিছিল যাক সজাই-পৰাই নাচত উলিয়াই দিলেই দৰ্শকৰ মাজত গুণগুণনি উঠিব।

"সাইলাখ বামুনৰ ছোৱালী যেন লাগিছে। নহয় নে বাৰু?"

"মধুকান্ত ঠাকুৰৰ ছোৱালীজনীৰ নিচিনা লাগিছে....।"

"ওহোঁ! মোৰ হলে সৰু চম্পাৰ দৰেহে মুখখন লাগিছে!"

পাচকড়ি গুণী মানুহ। বেলেগ বেলেগ দলবোৰত মূল গায়ন আৰু মিৰদঙ্গিয়াৰ বাবে সুকীয়া সুকীয়া ঠাই থাকে। পাচকড়ি মূল গায়নো আছিল আৰু মিৰদঙ্গিয়াও আছিল ডিঙিত মৃদঙ্গ আঁৰি বজাই বজাই সি গাইছিলোঁ আৰু নাচিছিলোঁ। এটা সপ্তাহৰ ভিতৰতে নতুন ল'ৰাই গুৰু মানি শিকি বুজি লৈ অনুষ্ঠানত নাচ দেখুৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰিছিল।

নাচ আৰু গান শিকোৱাত সি কেতিয়াও টান নাপাইছিল। মদৃঙ্গৰ স্পষ্ট বোলত ল'ৰাবোৰৰ ভৰি আপোনাআপুনি দুলি উঠিছিল। সিহঁতক অবুজ মাক-বাপেকহতৰ হাতত গটাই দিয়া টান হৈছিল। বিশুদ্ধ মৈথিলী কথাৰে মৌ বৰষি সি ফুচুলাব লগা হৈছিল....

"কিষণ কানাইয়ায়ো নাচিছিল। নাচ হৈছে এটা গুণ। খোজনীয়া বুলি কোৱা বা সকলোৰে দুৱাৰে দুৱাৰে ঘূৰি ফুৰা বুলি কোৱা। চুৰি-ডকাইতি কৰা আৰু একো নকৰাকৈ ঘূৰি ফুৰাতকৈ মানুহক নিজৰ গুণ দেখুৱাই আনন্দ দি জীয়াই থকাটো ভাল কথা।

এবাৰ সি ল'ৰাৰ চুৰিও কৰিব লগা হৈছিল।... বহুত দিন আগৰ কথা। ইমান পিটন খাইছিল যে.... সেইবোৰ বহুত পুৰণি কথা।

পুৰণি হয়েই; কিন্তু কথাটোতো সঁচা।

"ৰসপিৰিয়া বজোৱাৰ সময়ত তোমাৰ আঙুলি বেঁকা হৈছিল। হয় নে নহয়?"

ক'ব নোৱাৰে কেতিয়া মেহ্না উলটি আহিছে।

মিৰডঙ্গিয়াৰ মুখখন আকৌ উজ্জ্বল হৈ উঠিল। সি মোহনাৰ ফালে একেথৰে চাবলৈ ধৰিলে .... এই গুণবান ল'ৰাটো মৰি যাবলৈ ধৰিছে .... লাহে লাহে, তিল তিলকৈ সি শেষ হৈ আহিছে। তাৰ ৰঙা ৰঙা ওঠ দুখনত বিড়িৰ ধোঁৱাৰ ক'লা দাগ পৰিবলৈ ধৰিছে। পেটত খাপৰিও নিশ্চয় আছে।" ....

মিৰদঙ্গিয়া এজন বৈদ্যও। নিজে এপাল ল'ৰাছোৱালীৰ বাপেক হৈ লাহে লাহে পাৰিবাৰিক ডাক্তৰ হোৱাৰ যোগ্যতাও লাভ কৰিছে। .... উৎসৱত বৈ যোৱা বাহী খোৱা বস্তুৰ প্ৰতিক্ৰিয়া কেতিয়াবা ভয়ানক হয়। মিৰদঙ্গিয়াই সেইকাৰণে নিজৰ লগত হজমী লোণ, পাচক আৰু কুইনাইনৰ বড়িও প্ৰায়ে লৈ ফুৰে। .... ল'ৰাছোৱালীক সদায় গৰম

পানীত হালধীৰ ৰস খুৱাইছিল। পিপলি, জালুক, আদা বটি ঘিউত ভাজি মৌৰ লগত মাৰি পুৰা গুৰিলি চেলেকাইছিল। .... গৰম পানী!

টোপোলাটোৰ পৰা মুৰি আৰু আম উলিয়াই মিৰদঙ্গিয়াই ক'লে,"ওঁ, গৰম পানী। তোৰ পেটৰ পিলাইটো বাঢ়ি গৈছে। গৰম পানী খাবি।"

"তুমি কেনেকৈ জানিলা? ফাৰবিছঙ্গজৰ ডাগডৰ বাবুৱেও কৈছে পিলাই বাঢ়িছে বুলি। দাৰাই ....।"

কোনেও ক'ব নালাগে। মিৰদঙ্গিয়াই নিজেই ক'ব পাৰে। মোহনাৰ সমান ল'ৰাৰ পেটত পিলাই যেনেকৈ বাঢ়িছে তাক মাৰিবলৈ আৰু বেছি দিন নাই। সি কিবা ঔষধ-পাতি খাইছেনে নাই। এতিয়া সুধিলে কি লাভ হ'ব?

"মায়ো কয়, হালধী খুন্দি লৈ গৰম পানীৰে সৈতে সদায় পুঁৱাই খাবলৈ। তেতিয়া পিলাইটো জামৰিব।"

মিৰদঙ্গিয়াই হাঁহি মাৰি ক'লে,"তোৰ মাৰ বৰ টেঙৰ!"

কলপাতৰ ওপৰত মুৰি আৰু আমখিনি লৈ সি বৰ মৰমেৰে তাক মাতিলে,"আহ, এমুঠি খাইলহি।"

"নাই, মোৰ ভোক লগা নাই।"

কিন্তু মোহনাৰ চকুহালৰ পৰা যেন কোনোবাই বাৰেপতি ভুমুকিয়াই আছিল। .... ক্ষুধা, বেমাৰ, ভগবান!

"আহ বোপাই, খাহি! .... তই জানো ৰসপিৰিয়া নুশুন?"

আজিলৈকে তাক মাকৰ বাহিৰে আন কোনেও ইমান মৰমেৰে খাবলৈ মতা নাছিল। .... কিন্তু আনবোৰ লগৰ গৰখীয়াই তাক ইয়াত খোৱা দেখিলে মাকক কৈ দিবগৈ মগনীয়াৰ পৰা খোৱা বুলি!

"নাই, মোৰ ভোক নাই।"

মিৰদঙ্গিয়া অপ্ৰতিভ হৈ পৰে। তাৰ চকু পুনৰ সেমেকি উঠে।

মিৰদঙ্গিয়াই মোহনাৰ দৰে কত ল'ৰাক সহায় কৰিছে! নিজৰ ল'ৰাছোৱালীকো কিজানি সিমান মৰম কৰিব পৰা নাই। .... নিজৰ ল'ৰাছোৱালী! হুঁঃ। .... নিজৰ আৰু পৰৰ? তাৰতো সকলোৱেই নিজৰ আৰু সকলোৱেই পৰ। ....

"মোহনা!"

"কোনোবাই যদি দেখা পায়?"

"তাতে কি হ'ল?"

"মাক গৈ কৈ দিব। তুমি ভিক্ষা কৰি ফুৰাতো!"

"কোনে ভিক্ষা কৰি ফুৰে?" মিৰদঙ্গিয়াৰ আত্মসন্মানত এই সৰল ল'ৰাটোৱে

অহেতুক আঘাত কৰিলে। তাৰ মনৰ গভীৰত কুণ্ডলী পকাই শুই থকা সাপটো ফেঁট তুলি উঠিল,"এই চা-লা! মাৰিম বাপেকে, ধেমালি পাইছ ...."

"এই! মোক কিয় গালি পাৰিছা।" মোহনাই ভয়ে ভয়ে প্ৰতিবাদ কৰিলে।

সি থিয় হ'ল। পাগলৰ কি বিশ্বাস আছে!

আকাশৰ পৰা ভয়াৰ্ত গঙ্গাচিলনিয়ে আকৌ সিঞৰিলে — "টি-হি-ই-ট, টি-হি-ই-ট্!"

"মোহনা!" মিৰদঙ্গিয়াৰ মাত এইবাৰ গহীন।

মোহনা আঁতৰি গৈ থিয় হৈ আছিল।

"মই ভিক্ষা কৰি ফুৰো বুলি তোক কোনে ক'লে? মিৰদঙ্গ বজাই, পদাৱলী গাই মানুহক আনন্দ দি পেট প্ৰৱৰ্তাও। .... তই ঠিকেই কৈছ, ভিক্ষাৰেই অন্ন এয়া। মাগি ফুৰাৰে বস্তু এয়া। .... মই তোক এয়া খাবলৈ নিদিওঁ। .... তই বহ, মই তোক ৰসপিৰিয়া গাই শুনাওঁ।"

মিৰদঙ্গিয়াৰ মুখখন ক্ৰমে বিকৃত হৈ আহিবলৈ ধৰিলে। .... আকাশত ইমান পৰে উৰি ফুৰা গঙ্গাচিলনিজনী আহি গছৰ ডালত পৰিলহি। — টি-হি-ই-ট, টি-হি-ই-ই .... !

মোহনাৰ ভয় লাগি গ'ল। এদেও দুদেও কৰি সি ভিৰাই ল'ৰ মাৰিলে। সি পলাল।

বহুত আঁতৰৰ পৰা সি চিঞৰি চিঞৰি ক'লে,"ডাইনীয়ে বান মাৰি তোমাৰ হাতৰ আঙুলি বেঁকা কৰি দিলে। তুমি কিয় মিছা কথা কৈছা, ৰসপিৰিয়া বজাই থাকোতে বুলি .... ।"

"এঁ! এই ল'ৰাটো কোন? কোন ই মোহনা! .... ৰমপতিয়ায়ো কৈছিল তাৰ দৰে ডাইনীয়ে বান মৰা বুলি।"

"মোহনা!"

মোহনাই চিঞৰি চিঞৰি কৈ গুচি গ'ল,"কেৰেলা।" তেনেহ'লে মোহনাই এইটোও জানে যে মিৰদঙ্গিয়াক কেৰেলা বুলি জোকালে খং উঠে! কোন বাৰু এই মোহনা!

মিৰদঙ্গিয়া আতংকিত হ'ল। তাৰ মনত কিবা এটা নজনা ভয় সোমাল। সি কঁপিবলৈ ধৰিলে। কমলপুৰৰ ঘৰলৈ যোৱাৰ উৎসাহো তাৰ আৰু নোহোৱা হ'ল। .... ৰাতিপুৱাই শোভা মিছৰৰ ল'ৰাই কোৱা কথাই সঁচা।

তাৰ চকুপানী ব'বলৈ ধৰিলে।

মোহনাই যাওতে তাক খোচ এটা মাৰি থৈ গ'ল। এনে ব্যৱহাৰ তাৰ সৰহ ভাগ শিষ্যই তাক কৰে। তাৰ পৰা নাচ শিকি উঠাৰ পিচত ছল কৰি উৰা মাৰিব খোজা প্ৰত্যেকটো ল'ৰাৰে কথা তাৰ মনত পৰিল।

সোণমাইতো তাক গালিকে পাৰিছিল,'গুৰু বোলাবলৈ আহিছ, কটা নীচ!"

ৰমপতিয়াই আকাশলৈ হাতযোৰ কৰি কৈছিল,"হে দিনকৰ! সত্যত থাকা। এই

মিৰদঙ্গিয়াই মিছা কথা কৈ মোৰ সৰ্বনাশ কৰিলে। মোৰ মনত কোনোকালে চোৰ নাছিল। হে সুৰুজ ভগবান! এই পদূলি শুঙি ফুৰা কুকুৰটোৰ গোটেই গাতে যেন .... ।"

মিৰদঙ্গিয়াই বেঁকা আঙুলিটো লৰাই লৰাই দীঘল হুমুনিয়াহ এটা এৰিলে। ...... ৰমপতিয়া? যোধন গুৰুজীৰ ছোৱালী ৰমপতিয়া? যিদিনা প্ৰথম তাই যোধনৰ দললৈ আহিছিল, তাইৰ বয়স মাথোন বাৰত সোমাইছিল। .... সৰুতে বিধৱা হোৱা তাই পদবোৰ শুনি তাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিছিল। কাম কৰি ফুৰোতে তাই গুণগুণকৈ গাইছিল,'নব অনুৰাগিনী ৰাধা, কিছু নাহি মানয় বাধা'। .... মিৰদঙ্গিয়াই মূলগায়ন শিকিবলৈ তালৈ গৈছিল আৰু গুৰুজীয়ে তাৰ হাতত মৃদঙ্গ তুলি দিলে .... আঠটা বছৰ সেইদৰে শিক্ষা লোৱাৰ অন্ততঃ এদিন যেতিয়া গুৰুজীয়ে একে জাতৰ পাচকড়িৰ লগত ৰমপতিয়াৰ যোৰ পতাৰ বিষয়ে কথা বতৰা চলালে, তেতিয়া মিৰদঙ্গিয়াৰ বাজনাত তাল-মান সকলো ভুল হ'বলৈ ধৰিলে। সি যোধন গুৰুজীৰ ওচৰত তাৰ আচল জাত-কূল লুকুৱাই থৈছিল। ৰমপতিয়াৰ লগত সি প্ৰেমৰ ছলনা কৰিছিল। গতিকে গুৰুজীৰ দল এৰি থৈ সি একে বাতিয়েই পলাল। উভতি গাওঁলৈ আহি সি নিজৰ এটা দল খুলিলেহি। লৰাইতক শিকাই-পঢ়াই আৰু সেইদৰে পেট প্ৰৱৰ্তাই থাকিল। .... কিন্তু সি আৰু কোনো দিনেই মূল গায়ন হ'ব নোৱাৰিলে। সি সদায় মিৰদঙ্গিয়াই হৈ থাকিল। .... যোধন গুৰুজীৰ মৃত্যুৰ পিচত এবাৰ গুলাববাগ মেলাত ৰমপতিয়াৰ সৈতে তাৰ দেখা হৈছিল। তাক লগ পাবলৈকে তাই আহিছিল। পাচকড়িয়ে তাইক পোনেই কৈ দিলে,'কি মিছা মায়াৰে বান্ধিবলৈ আহিছ? কমলপুৰৰ নন্দুবাবুৰ ওচৰলৈ কিয় নগ'লি? মোক বুৰ্বক বনাবলৈ আহিছ। নন্দুবাবুৰ ঘৰত নিশা বাৰটা বজালৈ ....''। চিঞৰি উঠিছিল ৰমপতিয়া,'পাচু! চুপ থাক!'

সেই ৰাতি ৰসপিৰিয়া বজোৱাৰ সময়ত তাৰ হাতৰ আঙুলি বেঁকা হৈ গ'ল। মৃদঙ্গৰ ওপৰত ঠেকা দি সি মাথোন প্ৰবেশৰ তাল দি গ'ল। নটুৱাই ডেৰ মাত্ৰা তাল কাটি প্ৰবেশ কৰাত তাৰ মূৰ গৰম হৈ গ'ল। প্ৰবেশৰ পিচত তাৰ মূৰ গৰম হৈ গ'ল। প্ৰবেশৰ পিচত সি নটুৱাক গেঙেৰী মাৰি ধৰিলে,''এই, চাল্লা! একে চৰে গাল ছিঙি দিম''। .... লগে লগে ৰস'পিৰিয়াৰ প্ৰথম কলিটোৰেই ছিগি গ'ল। মিৰদঙ্গিয়াই তাল ৰাখিবলৈ বহুতো চেষ্টা কৰিলে। মৃদঙ্গৰ শুকান ছালখন জীৱন্ত হৈ উঠিল, সোঁহাতে তাৰ হাতৰ চাপৰত বোলবোৰ আখৈ ফুটাদি ফুটিবলৈ ধৰিলে আৰু তাল কাটি কাটি গৈ তাৰ আঙুলি বেঁকা হৈ পৰিল। বেঁকা আঙুলিৰ কোনো কাম নাই। .... মিৰদঙ্গিয়াৰ দলটোও চিৰকালৰ বাবে ভাগি থাকিল। তাৰ পিচত সেই অঞ্চলৰ পৰা ক্ৰমে ক্ৰমে বিদ্যাপতি নাচো বিলোপ হ'ল। এতিয়াতো কোনেও আনকি বিদ্যাপতিৰ কথাও নকয়। .... ৰ'দ-বৰষুণৰ পৰা আঁতৰত পাচকড়িৰ শৰীৰ উত্তাপহীন গান-বাজনাৰ মাজতহে মজি থাকিল। .... বেকাৰ জীৱনত মৃদঙ্গটোৱে তাৰ বৰ উপকাৰ কৰি আছে। নিবনুৱাৰ একমাত্ৰ সহায় — মৃদঙ্গটো!

এটা যুগ সি ডিঙিত সেইটো আৰি লৈ ভিক্ষা খুজি ফুৰিছে ধা-তিং, ধা-তিংকৈ।

সি পাতৰ পৰা আম এটা তুলি লৈ চুহিছিল। .... কিন্তু, কিন্তু .... মোহনাই বাৰু মোৰ

সৌঁহাতখনৰ কথা কেনেকৈ জানিলে?

তাৰ আঙুলি বেঁকা হৈ যোৱাৰ খবৰ ৰমপতিয়াই পাইছিল। তাই দৌৰি আহিছিল আৰু তাৰ আঙুলিত খামুচি ধৰি তাই বহুত পৰ কান্দিছিল,"হে দিনকৰ, কোনে ইমান ডাঙৰ শতৰু শালিলে? যেয়ে শালিছে তাৰ অকল্যান হওক। .... মোৰ কথা ওভোতাই নিয়া ভগবান! মই খঙত সেইদৰে কৈছিলোঁ। নাই, নাই! পাচু, মই একো কৰা নাই। নিশ্চয় কোনো ডাইনীয়ে আহি বান মাৰি দিলে।"

মিৰদঙ্গিয়াই চকু মোহাৰি ঢলং পলংকৈ গৈ সূৰ্যৰ পিনে চালে। .... এই মৃদঙ্গটোক বুকুত সাৱটি লৈ ৰমপতিয়াই যে কত নিশা কটাইছিল! .... মিৰদঙ্গটোক তাই বুকুত হেঁচি ধৰিলে।

গছৰ ডালত পৰি থকা গঙ্গাচিলনিজনীয়ে উৰা মাৰি কিবা কৈ গ'ল — টি-হি-ট, টি-হি-ই!

"এ-ই চাল্লা!" সি গঙ্গাচিলনিজনীক গালি পাৰিলে। চাধা অলপ মুখত সুমুৱাই লৈ মৃদঙ্গৰ ওপৰত আঙুলি বুলাবলৈ ধৰিলে — ধিৰিনাগি, ধিৰিনাগি, ধিৰিনাগিধিনতা!

সম্পূৰ্ণ বোল তুলি মৃদঙ্গটো বাজিব পৰা নাছিল। মাজে মাজে তাল কাটি গৈছিল।

-অ-কি-হে—এ-এ-হা-আআ-হ-হা!

সমুখত থকা বগৰী গছবোৰৰ সিফালৰ পৰা কাৰোবাৰ বৰ শুৱলা মাতেৰে ৰসপ্ৰিয়াৰ পদাৱলী ধুনীয়া সুৰেৰে ভাঁহি আহিছে ঃ

"ন-ৱ-বৃন্দা-বন, ন-ৱ-ন-ৱ-তৰু-গ-ণ, ন-ৱ-নৱ বিকশিত ফুল ...."

মিৰদঙ্গিয়াৰ গোটেই শৰীৰত বিজুলী খেলি গ'ল। তাৰ আঙুলিবোৰে ক'ব নোৱাৰাকৈ মৃদঙ্গৰ ওপৰত ঘূৰিবলৈ ধৰিলে। চৰি থকা গৰু-ম'হবোৰৰ জাকটো আবেলিৰ ছাঁত আহি গোট খালেহি।

পথাৰত কাম কৰি থকাবোৰে ক'লে।"পাগল ক'ৰবাৰ! যেতিয়াই মন যায় বহি লৈ বজাবলৈ লাগি যায়।"

"বহুত দিনৰ মূৰত সি আকৌ আহিল"।

"মই আকৌ ভাবিছিলোঁ সি ক'ৰবাত গৈ মৰিল বুলি।"

ৰসপ্ৰিয়াৰ সেই শুৱলা ৰাগিনীটো তালত উঠি আহি হঠাৎ তালভঙ্গ কৰি পেলালে। মিৰদঙ্গিয়াৰ পাগলামি জঁক উঠি গ'ল আৰু সি একে জাপেই থিয় দি সেইপিনে দৌৰ ধৰিলে। বগৰী গছৰ জোপোহাৰ আঁৰত আছে কোন? কোন এই বিশুদ্ধ ৰসপ্ৰিয়া গোৱা গায়ক? .... এই যুগতো ৰসপ্ৰিয়াৰ ৰসিক আছে? .... জোপোহাৰ আঁৰৰ পৰা মিৰদঙ্গিয়াই দেখা পালে, মোহনাই তন্ময় হৈ দ্বিতীয় ফাঁকি পদ আৰম্ভ কৰিছে গুণগুণাই এবাৰ গাই লৈ সি তাৰ গলটো পৰিষ্কাৰ কৰি লৈছে। মোহনাৰ কণ্ঠত আহি ৰাধাই থিত দিছে! .... তাৰ গীতৰ কি বন্ধন।

"ন-দী ৱহ নয়নক নী....ৰ! আহো .... পলালি বহয়ে তাৰি তী...ৰ।"

মোহনাই শুদ্ধভাৱে গীতটো গাই আছিল। মৃদঙ্গৰ বোলৰ লগত মিলাই সি হালিজালি সেইদৰে গাই আছিল। মিৰদঙ্গিয়াৰ চকুৱে তালৈ পলক নপৰাকৈ চাই আছিল আৰু তাৰ আঙুলি কেইটাই মৃদঙ্গৰ ওপৰত ফিৰিঙতিৰ দৰে জপিয়াবলৈ ব্যাকুল হৈ উঠিছিল। .... চল্লিশটা বছৰত আধা পাগল যুগ এটাৰ পিচত আবেগবশতঃ নাচি উঠিছিল। .... মাজে মাজে তাৰ নিজৰ বিকৃত মাতটোৰে মিৰদঙ্গিয়াই মোহনাৰ লগত সুৰ ধৰিছিল, ফোঁই-ফোঁই সোঁই-সোঁই শব্দৰে।

ধিৰনাগি ধিনতা!

"হুই ৰস...ম...য় তনু-গুণে নহি ঔৰ। লাগ দুহুক ন ভাগয় জো-ৰ।"

মোহনাৰ আধা কলা আৰু আধা ৰঙা ওঁঠ দুটাৰ পৰা হাঁহি বাগৰি গ'ল। পদ সমাপ্ত কৰি সি ক'লে,— "ইচ! বেকা আঙুলিৰেও তুমি ইমান সাংঘাতিক বজাইছা!"

মোহনাই ফোঁপাবলৈ ধৰিলে। তাৰ বুকুৰ হাড়বোৰ!

.... উফ্! মিৰদঙ্গিয়া ধুপকৈ মাটিত বহি পৰিল,"কামাল, কামাল কৰি দিলি। .... কোনে শিকালে তোক? কত তই শিকিলি পদাৱলী? কোন তোৰ গুৰু?"

হাঁহি মোহনাই উত্তৰ দিলে,"ক'তনো শিকিম? মাই সদায়ে গায়। ... পুঁৱাৰ গীত মই বহুতো জানোঁ; কিন্তু এতিয়াতো সেয়া গোৱাৰ সময় নহয়।"

"এৰা বাচা, বেতালত কেতিয়াও নাগাবি। তোৰ যিখিনি আছে সকলো গুচি যাব। .... সময় অসময়ৰো হিচাপ ৰাখিবি। বাৰু ধৰ, এতিয়া আম এটা খা।"

মোহনাই থাপ মাৰি লৈ আমটো চুহিবলৈ ধৰিলে।

"আৰু এটা খা।"

"মোহনাই তিনিটা আম খালে আৰু মিৰদঙ্গিয়াৰ কথা ৰাখি মুৰিও খালে।"

"বাৰু, এতিয়া ক'চোন তোৰ মাৰ বাপেৰেনো কি কৰে?"

"পিতা নাই, অকল মাহে আছে। বাবুসকলৰ ঘৰত ৰন্ধা-বঢ়া কৰে।"

"আৰু তই হ'বলা চাকৰি কৰ? কাৰ ঘৰত কৰ?"

"কমলপুৰৰ নন্দুবাবুৰ ঘৰত।"

"নাদুবাবুৰ ঘৰত?"

মোহনাই জনালে তাৰ ঘৰ সহৰসাত বুলি। কিন্তু যোৱা বছৰৰ আগৰ বছৰত গোটেই গাওঁখন কিবা মৰক লাগি শেষ হ'ল। তাৰ মাকে তাক লৈ মোমায়েকৰ ঘৰলৈ গুচি আহিল, কমলপুৰলৈ।

"কমলপুৰত তোৰ মাৰৰ মোমায়েক থাকে?"

মিৰদঙ্গিয়াই কিছু পৰ নিৰৱে সূৰ্যৰ ফালে চাই থাকিল। .... নাদুবাবু — মোহনা — মোহনাৰ মাক।

“ডাইনীৰ কথা মাৰে তোক কেতিয়াবা কৈছে নে?”

“কৈছিল। ...”

“আৰু এবাৰ সামদেৱ ঝাৰ ঘৰত হোৱা যজ্ঞত তুমি গিৰধৰ-পট্টী দলৰ মৃদঙ্গটো বোলে কাঢ়ি নৈছিলা। .... সেইটো বোলে বেতালত বজাইছিল। হয় নে কথাটো?”

মিৰদঙ্গিয়াৰ মিহলি ডাঢ়িবোৰ যেন হঠাতে সকলো বগা হৈ গ'ল। সি নিজকে চম্ভালি লৈ সুধিলে,“বাৰু তোৰ পিতাৰৰ নামটো কি কচোন”।

“অযোধ্যাদাস।”

“অযোধ্যাদাস?”

বুঢ়া অযোধ্যাদাস, যাৰ মুখত নাছিল কোনো শব্দ, নাছিল আৰু নোলাইছিল এটোপা চকুপানী। .... দলটোৰ কেৱল ধোৱা-পখলাৰ কামেই কৰি গৈছিল নিৰৱে। সি দুৰ্ভগীয়া আছিল এটা বিনা পইচাৰ চাকৰ।

“বৰ বুদ্ধিমতী তোৰ মাৰ।” বৰ দীঘলকৈ উশাহ এটা লৈ মিৰদঙ্গিয়াই নিজৰ জোলোঙাটোৰ পৰা সৰু টুপলি এটা উলিয়ালে। ৰঙা-হালধীয়া কাপোৰেৰে মেৰিয়াই থোৱা টুপলিৰ মেৰবোৰ খুলি সি ভাঁজ কৰি থোৱা কাগজ এডোখৰ উলিয়ালে।

মোহনাই চিনি পালে,“লোট? হয়, লোট?”

“হয়, লোটেই।”

“কিমান টকাৰ? পাঁচটকীয়া। .... দহটকীয়া নেকি? এবাৰ চুই চাবলৈ দিবানে? ক'ত পালা?” মোহনাই কথাবোৰ একে উশাহতে কৈ গ'ল,“আটাইবোৰ দহটকীয়া?”

“ওঁ, সকলো মিলি ইয়াত চল্লিশ টকা আছে।” মিৰদঙ্গিয়াই ইফালে-সিফালে চাই ফুচফুচাই ক'লে,“মোহনা বাচা, ফাৰবিছগঞ্জৰ ডাগ্‌ডৰ বাবুক এয়া দি তই বড়ি বা ঔষধ আনিবি। .... তিতা-মিঠা সেইবোৰ একো নাচাবি। .... গৰম পানী সদায় খাবিয়েই। ....”

‘টকা মোক কিয় দিছা?”

“লৈ থ সোনকালে, কোনোবাই দেখিব।”

মোহনায়ো চাৰিওফালে এবাৰ চালে। তাৰ ক'লা ওঁঠ দুটা আগতকৈও ক'লা পৰি গ'ল।

মিৰদঙ্গিয়াই ক'লে,“বিড়ি-ধপাতো তই খাৱ? খবৰদাৰ!”

সি উঠি থিয় হ'ল।

মোহনাই টকাকেইটা লৈ থলে।

“ককালৰ খোচনাত ভালকৈ বান্ধি ল। মাৰক একো নকবি।”

“আৰু শুন, এয়া ভিক্ষা কৰি পোৱা পইচা নহয়। বাচা, এয়া মই আৰ্জন কৰি ঘটা ....।”

মিৰদঙ্গিয়াই যাবলৈ খোজ দিলে।

"মোৰ মাই পথাৰত ঘাঁহ কাটি আছে। বলাচোন তুমিও!" মোহনাই ধৰিলে।

মিৰদঙ্গিয়া ৰৈ গ'ল। অলপ চিন্তা কৰি ক'লে,"নালাগে মোহনা, তোৰ দৰে গুণবান ল'ৰাৰ মাক হৈ তোৰ মাৰ এতিয়া এজনী 'মহাৰাণী'। মই দহজনৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰা এটা মহাভিক্ষাৰী। মগনীয়া, ফকিৰ ....! ঔষধ কিনাৰ পিচত যি পইচা ৰয় তাৰে গাখীৰ খাবি।"

মোহনাৰ ডাঙৰ ডাঙৰ চকুহাল সাইলাখ কমলপুৰৰ নন্দবাবুৰ চকুহালৰ দৰে ....

"অ-ই মো-হ-না-আ-আ! .... গৰুবোৰ ক'লৈ গ'ল?"

"তোৰ মাৰে মাতিছে হ'ব পায়।"

"ওঁ, তুমি কেনেকৈ জানিলা ?"

"অ-ই মো-হ-না-আ-আ !...

এজনী গৰুৱেও একে সুৰতে নিজৰ পোৱালিক হেম্বেলিয়াই মাতিলে।

ঘৰৰ গৰুৰ জাক ঘৰলৈ ওভতাৰ সময় হ'ল। মোহনাই জানে, মাকেই গৰুৰ জাকটো খেদি আনিছে। তাক এনেয়েই মাতিছে। সিও মাত নিদিয়াকৈ আছে।

"যা", মিৰদঙ্গিয়াই ক'লে,"মাৰে মাতি আছে। যা .... এতিয়াৰ পৰা মই পদাৱলী নাগাওঁ, ৰসপিৰিয়া নাগাওঁ, নিৰ্গুণ গাম। চাবি, মোৰ আঙুলি কিজানি আকৌ পোন হৈ পৰিব। আজিকালি শুদ্ধ ৰসপিৰিয়া কোনেনো গাব পাৰে? ...."

অৰে চলু মন, চলু মন
সসুৰাৰ হইবে হো ৰামা,
কি আহো ৰামা,
নৈহিৰা মে অগিয়া লগায়ৰ ৰে-কী ...।"

পথাৰৰ লুংলুঙীয়া বাটেৰে বগৰী গছৰ মাজে মাজে মিৰদঙ্গিয়া গুচি গ'ল। যাওঁতে নিৰ্গুণ গাই গাই বগৰী গছৰ জোপোহাৰ আঁৰ হ'ল।

"তই ইয়াত অকলে থিয় হৈ কি কৰি আছ? কোনে মৃদঙ্গ বজাইছিল অ'?" মূৰত ঘাঁহৰ বোজা এটা লৈ উপস্থিত হোৱা মাকে মোহনাক সুধিলে।

"পাচকড়ি মিৰদঙ্গিয়া।"

"কি সি আহিছে? আহিছে সি?" মাকে মূৰৰ বোজাটো মাটিত থেকেচা মাৰি পেলাই দি তাক সুধিলে।

"মই তেওঁৰ তালে তালে ৰসপিৰিয়া গাইছিলোঁ। তেওঁ ক'লে যে ইমান শুদ্ধকৈ ৰসপিৰিয়া আজিকালি কোনে গাব পাৰে। .... তেওঁৰ আঙুলি এতিয়া ভাল হৈ যাব।"

মাকে কৰুণীয়া মোহনাক নিজৰ বুকুত সাৱটি ধৰিলে।

"কিন্তু তই দেখোন মিৰদঙ্গিয়াৰ সদায় বদনামেই দি আহিছ — বেইমান, গুৰুদ্ৰোহী, ফাকিবাজ বুলি।"

"নহয়নো কি। এনেকুৱা মানুহৰ লগত সঙ্গত কৰা ভাল নহয়। খবৰদাৰ, আজিৰ পৰা যাতে তাৰ আৰু লগ নালাগ। দুৱাৰে দুৱাৰে ঘূৰি ফুৰা মানুহৰ লগত হলিগলি কৰিলে নিজৰে লোকচান হ'ব। .... চাওঁ, বোজাটো তুলি দে!"

মোহনাই ঘাঁহৰ বোজাটো তোলোতে ক'লে,"যিয়েই হওক, গুণী মানুহৰ লগত ৰসপিৰিয়া ....।"

"চু-উ-প! ৰসপিৰিয়াৰ নাম নল'বি।"

আচৰিত মাকজনী! খং উঠিলে একবাৰে বাঘিনীৰ দৰে হয় আৰু ৰং লাগিলে গাই গৰুৰ দৰে হেম্বেলিয়াই আহিব আৰু বুকুত সাৱটি ধৰিবহি। হঠাতে এই খং, এই ৰং ...... ।

দূৰৰ পৰা মৃদঙ্গৰ শব্দ ভাঁহি আহিল — ধা-তিং, ধা-তিং!

মোহনাৰ মাক পথাৰৰ মাজৰ ওখোৰা-মোখোৰা আলিৰ ওপৰেৰে গৈ আছিল। উজুটি খাই কথমপিহে নপৰাকৈ থাকিল। কিন্তু ঘাঁহৰ বোজাটো মূৰৰ পৰা পৰি বান্ধ সূলকি গ'ল। মোহনা মাকৰ পিচে পিচে কথা নোকোৱাকৈ আহি আছিল। সুধিলে,"কি হ'ল, মা?"

"একো হোৱা নাই।"

— ধা-তিং, ধা-তিং!

মোহনাৰ মাক পথাৰৰ আলিৰ ওপৰতে বহি পৰিল। জেঠমহীয়া আবেলিৰ কুৰুৱা বতাহ বৈ আছিল, লাহে লাহে বতাহৰ কোব বাঢ়ি গ'ল। .... মাটিৰ ভাপ আহি ক্ৰমে নাকত লাগিল।

— ধা-তিং, ধা-তিং।

"মিৰদঙ্গিয়াই আৰু কিবা কৈছিল তোক?" মাকে আগতে মোহনাক সুধিব পৰা নাছিল।

"কৈছিল যে তোৰ দৰে গুণবান ল'ৰাৰ মাক মহাৰাণী হ'বৰ যোগ্য। মইতো দুৱাৰে দুৱাৰে ঘূৰি ফুৰো।"

"মিছলীয়া, বেইমান!" মোহনাৰ মাকে চকুপানী মচি ক'লে,"এনেকুৱা মানুহৰ লগত সঙ্গত কেতিয়াও নকৰিবি।"

মোহনা মনে মনে থাকিল।

(1955)

# তৃতীয় শপত, অৰ্থাৎ গোলাপ মৰহি গ'ল

হীৰামনৰ পিঠিখন সুৰসুৰাইছে। ....

যোৱা কুৰি বছৰৰ পৰা সি গাড়ী চলাই আহিছে। গৰু গাড়ী। সীমাৰ সিপাৰত মূৰ্গী, ৰাজ নেপালৰ পৰা ধান আৰু খৰি কঢ়িয়াই আহিল। কন্ট্ৰলৰ দিনত চোৰাংবজাৰৰ মাল ইপাৰৰ পৰা সিপাৰলৈ সি নিছে। কিন্তু কেতিয়াওতো এনেকৈ তাৰ পিঠি সুৰসুৰোৱা নাই! ....

কন্ট্ৰলৰ দিন! হীৰামনে কেতিয়াবা সেই দিনৰ কথা পাহৰিব পাৰে নে! এবাৰ চিমেই আৰু কাপোৰৰ গাঁঠেৰে ভৰাই তাৰ গাড়ীয়ে যোগবানীৰ পৰা বিৰাট নগৰলৈ চাৰি খেপ মাৰিছিল। পিচৰ খেপ গৈ পোৱাৰ পিচত হীৰামনৰ কলিজা ফুটা হৈ গ'ল। ফাৰবিছগঞ্জৰ সকলো চোৰাং-বেপাৰীয়েই তাক পাকৈত গাৰোৱান বুলি জানিছিল। তাৰ গৰুহালৰ প্ৰশংসা তাৰ সকলোতকৈ ডাঙৰ গান্দীৰ ডাঙৰ শেঠজনে নিজেই কৰিছিল নিজৰ ভাষাৰে ....।

পঞ্চম খেপত তাৰ গাড়ী ধৰা পৰি গ'ল সীমাৰ এই পাৰে তৰাইত।

মহাজনৰ মুনিব (হিচাপৰখীয়া) তাৰ গাড়ীত অহা গাঁঠবোৰৰ মাজত কোনেও দেখা নোপোৱাকৈ লুকাই আছিল। দাৰোগা চাহাবৰ ডেৰ হাত দীঘল টৰ্চ লাইটৰ পোহৰৰ জোৰ হীৰামনে জানে। এবাৰ চকুত পৰিলে এঘন্টালৈ চকুৰে একোকে নেদেখা হয়, চকু ছাঁত মাৰিও ধৰে! আৰু সেই পোহৰৰ লগত অহা কৰ্কশ মাতটো — "এ-ই! গাড়ী ৰাখ! চালা, গুলী মাৰি দিন!" ....

কুৰিখন গাড়ী একেলগে হঠাৎ ৰৈ গ'ল। হীৰামনে প্ৰথমেই কৈছিল — "এই বিশখনে বিষোৱাব দেই!" দাৰোগা চাহাবে তাৰ গাড়ীত লুকাই থকা মুনিবৰ গাত টৰ্চ মাৰি অট্টহাঁহি মাৰিলে — "হা-হা-হা! মুৰিমজী-ই-ই .... হি-হি-হি! .... এই চালা গাৰোৱান, মুখলৈ কি চাই আছ-অ' অ! এই বস্তাবোৰৰ ওপৰৰ পৰা কম্বল আতৰা।" দাৰোগাই হাতৰ চুটি লাঠিডালেৰে মুনিমজীৰ পেটত খোচ মাৰি ক'লে,— "এই বস্তাটো! চ-চালা।"

দাৰোগা আৰু মুনিমজীৰ মাজৰ আখেজ বহুত দিনৰ। নহ'লেনো ইমানবোৰ পইচা

সৰকোৱাৰ পিচতো পুলিচ-দাৰোগাৰ মন নাপায়নে! প্ৰত্যেকখন গাড়ীৰ বাবদ চাৰি হাজাৰকৈ টকা এনেয়েই দিছিল। লাঠিৰে আকৌ এবাৰ মুনিমৰ পেটত দাৰোগাই খোচ মাৰিলে। পাচ হাজাৰ! আৰু এবাৰ খোচ মাৰি ক'লে,"নামি আহ্ আগতে"। ....

গাড়ীৰ পৰা নমাই মুনিমৰ চকুলৈ দাৰোগাই টৰ্চ মাৰিলে। তাৰ পিচত চিপাহীৰে মুনিমক ৰাস্তাটোৰ বিশ-পঁচিশ নলমান আঁতৰলৈ এটা জোপোহাৰ কাষলৈ লৈ গ'ল। গাড়োৱান আৰু গাড়ীবোৰৰ ওচৰত পাঁচটাকৈ বন্দুকধাৰী চিপাহীৰ পহৰা! .... হীৰামনে জানিলে, এইবাৰ আৰু নিস্তাৰ নহ'ব .... একেবাৰে জেল! জেললৈ পিচে তাৰ ভয় নাই। কিন্তু তাৰ গৰুহালৰ কি হ'ব? দানা-পানী নোহোৱাকৈ চৰকাৰী ফাটেকত ভোকে-লঘোনে কিমান দিন পৰি থাকে, একো ঠিকনা নাই। তাৰ পিচত হয়তো নিলামত দিব। সি ককায়েক-নবৌয়েকৰ আগত আৰু কেতিয়াও মুখ উলিয়াব নোৱাৰিব। .... কথাখিনি ভবাৰ লগে লগে নিলামৰ ডাকবোৰ তাৰ কাণত পৰিবলৈ ধৰিলে — এক-দুই-তিনি! দাৰোগা আৰু মুনিমৰ কথা-বতৰাৰ চাগৈ নিষ্পত্তি হোৱাই নাই।

হীৰামনৰ গাড়ীৰ ওচৰত ৰখীয়া কৰি থৈ যোৱা চিপাহী এটাই নিজৰ ভাষাত লগৰ আনটো চিপাহীক সৰুকৈ ক'লে— "কি অ'? কথা পাক লগা যেন পাইছোঁ।" তাৰ পিচত সি খৈনি দিয়াৰ ছল কৰি আন এটাৰ ওচৰলৈ গ'ল। ....

এক-দুই-তিনি। তিনি-চাৰিখনমান গাড়ীয়ে তাক আঁৰ কৰি আছে। হীৰামনে মনতে এটা সিদ্ধান্ত কৰিলে। সি লাহেকৈ তাৰ গাড়ীৰ পৰা গৰুহাল খুলি দিলে। গাড়ীত বহি থাকিয়েই সি দুয়োটা সাঙুৰি দিলে। গৰুহালেও বুজি পালে সিহঁতে তাৰ পিচত কি কৰিব লাগে। তাৰ পিচত সি গাড়ীৰ পৰা নামি গাড়ীখনত চিৰ্পুৱাডাল লগাই গাড়ীখন থিয় কৰি থলে আৰু গৰুহালৰ কান্ধত হাত ফুৰালে। দুয়োটা গৰুৰ কাণৰ ওচৰত সুৰসুৰাই দি সি মনৰ ভিতৰতে ক'লে— "ব'ল এতিয়া ভাইহঁত, প্ৰাণটো ৰক্ষা পৰিলে এনেকুৱা ফাণ্টু গাড়ী ঢেৰ পাম। .... এক-দুই-তিনি! .... ন-দহ-এঘাৰ! ...."

গাড়ীবোৰৰ আঁৰত ৰাস্তাটোৰ কাষে কাষে বহুত দূৰলৈ ঘন হাবি। সিহঁত তিনিওটাই প্ৰাণটাকি গৈ হাবিখিনি পাৰ হ'ল, কোনো বিঘিনি নোহোৱাকৈ। তাৰ পিচত আকৌ আগৰ দৰে এখোজ দুখোজকৈ লাহে লাহে। দুয়োটা গৰু বুকু ফিন্দাই তৰাইৰ ঘন হাবিৰ মাজত সোমাই গ'ল। বাট উলিয়াই, নদী-নলা পাৰ হৈ নেজ দাঙি গৈ থাকিল। পিচে পিচে হীৰামন। গোটেই নিশাটো এইদৰেই সিহঁত পলাই গৈ থাকিল। ....

ঘৰ পাই দুদিনলৈ হীৰামন সাৰসুৰ নোহোৱাকৈ পৰি থাকিল। যেতিয়া উঠিল তেতিয়া কাণত ধৰি এইবুলি শপত খালে যে ভৱিষ্যতে সি আৰু এনেকুৱা বস্তু তাৰ গাড়ীত নোতোলে। চোৰাংবজাৰৰ মাল? তৌবা তৌবা। .... ক'ব নোৱাৰি, মুনিমজীৰ বা সিফালে কি অৱস্থা হৈছে! আৰু ঈশ্বৰেহে জানে তাৰ ভগা গাড়ীখনৰ বা কি হ'ল! গাড়ীখনৰ চকাযোৰ হ'লে আচল তীখাৰ ঘেৰৰ আছিল। তাৰে এটা আছিল একেবাৰে নতুন। গাড়ীখনত ৰঙিন ৰুচিৰে বৰ যতনেৰে পকাই লোৱা জৰীখিনি ওলমি আছিল। ....

দুটা শপত খালে সি। প্ৰথমটো হ'ল, সি কেতিয়াও চোৰাংবজাৰৰ মাল তাৰ গাড়ীত নোতোলে। দ্বিতীয়টো হ'ল, বাঁহ। সি সকলো ভাৰা বিচৰা মানুহকে পোনতে সুধি লয়— চুৰি-চুপ্ৰিম কৰা মাল নহয়তো এইবোৰ? হেৰা, বাঁহৰ ভাৰানো কোনোবাই পঞ্চাশ টকা দিয়েনে? যোৱা, হীৰামনৰ গাড়ীয়ে ভাৰা নামাৰে, আনৰ গাড়ী বিচৰা। ....

বাঁহৰ বোজাই দিয়া গাড়ী! বাঁহবোৰৰ আগবোৰ গাড়ীখনৰ আগৰ ফালে চাৰি হাত আগলৈ আৰু গুৰিবোৰ পিচৰফালে চাৰি হাত পিচলৈ ওলাই থাকিব লাগে। পিচে এই বন্ধা নিয়ম প্ৰায়েই মানি নচলে। নিয়ম ভাঙি বোজাই দিয়া শ শ গাড়ী বাটত ৰৈ থাকে। চহৰৰ কথা! এবাৰ তেনেকৈ গাড়ীৰ পৰা ওলাই থকা ত্ৰিশটামান বাঁহৰ আগবোৰ হাতেৰে ধৰি ধৰি গাড়ী ভাৰা লোৱা মানুহৰ এটা জধামূৰ্খ লগুৱাই গৈ থাকোতে বাটত পোৱা ছোৱালী স্কুল এখনৰ ফালে ভেবা লাগি চাবলৈ লাগিল। এনেতে আলি কেকুৰিত এখন ঘোঁৰাগাড়ীত গৈ খুন্দা মাৰি দিলে। হীৰামনে গৰুহালৰ ডিঙিৰ ৰচিত বেগাবেগিকৈ টান দিয়ে মানে বাঁহৰ আগবোৰ গৈ ঘোঁৰাগাড়ীৰ ছাল ফুটাই দিলে। ঘোঁৰাগাড়ীৱালাই সোধপোচ নকৰাকৈ দিলে চাবুক চলাই হীৰামনৰ গাত! ....

তেতিয়াৰে পৰা গাড়ীত বাঁহ বোজাই দিয়াহে নালাগে, বাটত ৰৈ থাকিবলগীয়া হোৱা চহৰলৈ ভাৰা মৰাকে বাদ দিলে। আৰু তাৰ পিচত যেতিয়া ফাৰবিসগঞ্জৰ পৰা মৃগীঁ কড়িওৱাৰ ভাৰা মাৰিবলৈ ল'লে, তেতিয়া গাড়ীখনকে হেৰুৱাব লগা হ'ল! .... ইয়াৰ পিচত কেইবছৰমানলৈ সি তাৰ গৰুহাল আধিলৈ দিলে, অৰ্থাৎ আধা ভাৰা গৰুহালৰ বাবে আৰু বাকী আধা ভাৰা গাড়ীৰ মালিকৰ বাবে। এতিয়াহে ভাল হৈছে, কৰি থাক গাৰোৱানী এনেয়ে! আধিত পোৱা পইচাৰে গৰুহালকে ভালকৈ খুৱাবলৈ নাটে। এবছৰৰ পিচতে সি আকৌ এখন গাড়ী কৰাই ল'লে।

আই ভগৱতীয়ে যেন সেই কোম্পানীটোৰ বাঘটোৰ মঙ্গল কৰে। যোৱা বছৰত এইখন মেলাতেই বাঘৰ গড়াল-গাড়ীখন টানি ফুৰা ঘোঁৰা দুয়োটা মৰি থাকিল। চম্পানগৰৰ পৰা ফাৰবিসগঞ্জৰ মেলালৈ আহিবৰ সময়ত চাৰ্কাছ কোম্পানীৰ মেনেজাৰে গাৰোৱান পট্টীলৈ গৈ প্ৰচাৰ কৰিলে গড়াল-গাড়ীখন আনিলে গাৰোৱানক এশ টকা ভাৰা দিব বুলি। দুই-এটা গাৰোৱান ৰাজিও হৈছিল। কিন্তু সিহঁতৰ গৰুৱে বাঘ দেখা পাই দহ হাত দূৰৰ পৰাই কঁপিবলৈ ধৰিলে আৰু ৰচি ছিঙি পলাল। হীৰামনে তেতিয়া তাৰ গৰুহালৰ পিঠিত হাত বুলাই বুলাই ক'লে,'চা ভাইহঁত, এই সুযোগ আৰু কেতিয়াও নাহে। এয়েই আমাৰ এখন নিজৰ গাড়ী কৰাৰ সুযোগ। নহ'লে আকৌ সেই আধি খোৱা ....। বাঘ গড়ালতহে বন্ধ হৈ আছে, ভয় কৰিবলৈ কিটো আছে! মৃগীঁৰ বোজা লৈ তৰাইত ভাৰা মাৰোতে তহঁতে বাঘ বাটত দেখিছ। মইতো তহঁতৰ গাতে লাগি আছোৱেই। ...."

গোটেইবোৰ গাৰোৱানে হাত চাপৰি মাৰি খলক লগাই দিলে। হীৰামনৰ গৰুৱে সকলোৰে মুখ ৰক্ষা কৰিলে। সিহঁত হালে লাহে লাহে আগবাঢ়ি গ'ল আৰু হীৰামনে সিহঁতক এটা এটাকৈ বাঘৰ গাড়ীত জুটি দিলে। মাথোন সোঁহাতে থকা গৰুটোৱে জুটি

দিয়াৰ পিচত বহুত পেচাব কৰিলে। হীৰামনে দুদিনলৈ নাকৰ পৰা সোপা শুচাব পৰা নাছিল। ডাঙৰ গান্ধীৰ ডাঙৰ শেঠজীৰ নিচিনাকৈ নাকত কাপোৰ এখন মেৰিয়াই নল'লে সি বাঘৰ গোন্ধটো সহ্য কৰিব নোৱাৰে।

হীৰামনে বাঘৰ গাড়ীৰো গাৰোৱানী কৰিলে, কিন্তু কেতিয়াও এনেকুৱা সুৰসুৰণি তাৰ পিঠিত উঠা নাছিল। আজি মাজে মাজে তাৰ গাড়ীখনত চম্পা ফুলৰ গোন্ধো সি পাই আছে। পিঠিখনত সুৰসুৰোৱাত সি এছাৰিডালেৰে পিঠিখন খজুৱাই লৈছে।

তাৰ মনৰ ভাব, দুবছৰৰ পৰা চম্পানগৰ মেলাৰ আই ভগৱতীয়ে তাৰ প্ৰতি কৃপা কৰিছে। যোৱা বছৰত বাঘগাড়ীখন তাৰ মুখত পেলাই দিছে। নগদ এশ টকাতো ভাৰা পালেই, তাৰ উপৰিও খাটিৰ খোচামোদ খোৱা-বোৱাকে ধৰি গোটেই বাটটো জুৰি চাৰ্কাছৰ বান্দৰ ভালুক আৰু জ'কাৰৰ কিমান তামাচা এনেয়েই দেখিবলৈ পালে!

আৰু, এইবাৰ তাৰ গাড়ীত আহিছে মহিলা যাত্ৰী। মাইকী মানুহ নে চম্পা ফুল! গাড়ীখনত উঠাৰ পিচৰে পৰা গোটেই গাড়ীখনেই চম্পা ফুলৰ গোন্ধেৰে ভৰি পৰিছে।

কেচা ৰাস্তাটোৰ এটা সৰু গাঁতত গাড়ীখনৰ সোঁফালৰ চকাটো পিচল খাই গ'ল আৰু গাড়ীখনৰ ভিতৰৰ পৰা 'আস্' বোলা কোমল শব্দ এটা শুনা গ'ল। হীৰামনে সোঁফালৰ গৰুটোক মৰিয়াই ক'লে,"চালা! কি ভাবিছ? গাড়ীত বস্তা আনিছো নেকি?"

"আহা। নেমাৰিবা!"

সি দেখা নোপোৱা মাইকী মানুহৰ মাতষাৰে তাক আচৰিত কৰি দিলে। শিশুৰ দৰে এটা কোমল আৰু কাঁচৰ দৰে ঠুনুকা মাত!

মথুৰামোহন নাটক কোম্পানীত লাইলাৰ ভাও লোৱা হীৰাবাঈৰ নাম কোনে শুনা নাই! কিন্তু হীৰামনৰ কথা সুকীয়া। সি সাতটা বছৰ একেৰাহে মেলাৰ বস্তু কঢ়িয়াইছে, কিন্তু কাহানিও নাটক থিয়েটাৰ বাইস্কোপ এইবোৰ চাই পোৱা নাই। লাইলা বা হীৰাবাঈৰ নামো সি কোনোদিনে শুনা নাই। দেখা পোৱাৰতো কথাই নাই। এশদিনীয়া মেলাখন শেহ হোৱাৰ পোন্ধৰ দিনৰ আগতে এন্ধাৰ নিশা ক'লা ওৰণি এখনেৰে মুখ ঢাকি থকা মাইকী মানুহ এজনী দেখি তাৰ মনত সন্দেহ হৈছিল। মানুহজনীৰ বাকচ কঢ়িওৱা মানুহ এটাই তাৰ গাড়ীখনৰ ভাৰা বন্দোবস্ত কৰি দৰ-দাম কৰাৰ চেষ্টা কৰোতে ওৰণি লোৱা মানুহজনীয়ে মূৰ লৰাই তাক হাক দিছিল। হীৰামনে গাড়ী জুটি জুটি সেই মানুহটোক সুধিছিল,"কি ভাই, কিবা চুৰি-চাপ্ৰাচি কৰা মাল-বস্তু ইয়াত নাইতো!" হীৰামনৰ আচৰিত লাগিছিল। বাকচ কঢ়িওৱা মানুহটোৱে হাত জোকাৰি তাক গাড়ী চলাবলৈ ক'লে আৰু আন্ধাৰত লুকাই পৰিল। হীৰামনৰ মেলাত ধপাত বেচি থকা বুঢ়ীজনীৰ ক'লা শাৰীখনলৈ মনত পৰি গ'ল। ...

এনেকৈ কোনোবাই কেতিয়াবা গাড়ী চলায়!

এনেয়েতো পিঠিখনত সুৰসুৰণি লাগি আছে। তাতে আকৌ মাজে মাজে চম্পা ফুলৰ

গোন্ধটোৱে আহি তাৰ গাড়ীখনত আমোল-মোলাই দিছেহি। গৰুহালক কিবা এটা খং কৰিলেও গাড়ীত উঠি অহা মানুহে ইচ্-আচ্ কৰে।........তাৰ গাড়ীত উঠি অহা মানুহ! অকলশৰীয়া এজনী মানুহ, ধপাত বেচা বুঢ়ীজনী নহয়। সেই মাতটো শুনাৰ পিচত সি কেইবাবাৰো পিচলৈ ঘূৰি চাবলৈ চেষ্টা কৰিছিল। হাতৰ এছাৰি ডালেৰে পিঠিখনো সেই স্থলতে খজুৱাইছিল।........ ভগবানেহে জানে, এইবাৰ বা কি লিখা আছে তাৰ কপালত। গাড়ী যেতিয়া পূবলৈ ঘূৰিল তেতিয়া জোনৰ অকণমান পোহৰ আহি গাড়ীৰ ভিতৰ সোমালহি। ভিতৰৰ যাত্ৰীগৰাকীৰ নাকফুলটো সেই পোহৰত তিৰবিৰাই উঠিল। হীৰামনৰ এই সকলোবোৰ কথা ৰহস্যময় আৰু ভ্ৰম যেন লাগিল। সমুখত চম্পা নগৰৰ পৰা সন্ধিয়া গাঁৱলৈকে বিস্তৃত পথাৰ!...... এয়া কোনো ডাকিনী যোগিনী নহয়তো!

হীৰামনৰ যাত্ৰীয়ে বাগৰ দি শুই পৰিল। জোনৰ পোহৰ আহি মুখত পৰা হীৰামনে দেখি বিচূৰ্তি হ'ল— এয়া কি! মানুহ নহয়, একেবাৰে পৰী দেখোন!

পৰীয়ে চকু মেলি দিলে আৰু হীৰামনে আগলৈ চাই তাৰ গৰু হালক খেদিবলৈ ধৰিলে নানা শব্দ কৰি। সি তালুত জিবা লগাই শব্দ উলিয়ালে। তাৰ জিবাখনো জানো কেতিয়াৰ পৰা এডোখৰ সূত লগা বস্তু হৈ পৰিল!

"ভাই, তোমাৰ নামটো কি?"

সাইলাখ বাঁহীৰ মাত যেন!.... হীৰামনৰ প্ৰতিদান যেন সেই সুৰত বাজি উঠিল। তাৰ মুখৰ পৰা একো মাত নোলাল। আনকি তাৰ গৰু হালেও কাণ থিয় কৰি সেই মাত শুনি থাকিল।

"ওঁ, মোৰ নাম..... মোৰ নাম..... হীৰামন!"

তাৰ যাত্ৰীগৰাকীয়ে হাঁহি মাৰি দিলে...... সেই হাঁহিত আছিল সুগন্ধ।

"তেনেহলে মই তোমাক মিতা বুলি মাতিম, ভাই বুলি নামাতো। মোৰ নামো হীৰা।"

"ইচ্! হীৰামনৰ মান নাই নেকি? মতা আৰু মাইকী মানুহৰ নাম বেলেগ হয়।"

"হয় ডাঙৰীয়া, মোৰ নামো হীৰাবাই।"

ক'ত হীৰামন আৰু ক'ত হীৰাবাই, বহুত বেলেগ!

হীৰামনে গৰুহালক দবিয়ালে— "কাণ থিয় কৰি গল্প শুনি শুনি আৰামত যাবি নেকি? এই বাওঁফালৰটোৰ পেটত বহুত বদমাচি আছে।" হীৰামনে বাওঁফালৰ গৰুটোক লাহেকৈ চাপৰ এটা মাৰি দিলে।

"নামাৰিবা; লাহে লাহে গৈ থাওক। লৰালৰিৰ কি আছে?"

হীৰামনৰ মনত লাগিল চিন্তা, সি এতিয়া হীৰাবাইক কি বুলি সম্বোধন কৰি কথা-বতৰা পাতিব! 'তুমি' বুলিব নে 'আপুনি'? ডাঙৰক তাৰ নিজৰ ভাষাত 'এখেত' বুলি কয়। এখেত মানে আপুনি। সেই বুলি মাতি ভদ্ৰলোকৰ কথা-বতৰাৰে সামান্য কথাহে পাতিব পাৰি। কিন্তু অন্তৰ খুলি কথা পাতিবলৈ হলে কেৱল গাৱঁৰ ভাষাৰেহে পাৰি।

আহিন-কাতি মহীয়া পুৱাৰ ডাঠ কুঁৱলীৰ প্ৰতি হীৰামনৰ সদায় বিৰাগ। কাৰণ এনেকুৱা ঢাকি ধৰা কুঁৱলীত সি আগতে কেবাবাৰো বাট হেৰুৱাব লগা হৈছিল। কিন্তু আজিৰ কুঁৱলী ভৰা এই পুৱা সি সপোন মগন হৈ আছে। নদীৰ পাৰে পাৰে হোৱা ঘন খেতি-পথাৰৰ পৰা মলমলীয়া গোন্ধ বতাহে কঢ়িয়াই আনিছে। গাঁৱৰ পূজা-পাতলৰ সময়তো ঠিক এনেকুৱা গোন্ধেই বিয়পি পৰে। তাতে তাৰ গাড়ীত চম্পা ফুলো ফুলি উঠিছে। সেই ফুলত বহি আছে এগৰাকী পৰী।..... সাক্ষাৎ ভগৱতী!

হীৰামনে কেৰাহিঁকৈ চাই দেখিলে, তাৰ যাত্ৰী...... মিতা.... হীৰাবাইৰ চকুহালে পাকে পাকে তাৰ ফালেই চাই আছে। তাৰ গোটেই গাতে এটা অজান সুৰৰ জোকাৰণি বৈ গ'ল। সমগ্ৰ দেহ শিহঁৰি উঠিল। সি কলে, "গৰুক মাৰিলে আপোনাৰ বৰ বেয়া লাগে?"

হীৰাবায়ে পৰীক্ষা কৰি চালে, হীৰামন সঁচাকৈয়ে এডোখৰ হীৰা।

চল্লিশ বছৰীয়া হৃষ্ট পুষ্ট, কেটোৰ ক'লা গাঁৱলীয়া এই ডেকাটোৱে তাৰ গাড়ীখন আৰু গৰুহালৰ বাহিৰে জগতখনৰ আন একো কথালৈ আগ্ৰহ প্ৰকাশ নকৰে। ঘৰত ককায়েক আছে, খেতি-বাতি কৰে। ল'ৰা-ছোৱালী থকা মানুহ। হীৰামনে ককায়েকতকৈও নবৌয়েককহে সন্মান কৰে, আৰু ভয়ো কৰে। হীৰামনৰো বিয়া হৈছিল। সৰু কালতে গহনা পিন্ধোৱাৰ আগেয়েই হ'ব লগা কইনাজনী মৰি থাকিল। নিজৰ সেই পত্নীৰ মুখখন আজি তাৰ মনত নপৰে।....... দ্বিতীয়বাৰ বিয়া? আকৌ সি বিয়া নকৰোৱাৰ কাৰণ বহুত। নবৌয়েকৰ জেদ যে কুমাৰী ছোৱালীৰ লগতহে তাৰ বিয়া পাতিব। কুমাৰী মানে হৈছে পাঁচ-সাত বছৰীয়া ছোৱালী। সৰদা আইন কোনে মানি চলে? ছোৱালী থকা মানুহে গৰজত পৰিহে দ্বিতীয়বাৰ বিয়া কৰোৱা মানুহলৈ নিজৰ ছোৱালী দিব পাৰে। নবৌয়েকে তিনি সইত খাই বহি আছে আৰু সিও বহি আছে। নবৌয়েকৰ আগত ককায়েকেও একো মাত মাতিব নোৱাৰে!....... এতিয়া হীৰামনে মনতে স্থিৰ কৰি পেলাইছে, সি আৰু বিয়া নকৰায়। কোনে এইবোৰ বেমাৰ চপাই ল'ব খোজে! বিয়া কৰোৱাৰ পিচত কোনোবাই গাড়োৱানী কৰে নেকি! হীৰামনে লাগিলে সকলো এৰিব পাৰে, কিন্তু গাড়োৱানী কেতিয়াও এৰিব নোৱাৰে।

হীৰাবায়ে হীৰামনৰ দৰে ধীৰ-স্থিৰ মানুহ বহুত কম লগ পাইছে। সি সুধিছিল— "আপোনাৰ ঘৰ কোন জিলাত পৰে?" ......... কানপুৰ বুলি শুনাৰ লগে লগেই সি যিটো প্ৰকাণ্ড হাঁহি মাৰি দিলে, শুনিয়েই গৰুহালে চক খাই উঠিল। হীৰামনে হাঁহিলে মূৰ তললৈ কৰি হাঁহে। হাঁহি বন্ধ হোৱাৰ পিচত সি কলে— "বেচতো কানপুৰ। তেনেহলে নাকপুৰো হ'ব?" আৰু যেতিয়া হীৰাবায়ে কলে যে নাকপুৰ বোলা ঠাই এখনো আছে তেতিয়া সি হাঁহিত বাগৰি পৰিল।

"কেনে আচৰিত। নামো যে কি কি হ'ব পাৰে। কানপুৰ, নাকপুৰ!" হীৰামনে হীৰাবাইৰ কাণফুলযোৰলৈ মন কৰিলে। নাকৰ নাকচাবিটোৰ নখটোলে চাই সি শিয়ৰি

উঠিল, তাত দেখোন তেজৰ বিন্দু!

হীৰামনে হীৰাবাইৰ নাম আগতে কেতিয়াও শুনা নাছিল। নাটক কৰা কোম্পানীৰ মাইকী মানুহক সি বাইজী বুলি নাভাবিছিল।..... কোম্পানীত কাম কৰা মাইকী মানুহক সি অৱশ্যে দেখিছে। চাৰ্কাছ কোম্পানীৰ মালিকনীকো সি দেখিছে নিজৰ ছোৱালী দুজনীৰে সৈতে বাঘগাড়ীৰ কাষে কাষে গৈ থকা। তেওঁলোকে বাঘক দানা-পানী খুৱাই গৈছিল আৰু বৰ মৰমো কৰিছিল। ডাঙৰজনী জীয়েকে হীৰামনৰ গৰুহালক ৰুটি-বিস্কুট খাবলৈ দিছিল।

হীৰামন হুচিয়াৰ মানুহ। কুঁৱলী ঘনকৈ পৰাৰ লগে লগেই সি নিজে লোৱা কাপোৰখনৰে গাড়ীৰ ছৈত পৰ্দা আঁৰি দিলে— "মাত্ৰ দুঘণ্টা! তাৰ পিচত বাটত যাবলৈ কষ্ট হ'ব। কাতি মাহৰ পুৱাৰ ৰ'দ আপুনি সহিব নোৱাৰিব। কজৰী নৈৰ কাষৰ তেগছিয়াৰ ওচৰেদি গাড়ী লৈ যাম। দুপৰীয়াটো পাৰ হোৱাৰ পিচত....।"

সমুখৰ ফালৰ পৰা আহি থকা গাড়ী এখন দূৰতে দেখিয়েই সি সাৱধান হ'ল। গাড়ী যোৱা লিকটো আৰু গৰুহালৰ সতৰ্ক দৃষ্টি ৰাখিলে। বাটটো পাৰ হৈ যোৱাৰ পিচত গাড়ীখনৰ গাড়োৱানজনে সুধিলে, "মেলা ভাগিছে নেকি ভাই?"

হীৰামনে জনালে যে সি মেলাৰ কথা নাজানে। তাৰ গাড়ীত এগৰাকী বোৱাৰী আছিছে। হীৰামনে কিবা এখন গাঁৱৰ নাম কৈ থলে।

ছট্টাপুৰ পাঁচ আলিটো কোনখিনিত?"

"হব ক'ৰবাত, সেইটো জানি আপুনি কি কৰিব?" হীৰামনে নিজৰ বুদ্ধিত নিজেই হাঁহিলে। পৰ্দাখন আঁৰি দিয়াৰ পিচতো তাৰ পিঠিখন সুৰসুৰাই আছিল।

পৰ্দাখনৰ অকণমান ফাকেৰে সি দেখা পালে, হীৰাবায়ে দিয়াচলাই বাকচটোৰ সমান সৰু আইনা এখনত দাঁত চাব লাগিছে।....... মদনপুৰৰ মেলাত সি এবাৰ তাৰ গৰুহালক কড়িৰ বৰ ধুনীয়া মালা দুডাল কিনি দিছিল। সৰু সৰু কড়িৰে গঁথা।

তেগছিয়াৰ গছ তিনিজোপা দূৰৰ পৰাই চকুত পৰে। হীৰামনে পৰ্দাখন অকণমান দাঙি কলে, "চাওক, সৌৱা তেগছিয়া দুজোপা জঁট ওলমি থকা বৰগছ আৰু আমজোপা....... কি নাম সেই ফুলটোৰ, ৰ'ব! আপোনাৰ পিন্ধি থকা চোলাটোত থকা ফুলৰ ছবিৰ নিচিনাই। বৰ গোন্ধায়। তাৰ গোন্ধ দুই ক্ৰোশ দূৰলৈকে মলমলাই থাকে। সেই ফুলবিধ মানুহে খামিৰা সনা ধপাতৰ লগত মিহলি কৰিও খায়।"

"আৰু সেই আম গছবোৰৰ আঁৰত যে ঘৰকেইটা ওলাই আছে, সেইবোৰ মানুহৰ ঘৰ নে মন্দিৰ?"

হীৰামনে বিড়ি এটা জ্বলাবলৈ লৈ সুধিলে, "বিড়ি এটা খাওনে? গোন্ধটোৱে আপোনাক আমনি কৰিব নেকি?— সেইটোৱেই হল নামনগৰৰ দুৱাৰ মুখ। সেই ৰজাৰ মেলাৰ পৰাই আমি আহিলোঁ, তেওঁৰে মোটা বুদ্ধি।.... কি আছিল সেই দিন-কাল!"

হীৰামনে তাহানিৰ দিন-কালৰ কথা কৈ এটা তৃপ্তিৰ ভাব আনিলে। হীৰাবায়ে পৰ্দাখন

এফলীয়াকৈ একাষে খুচি থলে।.... হীৰাবাইৰ দাঁতবোৰ।

"কি দিন-কালৰ কথা কিছা?" ঠুটৰীত হাত থৈ হীৰাবায়ে তাৰ মুখলৈ আগ্ৰহেৰে চালে

"নামলগৰ দুৱাৰীৰ দিন-কালৰ কথা কৈছোঁ। কি আছিল আৰু কিহৰ পৰা কি হৈ গ'ল।"

হীৰামনে গল্প ৰস লগাই কব জানে। হীৰাবায়ে সুধিছিল, "তুমি-সেইবোৰ দিন-কাল জানো দেখা পাইছিলা?"

"দেখা নাই, শুনিছোহে।..... ৰজাৰ মুলুক কেনেকৈ ভাগি গ'ল, সেই আচৰিত কাহিনী। শুনিছিলোঁ দেৱতাই নিজে আহি সেই ঘৰত জন্ম লোৱা বুলি। কি ক'ব, দেৱতা যে দেৱতাই! নহলেনো কি? ইন্দ্ৰাসন এৰি থৈ আহি মৰত ভুবনত জন্ম ললেই তেওঁৰ তেজ কেনেকৈ লুকুৱাই থব? বেলিফুলৰ দৰে নিজৰ কেউকাষে সেই তেজ জিলিকি থাকিব। কিন্তু মানুহৰহে চকু, কোনেও চিনি নাপালে। ৰজাৰ ল'ৰাৰ উপনয়নলৈ লাট চাহাব আৰু তেওঁৰ মেম হাৱাগাড়ীত তালৈ আহিছিল। লাটেও ধৰিব নোৱাৰিলে, চিনি পালে লাটনী মেমে। বেলি ফুলৰ তেজ দেখা পায়েই তেওঁ কৈ উঠিল— ইড মেন ৰাজা চাহেব, শুনা, তোমাৰ এই ল'ৰা মানুহৰ ল'ৰা নহয়, এইটো দেৱতাৰ ল'ৰা।"

হীৰামনে লাটনী মেম চাহাবে কোৱা দৰেই ডেম্-ফেট্-ফেট্ শব্দ কিছুমানো লগে লগে কৈ গ'ল। হীৰামনৰ ভাও দেখি হীৰাবায়ে ঢেকঢেককৈ হাঁহিবলৈ ধৰিলে।.... হাঁহিবৰ সময়ত গোটেই শৰীৰটো নাচিবলৈ ধৰিলে।

হীৰাবায়ে ওৰণিখন ঠিক কৰি ললে। দেখি হীৰামনৰ এনে লাগিল যেন......

"তাৰ পিচত? কি হ'ল তাৰ পিচত মিতা?"

"এ-স্! কথা শুনিবলৈ পালে আপোনাক একো নালাগে, নহয়?..... কিন্তু, ক'লা মানুহ ৰজাহে নালাগে মহাৰজা হলেও যি ক'লা সেই ক'লাই হৈ থাকিব। চাহাবৰ নিচিনা বুদ্ধি ক'ৰ পৰা পাব! মেমৰ কথা শুনি সকলোৱেই হাঁহি উৰাহি দিলে। তাৰ পিচত ৰাণীয়ে সদায় সপোন দেখিবলৈ আৰম্ভ কৰিলে। সপোনত দেৱতাই আহি কলে বোলে মোৰ যদি সেৱা তইঁতে কৰিব নোৱাৰ, তেন্তে মই তইঁতৰ ঘৰত আৰু নাথাকো। ইয়াৰ পিচতে দেৱতাৰ লীলা। আৰম্ভ হ'ল। সকলোতকৈ আগতে মৰিল ৰজাৰ দঁতাল হাতীটো, তাৰ পিচত ঘোৰা, তাৰ পিচত পট্পটাং......।"

"পট্পটাং মানে কি?"

হীৰামনৰ মনটো ঘনে ঘনে সলনি হৈ আহিল। মনৰ ভিতৰত সাতৰঙী ছাতি এটা লাহে লাহে খোল খাবলৈ ধৰিছিল। তাৰ ভাব হৈছিল, তাৰ গাড়ীখনত দেৱকুলৰ কোনো অপেছৰীহে উঠি আছিল। দেৱতা আচলতে দেৱতাই।

" পট্পটাং। ধন-দৌলত, সা-সম্পত্তি সকলো শেষ। দেৱতা আকৌ ইন্দ্ৰাসনলৈ গুচি গ'ল।"

হীৰাবায়ে কোনেও নেদেখাকৈ মন্দিৰৰ চূড়ালৈ চাই দীঘল এটা হুমুনিয়াহ পেলালে।

"কিন্তু দেৱতাই যোৱাৰ সময়ত কৈ গ'ল— "এই ৰাজ্যত কেতিয়াও এটাৰ বাহিৰে দুটা ল'ৰা জন্ম নহ'ব। ধন-বস্তু মই লগতে লৈ গলোঁ, গুণ এৰি থৈ গলোঁ'। দেৱতাৰ লগতে সকলো দেব-দেবীও ইয়াৰ পৰা গুচি গ'ল, মাথোন সৰস্বতী আই ইয়াতে থাকিল। এইটো সেই সৰস্বতীৰ মন্দিৰ।"

দেশী ঘোঁৰা এটাৰ ওপৰত মৰাপাটৰ বোজা দি বেপাৰী এটা আহি থকা দেখি হীৰামনে গাড়ীৰ পৰ্দাখন পেলাই দিলে। গৰুহালক ফূৰ্তি দিবলৈ সি বিদেশী নাচৰ বন্দনা গীত এটা জুৰিলে— "জৈ মৈয়া সৰোসতী, অৰজী কৰত বাণী; হমৰা পৰ হোখু সহাই হে মৈয়া; হমৰা পৰ হোখু সহাই!"

ঘোৰা লৈ অহা বেপাৰীটোক সি ফূৰ্তিৰে সুধিলে— "মৰাপাট কি দামত কিনিলা মহাজন?"

খোৰাই খোঁৰাই যোৱা ঘোৰাৰ মহাজনে নৰৈ কৈ গ'ল— "তলত সাতাইচ আঠাইচ আৰু ওপৰত ত্ৰিশ। মাল চাই দাম!"

এইবাৰ বেপাৰীয়ে সুধিলে— "মেলাৰ কি খবৰ ভাই? কোন নাটক কোম্পানী আহিছে এইবাৰ? ৰৌতা কোম্পানী নে মথুৰামোহন?"

"মেলাৰ খবৰ মেলাৰ মানুহেহে জানে।" হীৰামনে পুনৰ ছত্তাপুৰ পাচ আলিৰ নাম ললে।

বেলি দুতাঁৰ ওপৰ উঠিল। হীৰামনে তাৰ গৰুহালৰ সৈতে কথা পাতিবলৈ ধৰিলে এইবাৰ— "এক ক্ৰোশ বাট আছে। অলপ দম লৈ যাইঁত। পানী খোৱাৰ সময় হলহি নহয়! মনত আছে নে নাই তহঁতৰ? সেইবাৰ যে তেগছীয়াৰ ওচৰত চাৰ্কাছ কোম্পানীৰ জ'কাৰ আৰু বান্দৰ নচুৱা চাহাবৰ মাজত কাজিয়া লাগিছিল! জ'কাৰৰ ভাও দিয়া মানুহটোৱে ঠিক বান্দৰৰ দৰে দাঁত নিকটাই খিকখিকাইছিল!....... কেনেকৈ কবি, কিমান ঠাইৰ পৰা যে মানুহবোৰ তালৈ আহে!"

হীৰামনে আকৌ পৰ্দাৰ ফাকেৰে দেখা পালে, হীৰবায়ে এডোখৰ কাগজত চকু ফুৰাই আছে। আজি হীৰামনৰ মনটো লঘু স্বৰত বন্ধা আছে। মনলৈ তাৰ নানা তৰহৰ গীত আহিছে। কুৰি পচিশ বছৰৰ আগতে সি বিদেশীয়া, বলবাহী, ছোকৰা নাচৰ গজল খেমতা গীত গাইছিল। আজিকালি ভেঁপু ভেঁপু কৈ ভোঁপা বজাই কোনে গীত গায়? কি হ'ল দিন-কাল। সেই ছোকৰা নাচৰ গীত এটা মনত পৰিল তাৰ ঃ

"সজনৱা বৈৰী হো গয়া হমাৰ! সজনৱা......! অৰে, চিঠিয়া হো তো সব কো বাঁচে
চিবিয়া হো তো.........
হায়! কৰমৱা, হায় কৰমৱা..................
কোই ন বাঁচে হমাৰী, সজনৱা...........

হো কৰমৱা..............."

গাড়ীৰ ঠামত হাতেৰে চপৰিয়াই তাল ধৰি হীৰামনে গীতটো গাই শেষ কৰিলে। ছোকৰা নাচৰ মনুৱা নটুৱাৰ মুখখন দেখাত হীৰাবাইৰ দৰেই আছিল। ..... কলৈ গ'ল সেই দিনবোৰ? গোটেই মাহতে গাঁৱলৈ নাচ কৰা মানুহবোৰ আহিছিল। হীৰামন ছোকৰা নাচলৈ যোৱাৰ বাবে নবৌৱেকৰ পৰা কিমান যে গালি-শপনি খাইছিল। ককায়েকেও তাক ঘৰৰ পৰা ওলাই যাবলৈ কৈছিল।

আজি হীৰামনৰ প্ৰতি আই সৰস্বতী প্ৰসন্ন হৈছে যেন লাগিছে তাৰ। হীৰাবায়ে কলে— "বাহ্, তুমি ইমান বঢ়িয়া গোৱা!"

হীৰামনৰ মুখখন লাজতে ৰঙা পৰি গ'ল। সি তললৈ মূৰ কৰি হাঁহিবলৈ ধৰিলে!

তেগছীয়াত থকা মহাবীৰ স্বামীও আজি তাৰ সহায় হৈছে। তেগছীয়াৰ তলত এখনো গাড়ী নাই। সদায়ে গাড়ী আৰু গাড়োৱানেৰে ভৰি থাকে ঠাইখিনি। মাথোন চাইকেলত অহা মানুহ এটাইহে কিবা ভাবি আছে। মহাবীৰ স্বামীক স্মৰণ কৰি হীৰামনে গাড়ীখন ৰখালে। হীৰাবায়ে পৰ্দাখন আঁতৰালে। হীৰামনে প্ৰথমবাৰ হীৰাবাইৰ চকুলৈ চাই কথা পাতিলে— "চাইকেলৰ মানুহটোৱে এইফালে থৰ হৈ চাই আছে।"

গৰুহাল খোলাৰ আগতে সি গাড়ীখনত চিৰ্পুৱা লগাই পোন কৰি ৰাখিলে। তাৰ পিচত চাইকেলৰ মানুহটোৰ ফালে ঘূৰি সুধিলে। মেলালৈ নেকি? অহা হৈছে কৰ পৰা? বিষণপুৰৰ পৰা নেকি? আৰু এইখিনি আহিয়েই ইয়াতে হবলা ৰ'ব লগীয়া হ'লহি?........ কি যে হ'ল ডেকা ল'ৰাবোৰৰ!"

চাইকেলত অহা ক্ষীণ আৰু দুৰ্বল ল'ৰাটোৱে মিনমিনকৈ কিবা এটা কৈ বিড়ি এটা জ্বলালে আৰু যাবলৈ থিয় দিলে।

হীৰামনে সকলোৰে চকুৰ পৰা আঁতৰাই ৰাখিব খোজে হীৰাবাইক। সি চাৰিওফালে চাই ললে— ক'তো একো গাড়ী ঘোৰা নাই।

কজৰী নদীখনৰ তৰাং পানীৰ ধাৰটো তেগছীয়াৰ ওচৰ পাই পূবলৈ ঘূৰি গৈছে। হীৰাবায়ে সেই পানীত পেট পেলাই পৰি থকা মহবোৰ আৰু সিহঁতৰ পিঠিত বহি থকা বগলীবোৰলৈ একেথৰে চাই আছিল।

হীৰামনে কলে, "আহক, নৈৰ ঘাটত মুখ-হাত ধুই লওকহি"।

হীৰাবাই গাড়ীৰ পৰা নামি আহিল। হীৰামনৰ বুকুখন ধপ্‌কৈ উঠিল।....... নাই নাই! ভৰি পোন, বেঁকা নহয়। কিন্তু পতা দুখন ইমান ৰঙা কিয়? হীৰাবাই ঘাটৰ ফালে গুচি গ'ল। গাৱঁৰ বোৱাৰী আৰু জীয়াৰীৰ দৰে মূৰ তল কৰি লাহে লাহে গ'ল। কোনে কব এয়া কোম্পানীত কাম কৰা মাইকী মানুহ বুলি? ...... মাইকী মানুহ নহয়, এজনী ছোৱালী। হয়তো কুমাৰীয়েই হ'ব।

চিৰ্পুৱা লগাই পোন কৰি থোৱা গাড়ীখনত হীৰামন বহি ললে। সি গাড়ীৰ পৰ্দাখন

দাঙি ভিতৰলৈ চালে। এবাৰ ইফালে-সিফালে চাই লৈ হীৰাবাই শুই অহা গাৰুটোত হাত থলে। তাৰ পিচত গাৰুটোৰ ওপৰত কিলাকুটি থৈ হালি পৰি চালে। সুন্দৰ গোন্ধ এটাই তাৰ সৰ্বশৰীৰ ছাটি ধৰিলে। গাৰুটোৰ গিলিপটোৰ ওপৰত থকা কঢ়া ৰঙৰ ফুলৰ ওপৰত আঙুলি বুলাই সি জোৰেৰে সুঙিলে, হায়, ইমান ধুনীয়া গোন্ধ! হীৰামনৰ এনেহে লাগিল যেন সি এইমাত্ৰ পাঁচ চিলিম ভাং টানি উঠিছে। হীৰাবাইৰ আইনাখনত সি নিজৰ মুখখন চালে। তাৰ চকু দুটা ইমান ৰঙা পৰিছে কিয়?

হীৰাবাই উভতি অহাত সি কলে— "এতিয়া আপুনি গাড়ীত পহৰা দিয়ক, মই আহিম এতিয়াই।"

হীৰামনে নিজৰ সদায় লৈ ফুৰা জোলোঙাটোৰ পৰা গেঞ্জী এটা উলিয়ালে আৰু গামোছাখন জোকাৰি কান্ধত পেলাই হাতত বালটি এটাৰে সৈতে গুচি গ'ল। তাৰ গৰু দুটাই ঘনে ঘনে 'হুঁক-হুঁক' শব্দ কৰি কিবা কলে। হীৰামনে যাওতে উভতি চাই কৈ গ'ল— "বাৰু বাৰু, সকলোৰে পিয়াহ লাগিছে। ঘূৰি আহি ঘাঁহ দিমহি, বদমাচি নকৰিবি।"

গৰুহালে কাণ জোকাৰিলে।

হীৰামন কেতিয়া গা-পা- ধুই উলটি আহিল হীৰাবায়ে নাজানে। কজৰী নৈৰ পানীলৈ চাই থাকোতে থাকোতে আগৰাতি উজাগৰে থকা চকুলৈ টোপনি নামি আহিছিল। হীৰামনে ওচৰৰে গাঁৱৰ পৰা জলপাণৰ বাবে দৈ চিৰা আৰু চেনি যোগাৰ কৰি আনিছিল।

"উঠক, টোপনি ভাঙক! এমুঠি জলপান খাই লওক।"

হীৰাবায়ে চকু মেলি আচৰিত হৈ গ'ল। এটা হাতত মাটিৰ চৰুত দৈ আৰু কলপাত। আনটো হাতত এবাল্টি পানী। চকুত তাৰ আত্মীয়তাৰ অনুৰোধ।

"ইমানবোৰ বস্তু কৰ পৰা আনিলা!"

"এই গাওঁখনৰ দৈৰ বৰ নাম। .... আপুনি বিচাৰিলে ফাৰবিসগঞ্জলৈ গৈও পাব।"

হীৰামনৰ গাৰ সুৰসুৰণিটো নোহোৱা হ'ল। হীৰাবায়ে কলে— "তোমাৰো পাত পাৰা!.... কিয়? তুমি নাখালে গোটেই বস্তুবোৰ তোমাৰ জোলোঙাটোত ভৰাই থোৱা। ময়ো নাখাওঁ।"

"ইচ্!" হীৰামনে লাজ লাজকৈ কলে— "ভাল বাৰু, আপুনি খাই লওক আগতে।"

"আগতে পিচতে আকৌ কি? বহা তুমিও।"

হীৰামনৰ অন্তৰখন জুৰ পৰি গ'ল। হীৰাবায়ে নিজ হাতেৰে তাৰ পাতখন পাৰি দিলে, পানী চটিয়াই দিলে, চিৰা উলিয়াই দিলে!— ইচ্! সি ধন্য হৈ গ'ল! হীৰামনে দেখিছে— ভগৱতী আয়েই আহি ভোগ ভগাইছে। ৰঙা ওঁঠৰ ওপৰত গাখীৰৰ পৰশ!....... পাহাৰী ভাটৌ চৰায়ে গাখীৰ সনা ভাত খোৱা দেখিছানে?

দিনটো শেষ হ'ল।

চৈৰ ভিতৰত শুই থকা হীৰাবাইৰ আৰু মাটিত থৈলা পাৰি শুই থকা হীৰামনৰ টোপনি একে সময়তে ভাগিল। মেলাৰ ফালে অহা গাড়ীবোৰ তেগছিয়াৰ ওচৰতে ৰৈ আছে। সৰু সৰু ল'ৰা-ছোৱালীবোৰে গোটেইখন কোঢ়াল লগাই আছে।

হীৰামন একে জাপেই শোৱাৰ পৰা উঠিল। চৈৰ ভিতৰলৈ চাই কলে, "দিনটো গলেই।" গাড়ীখন জুতি লোৱাৰ সময়ত আনবোৰ গাড়োৱানে তাক কিবাকিবি সুধিছিল, সি একো নামাতিলে। গাড়ীখন যাবলৈ ধৰোতে কলে— "সিৰপুৰ বজাৰৰ হস্পিতালৰ ডাগডৰণী। ৰোগী চাবলৈ আহিছে। ওচৰতেই কুৰমাগাম।"

হীৰাবায়ে ছত্তাপুৰ নামটো পাহৰি গৈছিল। অলপ দূৰ যোৱাৰ পিচত হাঁহি তাক কলে— "পত্তাপুৰহে।"

হাঁহোতে হাঁহোতে তাৰ পেটত বিষ উঠি গ'ল— "পত্তাপুৰ! হা-হা-হা! এইবোৰ মানুহ ছত্তাপুৰৰে গাড়োৱান। সিহঁতক কেনেকৈ কওঁ! হি-হি-হি!"

হীৰাবায়ে হাঁহিলে আৰু গাঁৱৰ ফালে চাবলৈ ধৰিলে।

বাটটো তেগছিয়া গাওঁৰ মাজেদিয়েই গৈছে। গাওঁৰ ল'ৰা-ছোৱালীবোৰে পৰ্দা লগোৱা গাড়ী দেখি হাত চাপৰি বজাই বজাই গাবলৈ ধৰিলে ঃ

"ৰঙা ৰঙা দোলাত উঠি
ৰঙা কইনা যায়
মুখত তামোল খাই ..... !"

হীৰামনে হাঁহিলে। ..... কইনা ..... ৰঙা ৰঙা দোলা! কইনাই তামোল খায়; খাই উঠি দৰাৰ পাগুৰিৰ আঁচলটোত মুখ মচে। 'অ' কইনাজনী, তুমি এই তেগছিয়া গাওঁৰ ল'ৰাছোৱালীবোৰক মনত ৰাখিবা। উভতি আহোতে সিহঁতলৈ মিঠৈৰ লাডু আনিবা। তোমাৰ দৰাটো যেন লাখ বছৰ জীয়াই থাকে।' কিমান দিনৰ হেঁপাহ পূৰ হ'ল তাৰ! কিমান দিন যে এনেকুৱা সপোনকে সি দেখি আহিছে! ..... সি তাৰ নঘৈণীক লৈ ঘৰলৈ আহিছে আৰু গোটেই গাওঁৰ ল'ৰাছোৱালীবোৰে হাত চাপৰি বজাই গাইছে। গাওঁৰ সকলো তিৰোতা মানুহে চোতালত ওলাই সিহঁতলৈ চাইছে। মতা মানুহবোৰে সুধিছে,'ক'ৰ পৰা আহিছা, যোৱা ক'লৈ? তাৰ কইনাজনীয়ে দোলাৰ পৰ্দা আঁতৰাই চাইছে। আৰু যে কিমান সপোন .....

গাওঁৰ পৰা বাহিৰ ওলাই সি কেৰাহিকৈ চৈৰ ভিতৰলৈ এবাৰ চালে, হীৰাবায়ে কিবা ভাবি আছে। তাৰো মনলৈ কিবা ভাব আহিল। অলপ পৰৰ পিচত সি গুণগুণাবলৈ ধৰিলে ঃ

"সজনে ৰে ঝুঠ মতি বোলো,
খুদা কে পাস জানা হৈ।
নহী হাথী, নহী ঘোড়া, নহী গাড়ী
ৱহাঁ পৈদল হী জানা হৈ। সজন ৰে—"

হীৰাবায়ে ক'লে,— "কি মিতা? তোমাৰ নিজৰ ভাষাৰ একো গীত নাই নেকি?"

হীৰামনে এতিয়া কোনো অসুবিধা নোপোৱাকৈ হীৰাবাঈৰ চকুলৈ চাই কথা পাতিছে। কোম্পানীৰ মাইকী মানুহো এনেকুৱা হ'ব পাৰে নে? চাৰ্কাছৰ মালিকনী মেম আছিল। কিন্তু হীৰাবাঈ? গাওঁলীয়া গীত শুনিব খুজিছে! সি ডাঙৰকৈ হাঁহিলে— "গাওঁলীয়া কথা জানো আপুনি বুজি পাব?"

"ওঁ-ওঁ-ওঁ!" হীৰাবায়ে মূৰ দপিয়ালে। কাণৰ ফুলবোৰ লৰি উঠিল হীৰাবাঈৰ।

হীৰামনে কিছু পৰলৈ গৰুহালকে খেদাই গৈছিল মনে মনে। তাৰ পিচত ক'লে,"আপুনি সঁচাকৈ গীত শুনিব? নুশুনিলে নহয়? ..... ইচ্-চ্! গাওঁলীয়া গীত শুনিবলৈ আপোনাৰ ইমান মন।" তেতিয়াহ'লে সি আনবাটে যাব লাগিব। সকলোৱে আহ্-যাহ কৰা বাটতনো কেনেকৈ গীত গায়! হীৰামনে বাওঁফালৰ গৰুটোৰ ৰচিডাল টানি ধৰি সোঁফালৰটোক ঘূৰাই দিলে,— "আপুনি তেনেহ'লে হৰিপুৰেদি নাযায়?"

ঘাই আলিটোৰ পৰা ফালৰি কাটি যোৱা দেখি পিচে পিচে আহি থকা গাড়োৱান এজনে চিঞৰিলে,— "হেৰা, আলি এৰি সেইফালে ক'লৈ যোৱা?"

হীৰামনে হাতৰ এছাৰিডাল শূন্যতে ঘূৰাই উত্তৰ দিলে,— "সেইপিনে গ'লে ননপুৰ নাপাবগৈ নহয়।" সি মুখৰ ভিতৰতে ভোৰভোৰালে,— "ইয়াৰ মানুহবোৰৰ এইটোৱেই দোষ। বাটেদি গৈ থকা মানুহক এশটা প্ৰশ্ন কৰিব। ভাই, তুমি যোৱা মানুহ, গৈ থকা যলৈ যোৱা। ...... গাওঁলীয়া ভূত ক'ৰবাৰ!"

ননপুৰৰ বাটত উঠাৰ পিচত সি গৰুহালৰ ৰচি ঢিলাই দিলে। গৰুৱে কইনা খোজ এৰি কদমত যাবলৈ ধৰিলে।

হীৰাবায়ে মন কৰিলে যে সঁচায়ে ননপুৰৰ বাট নিৰ্জন। হীৰামনে হীৰাবাঈৰ চকুৰ ভাষা বুজি পালে,— "ভয় খাবৰ একো নাই। এইটো বাটো ফাৰবিসগঞ্জলৈকে যাব। এই বাট আৰু ইয়াৰ মানুহ বৰ ভাল। এপৰ নিশাৰ ভিতৰতে আমি পাই যামগৈ।"

ফাৰবিসগঞ্জ গৈ পোৱাত হীৰাবাঈৰ বৰ লৰালৰি নাই। হীৰামনৰ ওপৰত ভৰসা ইমানখিনি হৈছে যে ভয়-শংকাৰ কোনো কথাই নুঠে। হীৰামনে প্ৰথমতে প্ৰাণ ভৰি হাঁহি ল'লে। কোনটো গীত গাব সি? হীৰাবায়ে গীত আৰু গীতৰ কথা দুয়োটাকে বিচাৰে সমানে। .... ইচ্-চ্! মহুৱা ঘাটোৱাৰিনীৰ গীতটোকে গাব নেকি? সি ক'লে,— "বাৰু, আপোনাৰ যদি ইমানকৈ মন গৈছে তেন্তে মহুৱা ঘাটোৱাৰিনীৰ গীতকে শুনক। ইয়াত গীত আৰু কথা দুয়োটা পাব।"

.... কিমান দিনৰ মূৰত ভগৱতীয়ে তাৰ কামনা পূৰ কৰিলে। জয় ভগৱতী!

আজি হীৰামনে মনটো এৰি দিব। সি হীৰাবাঈৰ হাঁহি থকা মুখলৈ চাই থাকিল।

"শুনক! আজিও পৰমান নদীত মহুৱা ঘাটোৱাৰিনীৰ ঘৰ-দুৱাৰ আছে। এই ঠাইৰে মানুহ আছিল মহুৱা। আছিল হে নৈৰ ঘাট পাৰ কৰা মানুহ; কিন্তু তেওঁ আছিল এশগৰাকী

সতীৰ মাজৰ এগৰাকী নাৰী। তেওঁৰ বাপেকে দিনে-ৰাতিয়ে মদ-তাড়ি খাই বেহুচ হৈয়ে থাকে। মহুৱাৰ মাহীমাক আছিল সাক্ষাৎ ৰাক্ষসী। বৰ কূটবুধিয়া। নিশা মদ-ভাং-কানি চোৰাংকৈ বেপাৰ কৰা মানুহৰ পৰা আৰম্ভ কৰি নানা তৰহৰ লোকৰ সৈতে তাইৰ কথা-শুনা। সকলোৰে লগত সনা-পিটিকা। মহুৱা আছিল কুমাৰী। কিন্তু ৰাক্ষসিনীজনীয়ে তাইক কাম কৰাই কৰাই একেবাৰে হাড় উলিয়াই দিলে। তাই ডাঙৰ হ'ল। বিয়া-বাৰুৰ কথাও ক'তো নচলালে। এদিন ৰাতিৰ কথা শুনক।" এইবুলি সি ডিঙিটো পৰিষ্কাৰ কৰি ল'লে ঃ

"হে-অ-অ-অ- সাৱনা-ভাদৱা কে-ৰ উমড়ল নদিয়া গে-মৈ-য়ো-ও-ও-মৈয়ো গে ৰৈনি ভয়াৱনি হে-এ-এ-এ তড়কা-তড়কে ধড়কে কৰেজ-আ-আ মোৰা কি হমই হে বাৰী নান্থী ৰে-এ-এ ....!—

"অ' মা! শাওন-ভাদমহীয়াৰ ভৰা নৈ, ভয়লগা ৰাতি, বিজুলী ঢেৰেকনি! মই বিয়া নোহোৱা সৰু ছোৱালী, ভয়ত মোৰ বুকু কঁপি উঠিছে। মই অকলে কেনেকৈ ঘাটলৈ যাওঁ? তাকো আকৌ এজন বিদেশী বাটৰুৱাৰ ভৰিত তেল ঘঁহি দিবলৈ। মাহী মাকে ঘৰৰ দুৱাৰ বন্ধ কৰি থৈছে। আকাশত মেঘে গৰ্জি উঠিছে আৰু হুৰহুৰকৈ বৰষুণ পৰিবলৈ ধৰিছে। মহুৱাই তাইৰ মৰা মাকলৈ মনত পেলাই কান্দিবলৈ ধৰিছে। মাক আজি জীয়াই থকাহেঁতেন এনেকুৱা বিপদৰ সময়ত তাইক বুকুত সাৱটি থাকিলেহেঁতেন। অ' মা, আজি এই অৱস্থাত পেলাবলৈকে তুমি মোক জন্ম দিছিলা? মহুৱাই নিজৰ মাকৰ ওপৰত খং কৰিলে, কিয় মাক অকলেই মৰি গ'ল? হিয়াধুনি মহুৱাই ক'বলৈ ধৰিলে ..... ।"

হীৰামনে লক্ষ্য কৰিলে, হীৰাবায়ে গাৰুত কিলাকুটি থৈ গীতৰ সুৰত মগ্ন হৈ একেথৰে তাৰফালে চাই আছে। .... পৰিষ্কাৰ মুখখন কিমান সৰল যেন লাগিছে!

হীৰামনে ডিঙি আকৌ কঁপনি তুলিলে ঃ

"হুঁ-উঁ-উঁৰে ডাইনিয়াঁ মৈয়ৌ মোৰী-ই-ই, নোনৱা চটাই কাহে নাহিঁ মাৰলি সাঁনৰ ঘৰ-অ-অ। এহি দিনৱাঁ খাতিৰ ছিনৰো ঘিয়া তেঁহ পোসলি কি নেনু-দুধ উটগন ....... "।

সি উশাহ সলাই সুধিলে,"আপুনি ভাষাটোও কিবা বুজি পাইছে নে বাৰু? নে গীতৰ সুৰটোহে শুনি গৈছে?"

হীৰাবায়ে ক'লে,— "বুজি পাইছোঁ। উটগন মানে উবটন ...., যাক মানুহে গাত ঘঁহে।"

হীৰামনে আচৰিত হৈ ক'লে,— ইচ্-চ্! .... গতিকে কান্দি কাটি থাকিলে কি হ'ব! সদাগৰে মহুৱাৰ দাম সম্পূৰ্ণ আদায় দিছে। তাইৰ চুলিকোচাত ধৰি আঁজোৰ মাৰি নাৱত তুলি ল'লে আৰু মাঝিক হুকুম দিলে নাও এৰি দি পাল তৰি দিবলৈ। পাল তৰা নাও পাখি মেলা চৰাইৰ দৰে উৰি গৈ থাকিল। গোটেই নিশাটো মহুৱাই কান্দি আৰু চটফটাই থাকিল। সদাগৰৰ লগুৱাবোৰে তাইক নানা ধৰণে দাবি দিলে আৰু ভয় খুৱালে,— 'মনে মনে থাক নহ'লে পানীত পেলাই দিম তোক'। মহুৱাই পথৰ সন্ধান পালে। পুঁৱতি তৰা মেঘৰ আঁৰৰ পৰা সামান্য ওলাই আহি আকৌ লুকাই গ'ল। আৰু সিফালে মহুৱায়ো লৰ

মাৰি গৈ নৈৰ পানীত জপিয়াই পৰিল। ...... সদাগৰৰ লগুৱা এটাই মহুৱাক দেখাৰ পিচৰে পৰা তাইলৈ বেথা লাগিছিল। সিও পিচে পিচে গৈ পানীত জপিয়াই পৰিল। নৈত উজাই যোৱাটো কম কথা নহয়, তাকো বোকাৰে ভৰা নৈত। মহুৱা আছিল আচল ঘাটৈৰ ছোৱালী। মাছো থাকে পানীত। মহুৱাই পুঠি মাছৰ দৰে ফৰফৰাই সেই পানীয়েদি অনায়াসে পলাল আৰু তাইৰ পিচে পিচে সদাগৰৰ লগুৱাই চিঞৰি যাবলৈ চেষ্টা কৰিলে,— মহুৱা ৰ, তোক ধৰিবলৈ অহা নাই, মই তোৰ লগতে যাম। আমি দুয়ো একেলগে থাকিম। কিন্তু ..... ''

এই গীতটো হীৰামনৰ বৰ প্ৰিয়। মহুৱা ঘটৱাৰিন গাওঁৰ সময়ত তাৰ চকুৰ আগত শাওন-ভাদমহীয়া নৈখন ওফন্দিবলৈ ধৰে। আঁউসীৰ ৰাতি ঘনঘোৰ মেঘে মাজে মাজে বিজুলীয়াবলৈ ধৰে। তাৰ পোহৰত দৌৰি যোৱা কুমাৰী মহুৱা তাৰ চকুত ভাঁহি উঠে। পুঠি মাছৰ দৰেই তাই খলখলাই যায়। তাৰ মনত এনে লাগে, সিয়েই যেন সদাগৰৰ লগুৱাটো। মহুৱাই কাৰো কথা নুশুনে। কাকো বিশ্বাস নকৰে। উলটিও নাচায় কালৈকো। আৰু সাতুৰি সাতুৰি তাই ভাগৰি পৰিছে। ......

এনে লাগিছে, এইবাৰ মহুৱাই যেন নিজকে ধৰা দিছে। সি মহুৱাৰ ওচৰ পাইছে, তাইক চুইছে, ধৰিছে আৰু তাইৰ ভাগৰ পলাই গৈছে। পোন্ধৰ-বিশ বছৰলৈ ভৰা নদীৰ উজনী সোঁতত সাতোৰাৰ কথাবোৰ তাৰ মনলৈ আহিছে। আনন্দৰ চকুলোৱে কাৰো বাধা নামানে। .....

সি হীৰাবাঈৰ পৰা তাৰ লুভীয়া চকুহাল আঁতৰাই আনিবলৈ চেষ্টা কৰিলে। কিন্তু হীৰাই যে তাৰ মনৰ কোঠাত বহি লৈ কেতিয়াবাৰ পৰাই সকলো চাব লাগিছে! হীৰামনে তাৰ কঁপি থকা মাতটো সংযত কৰি গৰুহালক দবিয়ালে,— ''এই গীতত কি আছে ক'ব নোৱাৰো, শুনাৰ লগে লগে দুইটা বৈ যায়। যেন কোনোবাই ইহঁতৰ পিঠিত এশমোন মাল বোজাহে তুলি দিছে।''

হীৰাবায়ে দীঘলকৈ উশাহ এটা ল'লে। হীৰামনৰ অঙ্গে অঙ্গে আনন্দ উথলি পৰিছে।

''মিতা, তুমিতো কম ওস্তাদ নহয়।''

''ইচ্-চ্!''

আহিন-কাতি মহীয়া বেলি মাত্ৰ দুডাঁৰমান থকাৰ পিচতে কোমল হৈ আহে। বেলি ডুবাৰ আগতেই গৈ ননপুৰ পাবগৈ লাগিব। হীৰামনে গৰুহালক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে,— ''ভৰি জোৰেৰে চলা আৰু ফুৰ্তিৰে যাইঁক .....। এ-এ-এ ..... ছুঃ ..... আৰু জোৰে ভাইহঁত! 'আ-আ-আ .....''।

ননপুৰ পোৱালৈকে সি এইদৰে গৰুহালক চিঞৰি-বাখৰি উৎসাহিত কৰি গৈ থাকিল। তাৰ মাজে মাজে সি গৰুহালক আগৰ কিছুমান ভাল লগা কথাও কৈ গ'ল,— ''মনত নাই। চৌধুৰীৰ জীয়েকৰ বিয়াত কিমানবোৰ গাড়ী গোট খাইছিল! তহঁত দুটাই সকলোকে যে পিচ পেলাই থৈ গৈছিলি! ওঁ, এতিয়া তেনেকৈ বেগাই যা। আ-আ-

আ..... ! ননপুৰৰ পৰা ফাৰবিসগঞ্জলৈ মাত্ৰ তিনি ক্ৰোশ বাট। আৰু দুঘন্টা গ'লেই পাম।"

আজিকালি ননপুৰৰ হাটত চাহো বিক্ৰী হয়। হীৰামনে এটা ঘটিত চাহপানীও ভৰাই ল'লে। .... কোম্পানীৰ মাইকী মানুহৰ কথা সি জানে। তেওঁলোকে গোটেই দিনটোত সময় বুজি বুজি চাহ খাই থাকে। চাহেই তেওঁলোকৰ প্ৰাণ!

হীৰাবাই হাঁহিত বাগৰি পৰিল,— "বিয়া নোহোৱা মানুহে চাহ ল'ব নালাগে বুলি তোমাক কোনে ক'লে?"

হীৰামনে লাজ পালে। সি কি ক'ব! ..... কিন্তু সি এবাৰ চাহ খাই পাইছে। চাৰ্কাছ কোম্পানীৰ মেমৰ হাতৰ পৰা চাহ খাই সি চাইছিল কেনেকুৱা লাগে। বৰ গৰম জুটিৰ!

"খাওক গুৰুজী।" হীৰাবায়ে হাঁহি ক'লে।

"ইচ্-চ্ ৰাম!"

ননপুৰ বজাৰত তেতিয়া লেম-চাকি জ্বলিছিল। হীৰামনে তাৰ গাড়ীত ওলোমাই থোৱা লেমটো জ্বলাই আঁৰি ল'লে। ..... আজিকালি চহৰৰ পৰা পাঁচ মাইল আঁতৰৰ মানুহেও নিজকে চহৰীয়া বুলি ভাবে। আৰু সেয়ে লেম নজ্বলোৱাকৈ ৰাতি যোৱা গাড়ীক ধৰি পুলিচক সোধাই দিয়ে। বদমাচ ক'ৰবাৰ!

"আপুনি মোক গুৰুজী বুলি নকব।"

"তুমি মোৰ যে ওস্তাদ। আমাৰ শাস্ত্ৰত এইবুলি লিখা আছে ঃ এটা আখৰ শিকোৱাজনো হয় গুৰু আৰু এটা ৰাগ শিকোৱাজনো হয় ওস্তাদ!"

"ইচ্-চ্! আপুনি শাস্ত্ৰ-পুৰাণৰ কথাও জানে! .... মইনো আপোনাক কি শিকালোঁ। মই জানো .... ?"

হীৰাবায়ে গুণগুণাবলৈ ধৰিলে,— "হে-অ-অ-অ সাৱনা-ভাদৱা কে-ৰ ..... !"

হীৰামনৰ আশ্চৰ্যৰ সীমা নোহোৱা হ'ল। ..... "আচৰিত! ইমান চোকা বুদ্ধি! হুবহু মহুৱা ঘটৱাৰিন!

গাড়ীখন এটা চাপৰ গড়াইদি হুৰহুৰাই নামি গ'ল। হীৰাবায়ে ভৰ ৰাখিবলৈ হীৰামনৰ কান্ধখনত হাত দি থাকিল। সেইদৰেই বহুত পৰলৈ তাৰ কান্ধত হীৰাবাঈৰ হাতৰ আঙুলিবোৰ লাগি থাকিল। সি ঘূৰি কেৰাহিকৈ তাৰ কান্ধখনত লাগি থকা আঙুলিবোৰ চাবলৈ চেষ্টা কৰিছিল। গাড়ীখন আকৌ গড়াটো পাৰ হৈ ওপৰলৈ উঠাৰ লগে লগে কোমল আঙুলি কেইটা কান্ধৰ পৰা আঁতৰি গ'ল।

সমুখত ফাৰবিসগঞ্জ চহৰৰ পোহৰৰ জিকমিকনি চকুত পৰিল। চহৰৰ পৰা কিছু আঁতৰলৈ থকা মেলাৰ পোহৰ সেয়া। ...... গাড়ীত আঁৰি থোৱা লেমৰ পোহৰটোৱেও বাটৰ দাঁতিত পৰি নাচি গৈছে। এই সকলোবোৰ পোহৰ মিলি চকু মেলি ফুলি থকা এটা বেলিফুলৰ দৰে লাগিছে।

ফাৰবিসগঞ্জখন তাৰ নিজৰ ঠাইৰ দৰেই। কিমানবাৰ সি ইয়ালৈ আহিছে, হিচাপ নাই। মেলাৰ কাৰণে গাড়ী ভাৰা মাৰিছে। কোনোবা মাইকী মানুহো কেতিয়াবা আহিছিল নেকি তাৰ গাড়ীত! ওঁ হয়, এবাৰ আহিছিল। যিবাৰ তাৰ নবৌয়েক আহিছিল তাৰ কইনাৰ গহনা পিন্ধাবলৈ, ঠিক সেই বছৰতেই। তেতিয়াও এইবাৰৰ দৰেই গাড়ীখনত তিৰপালেৰে কেউফালে আগুৰি ঘৰ এটা কৰি দিছিল। .......

হীৰামনে তাৰ গাড়ীখন তিৰপালেৰে আগুৰি থ'লে, গাড়োৱানপট্টীত। ৰাতিপুৱাই হীৰাবায়ে ৰৌতা নাটক কোম্পানীৰ মেনেজাৰৰ লগত কথা-বতৰা হৈ দলত ভৰ্তি হোৱাৰ কথা। পৰহিলৈ মেলাৰ আৰম্ভণি। এইবাৰৰ মেলাত পালাও ভাল ভাল আছে। ..... মাত্ৰ এটা ৰাতি। আজি ৰাতিটো হীৰামনৰ গাড়ীতে থাকিব হীৰাবাঈ। ..... হীৰামনৰ গাড়ীত নহয়, হীৰামনৰ ঘৰত থাকিব।

ক'ৰ গাড়ী? ..... কোন হীৰামন! কোন মেলাৰ পৰা আহিছে? আনিছে কি?

একে গাওঁৰ পৰাই গাড়ী লৈ অহা গাড়োৱানবোৰে ইটোৱে সিটোক বিচাৰি আৰু ওচৰে-পাজৰে নিজৰো গাড়ীবোৰ থৈ একেদৰেই গাড়ীবোৰত থকা ঠাই কৰি লৈছে। তাৰ গাওঁৰ লালমোহৰ, ঘুন্নীৰাম আৰু পলটদাসৰ বাহিৰে বাকীবোৰক তাত দেখি সি আচৰিতেই হ'ল। পলট দাসে আকৌ এপাকত আহি তাৰ গাড়ীখনত ঢাকি থোৱা পৰ্দাখন আঁতৰাই ভুমুকি মাৰিলেহি। কিন্তু সি যেন বাঘহে দেখিলে। হীৰামনে সিহঁতক ঠাৰে-চিঞৰে তাৰ পৰা আঁতৰাই লৈ গ'ল আৰু গাড়ীলৈ এবাৰ কেৰাহিকৈ চাই সিহঁতক ফুচফুচাই ক'লে,— "চুপ! কোম্পানীৰ মাইকী মানুহ আহিছে, নাটক কোম্পানীৰ!"

"কোম্পানী-ই-ই-ৰ!"

এতিয়া এটা নহয়, চাৰিটা হীৰামন! চাৰিওটাই আচৰিত হৈ ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলে। 'কোম্পানী' বুলিলে কত ধৰণৰ আছে! হীৰামনে লক্ষ্য কৰিলে, কথাটো শুনাৰ লগে লগেই সিহঁত তিনিটা হঁহকি গ'ল। লালমোহৰে দূৰৰ পৰাই আকাৰে-ইঙ্গিতে কিবা ক'ব খুজিছিল। হীৰামনে গাড়ীখনৰ ফালে মুখ ঘূৰাই সুধিলে,— "এতিয়া হোটেল খোলাই নাই কিজানি, মিঠাইৰ দোকানৰ পৰাই ভাল চাই কিবা লৈ আহো নেকি?"

"হীৰামন, অকণমান এইফালে আহাচোন। ..... মই এতিয়া একো নাখাওঁ। এয়া লোৱা, তুমি খাই আহাগৈ।"

"কি? পইচা? ইচ্-চ্!" হীৰামনে ফাৰবিসগঞ্জত পইচা দি কেঁচা-পকা কোনো বস্তুকে কিনি খাবলগীয়া হোৱা নাই। তাৰ গাওঁৰ ইমানবোৰ গাড়োৱান তেনেহ'লে কেলেই আছে? সি পইচা চুব নোৱাৰে। সি হীৰাবাঈক ক'লে,— "ইয়াত চাৰিটা মানুহৰ ভাত দুটা মানুহে খালেও কোনো কথা নাই। ঘৰে ঘৰে চকুত ভাত। হেঃ হেঃ হেঃ। আমি একে গাওঁৰ মানুহ ইয়াত থাকোতে হোটেল আৰু দোকানত খাবলৈ যাবনে হীৰামনে?"

হীৰামনে লালমোহৰৰ হাতখনত টিপা এটা মাৰি দিলে,— "যিহকে তিহকে একো নকবি!"

গাড়ীৰ পৰা অলপ দূৰলৈ গৈ ঘুন্নীৰামে নিজৰ মনৰ কথা ৰাখিব নোৱাৰি কৈ পেলালে,— "ইচ্, তই সাংঘাতিক হীৰামন! যোৱা বছৰ তই বাঘ নিলি আৰু এইবাৰ আনিলি কোম্পানীৰ তিৰোতা!"

হীৰামনে সৰুকৈ কৈ থলে,— "ভাইহঁত, এওঁ আমাৰ মুলুকৰ মাইকী মানুহ নহয় দেই যে যিহকে তিহকে কথা শুনি মনে মনে থাকিব! এনেয়ে হৈছে পছিমৰ ফালৰ মাইকী মানুহ, তাতে আকৌ কোম্পানীত কাম কৰা!"

ঘুন্নীৰামে সন্দেহেৰে ক'লে,— "কিন্তু কোম্পানীত মাইকী মানুহৰ ভাও দিয়া বেশ্যা মানুহ থাকে বুলিহে শুনিছো।"

"ধেৎ।" আটাইকেইটাই তাক ধমক দিলে,— "কি বুৰ্বক তই। কোম্পানীত মাইকীৰ ভাও দিয়া বেশ্যা থাকে নেকি? ইয়াৰ কথা শুন! ..... তই শুনিছহে, কেতিয়াবা দেখিছ জানো?"

ঘুন্নীয়ে নিজৰ ভুল স্বীকাৰ কৰিলে। পলট দাসে তেতিয়া আঙুলিয়ালে,— "হীৰামন ভাই, এটা কথা। মাইকী মানুহ, অকলেই গাড়ীত! যদি কিবা এটা হয়! মাইকী মানুহতো মাইকী মানুহেই। যদি কিবা অসুবিধাত পৰি যায়!"

সকলোৱে কথাটোত হয় দিলে। হীৰামনে ক'লে, "কথাটো হয়। পলট, তই গৈ গাড়ীৰ ওচৰতে থাকগৈ। আৰু শুন, কথা-বতৰা ক'লেও ভাবি-চিন্তিহে ক'বি, বুজিছ?"

হীৰামনৰ গাৰ পৰা আঁতৰগোলাপৰ সুগন্ধ ওলাইছিল। হীৰামন কামৰ মানুহ। আগৰবাৰ এমাহলৈ তাৰ গাৰ পৰা বাঘৰ গোন্ধ যোৱা নাছিল। লালমোহৰে হীৰামনৰ গাৰ গামোচাখন সুঙিলে,— "আ-হ্!"

খোজ বন্ধ কৰি ৰৈ গ'ল হীৰামন,— "কি কৰিম লালমোহৰ ভাই, তয়ে কচোন বাৰু! বৰ জেদ ধৰিছে। কৈছে বোলে নাটক চাইহে যাব লাগিব।"

"মাফতে নে? ..... বোলো কি কথা, গাওঁলৈ উভতি নাযাব?"

হীৰামনে ক'লে,— "নহয় অ', এটা ৰাতি নাটক চাই গোটেই জীৱনটো কোনে গালি খাই থাকিব? ..... মূৰ্গীহে দেশী, হাল-চাল বিলাতী!"

ঘুন্নীৰামে সুধিলে,— "এনেয়ে মাফতে চালেও তোৰ নবৌৱেৰে গালি-শপনি পাৰিবনে?"

লালমোহৰৰ আগুৰা গাড়ীখনৰ গাতে গা লগাই মিএগ্ৰাজান বুঢ়াৰ খৰি অনা গাড়ীখনো থোৱা আছিল। বুঢ়াই হোঁকাত ধপাত হুঁপি হুঁপি সুধিলে,— "কিহে ভাই, মীনাবজাৰৰ মাল লৈনো আহিছে কোন?"

মীনাবজাৰ। ভাৱৰীয়াবিলাক থকা ঠাইকহে মীনাবজাৰ বুলি কয়। ..... এই বুঢ়াই কৈছে কি? লালমোহৰে হীৰামনৰ কাণত ফুচফুচাই ক'লে,"তোৰ গাটো ফুৰফুৰকৈ গোন্ধাই আছে। হয়, সঁচাকৈ কৈছো।"

লালমোহ্ৰৰ গাড়ীখনৰে লগুৱা হৈছে লহ্সনৰাঁ। বয়সত সকলোতকৈ সৰু। এইবাৰেই সি প্ৰথম আহিছে তো! ইয়াৰ আগতে সৰুৰে পৰাই সি বাবু বাবুৱনীসকলৰ ঘৰত চাকৰ আছিল। সি মাজে মাজে বতাহত নাক উজাই কিবা সুঙিবলৈ চেষ্টা কৰিছে। হীৰামনে দেখিলে, লহ্সনৰাঁৰ মুখখন ৰঙা পৰিবলৈ ধৰিছে। ... "কোন আহিল আকৌ হুৰমূৰকৈ! কোন, পলট দাস? হ'ল কি?"

পলট দাস আহি একো কথা নোকোৱাকৈ থিয় হ'ল। তাৰ মুখখনো ৰঙাচিঙা পৰি আহিছে।

হীৰামনে সুধিলে,— "কি হৈছে, নকৱ কেনেই?"

কি উত্তৰ দিব সি! হীৰামনে তাক সাৱধানে কথা-বতৰা ক'বলৈ কৈ পঠাইছিল। সি সেইমতে গৈ গাড়ীখনত হীৰামন বহা ঠাইত লাহেকৈ বহি পৰিছিল গৈ। হীৰাবায়ে সুধিছিল,"তুমিও হীৰামনৰ লগৰে নেকি?" পলট দাসে মূৰ দুপিয়াই হয় বুলি জনালে। হীৰাবাঈ আকৌ শুই পৰিছিল। হীৰাবাঈৰ চেহেৰা-পাতি আৰু কথা-বতৰা দেখি শুনি পলট দাসৰ বুকুত কিহবাৰ এক কঁপনি উঠি আহিছিল, সি ক'ব নোৱাৰে কিহৰ কঁপনি। হয় হয়! ৰামলীলাত সীতা সুন্দৰী ঠিক এনেদৰেই শুই আছিল। হয় সীতাৰ পতি ৰামচন্দ্ৰ জয়। ..... পলট দাসৰ মন ভক্তিৰে জয় জয়কাৰ হ'ল। সি আছিল এজন দাস বৈষ্ণৱ, কীৰ্তনীয়া। তাৰ ভক্তি ভৰা হৃদয়ে সেইদৰে শুই থকা সীতা আইৰ চৰণ দুখনিত হাত ফুৰাই দিবলৈ আতুৰ হৈ পৰিল। সি হাত দুখনৰ আঙুলিবোৰ সেইফালে আগবঢ়াই দিলে, যেন সি হাৰমোনিয়ামতহে আঙুলি বুলাব খুজিছে। এনেতে শুই থকা হীৰাবাঈ ৰঙাচিঙা পৰি উঠি বহিল,— "কি, পাগল হৈছা নেকি? যোৱা ,গুচি যোৱা ইয়াৰ পৰা ..... ।"

পলট দাসৰ এনে লাগিল যেন খণ্ডত কোম্পানীৰ মাইকী মানুহ গৰাকীৰ চকুৰ পৰা জুইৰ ফিৰিঙতি কিছুমান ওলাই আহিল চাঁট চাঁটকৈ! সি পলাল .......

পলট দাসে এতিয়া কি উত্তৰ দিব! সি পাৰিলে এতিয়া মেলাৰ পৰাই পলাই সাৰিব খোজে। ক'লে,"একো হোৱা নাই। মই এটা ভাৰা পাইছো। এতিয়াই ষ্টেচনলৈ গৈ মাল বোজাই কৰিবগৈ লাগে। ভাতলৈ বহুত দেৰি আছে। তেতিয়ালৈ মই ষ্টেচনৰ পৰা ঘূৰি আহিম।"

খোৱাৰ সময়ত ঘুন্নীৰাম আৰু লহ্সনৰাঁই পলট দাসৰ নানা সমালোচনা কৰিলে,— "বৰ ঠেক মনৰ মানুহ, কৃপণ। খালী পইচা পইচা কৰিয়েই মৰে।" খাই উঠি লালমোহ্ৰৰ দলে নিজে বেৰি লোৱা ঠাইখিনি মুকলি কৰি ল'লে। ঘুন্নী আৰু সহ্সনৰাঁই গাড়ী জুটি লৈ হীৰামনৰ গাড়ী থোৱা ঠাইডোখৰলৈ আগবাঢ়িল গাড়ীৰ নিকে নিকে। হীৰামনে বাটত লালমোহ্ৰক ক'লে,"মোৰ এই কান্ধখন অলপ সুঙি চাচোন। চা না সুঙি।"

লালমোহ্ৰ সুঙি উঠি চকুহাল মুদি দিলে। তাৰ মুখৰ পৰা এটা অস্ফুট শব্দ ওলাই গ'ল,— "আ-হ্!"

হীৰামনে ক'লে,— "অকণমান পৰ হাতখন থওঁতেই ইমান গোন্ধ! .... বুজিলি।"

লালমোহৰে হীৰামনৰ হাতটোত ধৰিলে,— "কি। তোৰ কান্ধৰ ওপৰত হাত থৈছিল? সঁচানে? ... শুন হীৰামন, নাটক চোৱাৰ এনেকুৱা সুযোগ আৰু কেতিয়াও নাহে, জানিবি!"

"তয়ো চাবি?"

লালমোহৰৰ বত্ৰিশটা দাঁত জিলিকি উঠিল।

গাড়ীৰ ঠাই পাই হীৰামনে দেখা পালে, কোনোবা এটাই গাড়ীৰ বাহিৰত থিয় হৈ কিবাকিবি সুধি আছে হীৰাবাঈক। ঘুন্নী আৰু লহসনৱাঁই হীৰামনক দেখা পাই একেলগেই মাত লগালে,— "ক'ত পিচ পৰি আছিলি? বহুত পৰৰ পৰা বিচাৰি আছে তোক কোম্পানীৰ ...... ।"

হীৰামনে ওচৰ চাপি গৈ দেখে, কি কাণ্ড! এইটো দেখোন গাড়ীত হীৰাবাঈৰ বাকচ তুলি দিয়া সেই চাকৰটো, যি হীৰাবাঈক নিশা চম্পা নগৰত গাড়ীত তুলি দিয়াৰ পিচত নোহোৱা হৈছিল।

"আহি পালা হীৰামন! বেচ বেচ। এইফালে আহা। .... লোৱা এয়া তোমাৰ ভাৰা আৰু এই লোৱা তোমাৰ দক্ষিণা। পচিশ-পচিশ মুঠতে পঞ্চাশ!"

হীৰামনক যেন কোনোবাই আকাশৰ পৰা গতা মাৰি মাটিত পেলাই দিলে, এনে লাগিল। কোনেনো আৰু পেলাব? এই বাকচ টনা মানুহটোৱেই পেলালে! ক'ৰ পৰা আহি ওলালহি জানো! কথাষাৰ তাৰ জিভাৰ আগলৈ আহিও ৰৈ গ'ল,— "ইস্! দক্ষিণা!" সি মনে মনে থিয় হৈ থাকিল।

হীৰাবায়ে ক'লে,"লোৱা, ধৰা। আৰু শুনা, কাইলৈ পুৱাতে ৰৌতা কোম্পানীলৈ আহি মোক লগ ধৰিবা। মই এখন পাছ কৰাই দিম। .... কি হ'ল, একো নোকোৱা কিয়?"

লালমোহৰে ক'লে,"মালিকনীয়ে তোক বক্চিচ দিছে। ল হীৰামন।"

হীৰামনে লালমোহৰলৈ বেঁকাকৈ চালে। ...... কথা কোৱাৰ কোনো ভদ্ৰতাও নাই এই লালমোহৰৰ!

ঘুন্নীৰামে মুখৰ ভিতৰতে ক'লেও কথাষাৰ সকলোৱে শুনিলে, হীৰাবায়েও শুনিলে,— "গাড়ী আৰু গৰু এৰি থৈ গাড়োৱানে মেলাত নাটক চায়গৈ কেনেকৈ?"

হীৰামনে পইচাখিনি হাত পাতি লৈ ক'লে,"আপুনি কিবা ক'ব!" সি হাঁহিবলৈ চেষ্টা কৰিলে। কোম্পানীৰ মাইকী মানুহ কোম্পানীলৈ আহিছে। হীৰামনৰ কি!

বাকচ টনা মানুহটোৱে বাট দেখুৱাই আগবাঢ়িল,— "এইফালে এইফালে...... "। হীৰাবাঈ দুখোজমান গৈ ৰৈ গ'ল। হীৰামনৰ গৰুহাললৈ চাই মাত লগালে,— "যাওঁ দেই ভাইহঁত।"

গৰুহালেও 'ভাইহঁত'ৰ নিচিনা শব্দ এটা কৰি কাণ কেইখন জোকাৰি দিলে।

**ৰাইজসকল! আজি ৰাতি, দি ৰৌতা কোম্পানীৰ মঞ্চত, বিখ্যাত নাটক গুলবদন।**

চাওকহি। আপোনালোকে জানি সুখী হ'ব যে মথুৰামোহন কোম্পানীৰ বিখ্যাত অভিনেত্ৰী হীৰাদেৱীয়ে— যি হীৰাদেৱীৰ মাত্ৰ এটা কথাতে হাজাৰ হাজাৰ মানুহে নিজৰ প্ৰাণ পৰ্যন্ত বলি দিব খোজে— তেওঁ আহি এই কোম্পানীত যোগ দিছে। মনত ৰাখিব, আজি ৰাতি! মিছ হীৰাদেৱী ...... গুলবদন ....... "

নাটক কৰা মানুহৰ এই প্ৰচাৰত গোটেই মেলা খলক লাগি গ'ল। "হীৰাবাঈ! মিছ হীৰাদেৱী! লাইলা, গুলবদন! ........ ফিলিম একট্ৰেছকো চেৰ পেলাব পাৰে।........ তোমাৰ সোৱাদ লগা এযাৰ কথাত মই প্ৰাণ দিম, তোমাৰ চকুৰ চাৱনিক মই কেনেকৈ বখানিম! দিলজান, তুমি মাথো মোক এবাৰ দেখা কৰা আৰু ময়ো তোমাক দেখা কৰো! কি-ৰ্-ৰ্-ৰ্-ৰ্ ....... থড়্ড়্ড়্ড়্— ঘন্-ঘন্-ঘৰাম"!

নাটক কোম্পানীৰ প্ৰচাৰে সকলোৰে মনবোৰ জোকাৰি পেলালে।

লালমোহৰে দৌৰি ফোপাই জোপাই হীৰামনৰ গাড়ীলৈ আহিল,— "এ-ই, এই হীৰামন, ইয়াত বহি বহি কি কৰিছ? চাগৈ যা, সৌফালে কি জয় জাকাৰ হৈছে। গান-বাজনা, ছবি-পোষ্টাৰেৰে হীৰাবাঈৰ কি জয় জয়কাৰ হ'ব লাগিছে চাহি।"

হীৰামন খৰমৰাই উঠিল। লহসনৰাঁই ক'লে,— "ঘুন্নী কাকা, তুমি ইয়াতে থাকা, ময়ো এবাৰ চাই আহো।"

ঘুন্নীৰ কথা আৰু কোনে শুনে! সিহঁত তিনিওটা নাটক কোম্পানীৰ প্ৰচাৰৰ দলটোৰ পিচে পিচে যাবলৈ ধৰিলে। সকলো আলিৰ মূৰত ৰৈ, গান-বাজনা বন্ধ কৰি দলটোৱে চিঞৰি প্ৰচাৰ কৰে। হীৰাবাঈৰ নামটো আৰু তাৰ লগতে নানা ধৰণৰ চমক লগোৱা কথাবোৰ কোৱা শুনি হীৰামনৰ মনটো পুলকিত হৈ উঠে। সি লালমোহৰৰ পিঠিত চপৰিয়াই কৈ উঠে,— "ধন্য ধন্য! হয় নে নহয়?"

লালমোহৰে ক'লে,"এতিয়া ক। নাটক চাবি নে নাচাৱ এতিয়াও তই?" পুৱাৰ পৰাই ঘুন্নীৰাম আৰু লালমোহৰে তাক কৈ কৈ ভাগৰি গৈছে...... যা কোম্পানীলৈ গৈ দেখা কৰগৈ। সি যাব খুজিও ৰৈ যায়। হীৰামনৰ সেই একেটাই কথা,— 'ধেৎ, কোনে লগ ধৰিবলৈ যায়! কোম্পানীৰ মাইকী মানুহ আহিছিল, কোম্পানীৰ ওচৰলৈ গুচি গ'ল। ইয়াৰ পিচত আৰু কিহৰ লেন-দেন। গ'লেও চিনিয়েই নাপাব!"

সি মনতে বেজাৰ পাই আছিল। প্ৰচাৰবোৰ শুনাৰ পিচত সি লালমোহৰক ক'লে,"নিশ্চয় চাব লাগিব, কি কৱ লালমোহৰ?"

দুইটাই স্থিৰ কৰি ৰৌতা কোম্পানীৰ ফালে গ'ল। তম্বুৰ ওচৰ পাই হীৰামনে লালমোহৰক ইঙ্গিতেৰে জনালে সোধপোচ কৰি জানিবৰ বাবে। সেইবোৰ দায়িত্ব তাকে দিছে। লালমোহৰে কথাবোৰ ভালকৈ ক'ব জানে। সি ক'লা কোট পিন্ধা বাবু এটাক মাতিলে,— "বাবুচাহাব, অকণমান শুনকচোন।"

ক'লা কোট পিন্ধা মানুহটোৱে চিঞৰি দপদপাই উঠিল,— "কি লাগে? ইয়ালৈ কিয় আহিছ?"

লালমোহৰে আৰু' ফকৰা মাতিব পাৰে। তাৰ মুখৰ পৰা ওলাই গ'ল,— "ফুলো নালাগে ..... চৰায়ো নালাগে .... "

হীৰামনে তৎক্ষণাত নিজকে চম্ভালি ল'লে,— "হীৰাদেৱী কোনফালে আছে, আপুনি ক'ব পাৰেনে?"

মানুহটোৰ চকুহাল জ্বলি উঠিল। ওচৰতে থিয় হৈ থকা নেপালী চকিদাৰটোক চিঞৰি সুধিলে,— "ইহঁতক কিয় ভিতৰ সোমাবলৈ দিছিলি?"

"হীৰামন!" কাঁহৰ গিলাচত হোৱা শব্দৰ দৰে সেই মাতটো ক'ৰ পৰা আহিল! তম্বুৰ পৰ্দাখন আঁতৰাই হীৰাবায়ে মাতিলে,— "আহা, এইফালে ভিতৰলৈ আহা। .....: বাহাদুৰ, তই এওঁক চিনি ল। এওঁ মোৰ হীৰামন, বুজিছ?"

নেপালী চকিদাৰটোৱে হীৰামনৰ ফালে চাই অলপ হাঁহি আকৌ গুচি গ'ল। ক'লা কোট পিন্ধা বাবুক ক'লেগৈ,— "হীৰবাঈৰ মানুহ সেয়া। বাধা দিবলৈ হাক দিছে।"

লালমোহৰে নেপালী চকিদাৰৰ বাবে তামোল আনিলেগৈ,— "খোৱা হওক!"

"ইচ্! এখন দুখন নহয়, একেবাৰে পাঁচখন পাছ দিছে! আঠঅনীয়া পাছ চাৰিখন। কৈছে বোলে মেলাত থকা কেইদিন সদায় ৰাতি আহি মোক দেখা কৰি যাবা। মানুহজনীয়ে সকলোৰে খবৰ ৰাখে! আৰু কৈছে বোলে তোমাৰ যদি আৰু কোনোবা লগৰীয়া আছে তেওঁলোকৰ কাৰণেও পাছ লৈ যাবা। কোম্পানীৰ মাইকী মানুহৰ কথাই বেলেগ। হয় নে নহয়?"

লালমোহৰে ৰঙা কাগজৰ টুকুৰা কেইটা চুই চালে,— "পাছ! বাহ, হীৰামন ভাই! ..... কিন্তু পাঁচখন পাছ লৈ কি কৰিবি? পলট দাস দেখোন উভতি নাহিলেই এতিয়াও!"

"যাবলৈ দে হতভগীয়াটোক। তাৰ কপালত লেখাই নাই", হীৰামনে ক'লে,"অ', এটা কথা কিন্তু! প্ৰথমতে সকলোৱে গুৰু-শপত খাব লাগিব যে আমি নাটক চোৱাৰ কথাটো গাওঁ আৰু ঘৰৰ যাতে কোনো চৰাই-চিৰিকতিয়েও গম নাপায়।"

লালমোহৰে উত্তেজিত হৈ ক'লে,— "কোন চালাই গাওঁত ক'বগৈ। পলটাই যদি কিবা বদমাচি কৰে তেন্তে তাক অহাবাৰ লগত আহিবলৈকে নিদিওঁ।"

হীৰামনে তাৰ পইচাৰ মোনাটো আজি হীৰাবাঈৰ ওচৰতে জমা থৈ আহিছে। মেলাত কি ঠিকনা আছে, কত ধৰণৰ মানুহ আহে প্ৰতি বছৰেই পকেট কাটিবলৈ! নিজৰ লগৰীয়াবোৰৰ ওপৰতে বা কি ভৰসা! হীৰাবায়ে তাৰ কথা মানিলে আৰু হীৰামনৰ ক'লা কাপোৰৰ মোনাটো নিজৰ চামৰাৰ বাকচৰ ভিতৰত সুমুৱাই থ'লে। সি দেখিলে বাকচটোৰ বাহিৰতো এটা কাপোৰৰ গোল আৰু বাকচৰ ভিতৰফালটোও জকমকীয়া ৰেচমী কাপোৰ দিয়া। তাৰ মনৰ সকলো মান-অভিমান নাইকিয়া হ'ল।

লালমোহৰ আৰু ঘুন্নীৰামে হীৰামনৰ বুদ্ধিৰ শলাগ ল'লে আৰু তাৰ ভাগ্যকো

দোহাৰিলে বাৰে বাৰে। সিহঁতে তাৰ ককায়েক-নবৌয়েককো দোষাৰোপ কৰিবলৈ নেৰিলে। হীৰামনৰ নিচিনা সাইলাখ হীৰাৰ দৰে ভাই এটা নহৈ যদি বেলেগ ধৰণৰ ভাই এটা হ'লহেঁতেন .....

লহসনৰাঁ গোটেইখিনি সময় মনে মনেই আছিল। নাটকৰ প্ৰচাৰ শুনি শুনি সি গৈ কোনখিনি পালেগৈ ক'বই নোৱাৰে আৰু ঘূৰি আহিল সন্ধ্যা লগাৰো এঘন্টামানৰ পিচত। লালমোহৰে সেইবাবে তাক অভিভাৱকৰ সুৰত বেচ গালি পাৰিলে।

ঘুন্নীৰামে চৌকাত খিচিৰী বহাই দি ক'লে,— "প্ৰথমতে ঠিক কৰ গাড়ীৰ ওচৰত কোন থাকিব?"

"কোন থাকিব আৰু! ই লহসনৰাঁনো ক'লৈ যাব?"

লহসনৰাঁই কান্দিবলৈ ধৰিলে,— "অ' দেউতা, মই হাতযোৰ কৰিছো। মাত্ৰ এবাৰ চাম, অকণমান চাম মই!"

হীৰামনে ক'লে,"বাৰু বাৰু, মাত্ৰ এবাৰ ভুমুকি মাৰিব নালাগে, এক ঘন্টা চাবি। মই আহি যাম।"

নাটক আৰম্ভ হোৱাৰ দুঘন্টা আগৰ পৰাই বেণ্ড পাৰ্টি বাজিবলৈ ধৰিলে। আৰু বেণ্ডপাৰ্টিৰ বাজনা শুনাৰ লগে লগেই মানুহ পোক-পৰুৱাৰ দৰে তালৈ যাবলৈ ধৰিলে। টিকট ঘৰৰ ওচৰত মানুহৰ ঠেলাহেঁচা দেখি হীৰামনৰ বৰ হাঁহি উঠিল,— "লালমোহৰ, সেইফালে চা, কেনেকৈ মানুহবোৰে ওপৰাওপৰি কৰিছে।"

"হীৰামন ভাই!"

"কোন? পলটু দাস? আপুনি ক'ৰ পৰা মাল লৈ আহিল?" লালমোহৰে তাক অচিনাকী গাওঁৰ মানুহক সোধাদি সুধিলে।

পলটু দাসে হাত দুখন মোহাৰি মোহাৰি মাফ বিচাৰিলে,"বহুত দোষ হৈছে। যি শাস্তিকে দিয় তইঁতে মই গা পাতি লম। কিন্তু সঁচা ক'বলৈ হ'লে সুন্দৰী সীতা বুলি ......"।

হীৰামনৰ মনৰ পুৰণি বাজনাবোৰ পুনৰ বাজি উঠিল। ক'লে,"চা পলটা, তই নাভাবিবি তেও গাওঁ আৰু ঘৰত থকা সামান্য মাইকী মানুহ বুলি! এয়া চা, তোৰ কাৰণেও পাছ দিছে। এতিয়া তোৰ পাছখনো ল আৰু খেলা চা।"

লালমোহৰে ক'লে,"কিন্তু এটা কথা ৰাখিলেহে তই পাছখন পাবি। মাজে মাজে লহসনৰাঁয়ো আহি .......... ।"

পলটু দাসক আৰু কোনো কথা.কব লগা নহ'ল। সি আগতেই লহসনৰাক লগ পাই আহিছে।

লালমোহৰে দ্বিতীয়টো চৰ্ত তাক ক'লে,"গাওঁত যদি কেতিয়াবা কেনেবাকৈ এইবোৰ কথা ওলায়, যদি কোনোবাই গম পায় ..... "

"ৰাম ৰাম!" পলটু দাসে জিভা কামুৰি ক'লে, "আঠঅনীয়া টিকটৰ বাট

সেইফালে।” গেটত থকা মানুহে পাছবোৰ লৈ সিহঁতৰ মুখলৈ বাৰে বাৰে চাই সুধিলে,“এয়াতো পাছ। ক'ত পালি?”

এতিয়া লালমোহৰৰ মুখৰ কথা বন্ধ কৰে কোনে? তাৰ ফটফটনি শুনি গেটৰ মানুহটো ভেবাচেকা খাই গ'ল,— “ক'ত পাম আৰু? তোমাৰ কোম্পানীক গৈ সুধি আহাগৈ। চাৰিখন নহয়, আৰু এখন আছে, এয়া চোৱা।” এইবুলি সি জেপৰ পৰা আৰু এখন পাছৰে সৈতে পাঁচখন পাছ উলিয়াই দেখুৱালে।

এটকীয়া টিকটৰ গেটত নেপালী দাৰোৱানটো থিয় হৈ আছিল। হীৰামনে তাক চিঞৰি ক'লে,— “হেৰা চিপাহী দাজু, পুঁৱাই তোমাৰ লগত চিনাকী কৰি দিছিল আৰু এতিয়া পাহৰি গ'লা!”

নেপালী দাৰোৱানটোৱে ক'লে,— “হীৰাবাঈৰ মানুহ এইকেইটা। যাবলৈ দে। পাছ আছে যেতিয়া কিয় যাবলৈ দিয়া নাই!”

আঠঅনীয়া গেট!

তিনিওটাই এই প্ৰথমবাৰ কাপোৰৰ ঘৰটোৰ ভিতৰখন দেখা পালে। আগৰ ফালে আছে চকী-বেঞ্চ পতা ঠাইত সোমোৱা দুৱাৰমুখ। এখন পৰ্দাত ৰাম বনবাসলৈ যোৱা ছবি আঁকা আছে। পলট দাসে তৎক্ষণাত বুজি পালে সেই ছবি। লগে লগে সি হাতযোৰ কৰি সেৱা এটা কৰিলে,— “পৰ্দাত থকা ৰাম, সীতা সুন্দৰী আৰু লক্ষণৰ জয় হোক!” তাৰ চকুহাল ভক্তিত গধুৰ হ'ল।

হীৰামনে ক'লে,“লালমোহৰ, পৰ্দাখনত আঁকি থোৱা ছবিবোৰ বৈ আছে নে গৈ আছে?”

লালমোহৰে কাষত বহা এজনক সুধি লৈ ক'লে,— “খেলা এতিয়া পৰ্দাৰ ভিতৰফালেহে আছে। এতিয়া আঁৰ কৰি থৈছে, মানুহ গোট খাবৰ বাবে।”

পলট দাসে ঢুলুকী বজাব জানে। সেইবাবে সি বেণ্ডপাৰ্টীৰ তালে তালে তাৰ মূৰটো নৰাই আছিল আৰু হাতৰ জুইশলা বাকচৰ ওপৰতো টুকুৰিয়াই আছিল। বিড়ি আদান-প্ৰদান কৰি হীৰামনেও ওচৰত বহা মানুহৰ লগত চা-চিনাকী হ'ল। লালমোহৰৰ সৈতে পৰিচয় হোৱা এজনে চাদৰখনেৰে গাটো ঢাকি লৈ ক'লে,“নাচ আৰম্ভ হ'বলৈ দেৰী আছে, এঘুমতি মাৰিয়েই লওঁ।” সকলোবোৰ দুৱাৰমুখৰ ভিতৰতে আঠঅনীয়া টিকটৰ দুৱাৰমুখখনেই আছিল ভাল। সকলোতকৈ পিচৰ ফালে আছিল আৰু ওখ ঠাইত আছিল। মাটিত আছিল ধানখেৰ পৰা। কি বঢ়িয়া! চকী আৰু বেঞ্চত বহি এনেকুৱা জাৰ পৰিবলৈ ধৰা বতৰত খেলা চোৱা মানুহবোৰ বাৰে বাৰে উঠি উঠি চাহ খাবলৈ বাহিৰলৈ যাব লাগে!

শুব খোজা মানুহটোৱে লগৰীটোক ক'লে,“খেলা আৰম্ভ হ'লেই মোক জগাই দিবি। এ, তেতিয়া নালাগে বাৰু দে, হীৰিয়া যেতিয়া ওলাব তেতিয়াই জগাই দিবি।”

হীৰামনৰ বুকুখনত আঁচোৰ খাই গ'ল,— "হীৰিয়া!" মানুহটো লটপট স্বভাৱৰ যেন লাগিছে। সি লালমোহৰৰ ফালে চাই চকুৰে বুজালে, এনেকুৱা মানুহৰ লগত কথা পতাৰ প্ৰয়োজন নাই।

ঘন্-ঘন্-ঘন্-ঘড়াম্! আঁৰকাপোৰখন আঁতৰি গ'ল। এ-ই, এ-ই, প্ৰথমতেই হীৰাবাই মঞ্চত ওলাল। গোটেই তম্বুটো মানুহৰ উচপিচনিৰে ভৰি গ'ল। হীৰামনৰ মুখখন আচৰিত হৈ মেল খালে। লালমোহৰৰ কিয় জানো এনেকুৱা হাঁহি মুখত ওলাইছে।... হীৰাবাইৰ গীতৰ প্ৰতিটো শাৰীৰ লগে লগে সি হাঁহিছে, কোনো কাৰণ নোহোৱাকৈ।

গুলবদন দৰবাৰত বহি আছে। ঘোষণা কৰিছে ঃ "যিজনেই এহেজাৰখন ৰাজ-সিংহাসন সাজি ইয়ালৈ আনিব, তেওঁ যিহকে বিচাৰে তাকে পুৰস্কাৰ হিচাপে দিয়া হ'ব। আছে নে ইয়াত কোনোবা এনে শিল্পী-খনিকৰ? তেনেহলে লৈ আহক হাজাৰখন ৰাজসিংহাসন। কিড়্-কিড়্-কিৰি....!" ঘূৰি ঘূৰি নাচিছে। কি মাত! এনেতে শুনা গ'ল কোনোবাই যেন কলেঃ সেই মানুহজনে সচাঁ কথাই কৈছে হীৰাবায়ে পান-বিড়ি চিগাৰেট-জৰ্দা একোকে নাখায়।..... ঠিকেই কৈছে। বৰ নামজাদা বেশ্যা... কোনে কৈছে বেশ্যা বুলি! দাঁত কেইটাই কব, আৰু কোনে কব? পাওদাৰ লগাই দাঁত ঘঁহি আহিছে চাগে। কেতিয়াও নহয়।..... কোনে আহি ইয়াত এইবোৰ সঁচা মিছা কথা উলিয়াইছেহি! কোনে কৈছে কোম্পানীৰ মাইকী মানুহ আচলতে বেশ্যা তিৰোতা বুলি। সেইবোৰ কথা ভোক কেলেই? কোন বেশ্যা আৰু কোন বদমাচ জানিবলৈ? মাৰ চালাক, মাৰ!....

এইবোৰ চিএঃৰ-বাখৰৰ মাজত হীৰামনৰ মাতে তম্বুটো জিনি গ'ল "আহ এইফালে, এটা এটাকৈ সকলোৰে ডিঙি মুচৰি দিওঁ।"

লালমোহৰে তাৰ হাতৰ গৰু কোবোৱা লাঠিডালেৰেই সন্মুখত যাকে পালে এফালৰ পৰা কোবাই যাবলৈ ধৰিলে। পলট দাস এটা মানুহৰ বুকুৰ ওপৰত বহি ললে— "চালা, সীতা সুন্দৰীক তই গালি পাৰিছ। তই চালা মুছলমান হৈ....!"

সুন্নীৰাম প্ৰথমৰ পৰাই মনে মনে আছিল। মাৰ-পিট লগা মাত্ৰকে সি তম্বুৰ পৰা ওলাই লৰ মাৰিলে। ক'লা কোট পিন্ধা মেনেজাৰ নেপালী চিপাহীজনক লগত লৈ দৌৰি আহিল। দাৰোগা চাহাবেও হান্টাৰেৰে কোবাবলৈ আৰম্ভ কৰিলে। হান্টাৰৰ কোব খাই কথকী লালমোহৰে কবলৈ ধৰিলে —"দাৰোগা চাহাব, আপুনি মাৰিছে মাৰক; কোনো আপত্তি নাই। কিন্তু এয়া পাছ চাওক, আৰু এখন জেপতো আছে। আপুনি চাব পাৰে হুজুৰ, এয়া টিকট নহয়, পাছ!.... তেনেহলে আমাৰ মুখৰ আগতে কোনোবাই কোম্পানীৰ মাইকী মানুহক বেয়া বদনাম দিলে আমি কিয় এৰি দিম সিহঁতক?"

কোম্পানীৰ মেনেজাৰে সকলো কথা বুজি পাই গ'ল। তেওঁ দাৰোগাক বুজালে কথাবোৰ।

"হুজুৰ, মই বুজি পালো। এই সকলো বদমাচি মথুৰামোহন কোম্পানীৰ মানুহৰ দ্বাৰাই হৈছে। আমাৰ নাচ-গানত আহি সিহঁতৰ মানুহে কাজিয়া লগাই দি আমাৰ

কোম্পানীৰ বদনাম..... নহয়, হুজুৰ, এওঁলোকক এৰি দিয়ক, হীৰাবাইৰ মানুহ। বেচেৰীৰ শত্ৰু বহুত, হুজুৰক কৈছিলো নহয়!"

হীৰাবাইৰ নাম শুনি দাৰোগাই সিহঁত তিনিটাক এৰি দিলে। কিন্তু তিনিওটাৰ হাতৰ পৰা গৰু কোবোৱা লাঠিবোৰ কাঢ়ি লৈ গ'ল। মেনেজাৰে সিহঁতক নি এটকীয়া দুৱাৰেদি পাৰ কৰি চকীত বহুৱালেগৈ— "আপোনালোক ইয়াতে বহক। মই তামোল পঠিয়াই দিছোঁ।"

তম্বু শান্ত হ'ল আৰু হীৰাবায়ো মঞ্চলৈ উভতি আহিল।

বেণ্ড পাৰ্টীও আকৌ বাজি উঠিল।

অলপ সময়ৰ পিচত একেলগে তিনিওটাৰ সুন্নীৰামলৈ মনত পৰিল।— "সুন্নীৰাম কলৈ গ'ল?"

"মালিক, অ মালিক!" তম্বুৰ বাহিৰৰ পৰা লহসনৱাই চিঞৰা সিহঁতে শুনিলে— 'অ' লালমোহৰ মালিক!"

লালমোহৰেও চিঞৰিয়েই উত্তৰ দিলে "এই পিনে, এই পিনে! এটকীয়া দুৱাৰেদি সোমাই আহ।" সকলো দৰ্শকে মুখ ঘূৰাই লালমোহৰৰ ফালে চালে। লহসনৱাক নেপালী চিপাহীয়ে লালমোহৰৰ কাষলৈ লৈ আহিল। লালমোহৰে জেপত থকা পাছখন উলিয়াই দেখুৱালে। লহসনৱা আহিয়েই সুধিলে, "মালিক, কোনে কি কৈছিল মোক কওকচোন অলপমান। সিহঁতক এবাৰ দেখুৱাই দিয়কচোন মোক!"

মানুহে লহসনৱাৰ হৃষ্টপুষ্ট দেহটো দেখা পালে। জাৰৰ দিনতো সি সুদা গাৰে আছে।

এই তিনি-চাৰিজনক যেন কোনেও নোসোধে নাটকত কি দেখিলে বুলি! কাহিনী বা কি আছিল! হীৰামনৰ মাথোন এনে লাগিছিল যেন হীৰাবায়ে প্ৰথমৰে পৰা তাৰ ফালে চাই আছিল, গাইছিল আৰু নাচিছিল। লালমোহৰৰ আকৌ ভাব হৈছিল হীৰাবায়ে যেন তালৈহে চাই আছিল। সি বুজি পালে যে হীৰামনতকৈ তাৰহে 'পাৱাৰ' বেছি। পলট দাসে অৱশ্যে কাহিনী বুজি পায়, কাৰণ আৰু কি হব পাৰে! সকলোতো ৰামায়ণৰেই কথা। সেই ৰাম, সেই সীতা, সেই লক্ষণভাই আৰু সেই ৰাৱন। সীতা সুন্দৰীক ৰামৰ হাতৰ পৰা কাঢ়ি নিবলৈ ৰাৱনে নানা ধৰণৰ ৰূপ ধৰি আহিছিল। লগে লগে ৰাম আৰু সীতায়ো নানা ৰূপ সলাইছিল। তাতো আকৌ হেজাৰজন ৰাজ-সিংহাসন বনোৱা মালীৰ পুতেক ৰাম আছে। গুলবদন সীতা সুন্দৰী আছে। মালীৰ পুতেকৰ বন্ধু হ'ল লক্ষণভাই আৰু ছুলতান হ'ল ৰাৱণ।... সুন্নীৰামৰ বৰ জ্বৰ। লহসনৱাৰ সকলোতকৈ ভাল লাগিছিল জ'কাৰৰ পাৰ্ট কৰাটোক। সেই জ'কাৰটোৰ লগত বন্ধু হবলৈ বৰ ইচ্ছাও কৰিলে— দোস্তী নকৰে জ'কাৰ চাহাব? হীৰামনৰ মনত লাগি আছে এটা গীতৰ এডোখৰ কথা— গোলাপ মৰহি গ'ল! কোন আছিল এই গোলাপ? হীৰাবায়ে কান্দি কান্দি গাইছিল গোলাপ মৰহি গ'ল বুলি। হায় হায়! বেচেৰা গোলাপ!

পুলিচে তিনিওটাৰে লাঠি কেইডাল ওভোতাই দি কলে, "লাঠি-টাঙোন লৈ নাচ চাবলৈ আহিছ?"

পিচদিনা গোটেই মেলাতে ৰতি গ'ল যে মথুৰামোহন কোম্পানীৰ পৰা হীৰাবাই পলাই আহিছিল আৰু সেই দেখি এইবাৰ মথুৰামোহন কোম্পানীও মেলালৈ নাহিল... আহিল কোম্পানীৰ মূৰটো।.... হীৰাবায়ো পিচে কম নহয়। বৰ খেলুৱৈ তিৰোতা। তেৰটাকৈ গাৰখীয়া লাঠিয়াল গাঁৱলীয়া মানুহ আছে লগত।.... 'বাহ্ মেৰী জান' বুলি কোনোবাই মন্তব্য দিলে। বাহাদুৰি আছে।

দহ দিন। দহ ৰাতি।....

সকলো সময়তে ভাড়া মাৰিছে হীৰামনে। সন্ধিয়া হ'লেই নাটকৰ বেণ্ডপাৰ্টিৰ শব্দ হবলৈ ধৰে। তাৰ মাত শুনিলেই হীৰামনৰ কাণত আহি হীৰাবাইৰ মাতবোৰ যেন পৰেহি— 'ভাই... মিতা... হীৰামন... ওস্তাদ... গুৰুজী!' তাৰ মনৰ কোনত সকলো সময়তে কিবা নহয় কিবা এটা বাজনা বাজিয়েই থাকে, গোটেই দিনটোতে। কেতিয়াবা হাৰমোনিয়াম, কেতিয়াবা বেণ্ড, কেতিয়াবা ঢুলুকী আৰু কেতিয়াবা হীৰাবাইৰ ভৰিৰ জুনুকা। হীৰাবাইৰ বস্তুবোৰৰ লগতে সিও উঠা-বহা চলা-ফিৰা কৰে। নাটক কোম্পানীৰ মেনেজাৰৰ পৰা আৰম্ভ কৰি আঁৰকাপোৰ টনা মানুহটোলৈকে সকলোৱে তাক চিনি পায় হীৰাবাইৰ মানুহ বুলি।

পলটু দাসে প্ৰতি নিশাৰ নাট আৰম্ভ হোৱাৰ আগতে শ্ৰদ্ধাৰে হাত যোৰ কৰি মঞ্চটোক প্ৰণাম কৰে। লালমোহৰে এদিন হীৰাবাইৰ ওচৰত তাৰ চহৰীয়া ভাষাৰ কথা শুনাবলৈ বুলি গৈছিল। পিচে তাক হীৰাবায়ে চিনিয়েই নাপালে। তেতিয়াৰে পৰা তাৰ মনটো মৰি গ'ল। তাৰ লগুৱা লহসনৱাও তাৰ লগৰ পৰা গুচি গৈ এদিন নাটক কোম্পানীত কাম ললেগৈ। জ'কাৰৰ লগত তাৰ বন্ধুত্ব হৈছিল। সি এতিয়া দিনটো তাত পানী কঢ়িয়ায় আৰু কাপোৰ-কানি ধোৱে। কয় বোলে গাৱঁত কি আছে ঘূৰি যাবলৈ! লালমোহৰ উদাসীন হৈ থাকে। সুন্নীৰাম বেমাৰত পৰি ঘৰলৈ ঘূৰি গ'লগৈ।

হীৰামনে আজি পুৱাৰ পৰা তিনিবাৰ ষ্টেচনলৈ বস্তু কঢ়িয়াইছে। কিয় জানো আজি বাৰে বাৰে তাৰ নবৌৱেকলৈ মনত পৰিছে।.... জ্বৰত প্ৰলাপ বকি সুন্নীৰামে কথাবোৰ কৈ পেলোৱা নাইতো! ইয়াতেই সি কিমান ভ্ৰম বকিছিল ''গুলবদন, হেজাৰখন সিংহাসন'' কথাবোৰ! লহসনৱাই এতিয়া বেচ আৰামত আছে। গোটেই দিনটোৱেই সি এতিয়া হীৰাবাইক দেখি থাকিব। কালি সি কৈছিল— হীৰামন মালিক, তোমাৰ অনুগ্ৰহতে বৰ সুখত আছোঁ। হীৰাবাইৰ শাড়ী ধুই চেপি দিয়া পানীবোৰ একেবাৰে আতৰ গোলাপৰ পানী হৈ পৰে। মই সেই পানীতে মোৰ গামোচাখনো জুবুৰিয়াই মেলি দিওঁ। চোৱাচোন সুঙি?'' গোটেই ৰাতিটোৱেই সি কোনোবা নহয় কোনোবাই কৈ থকা শুনে হীৰাবাই এজনী বেশ্যা। তাই কিমানৰ লগত খেলে। মানুহে নেদেখাকৈ বাৰু কেনেকৈ এইবোৰ কথা কব পাৰে? ৰজাকো মানুহে লুকুৱাই নিন্দা কৰে।... আজি সি হীৰাবাইক লগ ধৰি কব ''নাটক কোম্পানীত থাকিলে মানুহে বৰ বদনাম ৰটনা কৰে। আপুনি তাতকৈ চাৰ্কাচ কোম্পানীত

গৈ কাম নকৰেগৈ কিয়?''.... সকলোৰে আগত নাচিবলৈ ধৰিলে হীৰামনৰ বুকুখন পুৰিবলৈ ধৰে। চাৰ্কাছ কোম্পানীত থাকিলে বাঘক নচুৱাব।...... বাঘৰ ওচৰলৈ যোৱাৰ কাৰ সাহ আছে! নিৰাপদে থাকিব হীৰাবাই!..... কোনফালৰ গাড়ী আহিছে?

''হীৰামন, অ, হীৰামন ভাই!'' লালমোহৰৰ মাতটো শুনি সি উভতি চালে, ''কি মাল আনিলি লালমোহৰ?''

''তোক 'ইচটেচন'ত হীৰাবায়ে বিচাৰি ফুৰিছে'', একে উশাহতে সি কথাখিনি কলে, ''হীৰাবাই আজি যাবগৈ।'' মেলাৰ পৰা তাৰ গাড়ীতে ষ্টেচনলৈ আহিছে।

''গুচি যাবগৈ? লালমোহৰ, ৰেলেৰে যাবগৈ?''

হীৰামনে তাৰ গাড়ীখন খুলি দিলে আৰু মাল গুদামৰ চকিদাৰক কলে, ''ভায়া, তুমি অলপ গাড়ী আৰু গৰুহাললৈ চকু দিবা। মই এতিয়াই আহিম।''

''ওস্তাদ!'' মহিলাৰ জিৰণি কোঠাৰ দুৱাৰমুখত হীৰাবায়ে কাপোৰেৰে মূৰ-হাত ঢাকি থিয় হৈ আছিল। তাৰ কাপোৰৰ মোনাটো তাৰ ফালে আগবঢ়াই দি কলে, ''লোৱা! হে ভগবান! বৈয়ে গৈছিল। মই ভাবিছিলোঁ হেৰালেই বুলি। এতিয়া আৰু তোমাৰ পৰা নেহেৰায়..... কিন্তু গুৰুজী, মই যাবলৈ ওলালোঁ।''বাকচ টনা মানুহটো আজি কোট-পেন্ট পিন্ধি চাহাবটো হৈ আহিছে। সি মালিকৰ সুৰত কুলিক হুকুম দি আছে, ''গাড়ীৰ তিৰোতা মানুহ বহা ডবাত তুলি দিবি, বুজিছ?''

হীৰামনে হাতত তাৰ পইচাৰ মোনাটো লৈ মনে মনে থিয় দি আছিল। হীৰাবায়ে পিন্ধি থকা চোলাটোৰ ভিতৰৰ পৰা মোনাটো উলিয়াই দিছিল। চৰাইৰ গাৰ দৰেই মোনাটো গৰম হৈ আছিল।

''গাড়ী আহিছে'' বুলি সেই বাকচ টনা মানুহটোৱে হীৰাবাইৰ ফালে চালে। তাৰ মুখখনৰ ভাৱ পৰিষ্কাৰ, ইমান লেটি পেটি কিয়....?

হীৰাবাই চঞ্চল হ'ল। কলে, ''এইফালে ভিতৰলৈ আহা। মই আকৌ উভতি মথুৰামোহন কোম্পানীলৈকে যাওঁ, নিজৰ ঠাইৰে কোম্পানী।..... তুমি বনিয়ালী মেলালৈ আহিবা নহয়?''

হীৰাবায়ে হীৰামনৰ কান্ধত হাত এখন থলে...... এইবাৰ সোঁখন কান্ধত। তাৰ পিচত নিজৰ বেগৰ পৰা টকা উলিয়াই কলে, ''এখন গৰম চাদৰ কিনি ল'বা।''

হীৰামনৰ মুখৰ পৰা এইবাৰ মাত ওলাল 'ইচ্! সকলো সময়তে খালী টকা টকা! থৈ দিয়ক টকা!... কি কৰিম চাদৰেৰে?''

হীৰাবাইৰ হাতখন কোচ খাই গ'ল। এবাৰ হীৰামণৰ মুখখন মনোযোগেৰে চালে আৰু আকৌ কলে ''তোমাৰ অন্তৰখন বৰ সৰু হৈ গ'ল। কিয় মিতা?.... মহুৱা ঘাটোৱাৰিনীক সদাগৰে যেনেকৈ কিনি লৈছিল, গুৰুজী।''

হীৰাবাইৰ মাত থোকা থুকি হৈ আহিল। বাকচ টনা মানুহটোৱে বাহিৰৰ পৰা কলে—

"গাড়ী আহি গ'ল।" হীৰামন কোঠাটোৰ পৰা ওলাই আহিল। বাকচ টনা মানুহটোৱে নাটকৰ জ'কাৰটোৰ দৰে মুখখন কৰি তাক কলে 'প্লেটফৰ্মৰ পৰা বাহিৰলৈ যা। বিনা টিকটত থকাটো ধৰা পৰিলে একেবাৰে তিনি মাহলৈ হাৱা...."

হীৰামনে একো নোকোৱাকৈ বাহিৰলৈ গৈ থিয় দি থাকিল। ....... ষ্টেচনৰ কথা,... ৰেলৱেৰ ৰাজ্য যেতিয়া। নহলে আজি এই বাকচ টনাটোৰ মুখখন চিধা কৰি দিলেহেতেন হীৰামনে।...

হীৰাবাই গৈ সন্মুখৰ ডবাটোতে উঠিল। উস্, ইমান আকৰ্ষণ তাৰ প্ৰতি! গাড়ীত বহিও বাৰে বাৰে হীৰামনৰ ফালে মুখ ঘূৰাই চাই আছে।..... লালমোহৰক তাৰ ওচৰত দেখি হীৰামনৰ বুকুখন জ্বলি উঠিল, সদায় তাৰ পিচে পিচে ঘূৰি ফুৰি সকলোৰে ভাগ বিচাৰি ফুৰে সি!...

গাড়ী এবাৰ সুহুৰি মাৰিলে। তাৰ এনে লাগিল যেন তাৰ বুকুৰ ভিতৰৰ পৰাও কিবা এটা শব্দ ওলাই সেই সুহুৰিৰ লগত মিলি ওপৰলৈ উৰা মাৰিলে— উ-উ-উ! হুচ্!

...ছি-ই-ই- ছক্! গাড়ীখন লৰি উঠিল। হীৰামনে তাৰ সোঁভৰিৰ বুঢ়া আঙুলিটো বাওঁ ভৰিৰ গেবোৱাটোৱে খজুৱাই দিলে। বুকুৰ ধৰফৰণিবোৰ শান্ত হৈ পৰিল।..... হীৰাবায়ে হাতৰ বেঙুনীয়া ৰুমালখনেৰে মুখখন মচি ললে আৰু সেইখন জোকাৰি দিলে— এতিয়া যাওঁ দেই।..... পিচত থকা ডবাবোৰো যাবলৈ ধৰিলে, প্লেটফৰ্ম খালী হৈ গ'ল... সকলোবোৰ শূণ্য হ'ল.... ফোপোলা হৈ পৰি থাকিল মালগাড়ীৰ ডবাবোৰ! গোটেই পৃথিৱীখনেই যেন শূণ্য হৈ পৰি থাকিল! হীৰামন তাৰ গাড়ীৰ ওচৰলৈ উভতি গ'ল।

লালমোহৰৰ ওচৰ পাই সি সুধিলে "তই কেতিয়াকৈ গাৱলৈ উলটি যাবি?"

লালমোহৰে কলে "এতিয়া গাৱলৈ গৈ কি কৰিম? এয়াই ইয়াত ভাৰা মৰাৰ আচল সুযোগ! হীৰাবাই গুচি গ'ল যেতিয়া মেলাও ভাগিব।"

"বাৰু। তই ঘৰলৈ কিবা খবৰ দিবিনেকি?"

লালমোহৰে তাক বহুত বুজাবৰ চেষ্টা কৰিলে; কিন্তু সি তাৰ গাড়ী গাৱলৈ ঘূৰি যোৱা বাটত তুলিলেই।..... এতিয়া মেলাত আৰু কিটো আছে? উদং মেলা!

ৰেল লাইনৰ কাষে কাষেই গৈছে কেচা আলিটো বহুত দূৰলৈকে। হীৰামনে আজিলৈকে ৰেলগাড়ীত উঠি পোৱা নাই। তাৰ মনত বহুদিনৰ ইচ্ছা এটাই আকৌ ভুমুকি মাৰিলেহি, ৰেল গাড়ীত উঠি গীত গাই গাই এবাৰ জগন্নাথলৈ যোৱাৰ ইচ্ছা.....। উভতি তাৰ গাড়ীখনৰ পিচফালৰ বহা ঠাইডোখৰলৈ চাবৰ সাহ হোৱা নাই। পিঠিখন তাৰ আজিও সুৰসুৰাইছে। আজিও মাজে মাজে তাৰ গাড়ীখনৰ পৰা চম্পা ফুলৰ গোন্ধ এটা ভাহি আহিছে। এটা গীতৰ শেষ কলিটোৰ সময়ত তাল কাটি গৈছে।... বাৰে বাৰে!...

সি উভতি পিচলৈ চালে। নাই, বস্তাও নাই, বাঁহো নাই, বাঘো নাই... পৰী.... দেৱী.... মিতা.... হীৰাবাই... মহুৱা ঘাটোৱাৰিনী কোনোৱেই নাই। মৰহি যোৱা মুহূৰ্তবোৰৰ বোবা শব্দবোৰহে মাথোন মুখৰ হৈ উঠিব খুজিছে। হীৰামনৰ ওঁঠ দুটা কঁপি উঠিছে। হয়তো

এইবাৰ সি তৃতীয়টো শপত খাইছে "কোম্পানীৰ মাইকী মানুহক গাড়ীত তুলি....!"

হীৰামনে হঠাৎ গৰুহালক ধমক লগাই এছাৰিডালেৰে কোবাই কলে— "ৰেল লাইনৰ ফালে ঘূৰি কি চাইছ?" দুইটা গৰুৱে বেগাই যাবলৈ আৰম্ভ কৰিলে। হীৰামনে গুণগুণাবলৈ ধৰিলে "শুনাচোন, মোৰ গোলাপ মৰহি গ'ল.....!"

(1956)

# ৰঙা পাণৰ বেগম

"বিৰজুৰ মাক, নাচ চাবলৈ নোযোৱা নেকি?"

বিৰজুৰ মাকে মিঠা আলু এসোপা সিজাই চোতালতে বহি নিজে নিজেই বকি আছিল। ইফালে সাত বছৰীয়া পুতেক বিৰজুৱে মিঠা আলুৰ সলনি মাকৰ বাঘ ঢকা খাই চোতালতে বাগৰি বাগৰি গোটেই গাতে বোকাৰে লেও লৈ আছিল।.... "চম্পিয়াৰ মূৰতো ধনঞ্জয় বায়ু লাগিছে.... চোতালত ৰ'দ আধা থাকোতেই তাই গ'ল চাহুৱানীৰ দোকানৰ পৰা জুলীয়া গুৰ আনিবলৈ, এতিয়ালৈকে উভতি নাহিল। লেমচাকি জ্বলোৱাৰ পৰ হ'লহি। আহক আজি দিম মাৰে।' লাঠুৱা ছাগলীটোৰ গাত চিকৰা লাগিছে, সেইকাৰণে সি গোটেইখনতে মাজে মাজে একোবাৰ জপিয়াই ফুৰিছে। বিৰজুৰ মাকে কাকো নাপাই সেই ছাগলীটোৰ ওপৰতে খংটো জাৰিবৰ বাবে ওলাই আহিল।..... হে হৰি! পিচ চোতালত ভৰি ভৰি লাগি থকা জলকীয়াৰ গছজোপা কিহবাই খাই তহিলং কৰিলে দেখোন! এই লাঠুৱা ছাগলীটোৰ বাহিৰে কোন হ'ব আৰু? তাক মাৰিবলৈ বুলি বিৰজুৰ মাকে দলি চপৰা এটা তুলি লওতেই সিফালৰ পৰা চুবুৰীয়া মখনী পেহীৰ কথাযাৰ শুনিলে 'বিৰজুৰ মাক, নাচ চাবলৈ নোযোৱা নেকি?"

"বিৰজুৰ মাকৰ আগফালে নাকী আৰু পিচফালে পঘা লগাই থোৱা নাই নহয়, পেহী।"

খঙৰ কোবত ওলাই অহা কথাযাৰে পেহীৰ গাতো খুন্দিলেগৈ আৰু বিৰজুৰ মাকে হাতৰ দলি চপৰাটো কাষলৈ পেলাই দিলে "এই ছাগলীটোৰ গাত চিকৰা লাগি অশান্তি কৰি আছে! আহ বেচেৰা, আহ, আহ!"

বিৰজুৱে মাটিত বাগৰি থকাৰ পৰাই মাৰী এডালেৰে ছাগলীটোক কোব এটা লগাই দিলে। বিৰজুৰ মাকৰ মন গ'ল, তায়ো গৈ সেই মাৰিডালেৰেই বিৰজুৰ গাৰ ভূতটোকো ভালকৈ জাৰি দিয়েগৈ; কিন্তু নিমজোপাৰ ওচৰত থিয় হৈ পানী আনিবলৈ যোৱা মানুহৰ হাঁহি খিকিন্দালি শুনি ৰৈ গ'ল। কলে, "বাপেৰে তোক বৰকৈ মূৰত তুলিছে! তই সকলোৰে ওপৰত হাত তোলা হৈছ। ৰহ্ মাৰে।"

মখনী পেহীয়ে নিমজোপাৰ ওচৰত হালি ককাঁলৰ পৰা কলহটো নমালে আৰু পানী লৈ উভতি যোৱা আন কেইজনীমানৰ আগত বিৰজুৰ মাকে কোৱা কথাবোৰকে লৈ

গোচৰ দিলে— ''চোৰাচোন বাৰু এই বিৰজুৰ মাকৰ কথা! চাৰি মোন পাটৰ (মৰাপাট) পইচা হাতত পৰোতেই তাইৰ মাটিত ভৰি নপৰা হ'ল। সকলোকে শুনাই ফুৰিছে বোলে এইবাৰ বিৰজুৰ বাপেকে সিহঁতক গৰু গাড়ীত তুলি বলৰামপুৰৰ নাচ দেখুৱাবলৈ নিব। নিজৰ ঘৰত গৰু থাকিলে হাজাৰখন গাড়ী খুজিলেই পায়। ময়ো কলো বোলে নাচ চাবলৈ যাবলৈতো সকলো ওলায়ে আছে, জা-জলপানৰ দিহা কৰিছে। মোৰ মুখত জুই লাগক, কিয়নো মই সেইবোৰ কবলৈ গৈছিলোঁ! মোৰ কথা শুনি বিৰজুৰ মাকে কি উত্তৰ কাটিলে জানানে?''

মখনী পেহীয়ে নিজৰ সোলা মুখখনৰ ওঁঠদুটা জপাই মুখৰ এফালে নি পাক মাৰি কলে ''ঔ আ-ই! বোলে বি-ৰ্-ৰ্-জুৰ মা-আ-কৰ আগফালে নাকী আৰু পিচফালে পঘা লগাই থোৱা নাই ন-হ্-য়। নাযাম কে-লে-ই!

জঙ্গীৰ বোৱাৰীয়েকে আক বিৰজুৰ মাকলৈ তাকণো ভয় নকৰে। তাই সকলোৱে শুনাকৈয়ে মাত লগালে ''পৈহী-ই-ই ছৰ্বে মিত্তল মিন্টী'ৰ (ছাৰ্ভে ছেটলমেন্ট) হাকিমৰ ঘৰলৈ ফুলাম ছাৱ মৰা শাড়ী পিন্ধি গৈ তুমিও যদি কেৰেলা-বেঙেনাৰ ভেটি দিলেগৈহেঁতেন তেন্তে তোমাৰ নামতো দুই তিনি বিঘা সাৰুৱা মাটিৰ পট্টা হৈ গলহেঁতেন! নহলে তোমাৰ ঘৰতো আজি যদি দহ মোনমান সোনালী পাট হ'লহেঁতেন তেন্তে তুমিও এহাল গৰু কিনিলাহেঁতেন। তাৰ পিচত আগফালে নাকী আৰু পিচফালে পঘা ওলমি থাকিলহেঁতেন!''

জঙ্গীৰ বোৱাৰীয়েকৰ মুখখন চোকা। ৰেলষ্টেচনৰ কাষত থকা ছোৱালী নতুন বোৱাৰী হৈ অহা মাত্ৰ তিনি মাহহে হৈছে আৰু ইয়াৰ ভিতৰতে এই কুমাৰটোলিৰ আটাইবোৰ দন্দুৰী শাহুৰ চোকা মুখ তাই ভাঙিচে। তাইৰ শহুৰেক জঙ্গী হৈছে এটা দাগী চোৰ, একেবাৰে 'চি-কিলাছী' ফাটেক খোৱা। তাৰো আকৌ গুৰুটো হৈছে ৰঙ্গী, কুমাৰটোলিৰ নামজাদা লাঠিয়াল। সেইকাৰণে হবলা জঙ্গীৰ বোৱাৰীয়ে যুঁজিবলৈ সদায় শিং জোকাৰি আৰু ঘঁহি ফুৰে।

বিৰজুৰ মাকৰ চোতালত জঙ্গীৰ বোৱাৰীয়েকৰ চিঞৰি চিঞৰি কোৱা কথাবোৰ আহি বৰতোপৰ গুলী পৰাদি পৰিলহি। বিৰজুৰ মাকে উচাট মাৰি গৈ ভালকৈ এজাউৰি দিবলৈ ওলাইছিল; কিন্তু মন তাপৰি থাকিল।.... গোবৰৰ দ'মলৈ কোনে দলি মাৰে!

জিভাৰ আগৰ জ্বালখিনি ডিঙিলৈ পেলাই বিৰজুৰ মাকে জীয়েক চম্পিয়াক চিঞৰিলে ''এ—ই চম্পিয়া—আ—আ, আহ আজি তই, তোৰ মূৰটো মুচৰি জুইত পেলাই নিদিও যদি চাবি। দিনে দিনে গাত কথা নলগা হৈ গৈছে।'.... গাঁৱলৈ এতিয়া 'থেতৰ-বৈস্কোপ'ত (থয়েটাৰ বাইস্কোপ) গান গোৱা বেশ্যা মেৰাৰীহঁত আহিছে নহয়। কৰবাত চাগৈ বহি আছ 'বাজে ন মূৰলীয়া' গীত শিকি হতছিৰী হ'বলৈ ।..... বোলো, অ' চম্পিয়া-আ-আ!''

জঙ্গীৰ বোৱাৰীয়েকে বিৰজুৰ মাকৰ কথাখিনিৰ সোৱাদটো পোৱাৰ পিচত কঁকালৰ কলহটো ভালকৈ ললে আৰু জোকোৰা এটা মাৰি কলে ''বাইদেউহঁত, ব'লা ব'লা। এই

চুবুৰীত ৰঙা পাণৰ বেগম বহিছেহি। নাজানানে দিন আৰু ৰাতি সকলো পৰতে বিজুলী বাতি ভক্ ভক্ কৰি জ্বলি থাকে বুলি?"

ভক্ ভক্ বিজুলী বাতিৰ কথা শুনি কিয় জানো আটাইবোৰে খিলখিলকৈ হাঁহি দিলে। পেহীৰ সোলা দাঁতবোৰৰ মাজৰ পৰা মৰমৰ গালি এষাৰ ওলাই আহিল "বদমাচৰ বুঢ়ীমাক, এইজনী।"

বিৰজুৰ মাকৰ চকুত যেন কোনোবাই টৰ্চ লাইটৰ চোকা পোহৰ এটা পেলাই দি নেদেখা কৰি দিলে।.... ভক্-ভক্ বিজুলী বাতি! তিনি বছৰৰ আগতে ছাৰ্ভে কেম্পটো উঠি যোৱাৰ পিচত গাঁৱৰ কিছুমান চকুচৰহা তিৰোতাই চাৰিওফালে উলিয়াই দিলে বোলে চম্পিয়াৰ মাকৰ চোতালত ৰাতি বিজুলী বাতি জ্বলি থাকে। চম্পিয়াৰ মাকৰ চোতালত নাল লগোৱা জোতাৰ চিন ঘোৰাৰ ভৰিৰ ছাবৰ দৰে পৰি থাকে।..... জ্বলা জ্বলা, আৰু জ্বলি পুৰি মৰা। চম্পিয়াৰ মাকৰ চোতালত জোন যেন পাট শুকাই থকা দেখি এইদৰে জ্বলি-পুৰি মৰা সকলো তিৰোতাবে অৱস্থা ধানৰ হেচাত চেপেটা খোৱা বেঙেনাৰ দৰে হ'ব।

মাটিৰ মলাটোৰ পৰা বাগৰি অহা জুলিয়া গুড়ৰ অকণমান আঙুলিৰে চেলেকি চেলেকি চম্পিয়া ওলালহি আৰু আহি পায়েই মাকৰ হাতৰ বাঘঢকা খাই চিঞৰি উঠিল মোক কিয় মাৰিছ? এ-এ-এ-এ... চাহুৱানীয়ে সোনকালে বস্তু দিয়া নাই এ-এ-এ-এ!"

"এই চাহুৱানীয়ে সোনকালে বস্তু নিদিয়াৰ বুঢ়িমাক। এজনী চাহুৱানীৰ দোকানতহে ইমানবোৰ কাম যে শিপা গজি বহি আছে। গোৰ এটা মাৰি তোৰ মূৰটোকে ছিঙি পেলাম যদি কেতিয়াবা তোৰ মুখত 'বাজে ন মুৰলীয়া' গোৱা শুনো! 'টিচন'ৰ (ষ্টেচনৰ) পৰা অহা ছোৱালীৰ লগ লাগি ঢং শিকিবলৈ যাব।"

বিৰজুৰ মাকে তাৰ পিচত টলকা মাৰি থাকি অনুমান কৰিলে যে তাইৰ কথাবোৰ নিশ্চয় জঙ্গিৰ ঘৰ পালেগৈ।

বিৰজুৱে ইতিমধ্যে যোৱা কথাবোৰ পাহৰি পেলাই থিয় হ'ল আৰু তাৰ গাৰ ধূলি-মাকতিবোৰ জাৰি-জোকাৰি মাটিৰ মলাটোৰ পৰা নিগৰি বৈ থকা জুলীয়া গুড়খিনিলৈ লুভীয়া চকুৰে চাবলৈ ধৰিলে।.... বায়েকৰ লগতে সিও দোকানলৈ যোৱাহেঁতেন তাকো বায়েকে গুড় অকণ চেলেকিবলৈ দিলেহেঁতেন। সি কিন্তু মিঠা আলু খোৱাৰ লোভতহে ঘৰতে থাকিল আৰু খাবলৈ বিচাৰোতে মাকে তাক মিঠা আলুৰ সলনি....

"অ মা, আঙুলিত লগাই অকণমান গুড় দেনা। বিৰজুৱে হাতৰ তলুৱাখন মেলি দিলে "দেনা মা, অকণমান"

"অকণমান কিয়, বাৰীৰ পিচফালে নি গোটেই মলাটোকে দলিয়াই থৈ আহোগৈ, তাতে গৈ চেলেকি থাকগৈ। নবনাও মই মোৱা আলুৰ ৰুটি।.... মোৱা আলুৰ ৰুটি খাবলৈ মুখ মেলি আছে চোৱা। বিৰজুৰ মাকে সিজাই থোৱা মোৱা আলুখিনি কান্দি থকা চম্পিয়াৰ আগত থৈ কলে "বহি বহি বাকলিখিনি গুচা। নহলে আজি তোক....।"

দহ বছৰ বয়সৰ চম্পিয়াই জানে, তাই মোৰা আলুৰ বাকলিখিনি গুচাই মানে মাকে আহি বাৰ বাৰমান তাইৰ চুলিত ধৰি জোকাৰিবহি আৰু সৰু-সুৰা নানানটা দোষ ধৰি তাইক গালি পাৰিবহি ''ভৰি মেলি কিয় বহিছ নিলাজী।'' চম্পিয়াই মাকৰ খং কেনেকুৱা জানে।

বিৰজুৱে এই ছলতে অকণমান ভালৰি বোলাবলৈ চালে ''অ' মা, ময়ো বহি বহি বাকলি গুচাওঁনে?''

''নালাগে!'' মাকে ভেকাহি মাৰিলে, ''এটাৰ বাকলি গুচাওতে আৰু তিনিটা পেটত সোমাব। তই সিদ্ধুৰ ঘৈণীয়েকক কগৈ যে কেৰাহীটো এঘন্টাৰ কাৰণে খুজি নি এতিয়া ওভোতাই দিয়াৰ নাম নাই। যা সোনকালে।''

মুখখন ওন্দোলাই চোতালৰ পৰা ওলাই যাওতে বিৰজুৱে মোৰা আলু আৰু গুড় খিনিলৈ বাৰে বাৰে চাই গ'ল। চম্পিয়াই জপৰা চুলিখিনিৰ মাজেৰে মাকৰ ফালে এবাৰ চালে আৰু মাকে নেদেখাকৈ বিৰজুলৈ এটা মোৰা আলু দলিয়াই দিলে।... বিৰজু দৌৰ মাৰিলে।

সুৰুয দেৱতা ডুবিল। চাকি-বাতি জ্বলোৱাৰ সময় হ'ল। এতিয়াও গাড়ীখন.....''

চম্পিয়াই মাজতে কৈ উঠিল, ''কোয়ৰী টোলিত কোনেও গাড়ী নিদিয়ে, মা। বপাই (পিতাই) কৈছিল, মাৰক কবি সকলো ঠিক-ঠাক কৰি সাজু হৈ থাকিব।.... মই মালদহিয়া টোলিৰ মিয়াজানৰ গাড়ীখন আনিবলৈ গৈছোঁ।''

শুনাৰ লগে লগেই বিৰজুৰ মাকৰ মুখখন ভমককৈ জ্বলি উঠিল। যেন বন্দুকৰ ঘোৰাটোহে অকস্মাৎ পিচলি গ'ল। কোয়ৰী টোলিত গৈ গাড়ী খুজিবলৈ কোনে দিছিল? তেনেহলে হৈছে আৰু। পাব গাড়ী। যেতিয়া নিজৰ গাওঁখনৰ মানুহৰ চকুতে পানী নাই, তেতিয়া মালদহিয়া টোলিৰ মিয়াজানৰ গাড়ীৰ কি ভৰসা আছে? না আছে তিনিত, না আছে তেৰত। কি হ'ব এই মিঠা আলুবোৰৰ বাকলি গুচাই ? থৈ দে!... এইটো মতাই নি নাচ দেখুৱাবগৈ ! গৰু গাড়ীত তুলি নি নাচ দেখুৱাবলৈ লৈ যাব? হৈ গ'ল আমাৰ গৰু গাড়ীত উঠা,. হৈ গ'ল আমাৰ হিয়া জুৰাই নাচ চোৱা......খোজকাঢ়ি যোৱা আটাইবোৰেই চাগৈ সেইখিনি পাই এতিয়া মানে পুৰণি হ'লগৈ।

বিৰজুৱে সৰু কেৰাহী এটা মূৰত লুটিয়াই লৈ উভতি আহিল ''বাইদেউ চা, 'মলেটৰী' টপী পিন্ধিছো! ইয়াৰ ওপৰত দহবাৰ লাঠিৰ কোব মাৰিলেও একো নহয়, জান।''

চম্পিয়া মনে মনে বহি থাকিল, একো নামাতিলে। আনকি তাৰ কথা শুনি অকনো নাহাঁহিলেও। বিৰজুৱে বুজিলে যে মাকৰ খংটো এতিয়াও পূৰাদমে কমা নাই।

জুপুৰীটোৰ ভিতৰৰ পৰা ছাগলীটো বাহিৰ কৰি দি বিৰজুৰ মাকে বকবকাবলৈ ধৰিলে ''কাইলৈকে তোক পঞ্চকৌড়ি কচাইৰ হাতত গটাই দিম। কটা ৰাক্ষস। সকলো বস্তুতে মুখ লগাব। চম্পিয়া, বান্ধি থ ইয়াক। খুলি পেলা ডিঙিত অৰাঁ টিলিঙাটো। খালী

সকলো সময়তে ঘিটিং ঘিটিংকৈ থাকিব, মোৰ সহ্য নহয় এই মাতটো।”

‘ঘিটিং-ঘিটিং’ বুলি কোৱাৰ লগে লগেই বিৰজুৰ আলিয়েদি গৈ থকা গৰু গাড়ীবোৰলৈ মনত পৰিল “সেয়া বাবুৱান টেলিৰ গাড়ী গৈছে নাচ চাবলৈ। গৰুৰ ডিঙিত পিন্ধোৱা জুনুকাৰ জুনুক মাতটো তই শুনি...”

“বেছি বক্ বক্ কৰি নাথাকিবি!” ছাগলীটোৰ ডিঙিৰ টিলিঙা খুলি খুলি চম্পিয়াই কলে।

“চম্পিয়া, চৌকাটোত পানী ঢালি নুমুৱাই দে। বাপেৰ আহিলি কৈ দিবি নিজে উৰা জাহাজত গৈ নাচ চাই আহ্‌কগৈ। মোৰ নাচ চোৱাৰ চখ নাই।... মোক কোনেও নজগাবি, মোৰ মূৰ কামুৰিছে!”

জুপুৰীটোৰ চালিখনত বিৰজুৱে ফুচফুচাই বায়েকক সুধিলে “হয় নেকি বাইদেউ, নাচত উৰাজাহাজো উৰিব?”

ঢাৰি এখনৰ ওপৰত গাত কঠা মেৰিয়াই বহি থকা চম্পিয়াই বিৰজুক মনে মনে আহি তাইৰ ওচৰত বহি থাকিবলৈ ইঙ্গিত দিলে, নহলে বেচেৰাই এনেয়ে আকৌ মাৰ খাব।

বিৰজুৱে বায়েকৰ কঠাখনৰ এছোৱা গাত লবৰ বাবে টনাটনি কৰিলে। জাৰৰ দিনত এনেকৈ শুই হাড়ৰ কঁপনি মাৰিবলৈ গাৰ কাপোৰ টনাটনি কৰিবলৈ সি শিকিছে। সি চম্পিয়াৰ কাণৰ কাষলৈ মুখখন নি ফুচফুচাই সুধিলে “আমি আজি নাচ চাবলৈ নাযাওঁ নেকি? গাঁৱত এটা চৰাইচিৰিকতিও নাই। সকলো গৈছে।”

চম্পিয়াৰ এতিয়া অকণমানো ভৰসা নোহোৱা হ'ল। সাঁজৰ তৰা ডুবিবলৈ ধৰিলে। বপ্পা এতিয়াও গাড়ী লৈ উভতি নাহিল।.... এমাহ আগতেই মাকে কৈছিল, বলৰামপুৰত নাচ হোৱাৰ দিনা মিঠা আলুৰে ৰুটি কৰিব বুলি, চম্পিয়াই ছীল্কৰ শাড়ী পিন্ধিব আৰু বিৰজুৱে পেন্ট পিন্ধিব আৰু গৰুৰ গাড়ীত উঠি.....

চম্পিয়াৰ চকুৰ পৰা এটোপাল চকুপানী ওলাই আহিল।

বিৰজুৱো শোকে খুন্দা মাৰি ধৰিলে। সি মনতে অন্তৰ্যামী জিন বাবালৈ বুলি এটা বেঙেনা আগ কৰিলে, সি ৰোৱা গছজোপাত লগা প্ৰথম বেঙেনাটো।..... হে জিন বাবা, বপ্পাক তুমি এতিয়াই গাড়ীৰে সৈতে পঠিয়াই দিয়া।

জুপুৰীটোৰ ভিতৰত সিফালে বিৰজুৰ মাকে ঢাৰিৰ ওপৰত কাতি হৈ শুই আছিল। নাই নাই, প্ৰথমৰ পৰাই কেতিয়াও একো কথাতে আলাসত চাং পাতিব নাপায়। ঈশ্বৰে সেই চাং ভাঙি দিলে। প্ৰথমতে তাইৰ এতিয়া ঈশ্বৰকহে সুধিবৰ মন গৈছে, কি দোষৰ কাৰণে তুমি এইটো কৰিলা ভোলানাথ। যিমানবোৰ দেৱ-দেৱতাৰ নাম জানে সকলোকে মনত পেলাবলৈ তাই বাকী ৰখা নাই। যোৱাবাৰ মাটি জৰীপৰ সময়ত এনেকৈয়ে তাই সকলোবোৰ দেৱ-দেৱতাৰ নাম লৈছিল আৰু সঁচাকৈয়ে তাৰ ফলো পাইছিল। মহাবীৰজীৰ নামত কৰা উছৰ্গাখিনি দিবলৈ বাকীয়েই আছে। হে ভগবান, দায়-দোষ মৰিষণ কৰিবা,

ভোলানাথ। এইবাৰ বিৰজুৰ মাই তোমালৈ তাৰ দুগুণ মানস কৰিছোঁ।...

বিৰজুৰ মাকৰ মনটোত বৈ বৈ জঙ্গীৰ বোৱাৰীয়েকে কোৱা কথাবোৰ বাজি আছিল— ভক্ ভক্ বিজুলী বাতি।.... চোৰ-ডকাইতৰ জীয়েক-বোৱাৰীয়েকহঁতৰ বুকু নজ্বলি জ্বলিব কাৰ। বিৰজুৰ বাপেকে পাঁচ বিঘা মাটি আদায় কৰিবলৈহে পালে, গোটেই গাওঁখনৰ বংশ পৰিয়ালৰ চকুত টোপনি নোহোৱা হ'ল। মাটিত মৰাপাটৰ খেতি কৰিবলৈ ধৰা দেখি গাওঁখনৰ মানুহৰ বুকুৰ পোৰণি উঠিল বোলে ভূঁই ফালিহে পাট ওলাইছে, বহাগমহীয়া অহা বতাহ-বৰষুণৰ দৰেহে বাঢ়ি আহিছে পাট গছবোৰ, হেনহে হৈছে তেনহে হৈছে।.... ইমানবোৰ চকুচৰহা মানুহৰ জুই খেতিয়ে সহিব পাৰে নে ! য'ত পোন্ধৰ মোন পাই হ'ব লাগিছিল, তাত মাত্ৰ দহ মোনহে পাই ৰব্বী ভপতৰ কাটাৰ ওজনত উঠিল।...

ইয়াত জ্বলি পুৰি মৰিবৰ কি কথা আছে।.... বিৰজুৰ বপাইতো আগতেই কুমাৰ টোলিৰ প্ৰত্যেক মানুহকে বুজাই দিছিল

"গোটেই জনমটো এনেকৈ লোকৰ হৈ খাটিয়েই থাকিবি। জৰীপৰ সময় আহিছে। জোৰ-জবৰ দখল কৰিব পাৰ যদি দুই-চাৰি বিঘা মাটি নিজৰ হাতলৈ আহিব পাৰে।" সিমানেই! তাৰ বাহিৰে গাওঁখনৰ কোনো এজনী পুতেকৰ মূৰখাতীৰ গিৰিয়েকে জৰীপৰ সময়ত আনকি বাবু চাহাবৰ বিৰুদ্ধে কাঁহ এটাও মৰা নাই।.... বিৰজুৰ বপাই কমখিনি সহি থাকিবলগীয়া হোৱা নাই। বাবুচাহাবে খণ্ডত চাৰ্কাছৰ বাঘৰ দৰে গুজৰি আছিল আৰু তেওঁৰ ডাঙৰ পুতেকে আহি ঘৰটো জুই লগাই দিব বুলি ভাবুকি দি গৈছিলহি।.... পিচত বাবু চাহাবে তেওঁৰ সৰু ল'ৰাটোক পঠিয়াই দিছিল। সি বিৰজুৰ মাকক 'মাহী' বুলি মাতি কলেহি "এই মাটিখিনি দেউতাই মোৰ নামত কিনিছিল। ইয়াৰ লিখা-পঢ়া কাগজ-পত্ৰ সকলো মোৰ নামত আছে।" আৰু ক'তবোৰ কথা সি কৈছিল। মন মুহিব পৰাকৈ খুব কথা কব জানে ইমান সৰু ল'ৰাটোৱেও। জমিদাৰৰ ল'ৰাতো....।

চম্পিয়া, বিৰজুৰ টোপনি গ'ল নেকি? এই ফালে বিৰজু, ভিতৰলৈ আহ। চম্পিয়া তয়ো আহ। মানুহটো আজি আহক এবাৰ।"

বিৰজুক লৈ চম্পিয়া ভিতৰলৈ গ'ল। "চাকিটো নুমুৱাই থ।... তহঁতৰ বপা আহি মাতিলে কোনেও মাত নিদিবি। দুৱাৰ মুখৰ চটিখন নমাই দে।"

ভাল মানুহটো। মুখখন চোৱাচোন এনেকুৱা মতাটোৰ।... বিৰজুৰ মাকে দিনে ৰাতিয়ে তাৰ পিচত লাগি নথকা হলে ক'ত এই মাটি হ'লহেতেন। সি প্ৰত্যেক দিনে আহি মূৰে কপালে হাত থৈ বহি পৰেহি "মোক মাটি চাটি নালাগে অ' বিৰজুৰ মাক, মজুৰী কৰি খোৱাই ভাল।" তেতিয়া বিৰজুৰ মাকে বৰ ভাবি-চিন্তি উত্তৰ দিছিল "নালাগে দিয়া, তোমাৰ মনটোৰে স্থিৰতা নাই যেতিয়া লৈ কি হ'ব। বোলে বাহুবল যাৰ নাই, তাৰ মাটি আনে খায়।...."

বিৰজুৰ বাপেকলৈ উঠা খংটো ক্ৰমে চৰি যাব লাগিছে।... বিৰজুৰ মাকৰ ভাগ্যই বেয়া, নহলে এনেকুৱা গোবৰ-গনেশ গৃহস্থ পায়নে। কি সুখ-সম্ভোগ দিছে তাইৰ

গিৰিয়েকে। ঘানিত ঘূৰা গৰুৰ নিচিনাকৈ খাটি খাটি গোটেই বয়স এই মানুহটোৰ ইয়াতে গ'ল, কেতিয়াবা যদি এখন জেলেপীকে আনি তাইৰ হাতত দিলেহিঁতেন 'খা' বুলি!.... পাটখিনিৰ দামটো ভাগতৰ দোকানৰ পৰা লৈ বাহিৰে বাহিৰেই গুচি গ'ল গৰুহাল খেদি লৈ। বিৰজুৰ মাকক এবাৰ 'নম্বৰী লোট' (নম্বৰী নোট) চকুৰে চাবলৈও নিদিলে।..গৰু কিনি আনিলেগৈ। সেই দিনাৰে পৰা গাওঁখনত ঢাক-ঢোল বাজিবলৈ ধৰিলে বোলে এইবাৰ বিৰজুৰ মাকে গৰু গাড়ীত উঠি নাচ চাবলৈ যাব।.... এতিয়া আক' আনৰ গাড়ীক ভৰসা কৰিবলৈ গৈছে।.....

পিচলৈ বিৰজুৰ মাকৰ খংটো নিজৰ ওপৰতে হ'বলৈ ধৰিলে। তাই নিজেও জানো কম। তাইৰ নিজৰ জিভাখনতো জুই লাগক। গৰু গাড়ীত উঠি নাচ চাবলৈ হেপাহটোনো আপদীয়া সময়ত তাইৰ মুখৰ পৰা কিয় ওলাল, তাকো ভগবানেহে জানে। তাতে আকৌ আজি পুৱাৰে পৰা দুপৰীয়ালৈকে কথাৰ লাচতে কমেও ওঠৰবাৰ মান তাই গৰু গাড়ীত উঠি নাচ চাবলৈ যোৱাৰ কথাটোকে কৈ আছে।.... যা এতিয়া, নাচ চাগৈ ভালকৈ। নাচৰ কি মজা! ফটা কঠাৰ তলত দুবছৰৰ সপোন।.... কাইলৈ যেতিয়া পুৱাতে পানী আনিবলৈ যাব, তেতিয়া সেই পাতল জিভাৰ বেশ্যা কেইজনীয়ে আটায়ে হাঁহি ভেঙুচালি কৰি অহা-যোৱা কৰি থাকিব।..... সিহঁতক কোনেও সহ্য কৰিব নোৱাৰে, এৰা ভগবান বোলা অকাল কুষ্মাণ্ডটোৱেও।.... দুটা ল'ৰা-ছোৱালীৰ মাক হোৱাৰ পিচতো তাই আগৰ দৰেই হৈ আছে। তাইৰ গৃহস্থই তাই যি কয় তাকে শুনে। চুলিত তাই সদায় নাৰিকলৰ তেল ঘঁহে। তাইৰ নিজৰ মাটি আছে। আছেনে আন কাৰোবাৰ এচিকুট নিজৰ মাটি এই গাওঁখনত? নজ্বলিবনে? যোৱা আঘোন মাহত তিনি বিঘা মাটিত ধান ৰোৱা হৈছে। মানুহৰ মুখ নলগাকৈ বাচি থাকিলেহে পিচে।

বাহিৰ ফালে গৰুৰ ডিঙিত বন্ধা টিলিঙাৰ মাত শুনা গ'ল। তিনিওটাই কাণ থিয় কৰি শুনি থাকিল।

"আমাৰ নিজৰ গৰুহালৰ ঘন্টা সেয়া, নহয়নে চম্পিয়া?"

চম্পিয়া আৰু বিৰজুৱে প্ৰায় একেলগেই কৈ উঠিল "ওঁ—ওঁ—ওঁ।"

"চুপ!" মাকে বিৰজুক ফুচফুচাই কলে "লগতে গাড়ীও আছে যেন পাইছোঁ। ঘৰঘৰ শব্দ হোৱা নাইনে?"

"ওঁ—ওঁ—ওঁ!" দুয়োটাই আকৌ শব্দ কৰিলে।

"মনে মনে থাক। গাড়ী অনা নাই। চম্পী, তই চকোৱাখনৰ মাজেৰে জুমি চাই আহগৈচোন। মনে মনে যা, কোনেও দেখা নোপোৱাকৈ।"

চম্পিয়াই মেকুৰীৰ দৰে লাহে লাহে খোজ দি চকোৱাখনৰ ফাকেৰে জুমি চাই ঘূৰি আহিল "হয় মা, গাড়ীও আহিছে।"

বিৰজু একে জাপেই উঠি বহিল। মাকে তাক হাতখনত ধৰি আকৌ শুৱাই দিলে "মুখেৰে মাত নামাতিবি।"

চম্পিয়াও কাপোৰৰ তলত সোমাই পৰিল।

বাহিৰত গৰু গাড়ী খোলাৰ শব্দ হ'ল। বিৰজুৰ বাপেকে গৰুহালক ডাঙৰ ডাঙৰকৈ কোৱা শুনা গ'ল ''আহি পালি নহয় এতিয়া। ঘৰলৈ আহিবলৈ তৎ নোহোৱা হৈ পৰিছিল একেবাৰেই।''

বিৰজুৰ মাকৰ অনুমান হ'ল, মানুহটো নিশ্চয় মালদহীয়া টোলিত ভাঙৰ চিলিম টানি বহি আছিল। মাতটোৰেই কয় নহয়, কেনেকৈ কন্‌কনাই ওলাইছে।

''চম্পিয়া ঔ।'' বাপেকে বাহিৰৰ পৰাই মাতি কলে ''গৰুহালক ঘাঁহ দে অ' চম্পিয়া।''

ভিতৰৰ পৰা কাৰো সহাঁৰি নাহিল। চম্পিয়াৰ বাপেক চোতাললৈ আহি দেখিলে যে ঘৰটো এন্ধাৰ, চাকি-চুকা নুমোৱা, চৌকাও নুমোৱা।.... কথাটো কি! নাচ চাবলৈ উত্ৰাবল হৈ থাকি শেষত খোজকাঢ়িয়েই গুচি গ'ল নেকি?...

বিৰজুৰ ডিঙিটো সুৰসুৰাই আছিল আৰু সি সুৰসুৰণিটো চেপি ৰাখিবলৈ যিমান পাৰে চেষ্টা কৰি থাকিলেও তাৰ কাহ ওলাই গ'ল। এবাৰ ওলোৱা তাৰ কাহ পুৰা পাচ মিনিট ধৰি চলি থাকিল।

''বিৰজু-উ! অ বোপাই বিৰাজমোহন!'' বিৰজুৰ বাপেকে তাক চুমা এটা খাই কলে ''মাৰৰ খং উঠি শুই পৰিল হবলা?... হেৰ', এতিয়াও দেখোন মানুহ গৈয়েই আছে।''

বিৰজুৰ মাকৰ মন গ'ল, ভালকৈ চোকা উত্তৰ এটা দিয়ে, নাচায় নাচ, ঘূৰাই দিয়কগৈ গাড়ী।

''অ আই চম্পিয়া। উঠা নাই কিয়? হোঁ, ধানৰ এই পঞ্চসীহ ভালকৈ থৈ দে।'' এইবুলি ধানৰ সীহবোৰৰ সৰু খৰাহীটো নি চালিখনত থৈ কলে ''চাকিটো জ্বলা।''

বিৰজুৰ মাক উঠি চালিখনলৈ আহিল ''মাজৰাতি গাড়ী অনাৰ কি দৰকাৰ আছিল? নাচ চাগৈ এতিয়া শেষেই হ'ল।''

চাকিটোৰ পোহৰত ধানৰ সীহখিনি দেখা পাই বিৰজুৰ মাকৰ মনৰ মলিবোৰ সকলো নিকা হৈ গ'ল।.... ধানৰ ৰঙে তাইৰ সমস্ত দেহ-মন টৌৱাই দিলে।

''নাচ চাগৈ এতিয়াও আৰম্ভই হোৱা নাই। এইমাত্ৰ বলৰামপুৰৰ বাবুৰ কোম্পানী গাড়ীয়ে মোহন হোটেল বঙলাৰ পৰা হাকিম চাহাবক আনিবলৈ গৈছে। এই বছৰৰ এইটোৰেই শেষ নাচ।.... যা পঞ্চসীহ খিনি চকোৱা খনত খুচি থগৈ, আমাৰ নিজৰ খেতিৰ ধান।''

''নিজৰ খেতিৰ?'' উল্লাসিত হৈ বিৰজুৰ মাকে সুধিলে ''ধান পকিল?''

''নাই পকা, আৰু দহ দিনৰ পিচত আঘোন শেষ হোৱাৰ লগে লগে গোটেই ধানৰ থোকবোৰ পকি ৰঙচুৱা হৈ ওলমি পৰিব।.... মালদহীয়া টোলিলৈ গৈছিলো, বাটতে নিজৰ খেতিৰ ধাননি দেখি চকু জুৰাই গ'ল। সঁচাকৈ কৈছো দেই, ধানৰ সীহখিনি তুলিবৰ সময়ত

মোৰ হাতৰ আঙুলিবোৰ যেনেকৈ কঁপিছিল!"

বিৰজুৱে ধানৰ সীহৰ পৰা ধান এটা ছিঙি আনি মুখত দিলে আৰু তাকে দেখি তাৰ মাকে মৰমৰ দাবি এটা দি কলে "কি খকুৱা অ' এইটো!..... এই শতৰুবোৰৰ পৰা নিয়ম-ধৰম একো ৰক্ষা নপৰে।"

"হ'ল কি? গালি পাৰিছ কিয়?"

"ন চাউলৰ ভাত খোৱাৰ আগতেই ন ধান চুৱা কৰিলে, দেখা নাই?"

"হেৰ' ইহঁতে কৰিলে একো দোষ নালাগে। দেও ল'ৰা-ছোৱালী। মাত্ৰ ইহঁত দুটাক আমাৰ ন-খোৱাৰ আগতে নতুন চাউল নুখুৱাবি।"

বাপেকৰ মুখৰ কথাখিনি শুনাৰ পিচত চম্পিয়ায়ো খৰাহীটোৰ পৰা ধানৰ সীহ এটা তুলি লৈ দুটা ধান ছিঙি চোবালে "অ' মা! ইমান সোৱাদ।"

"আৰু ভাল গোন্ধায়ো, নহয় নে বাইদেউ।" বিৰজুৱে মুখত আৰু কেইটামান ধান ভৰালে।

"ৰুটি-ফুটি কৰিলি নে নাই?"

বিৰজুৰ বাপেকে খবৰ কৰিলে।

"নাই কৰা।" বিৰজুৰ মাকে মুখখন ওফোন্দাই জনালে"যোৱাৰেই একো ঠিক নাই..... আকৌ ৰুটি কৰাৰ কথা।"

"বেছতো তইঁত।.... যাৰ হাতত গৰু আছে তাক গাড়ী নিদিয়ে কোনে? গাড়ী থকাবোৰৰো কেতিয়াবা গৰুৰ দৰকাৰ হ'ব.... তেনেহলে সুধিম কোয়াৰী টোলিৰ গাড়ীথকাবোৰক বাৰু!... যা এতিয়া, খৰধৰকৈ ৰুটি বনাই ল।"

"দেৰি নহব জানো?"

"হেৰৌ, তই দেখোন এপাচি ৰুটি চকুৰ পচাৰতে বনাব, এতিয়া পাচখন ৰুটি কৰিবলৈ কিমান সময় লাগে ?"

বিৰজুৰ মাকৰ মুখখন এতিয়াহে হাঁহিত পোহৰ হ'ল। কেৰাহিকৈ চাই দেখিলে যে বিৰজুৰ বাপেকে তাইৰ ফালেই একেথৰে চাই আছে।.... চম্পিয়া আৰু বিৰজু ওচৰত নথকা হলে মনৰ কথাবোৰ সৰি পৰিবলৈ বাকী নাথাকিলহেঁতেন। চম্পিয়া আৰু বিৰজুৱে ইটোৱে সিটোৰ মুখলৈ চাই আনন্দত পাৰ নোপোৱা হ'ল "মাই এনেয়ে খং কৰি আছিল, নহয়?"

"চম্পি, অকণমান আগফালে থিয় দি মখনী পেহীক মাত দেগৈচোন।"

"অ' পে—হী—ইই।.... পেহী, শুনিছানে? মাই তোক মাতিছে।"

পেহীয়ে পোনপটীয়াকৈ একো উত্তৰ নিদিলে; কিন্তু ভোৰভোৰণি স্পষ্ট শুনা গ'ল "ওঁ, এতিয়া পেহীক কিয় লাগে! গোটেই চুবুৰীটোত মাত্ৰ এজনী পেহীকহে নাকী আৰু পঘা লগাই থোৱা নাই।"

"হৈছে পেহী!" বিৰজুৰ মাকে হাঁহি হাঁহি উত্তৰ দিলে, "অথনি তেনেকৈ কওঁতে বেয়া পালা পেহী? নাকী আৰু পঘা লগাই যোৱা মানুহটোক আহি চাই যোৱাহি. এতিয়া মাজ নিশা গাড়ী লৈ ওলাইছেহি। আহাচোন পেহী, মই মোৱা আলুৰ ৰুটি কৰিব নাজানো।"

পেহী কাহি কাহি আহিল "তইক মই দিন-পোহৰ থাকোতেই সুধিছিলো নাচ চাবলৈ যায় নে নাযায়। মোক কলে মই আগতেই আহি ইয়াতে জুহাল পাতি লৈ বহি থাকিলোহেঁতেন।"

বিৰজুৰ মাকে পেহীক জুহাললৈ দেখুৱাই কলে, "ঘৰত শইচ কেইটাৰ বাহিৰে একো নাই। ছাগলীটো আৰু কেইটামান বাচন-বৰ্তন আছে। গোটেই ৰাতিটোৰ জোখাৰে ইয়াতে ধপাত থৈ গৈছোঁ। তুমি তোমাৰ হোঁকাটো আনিছা নহয়, পেহী?"

পেহীয়ে ধপাতখিনি পালে এটা ৰাতি কিয় পাঁচ ৰাতিও বহি বহি জুহালত গা সেকি কটাই দিব পাৰে। পেহীয়ে আন্ধাৰতে খেপিয়াই ধপাতখিনিৰ আন্দাজ কৰিলে।.... "আহ বাচা! একেবাৰে হাত উবুৰিয়াই ধপাত দি থৈ গৈছে বিৰজুৰ মাকে। আৰু এজনী হৈছে চাহুৱানী। এয়াহে! সেইদিনা ৰাতি কানিৰ লদাৰ দৰে ধপাতৰ মটৰ গুটি এসোপা ভৰাই থৈ গুচি গ'ল গোলাপবাগৰ মেলা চাবলৈ। মোক মাথোন কৈ গ'ল টেমাটোত ধপাত আছে বুলি।

বিৰজুৰ মাকে চৌকাটো জ্বলালে। চম্পিয়াই মোৱা আলুখিনি খচি লৈ লাড়ু বনোৱাত লাগিল। বিৰজুৱে মূৰৰ ওপৰত কেৰাহীটো ওলোটাকৈ লৈ বাপেকক দেখুৱাবলৈ ধৰিলে "মলেটৰী টুপী! ইয়াৰ ওপৰত লাঠিৰ দহটা কোব মাৰিলেও একো নহয়।"

আটাইকেইটাই ডাঙৰকৈ হাঁহি দিলে।

হাঁহি হাঁহিয়েই বিৰজুৰ মাকে কলে "খোৱা চাঙতে তিনি-চাৰিটামান মোৱা আলু আছে, সেইকেইটা বিৰজুক দে চম্পিয়া, বেচেৰাই সন্ধিয়াৰ পৰাই......"

"বেচেৰা বুলি তাক নকবি মা, সি খুব চালাক!" চম্পিয়াই কলে, "তইতো নাজান, কঠাখনৰ তল সোমাই বাবু চাহাবৰ মুখখনে কি কৰি অছিল?"

"হি-হি-হি-হি!"

পিয়াহ খোৱা দাঁত সৰা মুখখন মেলি বিৰজুৱে খিলখিলাই কলে "বিলেক্ মাৰটিনত (ব্লেক্ মাৰ্কেট) পাঁচটা মোৱা আলু খালো! হা-হা-হা!"

সকলোৱেই হাঁহিলে। বিৰজুৰ মাকে পেহীক ভালৰি বোলাবলৈ সুধিলে "গুড় অকণমান আছে। আধাখিনিমান ইয়াতে ঢালি দিওঁনে?"

পেহীয়ে গদ গদ হৈ কলে "মিঠা আলু এনেয়ে সোৱাদ, সিমানখিনি কেলেই দিব লাগিছে!"

ইতিমধ্যে দুয়োটা গৰুৱে দানা-পানী খাই উঠি ইটোৱে সিটোৰ গা চেলেকি থাকে

মানে বিৰজুৰ মাক পিন্ধি-উৰি ওলাল। চম্পিয়াই ছীন্কৰ শাড়ী পিন্ধি ল'লে আৰু বিৰজুৰ পেন্টত বুটাম নোহোৱা বাবে মৰাপাটৰ ৰচি এডাল কঁকালত বান্ধি দিলে।

বিৰজুৰ মাক চোতাললৈ নামি আহি গাওঁখনৰ কৰবাত কাৰোবাৰ মাত শুনে নেকি কাণ পাতিবলৈ চেষ্টা কৰিলে "ওহোঁ, ইমান ৰাতিলৈকে খোজকাঢ়ি যোৱা কোননো ৰৈ থাকিব?"

পূৰ্ণিমাৰ জোনটো মূৰৰ ওপৰ পাইছেহি।.... বিৰজুৰ মাকে আচল ৰূপেৰে গঢ়া কপালীডাল মূৰত পিন্ধি লৈছে আজি, আজিয়েই প্ৰথম পিন্ধিলে। বিৰজুৰ বপ্পাৰ যে আজি কি হৈছে! গাড়ী জোটাই নাই কিয়, খালী মুখলৈকে একেথৰে চাই আছে। যেন নাচৰ তামোল খাই ওঁঠ বোলোৱা কাৰোবাকহে....

গাড়ীত বহাৰ লগে লগেই বিৰজুৰ মাকৰ গাটোত কিবা এটাই সুৰসুৰাই গ'ল। গাড়ীখনৰ কাষৰ ডাঁৰত হাতেৰে ধৰি তাই কলে "গাড়ীত বহুত ঠাই আছে।... অলপ সোঁফালৰ বাটেৰে ঘূৰি বলাচোন।"

গৰুহালে যেতিয়া দৌৰি যাবলৈ ধৰিলে আৰু গাড়ীৰ চকাকেইটায়ো ঘৰ্ ঘৰ্ কৰিলে, তেতিয়া বিৰজুকো ধৰি ৰাখিব নোৱাৰা হ'ল "উৰা জাহাজৰ নিচিনাকৈ উৰাই নে বপ্পা?"

গাড়ী গৈ জঙ্গীহঁতৰ ঘৰৰ ওচৰ পালেগৈ।

বিৰজুৰ মাকে কলে "জঙ্গীক অলপ সোধাচোন, বোৱাৰীয়েকজনী নাচ চাবলৈ গ'ল নে নাই?"

পিচে গাড়ী গৈ ৰোৱাৰ লগে লগে জঙ্গীৰ জুপুৰীটোৰ ভিতৰত কোনোবাই কান্দি থকা ভালকৈ শুনিবলৈ পোৱা গ;ল। বিৰজুৰ বাপেকে সুধিলে 'হেৰ' জঙ্গী, চোতালত এইদৰে কন্দা-কটা লাগিছে কিয়?"

জঙ্গীৰ জ্বৰ উঠি আছিল। কলে "কিনো কবি। বঙ্গী বলৰামপুৰৰ পৰা ঘূৰি অহাই নাই এতিয়ালৈকে। বোৱাৰী এতিয়া কেনেকৈ যায় নাচ চাবলৈ! বাট চাওঁতে চাওতে ইফালে গাঁৱৰ আটাইবোৰ তিৰোতা মানুহ গৈ অন্ত হ'ল।"

"হয়ে 'টিচনৱালী' (ষ্টচনৰ ছোৱালী), তই আক' কান্দিছ কিয়? বিৰজুৰ মাকে চিএঁৰি কলে, "যা ফট্‌কৰে কাপোৰ পিন্ধি আহগৈ। গোটেইখন গাড়ী উদং হৈ পৰি আছে। বেচেৰী! আহ্ আহ্ সোনকালে।"

কাষৰ জুপুৰীটোৰ পৰা ৰাধেৰ জীয়েক সুনৰীয়ে সুধিলে "খুড়ী, গাড়ীত ঠাই হবনে? ময়ো যাও।"

বাহঁগছবোৰৰ সিফাললৈ লৰেণা টেকেলাৰ ঘৰ। তাৰ ঘৈণীয়েকো নাচ চাবলৈ যোৱা নাই। গিল্টী কৰা গহণা পিন্ধি জকজকাই তাই আহি আছে।

"আহ আহ! যিমানবোৰ থাকি গলিহঁত সকলো ওলাই আহ সোনকালে।"

জঙ্গীৰ বোৱাৰীয়েক, লৰেণাৰ ঘৈনীয়েক আৰ ৰাধেৰ জীয়েক সুনৰী তিনিওজনী গাড়ীৰ ওচৰ চাপি আহিল।

গৰু এটাই পিচ ঠেংটো মাৰি পঠিয়ালে। তাকে দেখি বিৰজুৰ বাপেকে গৰুটোক গালি পাৰিলে "চালা, লাঠি মাৰি বোৱাৰীৰ ভৰি ভাঙিব খুজিছ নেকি?"

আটাইবোৰে কথাটোত হাঁহি দিলে। বিৰজুৰ বাপেকে ওৰণি লোৱা দুইজনী বোৱাৰীক চালে। লগে লগে তাৰ পথাৰত দোঁ খাই থকা ধানৰ থোকবোৰলৈ মনত পৰি গ'ল।

জঙ্গীৰ বোৱাৰী কইনা হৈ অহা মাত্ৰ তিনি মাহহে হৈছে। কইনা হৈ পিন্ধি অহা ৰঙিন শাড়ীখনৰ পৰা তেল আৰু সেন্দুৰৰ গোন্ধ এটা ভাহি আহিছে। বিৰজুৰ মাকৰ নিজে কইনা হৈ অহাৰ দিনটোৰকথা মনত পৰিল। কাপোৰৰ টোপোলাটো খুলি তিনিখন ৰুটি উলিয়াই কলে "হোঁ, তিনিওজনীয়ে এখন খা। খাওতে বাটত চৰকাৰী কুৱাৰ পৰা পানী খাই লবিহঁক।"

গাড়ী গাঁৱৰ বাহিৰ ওলাই ধাননিৰ কাষে কাষে যাবলৈ ধৰিলে। কাতিমহীয়া জোনাক ৰাতি।... গুটি ধৰা ধাননি পথাৰৰ পৰা মলমলীয়া গোন্ধ এটা আহি আছে। বাহনিৰ মাজত কৰবাত বন দবৰৰ লতা ফুলিছে। জঙ্গীৰ বোৱাৰীয়েকে বিড়ি এটা জ্বলাই লৈ বিৰজুৰ মাকৰ হাতলৈ দিলে। বিৰজুৰ মাকৰ অকস্মাতে মনত পৰি গ'ল যে চম্পিয়া, সুন্দৰী লৰেণাৰ ঘৈনীয়েক আৰু জঙ্গীৰ বোৱাৰীয়েক এই চাৰিওজনীয়েই দেখোন বাইস্কোপৰ গান গাব জনা ছোৱালী গাওঁখনত।..... গায়ো বেচ।

গাড়ী এইবাৰ ধাননি পথাৰৰ মাজেৰে গৈছে। কেউফালে নতুন কইনাৰ শাড়ীৰ খমখমনিৰ দৰে শব্দবোৰ ভাঁহি আহিছে।.... বিৰজুৰ মাকৰ মূৰত থকা ৰূপৰ কপালীছটাত জোনাক আহি ছিটিকি পৰিছে।

"বাৰু, এতিয়া বাইস্কোপৰ গান এটা গাচোন, চম্পিয়া।.... ভয় কৰিছ কেলেই। কৰবাত ভুল কৰিলে ওচৰতে মাষ্টৰনী বহি আছেই দেখোন।"

অকল দুইজনী বোৱাৰীয়েই নহয় চম্পিয়া আৰু সুনৰীয়েও কাহি ডিঙি পৰিষ্কাৰ কৰি ললে।

বিৰজুৰ বাপেকে গৰুহালক উৎসাহিত কৰিলে "বল ভাইহঁত, আৰু ফূৰ্তিৰে বল।.... গা অ' চম্পিয়া, নহলে মই গৰুক লাহে লাহে গৈ থাকিবলৈহে ক'ম।"

জঙ্গীৰ বোৱাৰীয়েকে চম্পিয়াৰ কাণৰ কাষলৈ ওৰণিখন নি কিবা ফুচফুচাই কলে আৰু তাৰ পিচত চম্পিয়াই লাহে লাহে আৰম্ভ কৰিলে "চন্দা কী চান্দনী..."

বিৰজুক কোলাত লৈ বহি থকা মাকৰ এনেহে লাগিল যেন তায়ো সিহঁতৰ লগে লগে গাব।

বিৰজুৰ মাকে জঙ্গীৰ বোৱাৰীয়েকৰ ফালে চাই দেখিলে তায়ো লাহে লাহে গুণগুণাই আছে। কেনে মৰম লগা বোৱাৰী। কইনা হৈ পিন্ধি অহা তাইৰ সাজযোৰৰ পৰা এটা সুন্দৰ গোন্ধ আহিছে। তাই সচাঁ কথাইতো কৈছে । বিৰজুৰ মাক— বেগমেই, পাণ খাই ৰঙা হৈ থকা বেগম। এইটো একো বেয়া কথা কোৱা নাই তাই। হয়, তাই নিজে সঁচাকৈয়ে পাণ খাই ৰঙা হোৱা বেগম।

বিৰজুৰ মাকে নিজৰ নাকটোৰ ওপৰত দুয়োটা চকুৰে চাবলৈ চেষ্টা কৰি নিজৰ ৰূপটোৰ অনুমান কৰিলে, জুমি চালে ৰঙা শাড়ীখনৰ জিলমিলাই থকা পাড়িটো, কপালীছটাৰ ওপৰৰ জোনৰ পোহৰখিনি।... বিৰজুৰ মাকৰ মনত এতিয়া আৰু একো হেপাহ নাই। তাইৰ টোপনি আহিছে।

(1957)

# নেপথ্যৰ অভিনেতা

মানুহজনক আগতেও পঞ্চাশবাৰ দেখিছিলোঁ যদিও সেইদিনা দেখা পাই বৰ আচৰিত হলোঁ। একেবাৰে চক্ খাই গলোঁ। এনে লাগিল যেন অবতৰীয়া কোনো ফুল বা ফলহে মই দেখিবলৈ পাইছোঁ। এই শাওঁণ-ভাদ মাহৰ গাজনিৰ সময়ত আৰু ধাৰাসাৰ বৰষুণৰ মাজত এওঁ ক'ৰ পৰা আহি ওলাল? কিয় আহিল?

অকল ময়েই নহয়, চিনাকি-অচিনাকি সকলোৱেই তেওঁক দেখা পাই স্তম্ভিত হৈ গ'ল। কোনো কোনোজনে তেওঁৰ মেজৰ ওচৰলৈ গৈ কিবা সুধিও লোৱা দেখিলোঁ আৰু মই ইয়াকো দেখা পালো যে তেওঁ সেইবোৰৰ উত্তৰ বৰ অনাটকীয় ভাবেৰে সৰুকৈ দি গৈছে। ফাৰবিসগঞ্জৰ এই সৰু চাহ দোকানখনত এখন বাহৰ চকীত মানুহজনক সেইদৰে বহি থকা দেখা পাই সকলোৱেই আচৰিত হোৱাৰ কাৰণটো অনুমান কৰাত মোৰ নিশ্চয় ভুল হোৱা নাই।

মনতে আন্দাজ কৰিলোঁ, মানুহজনক মই প্ৰায় ত্ৰিশ-একত্ৰিশ বছৰৰ আগতে দেখা পাইছিলোঁ, বোধহয় ১৯২৯ চন মানত। সেইবাৰেই মই প্ৰথম প্ৰথম গোলাপবাগৰ মেলাত উৰাজাহাজ দেখা পাইছিলোঁ বাবে চনটোৰ কথা এতিয়াও মোৰ মনত আছে। ১৯২৯ চনত মোৰ বয়স আছিল আঠ-ন বছৰমান। সেই বছৰ মেলাখনলৈ কলিকতাৰ পৰা বৰ বিখ্যাত থিয়েটাৰ কোম্পানী আহিছিল আৰু সেইবাবে মানুহৰ বৰ সমাগম হৈছিল। থিয়েটাৰৰ মঞ্চতে ৰেলগাড়ী অহা-যোৱা কৰাটো দেখুৱাছিল; ইঞ্জিনো আছিল, সুহুৰিও মাৰিছিল আৰু ধোঁৱাও উৰুৱাইছিল, আৰু লগতে ৰঙাহালধীয়া পোহৰৰ মাজত বহুত পৰীয়ে আহি নাচিছিল... আহ্!

জীৱনত সেইবাৰেই প্ৰথম থিয়েটাৰ দেখা পাই কিমান যে উত্তেজিত হৈ পৰিছিলোঁ সেই কথা আজিও মোৰ মনত আছে। কি আচৰিত!

কিন্তু স্কুল খোলাৰ পিচত মোৰ লগত একেলগে পঢ়া বকুল বেনাৰ্জীয়ে মোক একো নজনা যেন কৰি দিলে। সিও মোৰ সমানেই আঠ-ন বছৰ বয়সৰ হলেও বহুত কথা জানিছিল আৰু কবলৈ গলে জন্মতে আছিল আৰ্ট ক্ৰিটিক্। সি কোৱা সেই থিয়েটাৰ কোম্পানীটো হৈছে নকল কোম্পানীহে। তাৰ আগৰ বছৰ নাগেশ্বৰ বাগত যিটো আচল কোম্পানীয়ে অভিনয় কৰিছিল তাৰ পৰা ওলাই অহা মানুহবোৰক লৈহে এই কোম্পানীটো হৈছে। কিন্তু বকুলে মোক উদাসীন যেন দেখি আকৌ কলে "অৱশ্যে এইটো কোম্পানীৰো

এটা কথা কবলৈ আছে। ইয়াত যিটো মানুহে ৰেলৰে পৰ্টাৰৰ ভাও দিছে সেই একেটা মানুহেই নাগেশ্বৰবাগ মেলাৰ কোম্পানীৰ থিয়েটাৰতো সেই পৰ্টাৰৰ ভাওকে দিছিল, যেনে ধৰ ওৱেটিং ৰুমত শুই থকা গুণ্ডাক মাৰিছিল আৰু ছুৰীৰে.... সেই কথাবোৰতো আৰু নকল বুলি তই কব নোৱাৰ!''

সেই সকলোবোৰ কথা আজিও মোৰ মনত আছে..... গোলাপবাগৰ মেলা.... পঞ্জাৱ মেলৰ ৰেলৰে পৰ্টাৰ... গুণ্ডাক হত্যা.... বকুলৰ কথাবোৰ....

তাৰ প্ৰায় চাৰি কি পাঁচ বছৰমানৰ পিচত সিংহেশ্বৰ মেলালৈ অহা উমাকান্ত ঝা কোম্পানীত এই মানুহজনক আকৌ দেখা পালোঁ। 'বিশ্বমঙ্গল' নাটকত চিন্তাবাইৰ মজলিছত এজন বৰাগীৰ ভাওত, গাইছিল 'অ' মোৰ দেহৰ পিঞ্জৰাত আছে জীৱৰ পখী' বুলি। কি সুন্দৰ আছিল মাততো! গোলাপবাগৰ কোম্পানীটোৰ অভিনয়ত গুণ্ডাক হত্যা কৰা মানুহটো অৰ্থাৎ হত্যাকাৰীৰ পাৰ্ট কৰা মানুহটোৱেই এতিয়া গেৰুৱা বসন পিন্ধি বৰগীৰ বেশত ওলাইছে।

মানুহজনে নিজৰ মাততো বেছি সময় লুকুৱাই ৰাখিব নোৱাৰিলে, মই ফটকৰে চিনি পালোঁ। কিন্তু যেতিয়া তেওঁ পাৰ্ছী নাটক এখনৰ দৃশ্য এটাৰ ভাওত কবিত্ব কৰি কৈছিল ''মৃদঙ্গই বোলে ধিক ধিক, মঞ্জিৰাই সোধে কাক কাক? এওঁক- এওঁক-এওঁক!.... তেতিয়া মোৰ মনত আৰু অকনো সন্দেহ নাছিল। একেবাৰে পৰিষ্কাৰ চিনিপেলালোঁ বৰাগীক হয় সেইজনেই যি গোলাপবাগৰ থিয়টাৰত ওৱেটিং ৰুমত শুই থকা গুণ্ডা এটা ছুৰীৰে হত্যা কৰিবলৈ লৈ নিজৰ কঁপি থকা হাতখন আৰু ছুৰীলৈ চাই চাই পগলাৰ দৰে প্ৰলাপ বকিছিল 'কিয় কঁপি উঠিছ মোৰ হাত! তইতো তোৰ মালিকৰ হুকুম পালন কৰিবলৈকে আছ। যা এতিয়াও তোৰ কাম কৰ!' আৰু তাৰ পিচতেই ডুগীটোত বৰ জোৰে চাপৰ মৰাৰ এটা শব্দ হ'ল আৰু সকলো আতঙ্কিত হ'ল। এই সকলো কথা মোৰ মনত আছে।

ইয়াৰ পিচত পুনৰ তৃতীয়বাৰ দেখা পালোঁ আদ্যাপ্ৰসাদৰ নাটক কোম্পানীৰ 'শ্ৰীমতী মঞ্জৰী' নাটকৰ অভিনয়। তাত এজন ইংৰাজ জৰ্জৰ ভাও লৈ আদালতৰ মেজত হাতুৰিৰ শব্দ কৰি সকলোকে মনে মনে থাকিবলৈ কৈ এইবুলি কৈছিল 'ওৱেল মোঞ্জৰীবাই! হাম টুমকো সিড়ীমতী মোঞ্জৰী কা খেটাব ডেটা হাই। আজ সে টুমকো সিড়ীমতী মোঞ্জৰী বোলেগা! হম বোলেগা,সব বোলেগা, সমঝা?'' আৰু এই দৃশ্যটো হৈ যোৱাৰ ক্ষন্তেক পিচতে সেই গীতটো গাই গাই ষ্টেজলৈ আহিছিল 'অ' মোৰ দেহাৰে পিঞ্জৰাত....' আগৰ ধৰণটোৰে।

মানুহজনক চিনি পোৱাত মোৰ অকণো ভুল হোৱা নাই। সকলো ঠাইতে তেওঁক চিনি পাব।

তেওঁ দোকানৰ চকীখনত বহি আছিল যদিও তেওঁৰ মনটো আছিল আন কৰবাত,

উদাস হৈ, আঁতৰি আৰু নিজতে বিভোৰ হৈ। ওন্দোলাই অহা মেঘৰ ফালে বহু সময় একেথৰে চাই আছিল। তেওঁ... তেওঁ... হত্যাকাৰী পৰ্টাৰ, বৰাগী... ইংৰাজ র্জজ... উপদেষ্টা.... চিপাহী... ডকাইত... অন্ধ... ফকীৰ.... ইত্যাদি ইত্যাদি সকলোৱেই এজনেই ব্যক্তি..... মাথোন এজন ব্যক্তি।

ইমান সময়ৰ পিচত মোৰ চকু তেওঁ পিন্ধি থকা বুশ্বচাৰ্টটোৰ ওপৰত পৰিল। চাৰ্টটোত কাৰ্টুনৰ ছাব, মলিয়ন হৈছে। ভৰিত নতুন ডিজাইনৰ চেন্দেল, ফটা। হঠাৎ সম্বিত পাই তেওঁ চাহ দিয়া ল'ৰাটোক কলে "এই এইফালেও এজনক...।" তেওঁৰ সেই মাতটো শুনি বুজাত বিন্দুমাত্ৰ অসুবিধা নহলে যে সেই হত্যাকাৰী পৰ্টাৰ, আতংক সৃষ্টিকাৰী ভয়ানক ডকাইত, ইংৰাজ বিচাৰক অথবা ধীৰ-স্থিৰ উপদেষ্টা আদিৰ ভাও দিয়া মানুহজন এতিয়া বুঢ়া হ'ল।

মনত পৰিল, এবাৰ ফাৰবিসগঞ্জৰ মেলাত এটা থিয়েটাৰ দলৰ কেইজনমান অভিনেতাৰ পিচে পিচে বহুত সময় ঘূৰি ফুৰিছিলোঁ। তেওঁলোক গৈ এখন তামোলৰ দোকানত থিয় হ'লগৈ, ময়ো পিচতে থিয় হলোঁগৈ। দলটোত বহুতো আছিল। লাইলা, মজনু আৰু ফৰহাদ, ৰজা, ডকাইতৰ হাতৰ পৰা ৰাজকুমাৰীক বচোৱা ৰাজকুমাৰ আৰু দৰকাৰ হলে কটোৱালৰ ভাও দিয়া আৰু 'দেহাৰে পিঞ্জৰাত' গোৱাজনো। মই পিচফালে থিয় হৈ থকা দেখি এই পিচৰজনে কলে, "কি অ' ল'ৰা, এনেকৈ পিচে পিচে কিয় ঘূৰি ফুৰিছ? তই আমাৰ পকেট মাৰিব খুজিছ নেকি?"

সেই সৰু কালতেই মোৰ মনে আত্মসন্মানৰ প্ৰতি আঘাত কৰা এই কথাষাৰ বুজি পালে। তেতিয়াই মোৰ অহংটো জাগি উঠিল। মই টানকৈ উত্তৰ দিলো "আপোনাৰ পকেট মাৰিবলৈ পকেটত আছেনো কি?"

"কিয়?" তেওঁ থতমত খাই কলে, "মোৰ পকেট খালী বুলি তই কেনেকৈ জানিলি?"

সেই সময়ত মই স্কুলৰ সকলোতকৈ ওপৰ ক্লাছত পঢ়িছিলোঁ যদিও আৰু মাষ্টৰে কোৱামতে যি কোনো অচিনাকি লোকৰ সৈতে ইংৰাজীতে কথা পতাৰ অভ্যাস কৰিছিলোঁ যদিও, মই পোনপটীয়া ভাবেই কৈ পেলালোঁ "কিয়, ৰাতি যে ভিক্ষা খুজিছিল "তোমাৰ মঙ্গল হওঁক' বুলি!"

আটাইকেইজনে হাঁহি উঠি কলে"ল'ৰা বৰ টেঙৰ দেই।"

তেতিয়া মই ইংৰাজীত বেচকৈ শুনাই দিব লগা হ'ল 'ইউ ছী মিষ্টাৰ ৰেলৱে পৰ্টাৰ এক্টৰ, ডন্ট্ ছে মি ছোকৰা, আই এম মেট্ৰিক ষ্টুডেন্ট, ইউ ন'?"

ইমান দিনৰ পুৰনা কথাবোৰ মনত পৰিলে মোৰ হাঁহি উঠি যায়। জানিবলৈ মন গৈছে মানুহজনে এতিয়াও বাৰু কোনোবা থিয়েটাৰ দলত কাম কৰি আছে নেকি? সেই একেদৰেই চাহাবী ডায়লগ মাতে নেকি? তেনেকৈয়ে এতিয়াও ওৱেটিং ৰুমত শুওৱা

লগত...... তেনেকৈয়ে....... তেনেকৈয়ে।

মোৰ ধ্যান ভঙ্গ হ'ল। তেওঁৰ চাহ খোৱা শেষ হৈছিল। তেওঁ আহি মই চাহ খাই থকা টেবুলখনৰ সন্মুখত থিয় হ'ল আৰু সুধিলে "আপুনি মোক চিনি পায় নেকি শেঠ?"

তেওঁৰ বাহুত ধৰি মই কলোঁ "মই কোনো শেঠ মহাজন নহওঁ, এজন নিঃকিন লোক। কওকচোন, আজিকালি আপুনি কোন কোম্পানীত আছে? এনেকুৱা এটা আবতৰীয়া সময়ত আপোনাক এই ঠাইত দেখি মোৰ আচৰিত লাগিছে।"

"চাহেব, আজিকালি ক'ত সেইবোৰ কোম্পানী আৰু কি আছে থিয়েটাৰ! সকলো খাই পেলালে ফিলিমে।" তেওঁ হাঁহিবলৈ এটা ব্যৰ্থ চেষ্টা কৰিলে।

"আপুনি কিমান কোম্পানীত কাম কৰিলে মুঠতে?"

"পোন্ধৰটাত চাহেব।" যেন মানুহজনৰ মনত সকলোবোৰ সজাইহে থোৱা আছে। পিচ মুহূৰ্ততে তেওঁ মোৰ পিনে এটা শূণ্য দৃষ্টি পেলাই আকৌ কলে "নবছৰ বয়সতে প্ৰথম ষ্টেজত উঠিছিলোঁ,কৃষ্ণৰ ভাৰত।"

মই যেন মোৰ সন্মুখত কোনো অতীত যুগৰ এটা শেষ দৃশ্য দেখিবলৈ পাইছোঁ, মুছলিম ইতিহাসৰ অভিনয়ৰ এজন ভাগি পৰা অভিনেতাক। তেওঁলৈ চিগাৰেট এটা আগবঢ়াই দি সুধিলোঁ "পিচে এতিয়া কৰিছে কি আপুনি?"

তেওঁ অলপ সময় মোৰ মুখলৈ চাই থাকিল। তাৰ পিচত চিগাৰেটটো জ্বলাই কলে, "কি আৰু কৰিম চাহেব। কবিতাত আছে নহয়, প্ৰেমত মজি ঘৰ-বাৰী এৰিলো....." এইবুলি মানুহজনে হাঁহিবলৈ মিছা চেষ্টা এটা কৰিলে।

"দহ বছৰৰ মূৰত এই ঠাইলৈ আহিছোঁ। কি বুলি কয় মানুহে ওঁ মিথিলা দেশ। এই ঠাইখনত নাটক ভাল পোৱা বহুত মানুহ আছে। অৱশ্যে যোৱাবোৰতো ফিলিমলৈও গ'ল। কিন্তু তাত গৈ কোনেও ভাল নাপালে।" ইমানখিনি কৈ তেওঁ ইফালেসিফালে কেৰাহিকৈ চালে আৰু অনুগ্ৰহ বিচৰাৰ দৃষ্টিৰে মোৰ মুখলৈ চাই সৰুকৈ কলে "চাহেব, এক্সকিউজ মি, ফৰ লাষ্ট টু ডেজ আই এম হাংৰী, ভেৰী হাংৰী। খুজিবলৈ সাহ হোৱা নাই কাকো...."

তেওঁৰ এই ইংৰাজী ডায়লগ আৰুহে অনাটকীয় আছিল। মই কিবা কব খোজোতেই তেওঁ মোৰ আদেশ পালন কৰাৰ ভঙ্গীৰে কবলৈ ধৰিলে "আপুনি আদেশ দিলে মই কিবা কৰি দেখুৱাওঁ.... এতিয়াতো মোৰ এইখিনিয়েই সম্বল আছেগৈ। ড্ৰামাৰ পুৰণি কিবা ভাল লগা অভিনয় চাবলৈ মন থাকিলে কওক, মই এতিয়াই শুনাই দিওঁ। তেতিয়া মোৰ অন্তৰখনো অলপ পাতল হ'ব আৰু অলপ....।" কথাখিনি শেষ নকৰাকৈ তেওঁ গৈ কোন এটাত থোৱা এটাচী কেছটো লৰালৰিকৈ লৈ আহিল। তাৰ পৰা ক'লা বৰণৰ লুঙী এখন উলিয়াই লৈ মুখখন ঢাকিলে। তাৰ পিচত লুঙিৰ আঁৰকাপোৰখন দাঙি তৰোৱালৰ দৰে এক বিচিত্ৰ মুখভঙ্গী প্ৰদৰ্শন কৰিলে। মধ্যম স্বৰত তেওঁ জনালে "মই এতিয়া এজন উদাস আৰু হতাশ প্ৰেমিকৰ ডায়লগ মাতিম।" তাৰ পিচত এবাৰ কাহি লৈ কবলৈ ধৰিলে

"নিষ্ঠুৰ চপলা! এয়া তুমি কি কৰিলা! তুমি মোক হ[illegible]মাৰ কৰি দিলা। তু[illegible] নিষ্ঠুৰ। তুমি এই কাম কিয় কৰিলা, কিয় কৰিলা চপলা,... চ[illegible] ... আহ্ গুচি গলা তু[illegible]-[illegible]পলা। গুচি গ'লা তুমি মোক জ্বলা জুইত এৰি থৈ....।" ইয়াৰ পিচত সংকোচ কৰি তেওঁ মোক যিবোৰ বচন মাতিলে সেয়া মই কব নোৱাৰিম।

ইতিমধ্যে দোকানখনত কৌতুহলী মানুহে ভিৰ কৰি ধৰিছিলহি। চাৰিওফালৰ পৰা মানুহবোৰে চাবলৈ আৰম্ভ কৰিছিল। সকলোৰে চকুমুখত বিস্ময়ৰ ভাব। মানুহজনে তেওঁৰ মুখৰ ওপৰত লুঙিৰ আঁৰকাপোৰখন আকৌ পেলাই দিলে যেন তেওঁ গ্ৰীণৰুমলৈহে সোমাই গ'ল। এইবাৰ তেওঁ প্ৰকাণ্ড মোচ থকা চৰ্দাৰ এটাৰ ভাও দেখুৱাবলৈ আকৌ সেই গ্ৰীণৰুমৰ পৰা ওলাল। আঁৰকাপোৰখন দাঙি লৈ তেওঁ গৰ্জি উঠিল..... "অ'-ই বদমাচ, ক, ৰাজকুমাৰ ক'ত আছে? ক'ত আছে দগাবাজৰ পো-পোৱালিহঁত......"

এইখিনি নাটকীয় বচন হঠাৎ বাহুবল দেখুৱাই প্ৰকাশ কৰিবলৈ ধৰোতেই মানুহজনৰ মুখৰ পৰা বঙ্কোৱা দাঁতযোৰ চিটিকি বাহিৰ ওলাই আহিল।

এনেদৰেই মানুহজনে এটাৰ পিচত এটাকৈ বাৰটামান ভাও-ভঙ্গী দেখুৱালে আৰু নানা ধৰণেৰে পাৰ্ট মাতি শুনালে। শেষত মূৰৰ টুপীটো ভিক্ষাৰ পাত্ৰ কৰি লৈ তেওঁ মানুহবোৰলৈ চাই কলে 'হে দাতাসকল, আপোনালোকৰ লাখ লাখ গুণ ভাল হওক, এক অনা দুঅনা..... নহলে দুটা পইচাকে দি...."

মোৰ ভৰিহাল মাটিত লাগিল। কৰবাত দুখ পোৱাৰ দৰে এটা জিকাৰ খাই গ'ল। এই মানুহজনে তেওঁৰ কলা-শিল্পৰে কিমান যুগৰ পিচলৈ ওভোতাই নিছিল! মই আকৌ বৰ্তমানলৈ উলটি আহিলোঁ। দেখা পালোঁ, বকুল বেনাৰ্জীয়ে মোলৈকে চাই হাঁহি আছে।

বকুলে মানুহজনক টানকৈয়ে সুধিলে "পিচে এক্টৰ মশায়, কালি ইমান কষ্ট কৰি তুলি নিয়া চান্দাবোৰ কৰিলে কি? গোটেইবোৰ একে ৰাতিতে খাই শেষ কৰি পেলালে নেকি? বাহ্ মশায়!"

মোৰ সহপাঠী বন্ধু জন্মগত আৰ্ট ক্ৰিটিক বকুল বেনাৰ্জীয়ে আজিও ঠিক আগৰ দৰেই কলা আৰু কলাকাৰক চিনি উলিওৱাৰ চেষ্টা কৰিলে। তাৰ কোনো দিনে আৰু পৰিবৰ্ত্তন নহ'ল। মোলৈ চাই সি কলে "তয়ো এই মানুহটোৰ কথাত ভোল গলি? মোকো সি কালি কৈছিল 'ফৰ টু ডেজ আই এম্ হাংৰী' বুলি।"

কিয় কব নোৱাৰো এইবাৰ মই বকুলৰ কথাবোৰ শুনি অকনো ভাল নাপালোঁ। তাক মনে মনে থাকিবলৈ কৈ তাৰ কাণৰ ওচৰত মই ফুচফুচাই কলো "বকুল, এই মানুহজনৰ কঁপি থকা দেহটোৰ পিঞ্জৰাত পখীটোৱে যি কথা কৈ গ'ল, সেইবোৰ শুনি তোৰ মনত একো লগা নাইনে? সচাঁকৈয়ে কচোন।"

এইবাৰ বকুল যেন অবাক হ'ল। ক্ষন্তেক পৰ মনে মনে থাকি সি লাহে লাহে

কলে''একো যদি না[illegible]গই তেওঁনো কালি গোটেই দিনটো মানুহটোৰ পিচে পিচে ঘূৰি ভিক্ষা কৰিলোঁ? চা[illegible]নাটো ভিক্ষা কৰাই।'' সি এটা হুমুনিয়াহ এৰি পুনৰ কলে''কেনেকুৱা লাগিছে বুলিনো কওঁ? লাগিছে..... যেন তোৰ বা আন কোনো বন্ধুৰ লগত হোষ্টেলৰ পৰা পলাই গৈ গোটেই ৰাতিটো কৰবাত এখন থিয়েটাৰ চাবলৈহে গৈছোঁ।''

মই কলোঁ''এৰা বকুল, মোৰো ঠিক তেনেকুৱাই কিবা এটা লাগিছিল।''

ইয়াৰ মাজতে সেই বৃদ্ধ অভিনেতাজনে পুৰণি দিনৰ বিখ্যাত গীত এটাৰ প্ৰথম শাৰীটো গাবলৈ আৰম্ভ কৰিলেঃ

''পোহৰ হ'ল লুকাল পুৰত্তি তৰা
এৰা মোক গুচি যোৱা প্ৰিয়া।''

আকৌ এবাৰ আমাৰ মনৰ মাজত মেলাৰ বতৰে আহি নাচিবলৈ ধৰিলে।

(1960)

# টেবুল

মিছ দুৰ্বা দাস !

এতিয়া কেৱল মিছ দুৰ্বা দাস নহয়। মিছ দুৰ্বা দাস, এছিষ্টেন্ট ব্ৰাঞ্চ মেনেজাৰ, কন্টিনেন্টেল কস্মেটিকস এণ্ড দ্ৰাগছ লিঃ কলিকতা-বোম্বাই-দিল্লী-পাটনা। ব্ৰাঞ্চ পাটনা।

ব্ৰাঞ্চ অফিচটোৰ সকলোবোৰ ছেক্সনতে যোৱা সাত দিন ধৰি মাত্ৰ একেটাই কথাৰ আলোচনা হৈ আছে। আলোচনাৰ বিষয় হৈছে দুৰ্বা দাসৰ ভাগ্য। ডেটছপাছ ক্লাৰ্ক হৈ কোম্পানীত সোমাইছিল। তাৰ পিচত হ'ল হেডক্লাৰ্ক আৰু আঠ বছৰৰ পিচতে এছিষ্টেন্ট মেনেজাৰৰ এই নতুন পদ!

কেন্টিনৰ ছিৰিৰ ওচৰত বহি থকা জামাদাৰ অভিলাখৰামে নতুন বেহেৰা সিৰামদাসক শুনাই আছিল "মিছ চাহাবক মই ফৰক্ পিন্ধি থকাতে দেখিছিলোঁ। বৰ হিচাপী বঙালী বাবু এজনৰ ছোৱালী। এদিন যদি তই জাৰু দিবলৈ নাহিলি তেনেহলে তোৰ দৰমহা কাটিবই কাটিব। আৰু কব বোলে হাৰামী কৰি পইচা খাই কিয় হাড় গেলাব খুজিছ?"

মালীয়ে কলে, "তেনেহলে মিছ চাহাবক কৃপণৰ বংশ বুলি ক। কালি মেজৰ বাগৰ পৰা গোলাপ ফুল কিনি আনি বৰ যতন কৰি থোপা এটা বনাইছিলোঁ।

সেইটো কোঠাটোত দি আহিলোঁ ৰং মনেৰে। তেওঁ গোলাপৰ থোপাটো হাতত লৈ মিচিকিকৈ হাঁহি এটা মাৰি গুচি গ'ল।..... গোটেইখিনি আছিল 'বিলেক প্ৰিন্স' গোলাপ।"

জেনেৰেল ছেক্সনৰ পিয়ন সিঙ্গেশ্বৰ ৰামে আঁতৰৰ পৰা হাঁহি হাঁহি আছিল। কাৰণ সিও বুজিছিল যে আলোচনাটো মিছ চাহাবৰ বিষয়েই হ'ব। আহিয়েই সি খবৰটো দিলে'আজি গোটেই 'অফিচ কম্পলেট' হৈ গ'ল, আগতেই। আজি তক্তাও আঁৰি দিব "নেম পিলেট।"

"তেনেহলে আজিৰ পৰা আৰু তোৰ 'ডিপাট'ত নবহে?"

"তাত বহাজনো আহি গ'ল।..... বোম্বাইৰ পৰা, বৰ বাবু।"

সিঙ্গেশ্বৰে কেন্টিনৰ ফালে খোজ দিওতেই পিয়ন ইউনিয়নৰ চান্দা তুলি ফুৰা পিয়ন ভগৱতীপ্ৰসাদে তাক আগভেটি লৈ সুধিলে "এ-ই নেম্‌পিলেট- কম্পলেট। কোনফালে

যাৰ?... ডিপাটত মিছ চাহাবে আজি চাহ্-তাহ্ কিবা খুৱাবনে নে জয়জয় সীয়াৰাম?....''

সিদ্ধেশ্বৰে হাঁহি মাৰি কলে ''উ-উ! গুড় নহয় যে মাখিয়ে খাব। আমি কেকোৰাক খোৱাও দেখা নাই আৰু কেকোৰাই খোৱাও দেখা নাই। আজিলৈ থাওক দে।''

সঁচাকৈয়ে কবলৈ গলে, মিছ দুৰ্বা দাসে কাৰোবাক খুওৱা বা নিজেও খোৱা কোনেও দেখা নাই।

জেনেৰেল ছেক্সনটো য'ত দুৰ্বা দাস আগেয়ে বহিছিল আজি শূণ্য শূণ্য লাগিছে। চুকত বহিছিল হেডক্লাৰ্ক মিছ দুৰ্বা দাস। দেখিলে এনে লাগিছিল যেন ঘঁহি-পিহি বখা এটা ডাঙৰ টেবুল লেম্পহে তাত জ্বলি আছিল।..... আঠ বছৰ ধৰি সেই টেবুল লেম্পটো দুৰ্বা দাসৰ ৰূপদীপ একেটা পোহৰেৰে সেইখিনিতে জ্বলি আছিল, পুৱা দহ বজাৰ পৰা আবেলি পাঁচ বজালৈ। কেতিয়াবা কেতিয়াবা সন্ধিয়া সাত বজালৈও।

গোটেই দিনটোত তেওঁৰ কলিং বেলটো মাত্ৰ দুই-তিনিবাৰহে বাজিছিল, তেওঁ দুবাৰহে পানী খাইছিল। দুপৰীয়া আহাৰৰ সময়ত পাওদাৰৰ টেমাটোৰ সমান এটা টিফিন বক্সৰ পৰা এখন লিলি বিস্কুট উলিয়াই চোবাইছিল। কথা কৈছিল খুব কম। সকলো সময়তে মুখত হাঁহিটো লাগি আছিল। সকলোৱে কয় যে এই অদ্ভুত হাঁহিটোতেই লুকাই আছিল তেওঁৰ সকলো ঠাইৰে পৰা এই ছেক্সনলৈ এজনৰ পিচত এজনকৈ ঘাগু বাবু আহিছে। যিয়েই দুৰ্বা দাসৰ এই হাঁহিটোৰ বেয়া অৰ্থ কৰিছে, সিয়ে গৈছে। ত্ৰিপাঠী, সিংহা, লেডেৰা মুখাৰ্জী সকলোৱেই একেটা ভুলকে কৰিছিল, এফালৰ পৰা।

নবীনাপ্ৰসাদে অনাৱশ্যক ভাৱে কথা কৈ থকাৰ সময়ত লেজাৰ বহীখনৰ পাতবোৰ লুটিয়াই থকাৰ অভ্যাস। তেওঁ এতিয়া জিভাত আঙুলি লগাই সেই কামটো কৰি থাকিব নোৱাৰা বাবে মাত্ৰ দুপাতৰ বেছি লুটিয়াব পৰা নাই। কাৰণ মিছ দুৰ্বা দাসে লিখিতভাৱে এই কু-অভ্যাসটো এৰিবৰ বাবে সাৱধান কৰি দিছিল।

আজি নবীনাপ্ৰসাদে অতিশয় উৎসাহেৰে অনৰ্গল কথা কৈ আছে আৰু তেওঁৰ আঙুলিও আজি মেচিনৰ দৰে জিভালৈ গৈ বহীৰ পাট ধুমধাম লুটিওৱাত ব্যস্ত হৈ পৰিছে।..... ''কিহে ভাই! বৰ বাবু এতিয়া বৰ চাহাবৰ ৰুমত আছে নেকি?

ট্ৰান্সপৰ্ট ক্লাৰ্ক সেনে কলে ''বাৰু ভাই। মইতো হিন্দীৰ লিঙ্গ-চিঙ্গ একো নাজানোঁ.... কোৱাচোন এই মিছ দাসক... আই মিন... ছোট চাহাবক কি বুলিম? বৰ চাহাব... ছোট মেম বুলিতো ক'ব নোৱাৰিম।''

সকলোৱেই হাঁহি দিলে।

মিছ দুৰ্বা দাস হেডঁ ক্লাৰ্ক এবাৰ ট্ৰান্সপৰ্ট কোম্পানীত কাম কৰা এজন সেনৰ হিচাপ চেক কৰি কৈছিল ''হিচাপ ভুল হৈছে।'' তাৰ পিচত সেনক গোটেই দিনটো বহুৱাই হিচাপবোৰ কৰালে। পেট্ৰলৰ কুপনৰ পৰা আৰম্ভ কৰি অটোমোবাইল গেৰাজৰ বিল পৰ্যন্ত সকলো তন্নতন্নকৈ আকৌ পৰীক্ষা কৰোৱালে। সেনে চাৰে চাৰি বজাত যেতিয়া আকৌ হিচাপ দাখিল কৰিলে তেতিয়া আকৌ চকু ফুৰায়েই মিছ দুৰ্বা দাসে বিশুদ্ধ

বঙ্কিমচন্দ্ৰীয় বাংলাত কৈ উঠিল "আপনি দয়া কৰিয়া আপনাৰ ব্ৰহ্ম তালুতে ছাগঘৃত অনুলেপন কৰুণ, প্ৰত্যহ।"

পাৰ্চেজ ছেক্সনৰ ঝাই আধা নুমুৰাই থোৱা চিগাৰেটটো জ্বলাই লৈ কলে "এয়া জুলুম নহয় নে বাৰু?"

"কিয় জুলুম হ'ব?"

"এই কাৰণেই যে তিৰোতা মানুহে ৰাজত্ব কৰিব আৰু মতা মানুহে.... আমাৰ এযাৰ কথা আছে বোলে, 'যে ঘৰ মৌগী কৈল ঘৰুৱাৰ, সে ঘৰ বুঝু বন্টাঢাৰ....।"

সেনে কলে 'ঝা বাচা, তুমি ভানুসিংহৰ পদাৱলী গাইছা। হয়নে?"

সকলো কেইজন বাবুয়েই খলক লগাই হাঁহি দিলে। আজি নতুন বৰ বাবুৱে জইন কৰাৰ দিন। সকলোৰেই আদৰণি-জনোৱাৰ মুডত আছে।

"বৰ বাবু এতিয়ালৈকে বৰ চাহাবৰ চেম্বাৰত আছে নে ছোট চাহাবৰ,,,,,?"

চাপলুচ গুলচন মেহতাৰ শালমইনাৰে ভৰা শাওঁবৰনীয়া মুখখন ৰঙা পৰিছে। অৱসৰ উপলক্ষে বিদায় সম্ভাষণ জনাবলৈ তেওঁ বোধহয় কোনো অপ্ৰচলিত ইংৰাজী শব্দ মনতে বিচাৰি ফুৰিছিল। কিন্তু তেওঁ একো কব নোৱাৰিলে। বৰ বাবু নতুন বৰ বাবু অনুৰঞ্জন গুপ্তাৰ দপ্তৰলৈ আহিল বৰ চাহাবৰ চেম্বাৰৰ পৰা ওলাই।

মেহতাই আগবাঢ়ি গৈ স্বাগত নমস্কাৰ জনালে। তাৰ পিচত সহকৰ্মী সকলৰ লগত ছিনিয়ৰিটী অনুসাৰে এফালৰ পৰা চিনা-পৰিচয় কৰাই দিলে।

অফিচলৈ সদায়ে পলমকৈ অহা কিন্তু সদা-সৰ্বদায় সকলোকে কামত লগা বিন্দা মহাৰাজ আজিও পলমকৈ আহিল। বিন্দা মহাৰাজক কোনো দিনে ইয়াৰ বাবে মিছ দাসে কৈফিয়ৎ তলব কৰা নাই। ব্ৰাহ্মণ, বুঢ়া মানুহ....। বিন্দা মহাৰাজৰ ঘৰত সৌভাগ্যক্ৰমে আজিয়েই পূজা আছিল। তেওঁ তিলৰ লাড়ু লৈ আহিছিল। বৰ বাবুৱে বৰ শ্ৰদ্ধাৰে তেওঁৰ পৰা প্ৰসাদ গ্ৰহণ কৰিলে। বিন্দা মহাৰাজ ধন্য হৈ গ'ল।

ইয়াৰ পিচত বিন্দা মহাৰাজ তেওঁৰ পুৰণি মাজু বাইদেউ, নতুন এছিষ্টেন্ট ব্ৰাঞ্চ মেনেজাৰ মিছ দুৰ্বা দাসৰ নতুন কোঠাটোলৈ গ'ল।

দুৰ্বাই তিলৰ লাড়ু বৰ ভাল পায়। গয়া জোনত থকা ৰিপ্ৰেজেন্টেটিভ মানস কুমাৰজীয়ে বছৰটোৰ ভিতৰত তিনিবাৰ তিলৰ লাড়ু পাচিত লৈ আহে।

গুলচন মেহতা মিছ দুৰ্বাৰ কোঠালৈ আহিল। প্ৰথমতেই তেওঁ হিন্দীত নেম্-প্লেট বনোৱাৰ বাবে ধন্যবাদ জনালে। কাৰণ হিন্দীৰ একমাত্ৰ ব্যৱহাৰ কৰা মানুহ এই 'চিচিএণ্ডিত' (কন্টিনেন্টেল কথেটিকস্ এণ্ড দ্ৰাগছ) একমাত্ৰ তেৱেঁই আছে। দুৰ্বাই মূৰটো দুপিয়াই মেহতালৈ চালে।

মেহতাই এইবাৰ নেম-প্লেটখনৰ প্ৰশংসা কৰিলে "বৰ সুন্দৰকৈ কৰি দিছে।"

"কি সুন্দৰ হৈছে? নামটোৱেই ভুলকৈ লিখিছে।"

"এ-এ!" মেহতা একে কোৰেই চেম্বাৰৰ পৰা বাহিৰ ওলাই নেম-প্লেটখন দুনাই পঢ়ি চালে "ক'তা? কিনো ভুল হ'ল! মই দেখোন একো ভুল দেখা পোৱা নাই।"

"দুৰ্ব্বা নহয়, মোৰ নাম দুৰ্বাহে।"

"মেহতাই এই ভুলটোৰ বাবে নিজৰ মুখখন কোঁচ খুৱাই একেবাৰে কোটৰ বুটাম মৰা ফুটাটোৰ দৰে কৰি পেলালে "অ-অ-অ"!.... বাৰু, আখৰটোৰ পেট কাটি দিলেই কাম চলি যাব।"

ইয়াৰ পিচত মেহতাই মিছ দুৰ্বাৰ নতুন আৰু ডাঙৰ টেবুলখনৰ প্ৰশংসা কৰিলে "গ্ৰেণ্ড।"

হঠাৎ দুৰ্বাৰ কিবা এটা মনত পৰিল।.... টেবুল? "নতুন হেড ক্লাৰ্ক অফিচলৈ আহিল নে? ক'ত বহিছে?"

মেহতাই কলে "ক'ত আৰু বহিব? আপুনি বহা ঠাইতেই!"

দুৰ্বা হঠাতে গহীন হৈ যোৱা দেখি মেহতাই কাণ খজুৱাব ধৰিলে। আৰু এটা সময়ত সন্তৰ্পণে চেম্বাৰৰ পৰা ওলাই আহিল.... ভগবানে জানে কি কথা!

'ক্ৰিং ক্ৰিং ক্ৰিং.....'

"ওঁ। হয়-হয়। ইয়েছ ছাৰ। এতিয়াই গৈছোঁ।'

"টিং!.... বিষ্ণু সিংহ?.... তোকো মোৰ মূৰৰ ওপৰত জাপি দিছে নেকি? শুনা, পাৰ্চেজ ছেক্সনৰ ঝাক কৰি, বৰ চাহাবে মাতিছে....."

দুৰ্বা দাসো বৰ চাহাবৰ চেম্বাৰলৈ গ'ল। উভতিও আহিল তৎক্ষণাত। অভ্যাসবশতঃ ভৰিহাল জেনেৰেল ছেক্সনৰ ফালেই আগবাঢ়িছিল কিন্তু বিষ্ণু সিংহৰ বিস্ফোৰিত দাঁত দুপাৰি দেখাৰ লগে লগে মনত পৰি আকৌ নিজৰ চেম্বাৰৰ ফালে আহিল।

দুৰ্বা দাসৰ এই অসময়ত হোৱা অস্বাভাৱিক উন্নতিত বিষ্ণু সিংহ অতিশয় সুখী। ৰূপ ইয়াকেই কয় যাক চাই থাকিলে চাই থাকিবৰ মন যায়, সেই ৰূপে আনন্দও নষ্ট কৰিব নোৱাৰে আৰু তাৰ পৰা চকুও আঁতৰাই নিব নোৱাৰে। ইয়াকেই কয় তিৰোতা মানুহৰ সৌন্দৰ্য্য। ঈশ্বৰে বিষ্ণুসিংহৰ প্ৰাৰ্থনা শুনিলে, শুনিলে তাৰ মনস্কামনাৰ কথা। ইমান দিনৰ মূৰত এইবাৰ সি সেৱা কৰাৰ সুযোগ পালে।

দুৰ্বা নিজৰ চেম্বাৰলৈ আহিল। ওহোঁ একোকে ভাল লগা নাই। নতুন ফাৰ্নিচাৰৰ গোন্ধ, বাৰ্নিচৰ গোন্ধ দুৰ্বাৰ ভালেই লাগে। কিন্তু আজি বাৰু কিয় ভাল লগা নাই? কিয় ওকালি আহিছে? তেওঁৰ হাত দুখন বাৰে বাৰে আঁতৰি আহিছে। টেবুলখনৰ দ্ৰৱাৰ নতুন ধৰণৰ। টেবুলো নতুন। ঠিকেই আছে। ইয়াত... এই টেবুলখন দুৰ্বাৰ পচন্দ হোৱা নাই।

দুৰ্বাই নিজৰ হাত দুখন টেবুলৰ ওপৰত বহলকৈ মেলি দিলে। যেন টেবুলখনক আলিঙ্গনহে কৰিব খুজিছে। তেওঁ লাহেকৈ টেবুলখনৰ ওপৰৰ আয়নাখনত— টপ্ গ্লাছখনত নিজৰ সোঁ গালখন হেচোঁ মাৰি ধৰিলে। কিন্তু জিকাৰ মাৰি দিলে, যেন বিদুৎহে

চুলে। নাই, নাই! নহ'ব। কিন্তু?...

... আঠ বছৰ ধৰি যিখন টেবুলত কাম কৰি আহিছে, সেইখনৰ বাহিৰে আন টেবুলত বহিবৰ মন নাযায়। এনেহে ভাব হয় যেন আনৰ সমুখতহে আহি বহি আছোঁ।.... নাই, অসম্ভৱ!

'টিং!'

'হজুৰ?'

''বিষ্ণুসিংহ, মেহ্‌তা বাবুক....।''

মেহ্‌তাই কাণ খজুৱাই খজুৱাই বৰ ফূৰ্তিৰে আহি উপস্থিত হ'ল।

''মিষ্টাৰ মেহ্‌তা! বৰ বাবু.... নতুন বাবু...হেড ক্লাৰ্ক আহিছেনে অফিচলৈ?.... টেবুলত কাম কৰি আছে নে?''

''টেবুলত কাম? হয়, কৰি আছে।.... অ নহয় নাই কৰা। এতিয়া সিদ্ধেশ্বৰক মাতি নি হাতুৰিৰে টেবুলৰ কিবা গজালহে মাৰিছে.....''

''কি- ই-ই-ই? গজাল?''

মেহ্‌তাৰ শালমইনাৰে ভৰা মুখখন কণ্টকিত হৈ পৰা যেন লাগিল। আশ্চৰ্য হৈ কলে ''হয়! গজাল মানে.... এই শলখা।''

দুৰ্বা শিয়ৰি উঠিল আতংকত ''ছি-ই-ই!'' কিন্তু ততালিকে নিজক চম্ভালি লৈ কলে ''বাৰু, আপুনি যাওক।''

... যাওক? মেহ্‌তাই আজি অন্য এগৰাকী দুৰ্বা দাসক দেখা পাইছে। আগতেতো এনে চঞ্চলতা দেখা নাই। শলখা! গজাল!.... গুলচন মেহ্‌তাৰ মনতো গজালে বিন্ধিবলৈ ধৰিলে এনেকুৱা কিয় কৰিছে?

মেহ্‌তা গুচি গ'ল।

... কি কৰা যায়? সেইখন টেবুল দুৰ্বাৰ দৰকাৰ, আজিয়েই দৰকাৰ, এতিয়াই দৰকাৰ। সেই টেবুলখন নহলে তেওঁ ক্ষন্তেকো শান্তিৰে বহিব নোৱাৰে।.... নাই, নাই, নাই! সেইখনৰ দ্বাৰা একো হৱও নোৱাৰে, আনকি মেমোৰ ওপৰত চহীটোও পৰ্যন্ত কৰিব নোৱাৰি। আৰু ইফালে এতিয়া গুপ্তা আহিয়েই কিয় টেবুলখনত শলখা মাৰিব লগীয়া হ'ল? ক'ত বা শলখা মাৰিছে তাৰো ঠিকনা নাই। ছিইই! কাগজৰ শ্লিপ্ সূতাত ওলোমাই যোৱাৰ বাবে তেওঁ জানি-শুনিয়েই যিটো গজাল আধা উলিয়াই মৰাই লৈছিল, সেইটো নহয়তো? ঈশ্বৰে জানে! কিন্তু এইটো অন্যায়, এটা অপৰাধ।.... ক্ৰাইম। তেওঁ কিয় এনেকুৱা কাম কৰিছে?

'টিং!'

''হুজুৰ?''

বিষ্ণু সিংহই নতুন বৰ বাবুক মিছ দাস চাহাবৰ চালাম দিলেগৈ।

যেন সকলোৱে এনেকুৱা এটা মুহূৰ্তৰ বাবেই বাট চাই আছিল। বৰ বাবু অনুৰঞ্জন গুপ্তাই নিজেও। সকলোৱে ইজনে সিজনলৈ চোৱাচুই কৰিলে।

মেহতাই লাহেকৈ উঠি বৰ বাবুৰ ওচৰলৈ গ'ল। আৰু গৰ্বেৰে কলে "এই টেবুলখন বৰ সুলক্ষণীয়া টেবুল বৰ বাবু।"

মেহতাই আত্মীয়তাৰে কথা পতাৰ সময়ত সদায় প্ৰথমতে মগধী ভাষাৰেই কয়। "ছাৰ! আপুনিতো ঘৰ পাইছেই। আৰু....? হ'ব ছাৰ, আপোনাৰ কিবা অসুবিধা হলে মেহতাক মনত পেলাব। মোৰ কৰ্তব্য, ছাৰ। এইখন চহৰতেই মোৰ জন্ম— চিটী এৰিয়াৰ ভিতৰতে। হে-হে-হে-হে!"

বৰবাবু অৰ্থাৎ অনুৰঞ্জন গুপ্ত বেগাই বাহিৰ ওলাই গলত সেনে এইবাৰ সুধিলে— "বাৰ ভাই মেহতা, তুমিতো কম বস্তু নোহোৱা! কেতিয়াবা কোৱা, এই চহৰতে জন্ম হোৱা বুলি আৰু সিদিনা বৰ চাহাবক কলা পাঞ্জাৰৰ চান্দনী নে কিবা চানী চৌকত হোৱা বুলি। তোমাৰ জন্ম কিমানবোৰ ঠাইত হৈছিল ভাই মেহতা?"

সকলোৱে গিৰ্জনি মাৰি হাঁহি দিলে। কিন্তু মেহতাই চিবাচৰিতভাৱে কৰি অহাৰ দৰে তেওঁৰ গাত পৰা কোবটো আনফালে ঘূৰাই দিলে, "ছাম হোৱেৰ মাই ডিয়েৰ ফ্ৰেণ্ডছ— কৰবাত কোনোবা এঠাইত শলগা এডাল নিশ্চয় সোমাইছে। ..... সকলোৱেই জানে যে মোৰা বহুৰ কনিকতাত দুয়ো একেলগে ট্ৰেইনিং লৈছিল। মিঃ এ গুপ্তা এণ্ড মিছ দুৰ্বা দাস। এজন সাফল্যমণ্ডিত হৈ 'এ-চি-এম' হ'ল আৰু আনজন থাকিল বৰবো বৰ বাবু হৈ। পুৰৰ হাইলেণ্ডৰ নৌজোৱান আৱাৰ নিউ হেডক্লাৰ্ক।"

মেহতাৰ এই লেকচাৰৰ পিচত অফিচৰ কাম-কাজত সকলোৱে মূৰ ডুবাবৰ চেষ্টা কৰিলে। বৰ বাবুৰ নজৰত যাতে আজিয়েই কোনো নপৰে সেইবাবে সকলোৱে কৃত্ৰিম ব্যস্ততা দেখুৱাই থাকিল।

টাইপ ৰাইটাৰৰ গতি, কলিং বেলৰ আৱাজ, দুৱাৰ খোলা আৰু জপোৱাৰ শব্দ— এই গোটেইবিলাকে মিলি এটা মিছা আৰু কপটপূৰ্ণ পৰিবেশ ধৰি ৰাখিলে।

"সিদ্ধেশ্বৰ! ক'ত আছ? অলপ পানী আন, খাঁও।"

সিদ্ধেশ্বৰে সকলো বুজি পায়। বহুবোৰ বাবুকে সি পানী আনি দিছে আজিলৈকে। আচল পিয়াহ, নকল পিয়াহ আৰু চকুৰ পিয়াহ— সি সকলো ধৰণৰ পিয়াহকে চিনি পায়। এজনে যেতিয়া খোৱা পানী খুজিব তেতিয়া সকলো বাবুৰে অণ্ঠ কণ্ঠ পানীৰ পিয়াহত শুকাই যাবলৈ ধৰে।

"সিদ্ধেশ্বৰ! কলৈ যাৱ? কৰবালৈ কোনোবাই পঠাইছে নেকি?"

সিদ্ধেশ্বৰে মুখৰ ভিতৰতে কিবা কৈ কৈ আহে "হুজুৰ। পানী চুই মই আৰু একো চুব নোৱাৰো। তিতা হাতেৰে কোনো কাগজ ধৰিব নোৱাৰো।...... মিছ চাহাবে বৰ খং ক'ৰে....।"

মাহৰ শেষ সপ্তাহত কোনো কোনো বাবুৱে সিঙ্গেশ্বৰৰ পৰা দহ-পাঁচ টকা ধাৰ কৰিব লগা হয়। সেইবাবে সিঙ্গেশ্বৰে কৰিব নোৱাৰো বুলি কলেও কোনেও মন নকৰে। তাৰ বিৰুদ্ধে যদি কোনোবাই ইংৰাজীত অথবা আন ভাৰতীয় ভাষাতো কিবা কয়, তেন্তে সি বুজি পায়। নিজৰ ভাষা ভোজপুৰীটোৰ বাহিৰে আন কোনো ভাষাকে শিকাৰ বা কোৱাৰ প্ৰতি তাৰ আগ্ৰহ নাই। লাগিলে বঙালী বানাৰ্জী বাবুৰ লগতে হওক বা মাৰাঠী ঘোচলে চাহাবৰ লগতে হওক সিঙ্গেশ্বৰে কথা পাতোতে 'জাতানী খাতানী' বুলিহে কব।

মেহতাৰ মনটোত কঁহিটে বিন্ধি আছে— কথাটো কি? তেওঁ আৰু বহি থাকিব নোৱাৰিলে।.... ভাবিলে ৰেলৰে ৰচিদ এখনৰ বিষয়েই কিবা এটা সোধাৰ চল কৰা যাওক। ..... ভাবি পায়ো গ'ল কি সুধিবগৈ। তেওঁ ফাইলটো লৈ 'এ-চি-এম'ৰ চেম্বাৰৰ ভিতৰত সোমাবলৈ ৰৈ সুধিলে— 'মে আই কাম্ ইন্ ছা....।''

কিন্তু দুৰ্বা দাসে পদোচিত গাম্ভীৰ্যৰে কলে— ''পিচত আহিব।''

..... মেহতাই মন কৰিলে, নতুন বৰ বাবুৰ ওঁঠত এক অদ্ভুত ধৰণৰ হাঁহি এটা আঁকা আছে। আৰু দুৰ্বা দাসৰ মুখত আছে এক অভূতপূৰ্ব ব্যস্ততা। .... মেহতাৰ মনৰ ভিতৰত শলখাটো দুই তিনিবাৰমান সোমাই আহিল। তেওঁ অনিচ্ছাসত্বেও বাহিৰ ওলাই আহিল।

তাৰ পিচত মিছ দাসে আকৌ কথা-বতৰা আৰম্ভ কৰিলে।

''তেন্তে আপুনি ঘৰ পালে? ভাল হল। গুড্ লাক্। পাটনাত এইটোৱেই ডাঙৰ প্ৰব্লেম....।''

''সকলো ঠাইতে একে অৱস্থা। মোৰ চিনাকি মানুহ এজন ইয়াৰ ৰেলৱেত আছে। তেওঁৰ যত্নতে ভাল ঘৰ এটা পাই গ'লোঁ...... চিৰাইয়াটাত দলঙৰ কাষতে।'' অনুৰঞ্জনে জনালে।

মিছ দাসৰ মনৰ ভিতৰত বহু সময় ধৰি এক অন্তৰ্দ্বন্দ্ব চলি আছিল। সমুখত বহি থকা এই যুৱকজনৰ লগত তেওঁৰ এয়া প্ৰথম পৰিচয় নহয়। যোৱা বছৰ দুয়ো একেলগে ট্ৰেইনিং লৈছিল।.... অনুৰঞ্জনৰ নোটছ এতিয়াও তেওঁৰ ওচৰত আছে।...... তাৰ উপৰি অনুৰঞ্জনে 'ট্ৰেইনিঙৰ পৰা মই কি পালোঁ' এই বিষয়ৰ এখন পচিশ পৃষ্ঠাৰ ব্যক্তিমুখী ৰম্য ৰচনা লিখিব বুলি কথা দিছিল। দুৰ্বাই তাৰ বাবে অনুৰঞ্জনক বৰকৈ ধৰি আছিল।..... টী চেণ্টাৰত দুয়ো বহি চাহ খাইছিল। মুখামুখিকৈ বহি লৈ।— ষ্টাৰত শম্ভু মিত্ৰৰ 'ৰক্ত কৰবী' নাটক চাইছিল ওচৰা ওচৰিকৈ বহি। দক্ষিণেশ্বৰ, বেলুড়—। নাই নাই, এতিয়া সেইবোৰ স্মৃতি মোহাৰি পেলাব লাগিব। চক মাটিৰে আঁকা সেই অতীতৰ মুহূৰ্তবোৰ 'পৰিষ্কাৰ' কৰি পেলাব লাগিব— মনৰ পৰা। মনতো এখন ক'লা বোৰ্ড!

অনুৰঞ্জন গুপ্তাই বহুত আগৰে পৰাই মনক বান্ধিছিল। ইয়ালৈ অহাৰ আগৰে পৰাই তেওঁ ধুমুহা কাটি আহিছিল। তেওঁ মানি লৈছিল। বোৰ্ডে তেওঁক এছিষ্টেণ্ট ব্ৰাঞ্চ মেনেজাৰ পদৰ বাবে উপযুক্ত বিবেচনা নকৰিলে, তেওঁৰে দুৰ্ভাগ্য! তেওঁ ইয়াত কি কৰিব পাৰে?

কিন্তু অকস্মাতে পাটনালৈ ট্রেন্সফাৰ কৰাৰ অৰ্ডাৰ পাই উদ্বিগ্ন যে হৈছিল ঠিকেই, কাৰণ মন-প্ৰাণ সঁপি দি কৰ্তব্য কৰাৰ উপযুক্ত শাস্তিকে তেওঁ পালে; কিন্তু তেওঁ তাক গ্ৰহণ কৰিলে। তেওঁ এতিয়া দৃঢ়তাৰে নিজৰ কৰ্তব্য কৰি যাব।.....

কিন্তু এইমাত্ৰ ক্ষন্তেক সময়ৰ আগতে তেওঁৰ মনতো আকৌ এবাৰ পুলকিত হৈ গ'ল.... তেওঁ নমস্কাৰ জনোৱাৰ প্ৰতি কৰা সংকুচিত প্ৰতি-নমস্কাৰ, হাত দুখন তোলাৰ ভঙ্গীটো আৰু চকুৰ দৃষ্টিত থকা অস্বাভাৱিক কোমলতা— এই সকলো বিলাক দেখি-শুনি তেওঁ ভাবিবলৈ বাধ্য হ'ল যে মিছ দাসৰ মনৰ ভিতৰত কিবা ঘটিবলৈ ধৰিছে। আনকি তেওঁ নিজে বহা আসনখনৰ পৰাও উঠিব খুজিছিল।

দুৰ্বাই কলে— "আহক। মই আপোনাক মাতি পঠাইছিলোঁ....।"

অনুৰঞ্জনে চকীত স্থিৰ হৈ বহি থাকি কিছু সময়ৰ পিচত কলে— "হয়, কওক।"

"সেই টেবুলখন... আই মিন.... সেইখন টেবুল যিখনত এতিয়া আপুনি ভালকৈ বহি লৈছে, সেইখনত কালিলৈকে মই বহি আছিলোঁ.... সেইখন...... সেইখন.....।"

"সেইখন! কি আছেনো সেই টেবুলখনত?"

"সেইখন মোৰ টেবুল...."

"আপোনাৰ পাৰ্চনেল?"

"নহয়। মই সেইখন টেবুলত বহি আঠ বছৰ কাম কৰিছোঁ।"

অনুৰঞ্জনে ক'লে— "অ' বুজিছোঁ। কিন্তু মোকতো এখন নতুন চকীত বহিবলৈ দিছে।"

দুৰ্বা গহীন হৈ গ'ল। অনৰঞ্জনে এইদৰে কোৱাৰ অৰ্থটো কিবা অশ্লীল যেন লাগিল।..... তেওঁ চকী সলনি কৰাৰ কথা কলে কিয়? দুৰ্বাই মনৰ সকলো সংকোচ দূৰ কৰি পেলাই কলে— "সেই টেবুলখন মোক.... ইয়াত.... মোৰ চেম্বাৰলৈ পঠিয়াই দিয়ক।"

"ইয়ালৈ পঠিয়াই দিম?.... আৰু এই টেবুলখন যাব কলৈ? কিন্তু তাত সিমান ঠাই ওলাব ক'ত?"

"নহয়। এইখন টেবুলো ইয়াতে থাকিব। সেইখনো থাকিব।"

"তেনেহলে মই তাত কোনখন টেবুলত...?"

অধৈৰ্য হৈ দুৰ্বা দাসে কলে— "মই ষ্টোৰ বাবুক মাতি পঠাওঁ। আপোনাক এখন বেলেগ টেবুল দিয়া হ'ব।"

অনুৰঞ্জনে একো নভবা-নিচিন্তাকৈ উত্তৰ দিলে— "ঠিক আছে। নতুন টেবুল আহক আগতে......"

"আগতে-পিচতে কি? এতিয়াই পঠিয়াই দিয়ক।"

দুৰ্বা দাস আকৌ চিন্তাত ডুব গ'ল। অনুৰঞ্জনে আগতে কেতিয়াও দুৰ্বা দাসৰ গাল দুখনৰ ৰং সলনি হোৱা দেখা পোৱা নাছিল— ষ্টাৰতো দেখা পোৱা নাছিল আৰু ট্ৰাম, বেলুড় বা আন ক'তো দেখা নাছিল।

অনুৰঞ্জন বহাৰ পৰা উঠিল। দুৰ্বা দাসৰ ধ্যান ভঙ্গ হ'ল। অৰ্থাৎ নিজৰ মনতে নিজে যুক্তি-তৰ্ক কৰিলে "সেইখন নহলে মোৰ কোনো কাম নহ'ব...... কিস্‌সুই হবে না আমাৰ দ্বাৰা।"

অনুৰঞ্জন এছিষ্টেণ্ট ব্ৰান্স মেনেজাৰৰ চেম্বাৰৰ পৰা ওলাই আহিল।

জেনেৰেল ছেক্সনৰ মাজেদি পাৰ হৈ অহাৰ সময়ত এনে লাগিছিল যেন ছেক্সনটোৰ সকলো বিলাক টেবুলৰ ওচৰত থকা মানুহৰ মূৰ্তিবোৰত লাগি থকা অক্ষি গোলকবোৰত কৌতুহল, প্ৰশ্ন, আশ্চৰ্য ইত্যাদিয়ে একেলগে ভুমুকি মাৰিবলৈ ধৰিছে। সৰু সৰু বাল্‌ব কিছুমান যেনেকৈ যোৰাপাতি জ্বলি থাকে ঠিক তেনেকৈ!

ট্ৰান্সপোৰ্ট বিভাগৰ দুলাল সেন, যাক অফিচৰ সহকৰ্মীসকলে ট্ৰান্সপোৰ্টেসন বুলি মাতে, তেওঁ 'মুৰাদ' চিগাৰেট খায়। সেনে বৰবাবুক চিগাৰেট এটা 'অফাৰ' কৰি সুধিলে— "ছাৰ! ডিভিজন অব্ লেবাৰৰ কিবা মীমাংসা হ'ল নে?"

অনুৰঞ্জনে 'মুৰাদ' চিগাৰেটৰ সোৱাদ লোৱাত ব্যস্ত। সেনে একো উত্তৰ নাপালে।

জ্বলি থকা সকলোবোৰ চকুৱে বৰবাবুৰ মুখৰ ভাববোৰ পৰীক্ষা কৰিবৰ চেষ্টা কৰিলে— প্ৰত্যেকেই নিজ নিজ দৃষ্টিকোণৰ পৰা।

বিহা মহাৰাজে পানৰ টেমাটো আগবঢ়াই দিলে..... বৰ বাবুৱে পান খোৱাৰ সময়ত আকৌ চিগাৰেট নাখায়।

গুলচন মেহতাই লগে লগে তোষামোদ কৰিলে "ভাল কৰিছে ছাৰ। পান খোৱাৰ সময়ত চিগাৰেট খালে চাবচোন চিগাৰেটৰ গুৰিটো কি আচৰিত বঙচুৱা হয়.... দেখাত আচৰিত....."

"...... ক্ৰিং — হজুৰ!"

"কি নাম তোমাৰ?"

সিদ্ধেশ্বৰৰ লগতে সকলো বাবুৱেও কলে— "সিদ্ধেশ্বৰ ৰাম।"

"শুনা সিদ্ধেশ্বৰ ৰাম। এই টেবুলখন যাব এ-বি-এম— মানে মিছ দাস চাহাবাৰ চেম্বাৰলৈ.....।"

গোটেইবোৰ বাবুৱে আচৰিত হৈ প্ৰায় একেলগেই কৈ উঠিল— "মিছ দাসৰ চেম্বাৰলৈ! কি-য়-য়?"

সকলোৰে পিচত সিদ্ধেশ্বৰে সুধিলে— "কিয় নিব লাগে হজুৰ?"

"তেওঁ নিবলৈ কৈছে।"

"কিয় কৈছে ছাৰ?" মেহ্‌তাই নিজৰ চকীখনত আৰু কেনেকৈ বহি থাকিব পাৰে এতিয়া! "কিয় ছাৰ? আপুনিও তাতে বহিব?"

অনুৰঞ্জনৰ চেলাউৰিযোৰ সামান্য কোচ খাই গ'ল। মেহ্‌তাই কথাটো বুজি পালে। কলে— 'অ', মই বুজি পাইছোঁ ছাৰ।"

অনুৰঞ্জনে কলে— 'ইয়াত বুজি পাবলৈ একো ডাঙৰ কথা নাই। মুঠতে তেওঁ সেইখনৰ বাহিৰে বেলেগ টেবুলত বহি কাম কৰিব নোৱাৰে।"

"তেনেহলে নিজৰ ডাঙৰ টেবুলখন দি দিয়ক।"

"সেইখনো নিদিয়ে। দুইখন টেবুলকে ৰাখিব।"

"ষ্টোৰলৈ নতুন টেবুল ক'ৰ পৰা আহিব?"

"ঝা, ষ্টোৰলৈ ডায়েল কৰি সোধাচোন।"

"মেহ্‌তাই ষ্টোৰ ক্লাৰ্কক সুধিলে 'বেনাৰ্জী দাদা, শুনকচোন। ষ্টোৰত কোনো ছেক্ৰেটেৰিয়েট টেবুল.... নতুন কোনো টেবুল আছেনে?..... ধেমালি এৰক দাদা! ওঁ, বৰ বাবুৰ কাৰণে লাগে। নাই?"

মেহ্‌তাৰ মুখখনত খুজতি উঠিল— কোনোবাটো শালমইনাৰ।

সেনে হাঁহি মাৰি সুধিলে— "কি কলে বেনাৰ্জী দাদাই?"

"এই বেনাৰ্জী দাদাও পাগল হৈছে। কৈছে বোলে এতিয়া চিচু কাঠৰ গছ কাটিবলৈ দিব, তাৰ পিচত সেইবোৰ ফালি-চিৰি উলিয়াব লাগিব। তাৰ পিচতহে টেবুল হবগৈ। গছতেই ফল নাই এতিয়া।....হুঁ?"

"ক্রিং-ক্রিং-ক্রিং...... !"

"ইয়েছ, মই গুপ্তাই কৈছো। কি কৈছে? তেনেহলে মই কোনখন টেবুলত....? ষ্টোৰত নাই বুলি কৈছে। আচৰিত কথা। কামতো নাই বুলি কৈছে। আচৰিত কথা। কামতো মই কৰিবই লাগিব। কি কৈছে? কিন্তু মই বৰ চাহাবক এতিয়া কি বুলি কওঁ? আপুনিয়েই কওক।.... আই ডোণ্ট থিঙ্ক... খট্!"

টেলিফোনত কথা-বতৰা হৈ থকা সময়খিনিত বাবুসকলৰ মুখবোৰত উত্তেজনা আৰু ফূৰ্তিয়ে বাগৰি ফুৰিছিল। ইয়াৰ পিচত প্ৰতিজনে নিজৰ নিজৰ মন আৰু ভাব প্ৰকাশ হোৱা ভঙ্গী মুখত স্থাপন কৰিলে।

বিন্দা মহাৰাজে কৈছে, "টেবুলখনতনো এনে কি আছে?"

শুনি মেহ্‌তাই মুখখনৰ ভাঁজ এনেকুৱা কৰি পেলালে যেন দুৰ্বা দাসে এইমাত্ৰ তেওঁৰ গাত এছাৰিৰে কেইটামান কোবহে মাৰি পঠালে। সেনে কলে, "চালা কাঠৰ বস্তু এটাৰ প্ৰতি ইমান মোহ আৰু মানুহৰ বেলিকা একো নাই— অন্তৰত?"

অনুৰঞ্জনে একো কোৱা নাই। নগীনাপ্ৰসাদৰ বদঅভ্যাসটোৰ প্ৰতি তেওঁৰ চকু পৰিল। বহীৰ পাত লুটিয়াই গৈছে আৰু আঙুলিটো জিভাত লগাই গৈছে। সেইদৰে পাত

লুটিওৱাৰ মাজতে কলে— "বহুত স্বাৰ্থ থকা জীৱ দেখিছোঁ, কিন্তু এনেকুৱা দেখা নাই"...... এইবুলি আকৌ জিভাত আঙুলি লগাই পাত লুটিয়ালে।

ষ্টোৰ বাবু বেনাৰ্জী দাদা আহি নতুন বৰ বাবুৰ সৈতে পৰিচয় হ'ল। কলে— "চাওক, আপুনি মোৰ বৰবাবু। কিন্তু বয়সত মই আপোনাতকৈ ডাঙৰ। টেবুল আপুনি কেতিয়াও এৰি নিদিব। চাহাব।"

"বৰ সৰু মনৰ মানুহ।"

"অন্তৰখনত দয়া-মায়াৰ একো নাই।"

"কাৰোবাৰ চাকৰি খোৱাৰ সময়তো তেওঁৰ মুখখনত একেটা হাঁহিয়েই লাগি থাকে।"

"তদুপৰি ভদ্ৰতা বুলিওতো কথা এটা আছে।"

"ভগবানে জানো কিয় তিৰোতা বনাই পঠিয়ালে এওঁক।"

"জুলুমৰ কথাই! ইমান ৰূপৰ একো মূল্য নাই।"

অনুৰঞ্জনে সকলো শুনি গৈছে, প্ৰত্যেকৰে এই মন্তব্যবোৰ। কিন্তু কোনো এজনেও দুৰ্বাৰ চৰিত্ৰৰ প্ৰতি আঙুলি তোলা নাই। নিষ্ঠুৰ, হৃদয়হীন, স্বাৰ্থপৰ ইত্যাদি সকলো বিশেষণ প্ৰয়োগ কৰিছে এওঁলোকে। কিন্তু কোনেও কোৱা নাই যে ৰূপ-যৌৱনেৰে তেওঁ এই পদোন্নতি কিনি লৈছে। নাই, কোনেও সেই কথা কব নোৱাৰিব।

মেহতাই কলে "এনেকুৱা জেদ কৰা উচিত নহয়। বাৰু, লেট মি ছী.....।"

মেহতা অফিচৰ পৰা ওলাই গ'ল। ঝাই সেনৰ কাণে কাণে কলে, "চালা এতিয়া গৈছে 'গ'-বিটুৰিনী কৰিবলৈ।"

সেনেও চকু টিপিয়াই বুজাই দিলে— "বাচা, এতিয়া খেলা চাবা। খেলখন এতিয়া আৰম্ভহে হৈছে।"

মেহতা উভতি আহিল। দুৰ্বা দাসক ইয়াৰ আগতে কেতিয়াও ইমান উত্তেজিত হোৱা দেখা নাছিল মেহতাই। আনেও দেখা নাই। আনকি ৰূপৰ পূজাৰী বিষ্ণু সিংহয়ো দেখা নাই।

বিষ্ণু সিংহই যোৱা সাত বছৰৰ পৰাই মিছ দাসৰ বিনা পইচাৰ গোলাম খাটিবলৈ মনতে হেপাহ এটা পুহি আছিল। ঈশ্বৰে ইমান দিনৰ মূৰত চকু মেলি চাইছে। আজিয়েই সি দুৰ্বা দাসক গৈ নিবেদন কৰাৰ কথা আছিল যাতে মেম চাহাবৰ ঘৰতো তাক কাম কৰিবলৈ দিয়ে। সকলো কামেই কৰি দিব সি। ভৰিত জোতাযোৰো পিন্ধাই দিব। কিন্তু মেম চাহাবৰ মনটো আজি ইমান উতলা হৈ পৰিছে যে এক পলো শান্তিৰে বহি থকা নাই।

বিন্দা মহাৰাজে বৰ চাহাবক সুধিবলৈ গৈছিল যে অহা পূৰ্ণিমাৰ নিশাও পূজা কৰিবৰ

বাবে পুৰোহিত লাগিবনে কি? বৰ চাহাবে মিছ দাসক কৈ আছিল, 'নহয়, আপুনি এইবোৰ কি ল'ৰামতীয়া কথা কৈছে? আপুনি দুখনকৈ টেবুল লব আৰু..... কিন্তু তেওঁ ক'ত বহি কাম কৰিব? আৰু টেবুলেই বা ক'ত?

মিছ দুৰ্বাই অনুনয়ৰ সুৰেৰে কলে,— "ছাৰ, সেই টেবুলখন মোক লাগিবই। যেনেকৈয়ে হওক। লাগিলে মোৰ নতুন টেবুলখনকে দি দিওঁ।"

তেতিয়া বৰ চাহাবৰ সুৰ সলনি হ'ল— 'সেইটো কেতিয়াও হ'ব নোৱাৰে।

সেইখন টেবুল এ-চি-এমৰ কাৰণে। সেইখন হেডক্লাৰ্কক দিব পৰা নাযায়। আৰু আপুনি এই সলনাসলনি কৰিবৰ কোন?"

বৰচাহাবে নিজকে কঠোৰ হোৱাটো বিবেচনা কৰিলে।

"ছাৰ, তেনেহলে মই কোনো কাম কৰিব নোৱাৰিম।"

বৰ চাহাবৰ মুখত এইবেলি খঙৰ চিন স্পষ্ট হ'ল।

ইয়াৰ আগতে দুৰ্বা দাসে এনেকুৱা ধমক কেতিয়াও শুনা নাছিল— কোনো এজন বৰ চাহাবৰ পৰা। আৰু এনেকুৱা খং দেখাও নাছিল। তেওঁ কৈ উঠিল— "ছাৰ, ছেণ্টিমেণ্টেলেই বোলক বা পগলামিয়েই বোলক, মই কাকো সেইখন টেবুলত বহিবলৈ নিদিওঁ। নিদিওঁ বুলিছোঁ নিদিওঁ....."

বৰ চাহাব আকৌ 'ঘৰতে বহি মনোবিজ্ঞানৰ পণ্ডিত হওক' নামৰ ছিৰিজটোৰ স্থায়ী গ্ৰাহক আছিল। মিছ দাসৰ কথাবোৰত কোনো মনোবিজ্ঞানৰ ৰহস্য থকা যেন তেওঁৰ ধাৰণা হ'ল। কলে, "মিছ দাস, মোৰ বুদ্ধিয়ে একো ভাবি পোৱা নাই। ধৰি লোৱা, কলিকতালৈ তোমাৰ ট্ৰান্সফাৰ হ'ল। তেনেহলে কলিকতালৈ লৈ যাবা নেকি....?"

"অৱশ্যেই নিবলৈ বিচাৰিম।"

"আৰু ধৰা,.........."

"চাকৰি যদি নাথাকে, তেতিয়া? তেতিয়া কোম্পানীক অনুৰোধ কৰিম টেবুলখন মোক বেচি দিবলৈ।"

"টেৰিব্‌ল্‌!.... ঠিক আছে। আপুনি আহক। মই হেডক্লাৰ্কক মাতি পঠাইছোঁ।"

বৰচাহাবে অনুৰঞ্জনক সুধিলে— "আপুনিয়েই কওক, মই কি কৰো এতিয়া?"

বৰচাহাবে মিছ দাসক ফোন কৰি কলে— "আপুনি মিছাকৈয়ে ক্ষুদ্ৰ কথা এটা লৈ সমস্যাৰ সৃষ্টি কৰিছে। নতুন পদবীটোৰ কাম আজি আপুনি কাজিয়াৰে আৰম্ভ কৰিলে।"

বিষ্ণু সিংহই আহি অনুৰঞ্জনক পুনৰ মিছ দাসৰ চালাম দিলে।

এইবাৰ গৈ অনুৰঞ্জনে দুৰ্বা দাসৰ সুন্দৰ মুখখনত এগৰাকী অবলা নাৰীৰ অসহায়তা দেখা পালে। সমুখৰ পৰাই দেখা পালে দুখ-ভাগৰত জৰ্জৰিত চেহেৰা, কাপোৰ-কানি অপৰিপাতি আৰু অবিন্যস্ত। অনুৰঞ্জনৰ মনত পৰিল, দক্ষিণেশ্বৰ আৰু বেলুড়ৰ পৰা উভতি অহাৰ সময়তো দুৰ্বা এনেকৈ ভাগৰি-জুগৰি পৰিছিল।

"মিষ্টাৰ গুপ্তা।"

"আদেশ হওক।"

"আদেশ নহয়। আপুনি টেবুলখন মোক দি দিয়ক।"

জেনেৰেল ছেক্সনৰ বাবু এজনে হাতৰ তলুৱাত আঙুলি পকাই দি ক'লে, "লাগিছে শামুকীয়া গাঠি ভালকৈ।"

মেহতাই ষ্টোৰ বাবু বেনাৰ্জি দাদাৰ লগত ফোনাফোনি কৰিলে— "হয় দাদা। আপুনি সেইটোকে কব যে চিচু কাঠৰ গছ প্ৰথমতে কাটক......"

সকলো বাবুৰে মনত ফূৰ্তি.... ক্ৰাইছিছ, প্ৰব্লেম য'তে আছিল তেনেদৰেই আছে আৰু ঘড়ীৰ কাঁটা আগবাঢ়ি গৈ আছে— এক, দুই, তিনি, চাৰি, পাঁচ।

পিচদিনা সকলোৰে শুনি আচৰিত হ'ল। মিছ দাস অকস্মাতে অসুখত পৰিছে। এসপ্তাহৰ ছুটী বিচাৰি দৰ্খাস্ত কৰিছে।

পাঁচ দিনৰ ভিতৰতে অনুৰঞ্জনে অফিচটোৰ প্ৰত্যেকটো মানুহকে কম বেছি পৰিমাণে চিনিব পাৰিছে। কামত ফাঁকি দিয়াত ইজনতকৈ সিজন চাৰ। বিনয়ৰ অৱতাৰ মো-চাহেব গুলচন মেহতা। এওঁক সকলোৰে পোলচন মেহতা বুলি কয়।

যিয়েই হওক, মিছ দাসে কাম কৰিব জানে। কাম কৰি তেওঁ ভালো পায়। যিটো ফাইলতে তেওঁ হাত দিয়ে, সেইটো আয়নাৰ দৰে পৰিষ্কাৰ হৈ পৰে। কতো এটা ভুল চুক নাই, কতো আউল পাবলৈ নাই। কিন্তু টেবুল এখনক লৈ তেওঁৰ এই জেদ? কি বুলি কোৱা যায় ইয়াক? কিন্তু কিবা এটা কথা থাকিব লাগিবতো!

মেহতাই কলে— "ছাৰ মই ইয়াৰ কাৰণটো জানোঁ।"

অনুৰঞ্জনে সুধিলে— "কি সেইটো!"

মেহতা অনুৰঞ্জনৰ ওচৰ চাপি গ'ল। মাতটো অলপ নমাই ক'লে— "মিছ দাসৰ বুকুত— ঠিক কলাৰ ব'ন ডালৰ তলতে টকাটোৰ সমান ঘূৰণীয়া এডোখৰ খৰ আছে। টেবুলখনৰ এই চুকটোৱে তেওঁ মাজে মাজে সেইডোখৰ খজুৱায়......।"

"মেহতা চাহাব! আপুনি আপোনাৰ এ-চি-এমৰ বিষয়ে এনেকুৱা বাজে কথা মোৰ আগত নোকোৱাই ভাল।"

সৰ্বাঙ্গসুন্দৰী দুৰ্বাৰ দেহত খৰ? ছিঃ, তেওঁ মেহতাক ভালকৈয়ে চিনি পাইছে। পৃথিৱীখনৰ খবৰ এওঁক সোধক। ..... সেনে কালি কৈছিল, "এদিন বৰচাহাবে সুধিলে বোলে মেহতা, গাধই কেনেকৈ মাতে? মেহতাই লগে লগেই নানা মাত উলিয়ালে। বাহ্ বলিহাৰী বাবা মেহতা। তোমাৰ যোৰ লব পৰা মানুহ আৰু এই ভূভাৰস্তত নাই।"

এনেকৈ আজৰি সময়ত মেহতাই পঁচা মাছ, খাবলৈ নোপোৱা বঙালী আৰু পঁইতা ভাত আদি কথাবোৰেৰে সেনক বিন্ধিবৰ চেষ্টা কৰে।

সেইদিনাই অফিচ ছুটীৰ পিচত মেহতাই লৰ ধৰিলে দুৰ্বা দাসৰ ঘৰলৈ। বাহিৰৰ লনতে দুৰ্বা বহি আছিল উদাস মনেৰে। মেহতা কুকুৰৰ ভয়ত গেটৰ ভিতৰ সোমোৱা নাছিল। বাহিৰৰ পৰাই দুৰ্বাক খবৰটো দিলে— "আজি ডি-ডি-টি পাওদাৰ আৰু গেমাক্সিন দুয়োটা মিলাই টেবুলখন ডিছইনফেক্ট কৰা হৈছে।"

ডি-ডি-টি-ই-ই-ই! মূৰটো ঘূৰাই যোৱা যেন লাগিল কথাটো শুনি।

সপ্তম দিনা জানিব পৰা গল যে মিছ দাসে আৰু চাৰি দিনৰ ছুটী বঢ়াই দিবলৈ দৰ্খাস্ত পঠাইছে।....

অনুৰঞ্জন গুপ্তাই এছিষ্টেণ্ট মেনেজাৰে এতিয়া নিয়মানুসাৰে কৰিব লগা হোৱা কামবোৰৰ এটা হিচাপপত্ৰ বৰচাহাবৰ আদেশমতে কৰি উলিয়ালে। মিছ দাসৰ অনুপস্থিতিত তেওঁ কিছু কামো কৰি দিলে।

সেই দিনা আকৌ টেবুলখনৰ বিষয়ে আলোচনা হ'ল।

সেনে সুধিলে— "টেবুল পুংলিঙ্গ হয় নে বাৰু?...... এই কাৰণেই। হাঃহাঃহাঃ"

মিছ দাসে বঢ়াই লোৱা ছুটীৰো এদিন এদিনকৈ শেষ হ'ল তিনিদিন।

সেইদিনা অফিচৰ পৰা উভতি আহি অনুৰঞ্জনে কলে— "মা, মই সোনকালে গা ধুই লওঁ। বলা, আজি তোমাক মই ৰামকৃষ্ণ আশ্ৰম দেখুৱাই আনো। আজি কোনোবা স্বামীজীয়ে তত্ব কথা ক'ব।"

অনুৰঞ্জন বাথৰুমৰ পৰা ওলাই আহিল। মাকে খবৰ দিলে, "এগৰাকী মহিলাই লগ পাবলৈ আহিছে।"

"মহিলা?" অনুৰঞ্জনে আচৰিত হৈ চাই থাকিল— আৰে, এয়াতো দুৰ্বা দাস। আৰু মাই কৈছে মহিলা বুলি! আধুনিক ধৰণৰ বাহলৈকে উলিওৱা ব্লাউজ আৰু কাঞ্চীভৰম তেনেকুৱা শাড়ীৰ লগত মেচ কৰি পিন্ধি অহা পোছাকেৰে— বাতৰি কাকতৰ বিজ্ঞাপনত সদায় দেখা পোৱা সেই কোম্পানীটোৰ মহিলাগৰাকীৰ ঠিক প্ৰতিবিম্বৰ দৰে— এয়া দুৰ্বা দাসৰ আজি কি হ'ল!

"নমস্কাৰ!....... এতিয়া আপোনাৰ গা কেনে? কি অসুখ হৈছিল?"

দুৰ্বাই একো উত্তৰ নিদিলে। অনুৰঞ্জনৰ মাকে আহি দুকাপ চাহ দি গ'ল। অনুৰঞ্জনে পৰিচয় কৰাই দিলে— "মা, এখেতেই আমাৰ এ-চি-এম— মিছ দুৰ্বা দাস। আৰু...... মোৰ মা।"

মাক পাকঘৰলৈ গুচি গ'ল।

"আপোনাৰ মাই নিজেই ৰন্ধা বঢ়া কৰে নেকি? এতিয়াও?"

"হয়, মোৰ সৌভাগ্য। মাৰ হাতৰ..."

"সেইটো নহয়। সেই অৰ্থত ময়ো সৌভাগ্যশালিনী হৈছোঁ।"

"আপুনি সকলো অৰ্থতে সৌভাগ্যৱতী।"

অনুৰঞ্জনে বুজি পালে, এওঁ আচল কলিকতীয়া দূৰ্বা দাস। মাত্ৰ পোছাক-পাতি আৰু প্ৰসাধন আদিত কিছু উগ্ৰ। প্ৰভেদ এইখিনিয়েই।

"তেন্তে? কেনে লাগিছে পাটনা আপোনাৰ?"

"ভাল ঠাই।"

"ধূলি-মাটি ভাল। কলিকতা..... বোম্বাইতকৈও ভাল?"

কলিকতাৰ নাম উচ্চাৰণ কৰোতে দূৰ্বা দাসৰ চকুহাল আতংকিত হৈ উঠিছিল কিয়? আকৌ কিছু পৰ সকলো নিস্তব্ধ।

"তেনেহলে কাইলৈ আপুনি অফিচলৈ যাব নহয়?"

"কাইলৈ?" যেন টোপনিৰ পৰা সাৰ পালে দূৰ্বাই— "কাইলৈ? সেইটো আপোনাৰ ওপৰত...... তোমাৰ ওপৰত নিৰ্ভৰ কৰিছে।"

"মোৰ ওপৰত?"

"এৰা।..... তোমাৰ ওপৰত। অনুৰঞ্জন বাবু, তোমাৰ ওপৰত। মই জানো তোমাক কোৱা নাই যে সেই টেবুলখনত আনে বহাটো মই সহ্য কৰিব নোৱাৰোঁ। সেইখনৰ অবিহনে..... তুমি জানানে? এই কেইদিনত মই সদায় ৰাতি সপোনত টেবুলখনকে দেখি আছোঁ, মই দেখা পাইছোঁ টেবুলখন মই আকৌ পাইছোঁ। আকৌ সেইখন মোৰ পৰা কাঢ়ি লৈ গৈছে। তাৰ বাবে বৰ ডাঙৰ যুদ্ধ পৰ্যন্ত হৈছে— মৰা-কটা হৈছে। হৈছে সংঘৰ্ষ।.... টেবুলখনত জুই লগাই দিছে। মোৰ টেবুলখন জ্বলি যাব লাগিছে হু হু কৰে।..... এনেকুৱা আৰু কিমান যে ভয়াবহ সপোন।"

"মিছ দাস, সকলোৱেই আচৰিত হৈছে...."

"সেইটো মই জানোঁ। মই সকলোৰে কৌতুহল দূৰ কৰাৰ বাবে বাধ্য নহয়। তোমাক সোধো, কোনো তিৰোতাই পৰ পুৰুষৰ ওচৰত হাত-ভৰি মেলি আৰু প্ৰাণ খুলি বহিব পাৰেনে বাৰু? কোৱা।"

অনুৰঞ্জনৰ মুখখন কিয় জানো কিঞ্চিৎ বিকৃত হৈ গ'ল!

দূৰ্বাই অনুনয়ৰ স্বৰেৰে কলে— গুপ্তা তুমিতো এনেকুৱা নাছিলা। তুমি ইমান নিষ্ঠুৰ হলা যে আনকি টেবুলখনত ডি.ডি.টি চটিয়াবলৈও তুমি অকণো কুণ্ঠিত নহলা? তুমি জোৰেৰে শব্দ কৰিহে তাৰ ডেৰাজবোৰ জপোৱা-মেলা কৰা। সেনে টেবুলখনৰ ওপৰত ভুকু মাৰিছে? তুমি তাত মাৰিছা শলখা? কিয়? কিয় গুপ্তা?"

অনুৰঞ্জনে লক্ষ্য কৰিলে, কথা কৈ থকাৰ সময়ত দূৰ্বাৰ মাদকতা ভৰা চকুহাল আৰুহে মধুৰ হৈ উঠে। আৰু আঙুলিকেইটাও এটা ছন্দত নাচি থাকে।

দূৰ্বা উঠিল। খিৰিকীৰ কাষলৈ গৈ নাকটো মাৰি ললে আৰু নাকৰ ফুটা দুটা পৰিষ্কাৰ কৰি ললে। হঠাৎ কলিকতীয়া দূৰ্বাই আকৌ উভতি আহিল। কলিকতীয়া দূৰ্বাই উগ্ৰৰ

মাৰিলে, দাঁতেৰে নখ কামুৰিলে, নাকৰ সেঙুন পেলালে বা ভয় খাই মুখ বিকটাই উঠিলে— সকলোতেই সুন্দৰী দেখি।..... নব নব ৰূপ দেখি তোমায় ক্ষণে ক্ষণে!

"তুমি........।"

অনুৰঞ্জনে দূৰ্বাক সচেতন কৰি দিবলৈ কলে— "ক্ষমা কৰিব মিছ দাস। আপুনি মোক 'তুমি' বুলি সম্বোধন কৰিছে। মই কিন্তু আপোনাক 'তুমি' বুলিব নোৱাৰোঁ।"

"মই তোমাক 'তুমি' বুলি কৈছোঁ?...... নাই, নাই, মই তোমাক এতিয়াৰ পৰা আপুনি বুলিয়েই কম। হব নহয়? তুমিও মোক 'তুমি' বুলি নোকোৱা কিয়? কিয় কব নোৱাৰা? ছিলি.....। শুনা গুপ্তা। টেবুলৰ সমস্যাটো লৈ মই সাত দিন ধৰি যথেষ্ট ভাবি-চিন্তি চাইছোঁ। বৰ চাহাবক কব লাগে যে নতুন টেবুলখন তোমাক দিব পৰা নহব।........ চোৱা গুপ্তা, এতিয়া মাত্ৰ এটা পথ আছে। মই আশা কৰিছোঁ, তুমি আৰু জেদ কৰি নাথাকিবা।"

"জেদ? মই জেদ কৰি আছো মিছ দাস?"

"কিয়? মাত্ৰ দূৰ্বা বুলি মাতিব নোৱাৰা? বাৰু ঠিক আছে। এতিয়া যদি তুমি জেদ কৰা নাই তেন্তে মই বুজি লম যে তুমি মই চাকৰি এৰি দিয়াটোকে বিচাৰিছা। ইমান এটা ডাঙৰ পৰিয়ালৰ বোজা মই মূৰত লৈ আছোঁ, তুমি জানা সেইটো? চাকৰি এৰি দিয়াৰ পিচতো মই কেনেকৈ সেইখন টেবুলৰ অবিহনে জীয়াই থাকিম?"

"মিছ দাস, আপুনি মোক খুলি কওক কি ভাবিছে আপুনি।"

"নহয়। তাৰ আগতে তুমি মোক কথা দিয়া মোৰ কথাত সন্মত হ'বা বুলি।"

ঠিক, এই একেদৰেই যোৱা বছৰো দূৰ্বাই তেওঁৰ পৰা মত আদায় কৰি লৈছিল— "কোৱা, মোক সহায় কৰিবা নহয়?" অনুৰঞ্জনে কথা দিলে, কওঁক বাৰু, মই সন্মত আছোঁ।"

"সঁচানে? চোৱা, আমাৰ অফিচৰ কাম-কাজ এতিয়া এনেকুৱা হব যে তুমি সৰহখিনি সময় মোৰ চেম্বাৰতে থাকিব লগা হব। মনত আছেনে তুমি কি কৈছিলা এই নতুন স্কীমখনৰ বিষয়ে? কৈছিলা যে এই স্কীমখনত এ-চি-এম বোলা বস্তুটো আকৌ কি! ছিনিয়ৰ হেডক্লাৰ্কজনৰ অৰ্থই হৈছে এছিষ্টেণ্ট ব্ৰান্স মেনেজাৰ। গতিকে তুমি কিয় মোৰ চেম্বাৰত আহি নবহা? তুমি আহি বহিলে টেবুলখন মোৰ চেম্বাৰতে থাকিব, মোৰ চকুৰ আগতে থাকিব যেতিয়া তুমি জোৰে জোৰে তাৰ ডেৰাজবোৰ জপোৱা-মেলা কৰি থাকিব নেৱাৰিবা। হাতুৰীৰে শলখাও মাৰিব নোৱাৰিবা। মোৰ উপস্থিতিত অন্ততঃ ......।"

অনুৰঞ্জনে আগতেই কথা দি থৈছে। দূৰ্বাৰ বিশ্বাস হোৱা নাছিল। আৰু বাৰে বাৰে সুধিলে— "কোৱা, তোমাৰ কিবা আপত্তি আছে নেকি? সঁচানে? কাইলৈ আকৌ লুটিবাগৰ নামাৰাতো? কাৰবাৰ কথাত পৰি 'না' কৰি নেপোলোৱাতো! সেই গুলচন মেহতা অতি পাজী মানুহ। কোৱা....."

শেষৰ কথাখিনি কওঁতে দূৰ্বাই অনুৰঞ্জনৰ হাত দুখন ধৰি লৈ কলে, "কোৱা"।

অনুৰঞ্জনৰ মাকে সুধিলে — "এতিয়াতো আশ্ৰমলৈ যাব নোৱাৰিবা ভাই। মই আখলত পীৰা পাৰোঁ?"

দুৰ্বাই অসংখ্য ধন্যবাদ জনোৱাৰ ভঙ্গী কৰি কলে— "তেনেহলে মই এতিয়া যাওঁ। হো? কালিলৈ দহ বজাৰ আগতে আহিবা নহয়? বৰ চাহাব আহে চাৰে নবজাত।.... তাৰ পিচত সকলো আহি পালে আকৌ টেবুল টনা-আজোৰা....."

"নমস্কাৰ।"

অনুৰঞ্জনৰ এনে লাগিল যেন দুৰ্বাই এডাল সৌকাৰে ভালকৈ কোবাই থৈ গুচি গ'ল। —চটপ্! চটপ্!......

পিচদিনা ন বাজি পচিশ মিনিট যাওতেই দুৰ্বা অফিচ পালেহি।

চাৰে ন বজাত বৰ চাহাবৰ গাড়ী আহি পৰ্টিক'ত ৰলহি। দুৰ্বাই আগবাঢ়ি গৈ নমস্কাৰ জনালে।

"কওক মিছ দাস, এতিয়া গা কেনে পাইছে?"

"এতিয়া ভাল ছাৰ।" উৎফুল্লিত দুৰ্বাই উত্তৰ দিলে।

চাহাব মনে মনে অবাক হ'ল। ফুটাই হাঁহি এটা মাৰিলে।

দুৰ্বা বৰ চাহাবৰ লগে লগে তেওঁৰ চেম্বাৰলৈ গ'ল। বৰ চাহাবৰ পিয়নটো চেম্বাৰত থকালৈকে দুৰ্বাই একো নকলে। সি ওলাই যোৱাৰ পিচত দুৰ্বাই চাহাবৰ মুড্‌টো পৰীক্ষা কৰিবলৈ চেষ্টা কৰিলে। তাৰ পিচত নিবেদন কৰিলে— "ছাৰ। টেবুলখনৰ সমস্যাটো..... ।"

বৰ চাহাব জ্বলি উঠিল— "শুনক ভাই মিছ দাস। মই এতিয়া এই সমস্যা বা প্ৰব্লেমটোৰ বিষয়ে এটা শব্দও শুনিব নোখোজোঁ। আপোনালোকে টেবুল-চকী লৈ এইদৰে সৰু ল'ৰা-ছোৱালীৰ দৰে কাজিয়া কৰি থাকিলে মই বাধ্য হৈ জি-এমলৈ লিখিব লাগিব।..... ফাণী।"

"নহয় ছাৰ, এতিয়া আৰু একো প্ৰব্লেম নাই। সকলো মীমাংসা হৈ গৈছে।"

দুৰ্বাই সকলো কথা বিৱৰি কলে। ইয়াকো কলে যে তেওঁ যোৱাকালি অনুৰঞ্জনৰ ঘৰলৈ গৈ তেওঁক মান্তি কৰাই আহিছে।

বৰ চাহাবে এই ফৰ্মুলাটোৰ বিষয়ে ভাবি চালে। বাৰু ঠিক আছে, চোৱা যাওক তেন্তে.... এই অনুৰঞ্জন গুপ্ত, যাৰ প্ৰশংসাত হেড অফিচৰ পৰা আৰম্ভ কৰি বোৰ্ডৰ সকলো সদস্যলৈকে পঞ্চমুখ, সেইজনেই নে কৰ্মঠ পুৰুষ? মেৰুদণ্ডহীন প্ৰাণী?......... ঠিক আছে, সিফালে জেনেৰেল ছেক্সনত মেহতাৰ কাম নোহোৱা হ'ব....... তেলীয়া মেহতা। হেণ্ডী এণ্ড হেল্‌পফুল মেহতা আৰু এই সুপুৰুষ অনুৰঞ্জনৰ মাজত প্ৰভেদ থাকিল কি.....? "ঠিক আছে, কিন্তু গুপ্তাৰ যদি আপত্তি আছে?"

"তেওঁৰ আৰু আপত্তি কিহত? ছাৰ, তেওঁ আহিছেই।"

দহ বজাৰ আগতেই দুৰ্বাৰ মৰমৰ টেবুলখন নিজৰ চেম্বাৰলৈ লৈ আহিল। টেবুলখন অনাৰ সময়ত দুৰ্বা নিজে কুলীৰ লগত আছিল, কিজানিবা কৰবাত খুন্দা খুৱায়। কিন্তু কোনে ইমান বচাই আনিব পাৰে? টেবুল খনতো আৰু কাচৰ নহয়। কৰবাত অকণমান খুন্দা লাগিল, লগে লগে দুৰ্বা চিঞৰি উঠিল।

চেম্বাৰৰ এটা কোণত টেবুলখন পতা হ'ল। বিষ্ণু সিংহই জোৰে জোৰে কোবাই ধূলিবোৰ চাফা কৰিবলৈ লওঁতেই দুৰ্বা দাসে দিলে— "এ-ই এ-ই জংঘলী! এনেকৈ জোৰে জোৰে মৰিয়াইছ কিয়? চাওঁ মোক দে দাণ্ডাৰটো।"

দুৰ্বাই নিজ হাতেৰে টেবুলখনৰ পৰা ধূলিবোৰ মচি নিলে, আলফুলকৈ। ....... হায় হায়! মাত্ৰ এটা পযেকৰ ভিতৰতে তোমাৰ এনেকুৱা দুৰৱস্থা কৰি থৈছে? আই ঐ দেহি! এতিয়াহে মোৰ প্ৰাণটোলৈ জীৱটো ঘূৰি আহিছে। মই ভাবিছিলোঁ, তোমাক আৰু মই কেতিয়াও নাপাওঁ। ৰঙা পোহৰ কেনেকৈ পৰিব?

টেবুলখন মচি কাচি তেওঁ ঘড়ীটোলৈ চালে। দহটা বাজিছে। গুপ্তা আহিছেই চাগে। তেওঁ দুৱাৰৰ ফালে চালে, হেণ্ডলুমৰ পৰ্দাত ভাৰত নাট্যমৰ নৃত্যভঙ্গীত থিয় হৈ থকা নৰ্তকীৰ শাৰী। তেওঁ নিজৰ হাত দুখন দুয়োফালে প্ৰসাৰিত কৰি সদায় কৰাৰ দৰে টেবুলখনৰ টপ্ প্লাছৰ ওপৰত নিজৰ গালখন থলে..... "আ-হ্! এটা পযেকৰ পিচত এনেকৈ চুবলৈ পালোঁ..... এই স্পৰ্শ সুখ ........ ই-চ্-চ্..... এইবাৰ সিখন গালেৰে ....... ই-চ্-চ্ ....... প্ৰতি নোমে নোমে পুলকিত হৈ উঠে শৰীৰ।...... পুলক.......

"ক্ৰিং। হজুৰ!"

বিষ্ণু সিংহ ভিতৰ সোমাই আহিল। দুৰ্বাই লৰালৰিকৈ নিজক চম্ভালি ললে। "একো হোৱা নাই, বাহিৰলৈ যা। কলিংবেল নিজে নিজে বাজি উঠিল কেনেকৈ?"

বৰ চাহাবে পৰ্দাৰ সিফালে দুখন ভৰি দেখা পালে। অনুৰঞ্জন গুপ্তা আহিব লাগিছে। চাহাবে শকত ফাইল এটা খুলি লৈ নিজে তাত গভীৰ ভাৱে মগ্ন হৈ পৰিল।

অনুৰঞ্জন আহি থিয় দি থাকিল। বৰ চাহাবৰ ধ্যান ভঙ্গ নহল। "ছাৰ, মই বহিব পাৰোনে— অলপ সময়?"

"ওঁ? অ'। বহা। কোৱাচোন..."

দৰখাস্ত। এখন নহয়। দুখন!

"কি হল?" এখনত ডেৰ মাহৰ ছুটী বিচাৰিছে....... মাক যাব প্ৰয়াগলৈ কল্পবাস খাটিবলৈ.... তেৰেই একমাত্ৰ পুত্ৰ, গতিকে মাকৰ লগত যোৱাটো আৱশ্যক। আনখন দৰ্খাস্ত হৈছে...... পাটনাৰ জলবায়ুৱে তেওঁক সুজা নাই..... তেওঁক হয় কলিকতাৰ অফিচলৈ পঠাই দিব লাগে নতুবা আকৌ বোম্বাইলৈকে ঘূৰাই পঠাব লাগে। সেয়ে যদি

সম্ভৱ নহয় তেন্তে এই দৰখাস্তই তেওঁৰ পদত্যাগ পত্ৰ বুলি যেন বিবেচনা কৰা হয়।

"গুপ্তা চোৱা, ভাবাবেগত....।"

"নহয় ছাৰ, মই বহুত ভাবি-চিন্তিয়েই যি কৰিব লাগে কৰিছোঁ। মোৰ মায়ো ইয়াৰ অন্যথা বিচৰা নাই।"

বৰ চাহাবে আবেদন দুখনৰ ভাষা আৰু অনুৰঞ্জনৰ মুখৰ ভাব পঢ়ি কোনো সন্দেহ নাৰাখিলে যে সকলো কথাই সঁচা। এওঁ বহুত ভাবি-চিন্তিয়েই নিজৰ কৰ্তব্য স্থিৰ কৰি লৈছে।....... মানুহে মিছা কথা কোৱা নাছিল। অনুৰঞ্জন গুপ্তাই.....

অনুৰঞ্জনে আজিৰ দিনটোৰ বাবেও মৌখিকভাৱে ছুটী বিচাৰিলে। ছুটী মঞ্জুৰ হ'ল।

গোটেই ছেক্সনটো খবৰটো বিয়পি পৰিল।

একেলগে কুৰিটা টাইপ ৰাইটাৰৰ খটাখট শব্দ বন্ধ হৈ গ'ল।

সকলো বাবুয়েই একেলগে পানী খাবলৈ বিচাৰিলে— "পানী"।

"কি-ই-ই?"

"সেইটোৱেই হলগৈ। মিছ দাসে যিটো বিচাৰিছিল।

"স্ত্ৰিয়াশ্চৰিত্ৰম্.....।"

"আশ্চৰ্য..... অন্যায়....... নাৰী?"

"গুপ্তা চাহাব গুচি গ'ল?"

খবৰটো দুৰ্বায়ো পালে।

কিছু সময়লৈ স্তব্ধ হৈ ৰ'ল। তেওঁৰ মুখৰ ৰং নোহোৱা হৈ গ'ল। শেঁতা মুখ।..... পদত্যাগ-পত্ৰ ছুটী? তেওঁ ইয়ালৈ অহা নাছিল? কিন্তু তেওঁতো মোক কথা দিছিল!

দুৰ্বাৰ মুখলৈ পুনৰ আগৰ ৰঙা ৰং ঘূৰি আহিল। তেওঁ নিজৰ চকীখন এৰি থৈ উঠি আহিল। নিজৰ প্ৰিয় টেবুলখনৰ কাষলৈ গ'ল আৰু তাৰ চকীখনত বহি ললে। ওঠ দুখনত হাঁহি এটা খেলি গ'ল। ...... পদত্যাগ-পত্ৰই দাখিল কৰক বা জুইত গৈ মুৰ সুমুৱাওকগৈ মূৰ্খ অনুৰঞ্জন গুপ্তাই...... মোৰ ধৰ্ম ৰক্ষা পৰিল..... মোৰ সন্মান ৰক্ষা পৰিল..... তুমি এতিয়া মোৰ হৈ থাকিলা... কেৱল মোৰেই। কাঁইট এতিয়া আঁতৰি গ'ল। আহ....!

টেবুলৰ ওপৰৰ টপ্ গ্লাছখনত নিজৰ গালখন বাৰে বাৰে লগাই, তাৰ স্পৰ্শসুখ অনুভৱ কৰি, তাৰ মুখত পুলকিত হৈ, কান্দি, হাঁহি— তুমিয়েই সত্য তুমিয়েই নিত্য ভাৱত বাগৰি থাকিল..... নানা ধৰণৰ শব্দ কৰি।

মেহতাই এনে সময়তে কেইটামান অপ্ৰচলিত ইংৰাজী শব্দ যোগাৰ কৰি আনিছিল দুৰ্বা চাহাবক অভিনন্দন জনাবৰ কাৰণে। তেওঁ চেম্বাৰলৈ সোমাই গ'ল। এঁ, কি কাণ্ড! তেওঁ দেখা পালে মিছ দুৰ্বা দাস এ-বি-এমে টেবুলখনক আকোৱালি ধৰি কাচখনৰ

ওপৰত গালখন থৈ খিলখিলাই হাঁহিব লাগিছে। নে কান্দিব লাগিছে? চকুহালত চকু পানী আৰু ওঁঠত সেয়া কেনেকুৱা হাঁহি? এয়া কেনেকুৱা সুখ পাইছে মিছ দুৰ্বা দাসে? এয়া কেনেকুৱা সুখ-দুখ? এয়া কি হৈছে......?

মেহতাৰ এনেকুৱা লাগিল যেন তেওঁ কোনো অশ্লীল দৃশ্য এটাৰ আগতহে থিয় হৈ আছে। মূঢ়মতি তেওঁ।— নাই, এনেকুৱা দৃশ্য চাবৰ যোগ্য নহয়।

(1961)

# তবে একলা চলো ৰে

.........কথাটো আৰম্ভ হ'ব তাৰ জন্মৰ পৰাই, সাত বছৰ আগৰ পৰা।

যদিও সি পুৰুষৰ ৰূপ ধাৰণ কৰি এটা উৎসৱৰ দিনত জন্ম লৈছিল, তথাপি সি ভূমিষ্ঠ হোৱাৰ পিচত তাক দেখি মানুহৰ মুখবোৰ বিকৃত হৈ পৰিছিল, সকলোৱে নাক কোচাইছিল আৰু আটাইৰে মুখৰ পৰা নানা ধৰণৰ অমঙ্গলীয়া কথাবোৰ ওলাবলৈ ধৰিছিল।

তাৰ জন্মও হৈছিল জন্মাষ্টমীৰ দিনা ৰাতি। সেইবাবে পৰিয়ালৰ মানুহে শুনাকৈ বাৰে পতি কৈ আছিলোঁ— 'ইয়াৰ নাম শ্ৰীকৃষ্ণই থোৱা যাওক দিয়া।"

মানুহবোৰে ভাবিলে মই কটা ঘাত লোণ চিটিকাইছোঁ বুলি। গোঁৱাৰ পত্নীয়ে মুখখন ভেঙুচাই কলে— "এ-এ-স!

মৰিবলৈ অহা এই আপদটোৰ নাম থব লাগে বোলে কিষণ মহাৰাজ!"

আটাইবোৰে হাঁহি দিলে। মই প্ৰস্তাৱ কৰা নামটো হাঁহিত উৰি গ'ল। পত্নীয়ে পৰা গালি আৰু অপ্ৰভ্ৰংশলৈকে নাম গুচি গ'ল অৱশেষত— কিষণ মহাৰাজ।

পিচে কিষণ মহাৰাজৰ জন্মত মই পৰিয়ালৰ আনবোৰ মানুহৰ দৰে নিৰাশ হোৱা নাছিলোঁ। ঘোৰ কলা ৰংটোৰে কঁকালত জুনুকা এটা আঁৰি দৌৰি ফুৰা শিশু এটা। কিমান যে মৰম লগা! .....চে্ চে্!

আৰু আন ফালে তাৰ জন্মৰ ছদিনীয়া অশৌচ খেদোৱাৰ আগতেই মানুহে ভৱিষ্যত-বাণী কৰিবলৈ আৰম্ভ কৰি দিলে— ভাদত জন্ম হৈছে। কেনেবাকৈ আহিন মাহত ধাৰাসাৰে হোৱা বতাহ-বৰষুণৰ মাজত জন্ম লোৱাহেঁতেন 'কিষণজী' দুদিনৰ দিনাই দ্বাৰকাপুৰী পালেগৈহেঁতেন, সুদা ভৰিৰে। .... ছিঃ ছিঃ! কোনো কেঁচুৱাৰ কথা লৈ আৰু যি কোনো শিশুৰ বিষয়েও এনেবোৰ কথা কেৱল 'ৰাক্ষসগণ' যুক্ত মানুহেহে উচ্চাৰণ কৰিব পাৰে।

ছদিনীয়া অশৌচ পালনৰ দিনা নিশা পৰিয়ালৰ সকলোৱে নিজৰ 'বাথান'ৰ কথা সুঁৱৰি কাকুতি কৰাৰ নিয়ম। তেওঁলোকে আই ষষ্ঠীৰ আগত প্ৰাৰ্থনা কৰিলে, পৰিয়ালৰ ডাঙৰগৰাকী বুঢ়ীয়ে— হে আই ষষ্ঠী, তুমি মানুহক দিয়া পুত্ৰ আৰু পশুক দিয়া কন্যা।.....

হে আই, তুমি মতা মহ পোৱালিটো লৈ যোৱা আৰু আমাক দি যোৱাহি এজনী মাইকী মহ পোৱালি।'...... লৈ যোৱা আই, লৈ যোৱা— ইয়াৰ অৰ্থ হ'ল, পোৱালিটো ওভোতাই নিয়া, বলিদান লোৱা। মহৰ বাথানত মতা পোৱালিৰ জন্ম কেতিয়াও নিদিবা!

আজি আমাৰ পৰিয়ালৰ বাথানত মাত্ৰ দুটা মহ আছে। দূৰ-দূৰণিলৈকে বসবাস কৰা বাৰেবৰণীয়া খেতিয়ক আৰু জমিদাৰে মহ পালন কৰে। যাৰ বাথানত তিনি ডলীয়া কড়িৰ মালা পিন্ধা মহ নাথাকে, তাক দৰিদ্ৰ বুলি বিবেচনা কৰা হৈছিল— আজিৰ পৰা দহ বছৰ আগলৈকে। আজিকালি সেইবোৰ মানুহে ইমানকৈ মহ পোহে যাৰ গাখীৰ আৰু ঘিউৰ বাহিৰে আন আৰু ব্যৱসায়েই নাই। কিন্তু বাথান সৰুৱেই হওক বা ডাঙৰেই হওক, মতা পোৱালিৰ জন্ম হোৱাটো সদায়ে অমঙ্গল বুলি বিবেচনা কৰা হয়

মই বিশেষ আনন্দ লাভ কৰাৰ এটা কাৰণ আছিল; সেইটো হৈছে মোৰ দুখৰ কাতৰ আহ্বানতে তাৰ জন্ম হৈছিল... তাৰ খোৰাকী সৰহভাগেই ক্ষীৰ এতিয়া ময়েই খাবলৈ পাম, আৰু দৈ! যিখিনি এই দুৰ্দিনৰ সময়ত এই দুৰ্বল শৰীৰটোৰ বাবে বৰ দৰকাৰ হৈছিল। গাখীৰ আৰু দৈ আমাৰ গাৱঁতো দুৰ্লভ বস্তু হৈ পৰিছিল আৰু কবিৰাজে মোক কলৰ ৰুটিৰ লগত কেৱল দৈকে খাবলৈ কৈছে। দৈ পোৱা নগলে মাখন তোলা গাখীৰেৰেই চলিব, কিন্তু খবৰদাৰ! এচিকুট নিমখ বা এচিকুট চেনিও যাতে তাত নপৰে......।

......... মনত মোৰ এনে লাগিছিল যেন মোৰ কষ্ট দূৰ কৰিবলৈকেহে সি এনে এটা উপযুক্ত মুহূৰ্তত জন্ম লৈছেহি। এতিয়া এই মাটিৰ কায়াটোলৈ— যিটো সকলো তীৰ্থতকৈ শ্ৰেষ্ঠ— জীৱটো পুনৰ উভতি আহিব। ধৰ্ম এতিয়া ৰক্ষা পৰিব। আহিনৰ বতাহ-ধুমুহাই নাইবা আই ষষ্ঠীয়ে আহি ইয়াক তুলি লৈ গলেও মোৰ এতিয়া 'দধি-কদলিকল্প'ত আৰু কোনো বাধা নপৰে।

.......উম্-য়েঁ! কিষণ মহাৰাজে বাথানৰ পৰা মাতিলে।

গাওঁখনত তেতিয়া দিনৰ দিনটো খাটত শুই থাকি কিবা-কিবি চাই থাকিবলগীয়া হোৱা একমাত্ৰ মতা মানুহ ময়েইহে আছিলোঁ। ভাদ মহীয়া শইচ কটাৰ দিন হোৱা বাবে গাঁৱৰ সকলো মানুহ দিনটো পথাৰতেই থাকে। সিফালে বাথানতো কিষণ মহাৰাজৰ বাহিৰে আন দ্বিতীয় এটা পোৱালি তাত নাছিল। তাৰো মাক মহজনী খেতিৰ পথাৰতে আছিল।

কিষণ মহাৰাজক কাউৰীয়ে আহি খুটিয়ায় আৰু মোক আহি জুলুম কৰে মাখিয়ে। ..... বেচেৰা এক শুভ দিনত পৃথিৱীলৈ আহিছিল আৰু জন্মৰ পিচৰে পৰাই অপমান আৰু লাঞ্চনা সহি গৈছে। সি যদি মতা মহৰ পোৱালি এটা নহৈ মাইকী পোৱালি হ'লহেঁতেন তেন্তে ডিঙিত যুৰীয়া কড়িৰ হাৰ ওলমি থাকিলহেঁতেন আৰু লগতে এটা জুনুকাও। কোনোবাই ঘৰৰ ভিতৰৰ পৰা ওলাই আহি চকুৰ ফেচকুৰিখিনি মচি দিলেহিহেঁতেন। কোনোবাই বৰ যতনেৰে ধৰি গাখীৰত ফটাকানি তিঁয়াই তিয়াই তাৰ মুখত চুপিবলৈ দিলেহেঁতেন। ঘৰৰ ডাঙৰ বুঢ়ীগৰাকীয়ে চোতালত বহি ধেনু-কাঁড় লৈ চৰাই খেদি তাক

ৰখি থাকিলেহেঁতেন। বুঢ়ীয়ে উৰি অহা পাৰচৰাইবোৰকো কাউৰী বুলি ভাবি হুৰাই দিলেহেঁতেন।

......."উন্-ৰেঁ-ৰেঁ-ৰেঁ!" কিষণ মহাৰাজে বেজাৰ কৰি চিঞৰিলে।

মনত আছে, খৰমযোৰ পিন্ধি লৈ গোবৰ-জাবৰৰ লেতেৰা দ'মটো পাৰ হৈ মই বাথানলৈ গ'লোঁ। সি আচৰিত হৈ মোৰ ফালে একেথৰে চাই থাকিল, ভালেখিনি সময়। মই সুধিছিলোঁ— "কি হ'ল মহাৰাজ? কাউৰীয়ে আমনি কৰিছে নেকি?

সি উঠি থিয় হ'ল। মই তাৰ ঠৰঙা নোমবোৰৰ ওপৰত হাত ফুৰাবলৈ ধৰিলোঁ। দেখিলোঁ কেইটামান মাখিয়ে তাৰ কাণৰ ওচৰত ভালকৈ বহি লৈছে। জোঁক এটাই কেতিয়াবাৰ পৰা তেজ খাই পেটুৰা হৈ আছে।

মই তাক শুকান ঠাইলৈ লৈ আহিলোঁ। তাৰ থৰক-বৰককৈ অহা খোজবোৰ..... নয়নাসে প্ৰভু চলে কোনো ঠাই!

তাৰ জোকে খোৱা ঘাঁ ডোখৰত চূণ সানি দিলোঁ। চকুৰ ফেচকুৰিখিনি জিকাৰ পাত এটাৰে মচি দিলোঁ। তাৰ চকুৰ পৰা ফেচকুৰিয়েই নহয়। চকুপানীও বৈ আছিল।

মই তাক আনি মোৰ চালিখনৰ কাষত, ঠিক মোৰ খাটখনৰ সমুখৰ খুটাটোতে বান্ধি থলোঁ। ঠাইখিনি সলোৱাৰ বাবেই হওক বা মোক লগ পায়েই হওক সি বৰ ভাল পালে আৰু মাজে মাজে জপিয়াবলৈ চেষ্টা কৰিলে।

সেইদিনা মই তাৰ বিষয়ে বহুত পৰলৈ ভাবি থাকিলোঁ।...... আহিন মাহৰ মৰকে আহি যদি অকস্মাৎ ধুয়ো নিয়েহি তথাপি পুৰুষ হৈ জন্ম লোৱাৰ পাপৰ ফল গোটেইটো জীৱন ভূগিব লাগিব। তিনি বা চাৰি বছৰৰ পিচত কোনো এখন মেলালৈ নি বেচি দিব লাগিব। পুৰুষ মুলুকৰ পৰা অহা বেপাৰী বিনাকৰ দলৰ কোনো 'নৱা' নাই (মহ পোৱালি কিনোতাই) ইয়াৰ পিঠিখনৰ ওপৰত হাত দি পৰীক্ষা কৰিব আৰু কব— একেবাৰে সৰু হৈ আছে, হালত লগাব পৰা হোৱাই নাই...... লেবোনা, এটা লেবোনা।

সম্ভৱ, সকলোতে 'লেবোনা লেবোনা' শুনি শুনিয়েই মানুহে এই বেপাৰীবোৰক 'লাবানা' বুলি কবলৈ আৰম্ভ কৰি দিলে..... লেবোনা, লবানা!

সেই দিনা কিষণ মহাৰাজৰ লগত মই নিজকে তুলনা কৰিছিলোঁ। মই কামৰ অলায়ক মানুহ, বেমাৰী মানুহ, পৰিয়ালৰ এটা বোজা। কিষণ মহাৰাজক বেচিব পাৰিলে পৰিয়ালৰ মানুহে যাঠি-সত্তৰ টকা পাই যাব। মোক বিনা পইচাতো কোনেও নিনিয়ে।.... পেটৰুগীয়া মানুহ সকলোতে কিয় বিৰক্ত হয় মই জানোঁ।

সন্ধিয়া হোৱাৰ আগতেই পৰিয়ালৰ আটাইতকৈ সৰুজন সদস্য পাঠশালাৰ পৰা বহী-বস্তা ওলোমাই লৈ উভতি আহিল আৰু মোৰ ওচৰত থমকি ৰৈ আচৰিত হৈ মোলৈ চাই থাকিল। মই তাক ধমকি এটা দিলোঁ— মূৰ্খৰ দৰে ভেবা লাগি এনেকৈ কি চাই আছ?"

তাক দেখুৱাই মই মহ পোৱালিটোৰ মুখৰ ওচৰলৈ মোৰ মুখখন নি চুমা এটা খালোঁ— তপচ্! ঈৰ্ষা অথবা আশ্চৰ্যত পীড়িত হোৱা মানুহৰ সেই পেন্দুকণাটোৱে মোৰ ফালে ঘৃণাৰে চালে। তাৰ পিচত মাটিত থুই পেলাই দি সি চোতালৰ ফালে দৌৰ মাৰিলে— "ৰাম! ৰাম! তৌবা, তৌবা! দেউতা নিৰ্ঘাত চণ্ডাল হৈ গ'ল— ম'হ পোৱালিটোৰ থুতৰিত চুমা খালে....!"

নিজৰ হাঁহিটো চেপি লৈ মোৰ অশিষ্ট পত্নীগৰাকী আহি উপস্থিত হ'ল— "এঁ-এঁ-এঁ! কিষণ মহাৰাজক দেখোন আজি দালানৰ ওপৰত বান্ধি থৈছে!"

"বান্ধি থৈছে মানে? আজিৰ পৰা ই ইয়াতে থাকিব। এইখিনি ঠাইতে।"

"এৰা হবলা, গাখীৰ-খোৱা মহ পোৱালীৰ গোবৰখিনিয়েই আচল...... হি-হি-হি-হি!"

এজন পেটবেমাৰী মানুহৰ পত্নীয়ে এনেকৈ দাঁত চেলাই হাঁহিব যে নাপায়, সেই কথাটো এতিয়া কোনে বুজাই দিব!

"আৰু তোমাৰ ল'ৰাই মলয়া পৰ্বতৰ চন্দনৰে গোবৰ উলিয়ায়।"

তেওঁৰ হাঁহিৰ কোব আগতকৈও চৰিল। যাওতে বিন্ধি যোৱাকৈ কৈ গ'ল— "ই-হ্! কথাতে কয় নহয় বোলে, নিশকতীয়া মৰে গুড়ি পকুৱাৰ উঁৰে। মই জানিছোঁ— এই খংটোৰ কথা। এওঁৰ আগত এতিয়া হাতৰ পৰাও নপৰক লোণ, পাতৰ পৰাও নসৰক চুণ! গতিকে খঙেই কৰক বা কোপেই কৰক, গালি পাৰক বা পাগলৰ দৰে বকি থাকক! কবিৰাজে কৈছে নহয়, চাহৰ এটা টোপ পৰ্যন্ত খাবলৈ নিদিবলৈ।"

"কবিৰাজে ভালৰি নগোৱা কথা শুনাবলৈও হাক দিছে, তাৰো বোধকৰো এটা টোপ পৰ্য্যন্ত মুখৰ পৰা নুলিয়াবলৈ... হোঁ!"

সন্ধিয়া পৰলৈ আটাইবোৰ মানুহ খেতি-খোলা, পথাৰ-সমাৰৰ পৰা উভতি আহিল। প্ৰত্যেকেই ম'হ পোৱালিটো আগচালিত আনি বান্ধি থোৱা দেখি আচৰিত হ'ল, আটায়ে ইয়াত আপত্তি তুলিলে। ইফালে মোৰ মনতো গাঁথিয়ে গাঁথিয়ে বজ্ৰ-গাঁথিৰ বান্ধ মেৰ খাই গৈছে।..... মহ পোৱালিটো ইয়াতেই থাকিব।

অলপ সময়ৰ পিচতে বাথানৰ মহজনী আহিল আৰু আহিয়েই হেম্বেলিয়াবলৈ ধৰিলেহি— "বাচা ক'ত আছ-অ-অ-অ-?" কিষণ মহাৰাজে আগচালিৰ পৰা সঁহাৰি দিলে— "মই ইয়াতে আছো-ওঁ-ওঁ-ওঁ.......!"

সকলোবোৰতকৈ আচৰিত হ'ল ম'হ পোৱালিটোৰ মাকজনীহে।

আজি বিস্তাৰিতভাৱে তাৰ বিষয়ে কোৱাৰ সময় হৈছে। এতিয়া সাত বছৰীয়া যুবক কিষণ মহাৰাজৰ কৰ্তব্যৰ কাৰণে মোক অপৰাধী কৰাৰ চেষ্টা চলোৱা হৈছে। মোৰ পৰা কৈফিয়ৎ তলব কৰা হৈছে.....।

মই জানোঁ, আদালতত এনেকুৱা জবানবন্দী স্বাধীনতা সংগ্ৰামৰ সময়ত বিপ্লৱী

লোকসকলেও দিছিল, যিবোৰ সেই সময়ৰ কোনো হাকিমে পঢ়িও কোৱা নাছিল আৰু শুনাও নাছিল। কিন্তু আপোনাৰ সম্বন্ধে খ্যাতি বিয়পি পৰিছে যে আপুনি যি কোনো গোচৰৰে ৰায় খৰচি মাৰি পঢ়ে আৰু সকলো কথা শুনে। সেইবাবে সাহস কৰি ইমান ডাঙৰ-দীঘল এই বক্তব্য প্ৰস্তুত কৰিছোঁ।

আৰু এয়ে হৈছে কিষণ মহাৰাজৰ বাল্য কালৰ কাহিনী।

সংক্ষেপতে কব লাগিলেও এইখিনি ক'ব লাগিব যে দিনে-ৰাতিয়ে মোৰ লগত। ফলত সি মোৰ সকলো কথাকে বুজিব পৰা হ'ল আৰু মই হৈ পৰিলোঁ তাৰ ভাষাৰ পণ্ডিত।

আহিন মাহত আঠ দিন ধৰি একেৰাহে মৰক লাগিছিল সেইবাৰ। মহ পোৱালিটো গোটেই দিনটো নৰি-চাপৰি জপিয়াই ফুৰিছিল সেই আঠ দিন। তাৰ কৃপাতেই মোৰ কোনেও ভাল কৰিব নোৱাৰা ৰোগটো আশাতীতভাবে আৰোগ্য হ'ল। ....... দৈ খোৱাৰ পৰা খিটখিটিয়া ভাবটোও দূৰ হ'বলৈ ধৰিলে।

কবিৰাজ মহাশয়ে পুৰা-গধূলি আঘোণমহীয়া ধাননি পথাৰৰ ওচৰে-পাজৰে অলপ ফুৰিবলৈ পৰামৰ্শ লিখি দিছিল। নকলেও হ'ব, মহ পোৱালিটোও মোৰ লগতে বায়ু সেৱন কৰিবলৈ গৈছিল প্ৰত্যেক দিনে। ইমানতে ....... বালকাণ্ড সমাপ্ত।

পেটৰ ৰোগ দূৰ হ'ল; কিন্তু পেটৰ চিন্তা বাঢ়িবলৈ ধৰিলে।

যিদিনা গাওঁ এৰি চহৰলৈ আহিছিলোঁ সেইদিনা মহ পোৱালিটো মোৰ গৰু গাড়ীখনৰ পিচে পিচে বহুত দূৰলৈকে আহি আছিল।..... "যা কিষণ, ঘৰলৈ উলটি যাগৈ এতিয়া! "এই কথাষাৰ কবলৈ মোৰ ডিঙিটো সোপা মাৰি ধৰিছিল।

মোৰ অনুপস্থিতিত মহ পোৱালিটোৱে যাতে অকণো কষ্ট নাপায় আৰু তাক যাতে বেচি নেদিয়ে— পৰিয়ালৰ মানুহৰ প্ৰতি এনেবোৰ কথা মই পত্নীলৈ লিখা চিঠিত মনত পেলাই দি আছিলোঁ। কিন্তু পৰিয়ালৰ এজন মানুহে জেদ ধৰাত পত্নীয়ে মোলৈ লিখালে— কানাই বাবুৰে দিনে ৰাতিয়ে মহ পোৱালিটোৰ কথাকে কৈ থাকে। কয় যে সি খালী লোকৰ ফচল 'নুকচান' কৰি ফুৰে। কোনে ৰাতিয়ে দিনে তাৰ বাবে গালি খাই থাকিব! আৰু কৈছে বোলে গাঁৱৰেই মকদুম মিঞাই নব্বৈ টকা দাম দিবলৈ ওলাইছে। মই কওঁ, তাৰে অংশ পঞ্চলিশ টকা কানাই বাবুলৈ পঠাই দিয়ক। কলিজা ফাটি গৈছে তাৰ......."

টকা নপঠালে। চাৰি দিনৰ ছুটী লৈ গাওঁ পালোহি। আহি দেখো, যি ভাবিছিলোঁ সেয়েই হৈছে। মহ পোৱালিটো বেচি দিলে।

মকদুম মিঞাৰ বাথানত শকত ৰচিৰে টানকৈ বান্ধি থোৱা কিষণ মহাৰাজক দেখা পাই মোৰ গোটেই গাটো পুৰিবলৈ ধৰিলে। তাক বশ মনাবৰ বাবে মকদুমে বেধুম পিটিছিল। তাৰ গোটেই গাটোতে দীঘল দীঘল চিনবোৰ সেৰা পাতি আছিল।

মোৰ পৰা নগদ এশ-দহ টকা লৈহে মকদুমে মহ পোৱালিটো ওভোটাই দিলে।

সেইবাৰ গাঁৱৰ গাঁও পঞ্চায়তৰ আগত কৈ থৈ আহিলোঁ "এতিয়াৰে পৰা ই এই গাওঁখনৰ, এই অঞ্চলটোৰ সকলোৰে বাবে হ'ব।"

সেইবাৰ মই চাৰি দিন ধৰি তাৰ লগতেই মনৰ কথা পাতিলোঁ। পত্নীয়ে কলে— "কানাই বাবুৱে গণি গণি টকা লৈ মকদুমৰ হাতত মহ পোৱালিটোৰ পঘাদাল গটাই দিছিল; কিন্তু সি পঘা হাতৰ পৰা এৰুৱাই আনি চোতাল পাইছিলহি, মোৰ ওচৰ। মই আছিলোঁ পাকঘৰত। সি সেইখিনি পাই বেবাবলৈ ধৰিলে।...... উস্! তাৰ চকু দুটাৰ পৰা টপ টপকৈ পানী সৰিবলৈ ধৰিছিল..... যেন আঁচলেৰে চকুপানী সামৰিবৰ সি চেষ্টা কৰিছিল।"

ইয়াৰ পিচৰ কথাবোৰ ময়ো শুনিছিলোঁ। যিবাৰেই মই গাৱলৈ আহিছিলোঁ প্ৰত্যেকবাৰেই মহ পোৱালিটোৰ বিষয়ে কিবা নহয় কিবা এটা কথা শুনিমেই। কোনোবাই সেইবোৰক অলৌকিক বোলক বা সাধাৰণ বোলক, ক্ৰমে তাৰ গাত কিছুমান বিশেষ গুণ প্ৰকাশ পোৱাৰ কথা শুনা গ'ল।

গুণৰ কথাত এইবুলি ওলাল যে গোটেই গাওঁখনৰ ল'ৰা ছোৱালীবোৰক সি পিঠিত তুলি লৈ ফুৰায়। কিন্তু কোনোবাই যদি পুৰণি অভ্যাস এৰিব নোৱাৰি তাক গালি শপনি পাৰে কিবা কয় তেতিয়া তাৰ নাকৰ পৰা ফোঁচ ফোঁচ ফোৰোহনি ওলাবলৈ ধৰে।

উজড্ড ৰামবুহাৰণে গালি এটা নপৰাকৈ কোনো কথাকে কব নোৱাৰিছিল। এবাৰ সি কলে— "এই মৰণ নোহোৱাটো" বুলি.......। বচ্! মৰণ নোহোৱা বুলি শুনাৰ লগে লগে কিষণ মহাৰাজে ভৰিৰ খুৰাৰে মাটি আচুৰিবলৈ ধৰিলে। তাৰ পিচত এসোপা ধূলি ৰামবুহাৰণৰ চকুলৈ উৰুৱাই মাৰি দিলে।

মকদুম মিএগাৰ মনৰ পৰা লোভ-মোহ দূৰ হোৱা নাছিল। মহ পোৱালিটো আকৌ চকুত পৰাৰ লগে লগেই পুনৰ তাৰ ভূতটো জাগি উঠিল। মকদুমে আমাৰ চুবুৰীটোৰ বাটো পাহৰিছিল; কিন্তু মহ পোৱালিটোৰ লোভত সি নানা ধৰণৰ কথা আকৌ ভাবিবলৈ ধৰিলে। সি দূৰত থকা তাৰ নিজৰ গাৱৰ এজন আপোন মানুহৰ সৈতে এই বিষয়ে পৰামৰ্শ কৰিলে। গুণ্ডা আৰু দগা চোৰ সেই আত্মীয়জনে তাক কলে— "লোৰ শিকলি আৰু কাঁইট থকা চাবুক দেখিলে বাঘেও থৰথৰকৈ কঁপে। আৰু এই মূৰ্খ মহ পোৱালিটোও এটা কথা নে!"

এদিন নিশা মনে মনে সিহঁত হাল আহিছিল তাক চুৰ কৰি নিবলৈ— মকদুম আৰু অসগৰ দুয়ো।

পৰিস্থিতিৰ পৰা অনুমান হয়, কিষণ মহাৰাজে ভৰিৰে ধূলি উৰুৱাই সম্ভৱ সিহঁত দুটাক সাৱধান কৰি দিবলৈ চেষ্টা কৰিছিল, প্ৰথমতে। যেতিয়া অসগৰে যাঠিৰে তাৰ পিঠিখনত খুচি ঘা কৰি দিলে তেতিয়া সি নিৰুপায় হৈ চিএগৰিবলৈ ধৰিলে। সি চিএগৰি সকলোকে মাতি আনি মকদুম আৰু অসগৰৰ হাত-ভৰি ভঙাই দিয়ালে।

এই ঘটনাৰ পিচৰ পৰাই সি নিজেই গাওঁখনত পহৰা দিয়াৰ কাম আৰম্ভ কৰিলে হবলা। কেতিয়াৰ পৰা সি ৰাতি ৰাতি গাঁৱত পহৰা দিয়াৰ কামত লাগিছিল সেই কথা কোনেও কব নোৱাৰে। তনুকসাহৰ পিচফালে বাৰীত এবাৰ কাৰোবাৰ চিঞৰ শুনা গল, নিশা। তনুকসাহৰ ঘৰৰ মানুহবোৰে সাৰ পালে যদিও বাহিৰ ওলাই যাবলৈ কাৰো সাহ নহ'ল। তাৰ পিচত সেই চিঞৰ-বাখৰ ডাঙৰ হ'বলৈ ধৰিলে— "মৰিলো ঔ, গাঁৱৰ কোন আছা, আমাক আহি ৰক্ষা কৰা''...... বুলি শুনা গ'ল। মানুহ হিলদল ভাঙি দৌৰি আহিল। দেখিলে, তনুকসাহৰ বাৰীৰ পিচফালে এটা মানুহ বাঙলী হৈ পৰি চিঞৰি আছে আৰু ওচৰতে থিয় হৈ কিষণ মহাৰাজে তাক লঠিয়াই আছে।.... মহ পোৱালিটোৰ এই কাণ্ড-কাৰখানাৰ কথা মানুহে চোৰটোৰ মুখৰ পৰাই শুনিবলৈ পালে। সি নিশা গাঁৱত চুৰ কৰিবলৈ সোমাওঁতেই কিষণ মহাৰাজে তাক দেখা পাইছিল আৰু আচৰিত হৈ তাৰ আলেখলেখ চাই ফুৰিছিল। যেতিয়াই চোৰে সিন্ধি খান্দিবলৈ আৰম্ভ কৰিলে, কব নোৱাৰি কৰ পৰা আহি মহ পোৱালিটো তাৰ পিঠিৰ ওপৰত জপিয়াই পৰিলহি।

তনুকসাহৰ লগতে গাঁৱৰ সকলোৱেই একেলগে কিষণ মহাৰাজক দেওলগা মহ পোৱালি বুলি কৈ তাৰ শিঙত ঘিউ সানি দিলে আৰু কপালত অক্ষত-দুৰ্বা আঁৰি দিলে।...... কেচা কল খাবলৈ সি ভাল পায় বুলি পত্নীয়ে মোক কৈছিল। সেই কাৰণে তনুকসাহে কিষণ মহাৰাজক দুই ওজন কেচা কলো খুৱালে।

কিন্তু দুই ডজন কল খুৱালেও তাক নীতিভ্ৰষ্ট কৰিব নোৱাৰিলে তনুকসাহে। এদিন ৰাতিপুৱাই শোৱাৰ পৰা উঠি তনুকসাহে হায়ে-বিয়ে লগাই দিলে— "মহ পোৱালিয়ে মোৰ দুবিঘা মাটিৰ ধপাত খেতি তহিলং কৰি পেলালে। মোৰ, মোৰ দুশ টকাৰ বস্তু সকলো নাশ হ'ল, হায় হায়!"

গাঁৱৰ কোনো এজন পঞ্চায়তীয়ে তাক সহানুভূতি নেদেখুৱালে। ল'ৰা-ছোৱালীবোৰৰ মুখৰ পৰা ওলাল— "ভাল হৈছে, মজাটো পাইছে।..... পৰহি বেচেৰা অজবলালৰ গৰু-ছাগলী ক্ৰোক কৰাইছিল এই তনুকসাহে। সি বেইমানী কৰি তিনিশ টকাৰ দলিল কৰাই লৈছিল। পিচত গোচৰ তৰি...... মনে মনে 'ডিগ্ৰী' কৰাই ললে।...... খুব ভাল কৰিছে মহ পোৱালিয়ে।"

পিচ দিনাও দুপৰীয়া তনুকসাহে চিঞৰ-বাখৰ লগাবলৈ ধৰিলে— "চোৱাহি, চোৱাহি, কোন আছা চাই যোৱাহি, মহ পোৱালি পগলা হৈছে!"

গাঁৱৰ মানুহে এই তামাচা চাবলৈ ধৰিলে— তনুকসাহৰ চাৰি বিঘা মাটিত ফুলি থকা সৰিয়হ ডৰা এফালৰ পৰা মহতিয়াই পেলাইছে মহ পোৱালিয়ে। সি উন্মত্ত হৈ এমুৰৰ পৰা আন মূৰলৈ চেকুৰি ফুৰিছে। ....... সৰিয়হ ডৰাৰ হালধীয়া ফুলবিলাক নেফানেফ হৈ গ'ল তাৰ গচকত।

তনুকসাহে সকলো নিৰৱে চাই থাকিবলৈ বাধ্য হ'ল। তাৰ মুখৰ পৰা শব্দ এটাও নোলাল। সেই দিনা আবেলিয়েই সি অজুবলাল দাসৰ ওপৰত কৰোৱা 'ডিগ্ৰী' উঠাই ললে— মূলৰ টকা ত্ৰিশটাকে লৈ। সূত এপইচাও নললে।........

সন্তোখী জেঠাইৰ বিধবা জীজনীয়ে দিনটো খেতিয়কৰ ঘৰত ধান-চাউল মৰাৰ কাম কৰি ফুৰে। আবেলি পৰত তাই দুমাইল দূৰৰ ষ্টেচনলৈ হালধী আৰু জলকীয়াৰ গুৰি বেচিবলৈ যায়। কেতিয়াবা উভতি অহাৰ সময়ত এন্ধাৰ হয়। সন্তোখীৰ বিধবা জীয়েক জনীয়ে তেতিয়া মহ পোৱালিটোক মাতি লুংলুঙীয়া বাটটোৰে আহে। তাৰ কাৰণে তাই সদায় এটা কেচা কলো কিনি লৈ আহে। তাৰ প্ৰতি থকা এই ভক্তিৰ গুৰিতে আন এটা দুখৰ কাহিনীও আছে। সন্তোখীৰ বিধবা জীয়েক জনীয়ে মোৰ পত্নীৰ আগত কথাবোৰ কৈছিল

গাঁৱৰ এজন ডাঙৰ মানুহৰ নজৰ সন্তোখীৰ বিধবা জীয়েকৰ ওপৰত বহুত দিনৰ পৰাই পৰিছিল।

এদিন মৰাপাট তলিত চোপা লৈ মনে মনে বহি আছিল......।

সিফালৰ পৰা কিবা গুণগুণাই আৰু নিজকে নিজে কিবা কথা কৈ কৈ সন্তোখীৰ বিধবা জীয়েক খেতিডৰাৰ কাষ পাইছিলহি। সেই ভদ্ৰলোকে দেখাদেখিকৈ একো অসভ্যালি নকৰিলে; কিন্তু সি তেতিয়া জানোৱাৰতকৈও জঘণ্য হৈ পৰিছিল।

অবৈধ প্ৰেম নিবেদনৰে আৰম্ভ কৰিলে বাবু চাহাবে।

তিনি অনাৰ হালধী বেচি তাৰে এক অনাৰে লোণ কিনি লৈ সন্তোখীৰ বিধবা জীয়েকজনী ঘৰলৈ আহি আছিল। তাই হঠাৎ দহ টকাৰ নোট দেখা পাই কঁপিবলৈ ধৰিলে। তাইৰ এনে লাগিল যেন বাবু চাহাবৰ জেপৰ পৰা সেয়া এডাল সাপহে ওলাই আহিছে আৰু ফেঁট তুলি ধৰিছে। কিন্তু তাই চিঞৰি দিব নোৱাৰিলে, কাকো মাতিবও নোৱাৰিলে— কাৰণ বাবু চাহাব লুটি খাই পৰি গল......।

"ছিঃ ছিঃ, উঠক বাবু চাহাব।" ঠিক এনেতে কব নোৱাৰি কৰবাৰ পৰা মহ পোৱালি আহি হাজিৰ হলহি।

তাক দেখা পোৱাৰ লগে লগেই গাঁৱৰ সেই নৰপুঙ্গৱজনৰ পুংশক্তিবো আধ্যা পৰিল।

"...... সঁচাই কৈছোঁ আই, সেই দিনা মহাৰাজ আহি নোপোৱা হলে মই তললৈ গ'লোহেঁতেন"— সন্তোখীৰ বিধবাজীয়েক জনীয়ে মোৰ পত্নীক ফুচফুচাই কৈছিল।

কিযণ মহাৰাজে ৰঘুবৰ মহতোৰ কুঁৱাৰ পানীৰ বাহিৰে আন কোনো লেতেৰা পুখুৰীৰ পানী মুখত নিদিয়ে। সি ঠিক দুপৰীয়াৰ লগে লগে ৰঘুবৰ ৰকুৱাৰ ওচৰত হাজিৰ হয়হি। বুঢ়া ৰঘুবৰে নিজ হাতেৰে পানী ভৰাই আনি তাক খুৱায় নিয়মিত ভাৱে। ৰঘুবৰৰ কেচা-মিঠা আম গছ দুজোপা আছে। আমৰ বতৰত আম কলিওৱাৰ সময়ৰ পৰাই বুঢ়াই গছৰ তলত চাং পাতি দিনে-ৰাতিয়ে থাকিবলৈ লয়। যোৱা বছৰত বুঢ়া বেমাৰত পৰিছিল। গতিকে দিনটো বুঢ়াৰ সলনি জীয়েক বতসিয়াই পহৰা দিছিল। কিন্তু ৰাতি কি হ'ব? ৰাতি এতিয়া কোনে পহৰা দিব?

ৰঘুবৰ মহতোৱে নিজে কোৱামতে— "সুৰুয ডুবাৰ আগতেই মহ পোৱালি গছৰ তলত আহি নিজৰ ঠাই কৰি লয়হি। পিচদিনা পুৱা বতসিয়া গছৰ গুৰিলৈ আহিলেহে সি তাৰ পৰা উঠি যায়।.... মহ পোৱালি নহয়, দেৱতা।....."

এতিয়া অন্তিম কাহিনী। মই দেখা-শুনা।

বিহাৰ বিধানসভাত মাটি হস্তান্তৰৰ প্ৰশ্নত আলোচনা হবলৈ এতিয়াও বাকী আছে। কিন্তু যিদিনা এই প্ৰস্তাৱ বিধান সভাত তোলা হ'ল, তাৰ দুমাহ আগতেই সকলো সৰু-বৰ খেতিয়কৰ মনত পাপ উপস্থিত হ'ল। জিলাখনত কৃষক আৰু গৰীব ভাগদাৰীসকলৰ মাজত ঠায়ে ঠায়ে টনা-আজোৰাও হ'ল— এই কথা কোনেও নজনাকৈ থকা নাই।

মোলৈকো চিঠি আহিল, গাঁৱৰ পৰা।...... মাটি-বাৰীত মোৰো ভাগ আছে। গতিকে এইবোৰ গোলমালৰ সময়ত মই নিজেই তাত উপস্থিত থাকিবলৈ লাগে। পত্নীয়ে লিখাই পঠালে— "কানাই বাবুৱে কৈছে যে 'ভাইয়া'ৰ কাৰণেই জৰীপ-বন্দোৱস্তিৰ সময়ত পঞ্চাশ বিঘা মাটি হাতৰ পৰা গুচি গ'ল— এনেয়ে। যদি কাৰোবাক দান-খয়ৰাত কৰিবৰ মন আছে তেনেহলে নিজৰ অংশৰ পৰাই কৰক.....।"

গাঁও গৈ পোৱাৰ লগে লগে সৰু ভাই কানায়ে মোক গোপনে খবৰ দিলে— "এইবাৰ বাটোৱাৰা কৰিবলগীয়া ফচল কাটি লৈ যাব নালাগে। আটাইবিলাক ডাঙৰ খেতিয়ক চিন্তিত হৈ আছে। শুনিছোঁ, তেওঁলোকে এটা ধানো বাটোৱাৰা কৰি আনিবলৈ নিদিয়ে। সেইকাৰণে এইবাৰ আটায়ে মানে গুচৰ-পাজৰৰ সকলো সৰু-বৰ কৃষকে মিলি গোপন পৰামৰ্শ কৰি ঠিক কৰিছে যে.....। নহয়, নহয়! মই এনেকুৱা মূৰ্খ নহয়— ছতিয়োনাৰ শিৱশংকৰ সিংহক খং তুলি দিলোঁ সকলোতকৈ আগতে। সিদ্ধান্ত হ'ল যে শিবশংকৰে নিজৰ খেতিয়কখিনিৰ ফচলবোৰ কটাই লৈ যাব নিজৰ ভৰাললৈ। ইয়াৰ পিচত আমিও নিজৰ নিজৰ আধিয়াৰ কৃষকসকলক কম যে দীগৰ গাৱৰ খেতিয়কবিলাকে যেতিয়া ফচল কাটি লৈ গ'ল তেতিয়া আমিয়েই বা তহঁতৰ ভৰাললৈ ফচল কাটি নিবলৈ দিম কিয়? ...... আপুনি কিন্তু অনুগ্ৰহ কৰি এইবোৰ কথাত এইবাৰ মনে মনে থাকিব, নহলে......।"

মই সুধিলোঁ— "যদি আধিয়াৰসকলে নিজেই ৰাজি-খুচী হৈ ফচল আমাৰ ভঁৰাললৈ লৈ আহে, তেতিয়া?"

কানাই বাবুৱে খং কৰি ক'লে— "চাওক ভাইয়া, আপুনি এইবাৰো সকলোকে পাকত পেলাব যেন পাইছোঁ। সিহঁতে বাৰু কিয় আনিব?"

মই তৰ্ক এৰি নিদিলোঁ— "কিয় বুজাবুজিৰ দ্বাৰা, পৰামৰ্শৰ দ্বাৰা কোনো পথ জানো বিচাৰি পোৱা নাযায়?... ধৰি লোৱা এনে এটা সিদ্ধান্ত কৰা হ'ল যে খেতিয়কে নিজৰ ভৰাললৈও ধান নিনিব আৰু ভাগীদাৰসকলেও নিজৰ ভৰাললৈ কোনো ধান নিনিব। সকলো ধান গাঁৱৰ বাহিৰৰ এটা 'পঞ্চায়তৰ ভৰাল'লৈ নি......!"

কানাই বাবুৰে খঙেৰে চোতালৰ ফালে ওলাই গুচি গ'ল আৰু যাওতে কিবা কৈও গ'ল— "আপোনাৰ দৰে এটা মূৰ্খ মই কেতিয়াও দেখা পোৱা নাই'।

মোৰ পত্নী আহিল চোতালৰ পৰা মুখ ক'লা কৰি। তেওঁৰ বক্তব্য শুনি মই একো মাতিব নোৱাৰিলোঁ— "মাটি বাৰীয়েই যদি একো নাথাকে তেনেহলে ল'ৰা-ছোৱালীয়ে কি খাই জীয়াই থাকিব? কানাই বাবুৱে কৈছে বোলে খবৰ কাগজৰ চাকৰিও এটা চাকৰি নে? শুনিছোঁ হেনো তাত 'পিন্‌চিন' এডালো নিদিয়ে।....... আপোনাৰ ভৰিত ধৰিছোঁ, আপুনি মনে মনে থাকক।"

মনে মনে থাকিলোঁ পাচ দিনলৈ।....... বাতৰি কাকতৰ চাকৰিও আকৌ এটা চাকৰি নে?

পঞ্চম দিনা চক্রান্ত কৰি থোৱা মতেই ছতিয়োনাৰ খেতিয়ক শিৱশংকৰ সিংহ, নানা ধৰণৰ অস্ত্ৰ-শস্ত্ৰ, গুণ্ডা, ডকাইত আৰু নিজৰ মানুহ লৈ আহি মাটিত উপস্থিত হৈ দাবি-ধমকি দিলেহি।

গাঁৱৰ সকলোবোৰ আধিয়াৰ মানুহ অবাক হৈ গ'ল— এয়া আকৌ কি হ'ল! হঠাতে নতুন কিবা আইন-চাইন হ'ল নে কি? একো বুজি নোপোৱা কথা এইবোৰ! অশান্তি!

মোৰ এনে লাগিল যেন অকস্মাতে কুৎচিত ৰোগ বহুমূত্ৰই মোক আক্ৰমণ কৰিলে।

এজন এজনকৈ সকলোবোৰ দৰিদ্ৰ আধিয়াৰ শ্ৰমিক মোৰ ওচৰত থিয় দিলেহি-লৰি-ঢাপৰি কান্দি-কাটি। মই দেখিলোঁ, কানাই বাবুৱে সেইবোৰৰ প্ৰতি নিৰ্বিকাৰ হৈ তামোল খাই আছে, পাণত চূণ লগাই। তামোল এখন মুখত ভৰাই গহীন হৈ ক'লে- "আমাক কি কবলৈ আহিছ?"

"আপোনালোক গৈ শিৱশংকৰ বাবুক সোধকচোন কি........"

"ওহোঁ!"

ইয়াৰ পিচত সেই দুৰ্ভগীয়া আধিয়াৰ শ্ৰমিকসকলে মোৰ ফালে চালে। নিবনুৱা হৈ বহি থকাৰ সময়ত ময়ো দুখীয়াসকলৰ হাতত পাৰ্টিৰ পতাকা তুলি দিছিলোঁ । বোধকৰো মই খদ্দৰৰ ধুতি পিন্ধি থকা দেখি তেওঁলোকৰ মোৰ ওপৰত কিছু ভৰসা হ'ল। তেওঁলোকে মোৰ ওচৰলৈ আহি কবলৈ ধৰিলে- "লাল বাবু, আপুনি কওকচোন, ..... এয়া বাৰু উচিত কাম হৈছে নে? গোটেই বছৰটো ধৰি ঘৰৰ ল'ৰা-ছোৱালী মতা-মাইকীয়ে সকলোৱে খাটি ফচল কৰিলোঁ .... আৰু আজি....... আপোনালোক থাকোতে..... ।"

লাল বাবুৱে কোনো কথা কব পৰা নাই— ভাগৰি পৰা নিজৰ অন্তৰখনক তেওঁ শিলৰ দৰে কঠিন কৰিবৰ চেষ্টা কৰি আছে। চকু মুদি পেলাইছে লাল বাবুৱে।...... বৰ কষ্টেৰে কলে লাল বাবুৱে— "মই কি কৰোঁ? কি কৰিব পাৰোঁ মই? কি আছে মোৰ হাতত? ........ খবৰৰ কাকতৰ কামো এটা কাম নে? পুলিচৰ চিপাহী যদি হ'লোহেঁতেন তেনেহলে মোৰ লাঠিৰ জোৰ থাকিলহেঁতেন।"

মানুহবোৰে হা-হমুনিয়াহ কাঢ়ি গুচি গ'ল।

আধি শ্ৰমিকসকলৰ চুবুৰীবোৰত কন্দা-কটা আৰম্ভ হ'ল। মাইকী মানুহবোৰে নিজৰ বুকু ভুকুৱাবলৈ ধৰিলে। ল'ৰা-ছোৱালীবোৰৰ কান্দোন উঠিল। কুকুৰেও ৰাও দিলে।

সিপিনে পথাৰত লুটপাত চলোৱা গুণ্ডা লাঠিয়াল আৰু সিহঁতৰ শ্ৰমিকবোৰৰ সম্মিলিত জয়ধ্বনি উঠি থাকিল।

মোৰ স্নায়ুবোৰ আৰু থিৰেৰে থাকিব নোৱাৰিলে। মেলেৰীয়া জ্বৰ হোৱা মানুহৰ দৰে মোৰ গোটেই শৰীৰ কঁপিবলৈ ধৰিলে।

.......... বাবু ঔ! অ'-অ' বাবু-উ, এতিয়া আমি কি খাম ঐ-ঐ...........!

..........অ' আই-ই! বুকুৰ ভিতৰত চৰু জ্বলিছে ঐ-ঐ.......

......... ল'ৰা-ছোৱালী মৰিব এতিয়া!

......... হায়, হায়!

......... হা-হা-হা-হা -হি-হি- হি-হি!

কোন দৌৰ মাৰি গ'ল? নঙঠা তিৰোতা— পাগলী? একেবাৰে নাঙঠ? নাচিব লাগিছে - বোলে লুটহঁত, নে কাঢ়ি নে ... অ শতুৰুহঁত চব লুটি লৈ যা!...

কাউৰীবোৰো ৰমলিয়াইছে ? নে মইহে এতিয়া পগলা হলোঁ?

.....লাল বাবু! আপুনি দেৱতা! কাঁ-কা-আ....

লাল বাবু.....! আপুনি এটা ৰাক্ষস। ...... কাঁ-কাঁ-আ.....!

লাল বাবু! লাল বাবু? কাঁ-কাঁ! লাল বাবু, আপুনি এবাৰ পথাৰলৈ বলক।

মই কি কৰিব পাৰোঁ? মই........ মই......!

কোন? শিৱশংকৰ সিংহৰ সৰু ভায়েক দেৱশংকৰ সিংহ! মোক কিয় মাতিবলৈ আহিছা? মই কলৈকো যাব নোৱাৰোঁ। মোৰ বহুমূত্ৰ ৰোগ হৈছে। মই এটা খোজো দিব নোৱাৰো। মই এতিয়া নিচাত অজ্ঞান হৈ আছোঁ। মই এটা জানোৱাৰ এতিয়া। মোক আকৌ কোনে কেলেই মাতিছে?

"...লাল বাবু!" দেৱশংকৰে কৰ্কশ স্বৰেৰে মোৰ হুঁচ আনিবলৈ চেষ্টা কৰিলে। ক'লে— "আপুনি আপোনাৰ মহ পোৱালিটোক মাতি আনকগৈ। সি সিফালে পথাৰত......।"

কি! পথাৰত আছে মহ পোৱালি? অৰ্থাৎ। কিষণ মহাৰাজ ধৰ্মক্ষেত্ৰত গৈ উপস্থিত? উপস্থিত হৈছেগৈ কুৰুক্ষেত্ৰত? এ। তেনেহলে সিফালেই কৃষ্ণ......... সেইফালেই বিজয়!

"লাল বাবু। সোনকালে বলক।"

"ভাইয়া। আহক, ওভোটাই আনক মহ পোৱালিটোক।"

মোৰ গাৰ কঁপনিটো হঠাৎ বন্ধ হ'ল। অন্তৰত জমা হবলৈ ধৰা উত্তেজনাই বাট

**বিচাৰি পালে— "মই কিয় যাব লাগে? মহ পোৱালিটো মোৰ নহয়, সি গোটেই গাঁৱৰ মানুহৰে। মই তাক মাতি আনিবলৈ যাম কেলেই? কাৰো মই গোলাম নহয়। তোমাৰো নহয় আৰু তোমাৰ শিৱশংকৰ সিংহৰো নহয়।"**

তোমাৰো নহয় আৰু তোমাৰ শিবশংকৰ সিংহৰো নহয়।"

দেবশংকৰ গুচি গ'ল। নাঙঠ মাইকী মানুহজনী ৰুটি ভিক্ষা কৰিবলৈ গুচি গ'ল। কানাই বাবুও গুচি গ'ল।

পথাৰৰ পৰা শব্দ আকৌ শুনা গ'ল। মই কাণ পাতি শুনি থাকিলোঁ -এইবাৰ জয় জয়কাৰ অথবা হাঁহিৰ শব্দ নহয়!........ ধৰ্মক্ষেত্ৰৰ পৰা, কুৰুক্ষেত্ৰৰ পৰা কিযণ মহাৰাজক খেদাই পঠাবৰ বাবে কোঢ়াল লগাইছে সকলোৱে।- হা-ই....হু-ই....

.....মাৰ মাৰ....!

.....উস্ উস্ উস্! আই-ঔ!....

......পলা পলা.......

হুলস্থূলবোৰ বাঢ়িবলৈ ধৰিলে। এতিয়া কিষণ মহাৰাজে তাৰ আগ ভৰি দুটাৰে মাটি আচুৰি ধূলি উৰুৱাইছে চাগে!

....... সি কন্দুৱা গেছ এৰিছে!

....... মাৰ মাৰ!

....... ট্ৰু-ঠাঁয়! ট্ৰুঁ-ঠাঁয়!

মিছা গুলী? নহলে..... নহলে?

........ পলা! পলা!

ট্ৰু-ঠাঁয়!

আহ্। এইবাৰ মিছা গুলী নহয়। মই দৌৰ মাৰিলো।

পথাৰত উপস্থিত হওঁগৈ মানে কিষণ মহাৰাজৰ ৰথ দূৰলৈ গুচি গৈছে। আজি পৰিবৰ্তিত সময়ৰ প্ৰভাৱে তাৰ দেহটো থকথককৈ কঁপাই পেলাইছে; সি মাজে মাজে তাৰ ভৰিহাল এচাৰি আছে।.......... কিষণ

ঐ-ঐ.........!

**মোৰ কিযণে কাৰো প্ৰাণ মৰা নাই। সি মাত্ৰ গৰীববোৰৰ অধিকাৰ ৰক্ষা কৰিছিল। সি ইটা আৰু শিলগুটিৰ খুন্দা খায়ো মাত্ৰ ভৰিৰে ধূলিহে উৰুৱাইছিল। সি সাৱধান কৰি ফুৰিছিল। তথাপি তাৰ ওপৰত মাৰ পৰিছিল। সি আছিল অহিংস। শিঙেৰে ভয় খুৱাই, ধূলি উৰুৱাই সি কোনো হিংসাৰ কাম কৰা নাছিল। কাঁড় আৰু যাঠীৰে ঘাইল হৈ তাৰ দেহ বাগৰি পৰিল। তাৰ পিচত সি দুটা গুণ্ডা লাঠিয়ালৰ হাত-ভৰি ভাঙি দিলে। শিৱশংকৰে বন্দুকৰ ফাকা আৱাজ কৰিছিল; কিন্তু দেবশংকৰে তাৰ কলিজা লক্ষ্য কৰি**

গুলী এৰিলে। গুলী খায়ো সি কাকো হত্যা নকৰিলে। মৰি মৰিও সি শিৱশংকৰ আৰু দেবশংকৰক মাত্ৰ ঘাইলহে কৰিলে। সি প্ৰাণে মাৰিব পাৰিলেহেঁতেন। ....... শেষত সি গাঁৱৰ ফালে গুচি গ'ল। পলাই নহয়। সি নিশ্চয় মোৰ ওচৰলৈকে আহিছিল। মোৰ পত্নীৰ আঁচলৰ তলত মুখ ঢাকি শুবলৈকে সি আহিছিল..... আহিছিল বঘুৱৰ মহতোৰ কুঁৱাটোৰ পৰা পানী খাবলৈ ..... আহিছিল সন্তোখীৰ বিধবা জীয়েকজনীৰ হাতৰ পৰা কেচা কল খাবলৈ.... মোৰ ল'ৰাটোৰ হাতৰ পৰা গুড় চেলেকিবলৈ.........!

অলপ দূৰ আহি সি আৰু নোৱাৰিলে........ টলংপলং কৰিলে......... পৰি গ'ল!

মই তাৰ কাণৰ ওচৰলৈ মুখ নি মাতিলোঁ- 'কিষণ ঔ! হায় হায়, মই তোক প্ৰথমতেই গৈ কিয় মাতি নানিলোঁগৈ?.... কিন্তু মই জানোঁ, মই মাতিলেও তই আজি নাহিলিহেঁতেন।..... তই ধৰ্মযুদ্ধৰ পৰা কেনেকৈ মূৰ ঘূৰাই চাব পাৰিলিহেঁতেন........?

এতিয়া মই পুলিচে তৰা গোচৰৰ উত্তৰ দিওঁ— সৰ্বশেষত!

পুলিচৰ ৰিপৰ্টমতে, মই গাৱঁত অশান্তিৰ সৃষ্টি কৰিছোঁ।

তাৰ উত্তৰত মোৰ নিবেদন এয়ে যে গাৱত সকলো ফালেই শান্তি বিৰাজ কৰিছে। পৱিত্ৰ শান্তি। গাৱৰ সৰু-বৰ কৃষকসকলে নিজৰ আধি শ্ৰমিকসকলক কৈ দিছে- যাৰে যেনেকৈ মন যায় ফচল কাটি লৈ যোৱাহঁক। শিৱশংকৰৰ নিজৰ ভাগৰ ধান পাই গৈছে। কানাই বাবুৰ ভাগৰ ফচল আধি শ্ৰমিকসকলে কানাই বাবুৰ ভঁৰালত থৈ গৈছে। ...... কতো কোনো ধৰণৰ অশান্তি হোৱা নাই।

অৱশ্যে কিষণৰ মৃত্যুৰ পিচত কিছুমান মানুহ উত্তেজিত হৈ পৰিছিল। কিন্তু ৰামধুন শুনাৰ পিচত সকলো শান্ত হ'ল। ৰাতি তাৰ মৃতদেহটো আগত লৈ সকলোৱে 'নিৰ্গুন' পদ গালে। পুৱা আটায়ে মাটি দি তাক সমাধিস্থ কৰিলে। তাৰ সমাধিত ওচৰ পাজৰৰ দহখন গাৱৰ মানুহে চকুৰ পানীৰে মাটি জাপি দিলেহি। শাৰী শাৰী তিৰোতা মানুহে আচলৰে চকুপানী মচি সেই সমাধিৰ ওচৰত থিয় দিলেহি। ধূপ-দীপ আৰু শংখধ্বনি হ'ল কেউফালে........ অশান্তি কতো হোৱা নাছিল।

এই ঘটনাৰ খবৰ গৈ নগৰ পালে। খেতিয়ক-মজদুৰ সংঘৰ সচিব আহিল, কিযাণ সভা আৰু কংগ্ৰেছৰ কৰ্মকৰ্তাও আহিল। আহিল দাৰোগা চাহাব। কোন কোন আহিল, কোন কোন গল, মই একো গম নাপালোঁ। কিষণৰ মৃত্যুৰ পিচৰ পৰা মোৰ কথা-বতৰা বন্ধ হৈ গৈছিল। চকু মুদ খাই গৈছিল........।

সমাধি দিয়াৰ সময়ত সকলো মানুহে সমস্বৰে জয়ধ্বনি কৰিছিল। সকলোৱেই নিজকে দোষী বুলি বিবেচনা কৰিছিল। কিষণৰ অবিহনে সকলোৱে অসহায় অনুভৱ কৰিছিল। সেয়ে মাজে মাজে মানুহবোৰে একেলগে হায় হায় কৰি কান্দি উঠিছিল। ................ কিন্তু সেইবিলাকেও শান্তি ভঙ্গ কৰা নাছিল .......।

পুলিচৰ ৰিপৰ্টত কোৱা হৈছিল গৰম গৰম বক্তৃতা দিয়া বুলি। মানুহক উচটাবলৈ,

হিংসাত্মক কাৰ্য কৰাবলৈ বিপ্লৱী গীত গোৱা বুলিও ৰিপৰ্টত কোৱা হৈছিল।

মোৰ যিমান মনত পৰে কোনো পেচাধাৰী নেতাই আহি ভাষণ দিয়া নাছিল। গাঁৱৰ এজন চিন্তা কৰিব পৰা ছাত্ৰই নিজৰ অপৈণত ভাষাৰে লাগ বান্ধ নোহোৱাকৈ অলপ কথা কৈছিল অৱশ্যে। কিন্তু সেয়া কোনো গৰম গৰম কথা নাছিল। সি কৈছিল— "এতিয়া মানুহৰ দুখ মানুহে বুজি নাপায়, কিষণ মহাৰাজে পশু হৈও মানুহৰ কাম কৰি গ'ল। মানুহৰ কাম নহয়, দেৱতাৰ কাম! সি নিজৰ প্ৰাণ দি প্ৰমাণ কৰি গ'ল যে আমি পশুতকৈও অধম............।"

আৰু মোৰ চুবুৰীৰ চম্পাই নিজৰ ভনীয়েক তিনিজনীৰ লগত একেলগে বিশ্বকবিৰ সেই প্ৰসিদ্ধ গীতটো গাইছিল— "যদি তোৰ ডাক শুনে কেউ না আসে......"

দাৰোগা চাহাবে লিখিছিল— সমাধিৰ ওপৰত ৰঙা পতাকা উৰুৱা হৈছিল।

এই কথাত এনে এটা বিবাদৰ মাজতো মোৰ হাঁহি উঠিছিল। গাঁৱত যি কোনো দেৱস্থানতে ৰঙা কাপোৰৰ নিচান এখন তুলি থোৱা থাকে। হনুমান জীৰ পতাকাই হওক বা মা চণ্ডিকাৰ পতাকাই হওক— সেই ৰংতো ৰঙাই হয়.....।

মই তেতিয়াহে আচৰিত হ'লোঁ, যেতিয়া আপুনি এই ৰিপৰ্টৰ ওপৰত ভেটি কৰি মোক সুধিলে— আপোনাৰ 'লালু বাবু' নামটোৰ 'লাল'টোৰ অৰ্থ কোনো ৰাজনৈতিক লাল'ৰ ইঙ্গিত নেকি?...... মই আপোনাৰ আমোদপ্ৰিয় মনোভাবৰ শলাগ লৈছোঁ।

কিষণ মহাৰাজৰ সমাধিৰ ওপৰত পুতি থোৱা পতাকাখনৰ ৰংটো ৰঙা, স্বীকাৰ কৰিছোঁ।

গাঁৱৰ দৰ্জীজনে সেই পতাকাখনত মহ্ পোৱালিটোৰ আকৃতি এটা বগা কাপোৰেৰে কৰি লগাই দিয়াৰ চেষ্টা কৰিছিল। মোৰ ধাৰণা হৈছে, দাৰোগা চাহাবে পতাকাখনত আঁকি থোৱা কিষণ মহাৰাজৰ শিং দুটাক কাঁচি বুলি ভাবিছে...... নেজডালক চক্ৰ......... আৰু মুখখনক হাতুৰি......!

দোষ তেওঁৰ দৃষ্টিৰ।

(1962)

# ভাল মানুহ

উজ্জাগিৰে দুইটা ডাঙৰ কেটলি তাৰ সমুখত জ্বলি থকা চৌকাটোৰ ওপৰত তুলি দি পূব ফাললৈ চালে। ...... ৰাতিতে আদ্ৰা নক্ষত্ৰটো ওলাইছে। বেলি ওলাল নে নাই ধৰিবৰ উপায় নাই। পূব ফালৰ পৰা বতাহৰ খুন্দাত ডাৱৰৰ ছটাবোৰ এইফালে ভাগি আহিছে। সমুখত সেউজীয়া ঘাঁহনিৰে ঢাক খাই পৰি আছে মুকলি বিৰাট পথাৰখন আৰু পিচ দিয়া নতুন ৰাস্তাটো!

কিয় জানো উজ্জাগিৰৰ মনটো অকস্মাতে পাতল লাগি গ'ল। গোটেই ৰাতিটো সেই 'পছিঞ্জৰ'জনৰ কথাবোৰে তাৰ মনটো খচখচাই আছিল। —"তুমিতো মানুহৰ মুখলৈ চাই চাহত চেনি দি থাকা, সিফালে তোমাৰ পকৌৰীত হাত চাফাই চলি থাকে। কাৰোবাক পকা জলকীয়া আৰু আদাৰ ডোখৰ দি মচমচীয়াকৈ ভজা পকৌৰী দিয়ে আৰু কাৰোবাক দিয়ে গোমা পিয়াজ আৰু বাহী বেচনেৰে।"

..... এইজন 'পছিঞ্জৰ' জৰুল যোগবানী বা ফাৰবিসগঞ্জৰ পৰা চেৰাপ খাই অহা হ'ব লাগিব। এনেকুৱা খাৰাংখাচ কথা কোৱা পেছেঞ্জাৰ উজ্জাগিৰে আগতে কেতিয়াও দেখা পোৱা নাই।

উজ্জাগিৰে আকৌ পথাৰখনৰ ফালে চাই পঠিয়ালে।

পথাৰখনৰ সোঁফালৰ অংশটো বৰযুণৰ টোপালে ঢাকি পেলাইছে। চৰকাৰী বন বিভাগে ৰোৱা নতুন চাহ গছৰ বননিবোৰৰ ওপৰত যেন হাজাৰ হাজাৰ পতাকা উৰিব লাগিছে, -যেন বাঁহ গছৰ নতুনকৈ ওলোৱা পুলিবোৰৰ নতুন সেউজীয়া কুঁহি পাতবোৰ কহুৱা ফুলৰ এখন বগা দলিচাই ঢাকি দিছেহি। আৰু দুটা মাত্ৰ বছৰৰ পিচতে এইবোৰ বাঁহৰ হাবি 'বিজুবন-বিজুখণ্ড' হৈ পৰিব!

উজ্জাগিৰৰ ঘৰটো হৈছে গাওঁখনৰ একেবাৰে দক্ষিণলৈ এডোখৰ ওখ ঠাইত। সমুখৰ ফালে বহুত দূৰলৈকে এঢলীয়া মাটি। কোশী নদীয়ে খহোৱা মাটি এইবোৰ, শুকান আৰু বালিয়া, ওখোৰা-মোখোৰা। কাটিহাৰৰ পৰা যোগবাণীলৈকে পকা ৰাস্তা যোৱা বছৰহে তৈয়াৰ হৈ মুকলি হৈছে। প্ৰথমবাৰ যেতিয়া কাগজত নক্সা ওলাইছিল তেতিয়া এনে লাগিছিল যেন উজ্জাগিৰৰ ঘৰলৈকে আহিবলৈহে ৰাস্তাটো এইপিনেদি বনাইছে। উজ্জাগিৰৰ ঘৰটো চুই আকৌ সোফাললৈ ৰাস্তাটো ঘূৰি গৈছে।

উজ্জাগিৰৰ মনত লাগিল.............. শুই থকা পৃথিৱীখনৰ ডিঙিত যেন পিচ ৰাস্তাটো এডাল চন্দ্ৰহাৰ হৈহে ওলমি আছে।

এটা কেটলিৰ পানী উতলাৰ শব্দ হ'ল।

তাৰ পিচত দ্বিতীয়টো কেটলিৰ পৰাও পানী উতলাৰ শব্দ হ'ল।

উজাগিৰৰ চকুত প্ৰদীপকুমাৰৰ মাকৰ ডিঙিত পিন্ধা চন্দ্ৰহাৰ দাল জিলিকি উঠিল।...... আজি প্ৰদীপ কুমাৰৰ মাকৰ ইমান এলাহ কিয়? কেটলিত চাহৰ পানী উতলিব লাগিছে। এতিয়ালৈকে বেচনৰ চৰিয়াৰ কোনো শব্দ শুনা নাই আৰু কেৰাহী-কলহৰো একো শব্দ নাই। কথাটো কি?

উজাগিৰে তাৰ তিনি বছৰীয়া একমাত্ৰ পুতেকটোক চিঞৰি মাতিলে- "কি অ' প্ৰদীপ কুমাৰ! অ' বাপু। মাৰক ক, বগা গাড়ী আহিবৰ সময় হৈছে। এইফালে মোৰ 'ডিপাৰ্ট'ৰ চব কাম 'ফিনিচ'।"

ভিতৰৰ পৰা কোনো মাত নাহিল।

উজাগিৰে নিজৰ 'ডিপাৰ্ট'লৈ চকু দিলে। উজাগিৰৰ বিভাগ সেইটো - চাহৰ ডিপাৰ্ট— কাপ, প্লেট, গিলাচ, চামুচ, চাহপাত, গাখীৰ ইত্যাদি। সকলো ঠিকে-ঠাকে আছে। কিন্তু কথাটো হৈছে কি!

উজাগিৰৰ ঘৰটো হৈছে এই অঞ্চলৰ এটা বেচৰকাৰী বাছ ষ্টেচন। প্ৰায় কুৰি পচিশখন গাৰৰ মানুহ ইয়ালৈকে আহি ইয়াৰ পৰাই বাছত অহা-যোৱা কৰে। দক্ষিণ কাটিহাৰৰ পৰা আহিব লগা বাছ অৰৰিয়া কোৰ্টৰ পৰা ডেৰ ঘণ্টাত আৰু উত্তৰ যোগবাণী-ফাৰবিসগঞ্জৰ পৰা যোৱা বাছ এঘণ্টা বা ছোৱা ঘণ্টাৰ ভিতৰতে পাই যায়হি। সেইবাবে উজাগিৰৰ ঘৰ আৰু দোকানৰ আগত বাছবোৰ দহ পোন্ধৰ মিনিট ৰৈ যায়।

এই লাইনটোত উজাগিৰৰ দোকানৰ পকৌৰী আৰু চাহৰ খুব নাম। বগা, খাকী আৰু ৰঙা বৰঙৰ বাছবোৰৰ ড্ৰাইভাৰ, কণ্ডাক্টৰ পেছেঞ্জাৰ, ক্লিনাৰ সকলোৰে মুখে মুখে তাৰ দোকানৰ কথা।

প্ৰদীপ কুমাৰৰ মাক আহিল।

গা-পা ধুই অহা প্ৰদীপ কুমাৰৰ মাকক দেখা পাই উজাগিৰৰ পাতল মনটোত আৰু হে ফূৰ্তি লাগিল। গিলাচত গৰম পানী ঢালি ঢালি সি হাঁহিলে। প্ৰদীপ কুমাৰৰ মাকেও সামান্য হাঁহিলে। উজাগিৰে মনৰ কথাবোৰ আৰু মনতে ৰাখি থব নোৱাৰিলে। ক'লে- "এইবাৰ যেনেতেনে ৰেডিঅ' ফিট কৰিব লাগিব।"

কালিলৈকে উজাগিৰে ভাবি আছিল যে এইবাৰ দোকানত, যেনেতেনে দেৱাল ঘড়ী এটা 'ফিট' কৰিবই লাগিব। আজি আকৌ হঠাতে ৰেডিঅ' এটাৰহে দৰকাৰ বুলি উজাগিৰে কোৱাত প্ৰদীপ কুমাৰৰ মাক আচৰিত হ'ল। চক খাই উঠিল।

উজাগিৰে ক'লে, "ৰেডিঅ'টো এটা নহয়, তিনিটা কথা আছে। তোমাৰ মন গলে গান শুনিবা, মন গলে খবৰ শুনিবা আৰু জানিবৰ মন গলে তুমি সময়টোও জানিবা।"

প্ৰদীপ কুমাৰৰ মাকে জুইত কেৰাহী তুলি দিলে।

চোতালৰ পৰা চকু মোহাৰি মোহাৰি প্ৰদীপকুমাৰ ওলাই আহিল। উজাগিৰে তাক মৰমেৰে মাতিলে, "এইপিনে আহ বাপু ! .......অ' বাপুকণ!"

প্ৰত্যেক দিনেই প্ৰথমতে তিনি গিলাচ ...... সকলোতকৈ আগতে প্ৰদীপকুমাৰক, তাৰ পিচত তাৰ মাকক আৰু তাৰ পিচত তাৰ নিজক।....... অ' বাপুকণ!"

প্ৰত্যেক দিনেই প্ৰথমতে তিনি গিলাচ....... সকলোতকৈ আগতে প্ৰদীপকুমাৰক, তাৰ পিচত তাৰ মাকক আৰু তাৰ পিচত তাৰ নিজক।...... প্ৰদীপকুমাৰে দিনটোত পাচ গিলাচ চাহ খায়।

বাহুত যাবলগীয়া 'কাছাৰীৰ পছিঞ্জৰ' এজন এজনকৈ আহি আছে। গৰু গাড়ীৰেও কোনোবা ন-ছোৱালী আহিল নেকি? শাওন-ভাদ মাহত মাকৰ ঘৰলৈ যায়। এই চাইকেলত অহাটোৱেও তাক দিগদাৰী দিব। তাৰ চাইকেলখনৰ দায়িত্ব উজাগিৰে হ'লে লব নোৱাৰিব, তালা মাৰি থৈ গলেও নোৱাৰিব।

দোকানত প্ৰথম বহনি কৰিলে কিষণপুৰৰ বাবুৱে, চাৰি অনাৰ পকৌৰী আৰু দুগিলাচ চাহেৰে। গাখীৰ আৰু চেনি সমান সমান, গিলাচটো অলপ ভালকৈ ধুই লৈ।

প্ৰদীপকুমাৰৰ মাকে ওৰণিৰ তলেদিয়েই দেখা পালে— কিষণপুৰৰ বাবুৰ নজৰটো তাইৰ হাতৰ সৰু ঠাৰিৰ পৰা আৰম্ভ কৰি বাহুত পিন্ধি থকা মাছৰ আকৃতিৰ বাহুবন্ধনীযোৰলৈকে ঘূৰি আছে, তাইৰ অসহ্য লাগিল।

প্ৰদীপকুমাৰৰ মাকে উদং হৈ থকা বাহুটোৰ বাহুবন্ধনীযোৰ আঁচলেৰে ঢাকি থলে। কিষণপুৰৰ বাবুৱে ক'লে— "পকৌৰীখিনি আৰু অলপ খৰখৰীয়াকৈ ভাজা.... ।"

চেকনিখনত তুলি লোৱা ভজা পকৌৰীখিনি আকৌ পকা তেলত পেলাই দিলে প্ৰদীপ কুমাৰৰ মাকে।

ডাৱৰীয়া বতৰৰ সেমেকা বতাহজাকৰ লগত গৰম পকৌৰীৰ গোন্ধটোও গাওঁখনলৈ লাহে লাহে বিয়পি গ'ল।

...... পকৌৰী! চাহ! চা-য়! চহা!

গাঁৱৰ বুঢ়া সন্তোখী সিন্ধ প্ৰত্যেক দিনেই এইখিনি সময়ত আহে। কোনো দিনেই বাদ নাযায়, একেবাৰে টাইম বন্ধাৰ দৰে আহি থাকে। যদি দোকানৰ বহনি নহয়, তেনেহলে পৰম সন্তোষ মনেৰে অপেক্ষা কৰি বহি থাকিব। দোকানত বহনি হোৱা দেখা পালেই সি তাৰ ছিগনেলটো বজাই দিয়ে— "জয় ছিৰি সীত্তাৰাম"।

আজি বহনি হোৱাৰ পিচতো সন্তোসী সিন্ধৰ ফালে মন দিয়া নাই উজাগিৰে। তেনে অৱস্থাত সন্তোসী সিন্ধে কিবা কথা উলিয়ায়। সেইবোৰ কোনোবা চোৰ-ডকাইতি বা কাৰোবাৰ ঘৰ সোমোৱা কোনোবা লম্পটৰ কথা ।

আজিও সন্তোখী সিন্‌ধে ওচৰৰ গাঁও এখনৰ এঘৰত সোমাওতে ধৰা পৰা লম্পট এটাৰ কথাকে আৰম্ভ কৰিছে।

সন্তোখী সিন্‌ধক এই অঞ্চলৰ সকলো বিখ্যাত মানুহেই চিনি পায়। নিজৰ জাতিৰ মানুহে সকলোৱে তাক বহিষ্কাৰ কৰি থৈছে। নিজৰ জাতি ভাইৰ লগত তাৰ হোকাপানী বন্ধ; কিন্তু সি উজাগিৰৰ দোকানৰ চাহ আৰু পকৌৰী এৰিব পৰা নাই। আৰু এতিয়াতো সি কেৱল পকৌৰী-চাহ খায়েই গোটেই দিনটো থাকিব পাৰে। তাৰ আগতো কোনো নাকী নাই আৰু পিচতো কোনো পঘাৰ বান্ধোন নাই। সন্তোখী সিন্‌ধ এজন অৱসৰ পোৱা দাফাদাৰ। সি বহুত 'ইছ-পি' আৰু দাৰোগাৰ তলত কাম কৰি আহিছে। যিদিনা সন্তোখী সিন্‌ধৰ কবলৈ একো নতুন কথা নাথাকে সেইদিনা সি আগৰ পুৰণি কিবা কথাৰ বকলা মেলিবলৈ ধৰে।

কিন্তু আজি কোৱা ঘটনাটোৰ কথা একেবাৰে নতুন। কালি ৰাতিহে ঘটিছিল।

কিষণপুৰৰ বাবুৱে পকৌৰীৰ জলকীয়াৰ জুলাৰ প্ৰতাপত মুখেৰে সা-সা কৰি থাকি সন্তোখী সিন্‌ধৰ কথাৰ আঁত ধৰি কলে— অ' সেই কাৰণেই হবলা ৰাতি চিএঃৰ-বাখৰবোৰ শুনিছিলোঁ, নহয়নে.....? .....সা.......সা! ........!

গোচৰটো গাঁৱৰ পঞ্চায়তে লৈ মিটমাট কৰি দিছে বুলি সন্তোখী সিন্‌ধে গম পায়। সাধোসাহৰ বিধবা বেচেৰী মুন্দই....... তাইনো আৰু কি কৰিব পাৰে! পাঁচ পঞ্চায়তীৰ ৰায় নামানি তাই কেনেকৈ পাৰে?

প্ৰদীপকুমাৰৰ মাকে তাক পকৌৰী নিদিলে।

উজাগিৰে চাহৰ গিলাচটো তাৰ ফালে দি ক'লে— "সন্তোখী খুৰা, পকৌৰী গাড়ী যোৱাৰ পিচতহে পাবা।"

"সেইটো আকৌ কিয়?" যেন সি নগদ পইচা দিহে খায়, তেনে ভাবত খঙেৰে সুধিলে।

প্ৰদীপকুমাৰৰ মাকে ওৰণিৰ তলৰ পৰাই উজাগিৰক ইঙ্গিতেৰে কিবা কলে—। তাৰ পিচত কলপাত এখনত উজাগিৰে গৰম পকৌৰী আনি তাৰ সন্মুখত থলে। আজি কেইদিনমানৰ পৰা সন্তোখী সিন্‌ধে এনেকৈয়ে গৰম সুৰত কথা কবলৈ ধৰিছে।

সন্তোখী সিন্‌ধে কিষণপুৰৰ বাবুক ক'লে— "ৰাসো বাবু, শহুৰৰ ঘৰলৈ যোৱা এই ৰাস্তাটো হোৱাৰ দিনাৰ পৰাই চোৰ-ডকাইতৰ উৎপাতো বাঢ়িল। আগতেতো চালা গাঁৱৰ ওচৰে-পাজৰেই চুৰি-ডকাইতিবোৰ হৈ আছিল। এতিয়া চালা মণিহাৰী ঘাটৰ চোৰ আহি যোগবানীত চুৰ কৰি ৰাতিয়েই গুচি যায়, -কোনেও কব নোৱাৰাকৈ!"

কিষণপুৰৰ বাবুৱে জানে যে এই ৰাস্তাটো কৰাৰ সময়ত অঞ্চলটোৰ তাৰ বিৰুদ্ধে আন্দোলন হৈছিল। মানুহক উচটাবলৈ আন্দোলনৰ নেতা কিছুমানে এনেকুৱা কিছুমান প্ৰচাৰৰ অস্ত্ৰকে ব্যৱহাৰ কৰিছিল তেতিয়া— ৰাস্তা হলেই কলিকতীয়া জেপ লুক্কাৰ পৰা আৰম্ভ কৰি পাটনাৰ ঠগ দিন-ডকাইত সকলোৰে ৰামৰাজ্য হ'ব এইখন।

কিষণপুৰৰ বাবুৱে হাতৰ ঘড়ীটোলৈ চালে আৰু কাণৰ ওচৰলৈ নি শুনিও চালে— বাছ লেট নে ঘড়ীয়েই বন্ধ!

উজাগিৰে ক'লে— "আজি দুই ফালৰ অহা গাড়ীয়েই লেট। কালি ৰাতি যোগবাণীৰ ফালে বৰ বৰষুণ হৈ গৈছে।"

সন্তোখীয়ে কলে— "পূবতো হৈছে।"

উজাগিৰে চুৰি-ডকাইতিৰ কথাবোৰ সমূলি ভাল নাপায়। ত্ৰিশ বছৰৰ পিচত এতিয়া আৰু ছোৱালী-চোৰৰ কথা!

উজাগিৰে ছোৱালী-চোৰৰ কথাবোৰ তল পেলাই দিবৰ মনেৰে আন কথা উলিয়ালে— "পূব-পশ্চিম, উত্তৰ-দক্ষিণ কেউফালেই এইবাৰ বৰষুণ। মাথোন নিজৰ অঞ্চলটোতহে....।"

সন্তোখীয়ে তাৰ মাজতে মাত লগালে— "আৰে! এই অঞ্চলত কি পানী হ'ব চালা, দিন ডকাইত ছোৱালী চোৰ য'ত থাকে, তাত বৰষুণ হ'বনে? বজ্ৰপাত পৰিব— হুৰহুৰাই বজ্ৰপাত!"

এইবাৰ মেঘৰ গাজনি সঁচাকৈয়ে শুনা গ'ল। প্ৰদীপ কুমাৰৰ মাকে ওৰণিখন টানি ললে।— "মেঘে গজা নাই অ'! সেয়া বাছহে আহিছে!"

প্ৰদীপ কুমাৰৰ মাকৰ যোৱা বছৰৰ কথা মনত পৰিল। বৰষুণৰ দিনত পকৌৰী আৰু চাহৰ বিক্ৰী বেছি হয়। নিজৰ ছাতি আৰু ধুতি বন্ধকত থৈও আনকি মানুহে পকৌৰী আৰু চাহ খায়হি।

কিষণপুৰৰ বাবুৱে জোলোঙাটোৰ পৰা 'প্লাষ্টিক পেপাৰ'ৰ ডাঙৰ মোনাত সুমুৱাই থোৱা ৰাটাৰ প্ৰুফটো উলিয়াই ললে। মেলেৰীয়া বিভাগৰ ঔষধ বিলাই ফুৰা মানুহৰ পৰা বহুত খোচামোদ কৰি কৰি বৰষুণত পিন্ধা এই যতনটো যোগাৰ কৰিছে। হুৰহুৰাই বৰষুণ দি থাকিলেও শুকান কাপোৰত এটোপাও পানী নপৰে।

কিষণপুৰৰ বাবুৱে বহাৰ পৰা উঠি উঠি পৰামৰ্শ দিলে— "এইফালে আৰু চাৰি হাতমান বঢ়াই দি বহাৰ ঠাই উলিয়াই ছালি এখন কিয় কৰি নোলোৱা?"

প্ৰদীপ কুমাৰৰ মাকে বাহুটোৰ ওপৰৰ শাড়ীখন টানি লৈ উজাগিৰক কিবা কলে। কিষণপুৰৰ বাবুৰ নজৰত আকৌ সেই উদং বাহুৰ বাহুবন্ধনীৰ মাছকেইটাই সুৰসুৰণি তুলিলে।

উজাগিৰে কলে— "ৰাসো বাবু! এগাড়ী বাঁহৰ অভাৱতেই কামটো হোৱা নাই। আপোনাৰ অফিচলৈ এদিন কাগজ লৈ......"

কিষণপুৰৰ বাবুৱে মন কৰিলে, ওৰণিৰ তলৰ চকুযোৰেও কিবা কৈছে। তেওঁ কলে,— "হ'ব। কি কথা আছে! এদিন আহিবা। এগাড়ী কিয়, দুগাড়ী পাবা।"

উজাগিৰে দাঁত উলিয়াই হাঁহি মাৰি প্ৰদীপ কুমাৰৰ মাকলৈ চালে। প্ৰদীপ কুমাৰৰ

মাকে চকুৰেই উত্তৰ দিলে— "মই নকৈছিলোনে ৰাসো বাবু বৰ ভাল মানুহ বুলি"।

সন্তোখী সিন্‌ধে কলে— "খেৰ   এগাড়ীৰ কথাও নকলি কিয়! আজি ৰাসো বাবু দিল দৰিয়া হৈ আছে।"

বৰষুণ পৰিবলৈ ধৰিলে। দুইফালৰ পৰা বাছো আহিল। একেলগেই।........ পকৌৰী। চাহ। পইচা। নয়া পইচা।

উজাগিৰৰ এতিয়া কথা কবৰ সময় নাই।

"এপাত পকৌৰী...... জলকীয়া নিদিয়া।"

প্ৰদীপ কুমাৰৰ মাকে ওৰণিৰ তলৰ পৰা কিবা কলে। তাই আজি জলকীয়া নিদিয়া পকৌৰী কোনো গ্ৰাহকক কৰি দিব নোৱাৰিব।

"লাল গাড়ীৰ ড্ৰাইভাৰে বিচাৰিছে।"

প্ৰদীপ কুমাৰৰ মাকে আকৌ জলকীয়া নোহোৱাকৈ বেচন ফেটিবলৈ ধৰিলে।

লাল গাড়ীৰ ড্ৰাইভাৰ ভাল মানুহ। মনিহাৰী ঘাটত জাহাজৰ পৰা নমা যাত্ৰীকো সি উজাগিৰৰ দোকানৰ পকৌৰী আৰু চাহৰ লোভ দেখুৱাই বাছত তোলে— "ভাই, বাটত য'তে ত'তে চাহ খোৱা আৰু পইচা পানীত পেলোৱা একে কথা। চাহ-জলপান খাবৰ মন থাকিলে ৰহিকপুৰতে খাবা। এবাৰ খালে আৰু কেতিয়াও পাহৰিব নোৱাৰিবা। গৰম গৰম চাহ আৰু মচমচীয়া পকৌৰী!"

লাল গাড়ীৰ ড্ৰাইভাৰে গাড়ীখন এনে ঠাইত ৰাখে য'ৰ পৰা প্ৰদীপ কুমাৰৰ মাকৰ ফালে কেৰাহিকৈ চাই থাকিব পাৰি।

গাড়ীত বহি থকা যাত্ৰীবোৰৰ দৃষ্টি দোকানৰ আগৰ অংশটোতহে পৰে। যিখিনি ঠাইত প্ৰদীপ কুমাৰৰ মাকে বহি পকৌৰী ভাজি থাকে সেইফালে বাছৰ খিৰিকীৰ খৰখৰীবোৰ পৰে। তাৰ পৰা অকণমান ঠাইত আৰত বহি থকা প্ৰদীপ কুমাৰৰ মাকৰ মাথোন হাতখনহে দেখা পাই থাকি। সেই হাতখনৰো পকৌৰী বাকি থকা আঙুলিকেইটা। চেকনিখনৰ পৰা পকৌৰী উলিয়াই বাচনটোত থোৱাৰ সময়ত হাতৰ কাঁচৰ চুৰীকেইপাত শুনি ভাল লগাকৈ বাজি উঠে।

উজাগিৰৰ ইফালে-সিফালে চোৱাৰ আৰু সময় ক'ত?

গিলাচ, চেনি, পানী, কলপাত, চামুচ, পইচা, গ্ৰাহক!

একোপাত পকৌৰী নিয়াৰ সময়ত সি প্ৰদীপকুমাৰৰ মাকৰ ফালে নোচোৱা নহয়— "ৰ' ভাই, হাল্লা-গোল্লা নকৰিব, শান্তিৰে খাওক, শান্তিৰে!"

দুয়োখন গাড়ী আহি গুচি গ'ল।

প্ৰদীপকুমাৰৰ মাক উঠি ভিতৰলৈ গ'ল। উজাগিৰে খুচুৰা পইচাবোৰৰ হিচাপ কৰিবলৈ ধৰিলে।

সন্তোখী সিন্‌ধক আৰু এগিলাচ চাহ লাগে। বৰষুণ প্ৰবল হৈছে।

উজাগিৰে ল'ৰা কালৰ পৰাই চাহ্ কৰাৰ কাম কৰি আহিছে।

কমলদহ্ৰ জমিদাৰৰ টোলত বিবিধ কাম কৰিবৰ বাবে বেলেগ বেলেগ চাকৰ-বাকৰ আছিল— কোনোৱে চাহ কৰা, কোনোৱে ধপাত লগোৱা, কোনোৱে গাত তেল মালিচ কৰা আৰু কোনোৱে ডাঙৰ ঘোটা বনোৱা।

কমলদাৰ জমিদাৰৰ জমিদাৰী এতিয়া নাই, কিন্তু উজাগিৰৰ হাতৰ গুণখিনি তাৰ হাততে থাকি গ'ল। সেই গুণৰেই সি তাৰ মনৰ কামনাও পূৰ্ণ কৰিলে। তাৰ ঘৰলৈ লক্ষ্মী আহিল..........!

ৰহিমপুৰ গাঁৱৰ তাৰ বোপা-ককাৰ মাটিতে ঘৰ সাজি লৈ এজনী ৰূপৱতী ঘৈণী অনাৰ হেপাহ্ তাৰ মনত সৰুৰে পৰাই আছিল। কমলদহ্ৰ ছোটবাবুৰ নিচিনাই যদি কইনা এজনী সিও পাই যায় তেনেহলে গোটেই জীৱনটো সি কেৱল ৰূপ পান কৰিয়েই কটাই দিব পাৰে।

ৰূপৱতী কইনা!

বালিয়া মাটিৰ কুঁৱা আৰু গাঁৱৰ ছোৱালীৰ ৰূপ দুইটাই একে! বালিয়া মাটিত খন্দা কুৰাঁৰ পানী 'কাঞ্চন চেচা' হয়। এটা ঢোক মাৰিলেই আত্মা জুৰ পৰি যায়। গাৱঁৰ ছোৱালীৰ ৰূপ, এবাৰ চালেই চকুলৈ টোপনি আহি যায়। কিন্তু বালিত খন্দা কুঁৱা দুবছৰতে খহি যায়। গাঁৱৰ ৰূপ বছৰটো ঘূৰোতেই ফাটি পৰে।

উজাগিৰে ভাগলপুৰ, দ্বাৰভাঙ্গা আৰু পাটনাৰ দৰে চহৰত ঘূৰি ফুৰি চাকৰি কৰিছিল। কতো ৰূপৰ পোহৰ তাৰ চকুত নপৰিল। চব নকলী। কেচাই খাই থব পৰা কোমল ফুল আলাসত থকা.... । এইবোৰক বাৰু ৰূপ বোলেনে?

চহ্ৰৰ পৰা সি এদিন ধনৰ মোনা লৈ গাঁৱলৈ উভতি আহিল। কিন্তু মনৰ মোনাটো তাৰ উদং হৈয়ে থাকিল।

গাঁৱৰ ঘটকালি কৰা কোনোবা মানুহে ছোৱালী বিচৰাৰ নামত তাক ঠগি বহুত ধন সৰকালে। তাৰ আপোন ভাই-ককাইবোৰেও ঈশ্বৰৰ ওচৰত মানস কৰিবৰ বাবে পচাশীটা টকা নিলে, ৰূপৱতী ঘৈণী আৰু তাৰ নহল।

কিন্তু উজাগিৰ নিৰাশ নহ'ল। কমলদহ্ৰ ছোট বাবুৰ ঘৈণীয়েকে এদিন তাক কৈছিল— 'উজাগিৰ, তই চাহ খুৱাই ইন্দ্ৰাসনৰ পৰীকো ফুচুলাই হাতৰ মুঠিলৈ আনিব পাৰ দেখোন'!

উজাগিৰে সেই কথাযাৰ মনত পেলালে আৰু এদিন ঘৰৰ পৰা ওলাল। কৰবাত যদি চাহৰ দোকানত চাকৰিও পায় সি কৰিবলৈ সাজু আছে।

উজাগিৰে সেই (শুভ) দিনটোৰ কথা কেতিয়াবা পাহৰিব পাৰে নে বাৰু?

কুৰছেলা ষ্টেচনত নামি বহুত সময় বহি আছিল।

টিয়হঁ এটা কিনি লৈ খোৱাৰ সময়ত তাৰ সৰু কালত খেলা খেল এটা লৈ মনত

পৰিল। সকতে ল'ৰা-ছোৱালীবোৰে টিয়ঁহ খাই থাকোতে তাৰ কোমল গুটি একোটা আঙুলিৰে টিপা মাৰি সোধে— কচোন তোৰ বিয়া কোন ফালে হ'ব? তাৰ পিচত আঙুলিৰ টিপাটো জোৰে মাৰি দিয়াৰ লগে লগেই কোনোবা এফালে গুটিটো চিটিকি যায়। যিফালেই চিটিকি পৰেগৈ, সেইফালেই তাৰ বিয়া।

উজাগিৰেও খোৱা টিয়ঁহটোৰ গুটি এটাত জোৰে টিপা মাৰি দি মনতে কলে— যিফালেই পৰিবগৈ মোৰ কইনাও সেইফালেই হ'ব।

গুটিটো গৈ যি ফালেই পৰিলগৈ উজাগিৰেও একো নভবা-নিচিন্তাকৈ কুৰছেলাৰ পৰা ৰাণীগঞ্জৰ ফালে যোৱা বাছত উঠিলগৈ।

কণ্ডাক্টৰে সুধিলে "কলৈ যাবা?"

উজাগিৰে কি উত্তৰ দিব ! সিও নাজানে এইখন গাড়ী কলৈ যায়। সেই সময়ত তাৰ কাষত বহা যাত্ৰীজনে বিৰৌনীৰ টিকট খোজা দেখি সিও তাকে বিচাৰিলে।

গাড়ী বিৰৌনী পাই পকৌৰী বনোৱা চহৰীয়ানীৰ দোকানৰ সমুখত ৰ'লগৈ। বিৰৌনীত নামি যাবলগীয়া মানুহ নামি গ'ল। উজাগিৰ বহি থাকিল। বিৰৌনী গাঁৱত নামি সি কি কৰিব ? সি চকু মুদি কিবা ভাবি আছিল। কণ্ডাক্টৰে আহি তাক ঠেলা মাৰি জগাই দিলেহি— "হেৰা, বিৰৌনী পাই গ'লোঁ। নামি যোৱা।"

উজাগিৰে নিজৰ টোপোলা চঙালি ললে। অনিচ্ছাৰে সি নামি পৰিল।

বাছৰ পৰা নমা মানুহ অলপ সময় পকৌৰীৱালীৰ দোকানত ৰ'ল আৰু চাহ-জলপান খাই গুচি গ'ল। উজাগিৰে একো নোকোৱাকৈ কাষৰ মূঢ়া এটাত বহি থাকিল। বুঢ়ী দোকানীয়ে পকৌৰীৰ কেৰাহীটো নমাই তাক সুধিলে— "যাবা কলৈ?"

উজাগিৰে কওঁ নকওঁকৈ উত্তৰ দিলে— "কলৈকো নাযাওঁ। মোকো এক অনাৰ পকৌৰী লাগে।"

বুঢ়ী খেংখেঙাই উঠিল— "ইমান পৰ মুখ জপাই বহি আছা। এতিয়া কেৰাহী নমোৱাৰ পিচত আকৌ এক অনাৰ পকৌৰী! এতিয়া পকৌৰী নহ'ব। বেঙেনা ভাজি হ'ব, লাগে যদি কোৱা! কেৰাহী তোলো?...... বোলো অ' সিতিয়া! কিমান সময় আৰু বহি বহি বেঙেনা কাট? এঁ? লৈ আহ যিখিনি হৈছে। ইফালে গ্ৰাহক বহি আছে।"

জুপৰীটোৰ ভিতৰৰ পৰা সিমানেই ডাঙৰকৈ কোমল উত্তৰ এটা আহিল— "কালিৰ পৰা মই ধেনা পোকে খোৱা বেঙেনা নাকাটো। একোটা বেঙেনাত পাঁচটাকৈ পোক।"

বুঢ়ীয়ে সিতিয়া নামৰ ছোৱালীজনীক বেঙেনা জোৰা দি অভদ্ৰ ভাষাৰে গালি পাৰিলে।

সিতিয়াই নিৰৱে বেঙেনাৰ ডোখৰবোৰ আনি থলেহি। "মই সদায় কওঁ মাহী, বিদেশী যাত্ৰীৰ আগত মোক বকাবকি নকৰিব।"

উজাগিৰে সিতিয়া অৰ্থাৎ সীতাৰ ৰূপ দেখা পাই ঘামি উঠিল। এটা এটা বেঙেনাৰ ভিতৰত পাঁচটা পাঁচটা পোক আৰু বেঙেনাৰে ওপৰোৱা গালিবোৰ শুনি তাৰ যি ঘিণ লাগি গৈছিল, সেইবোৰ সীতাক দেখা পোৱাৰ লগে লগেই নোহোৱা হৈ গ'ল। ..... ইয়াকেই কয় ৰূপ! এয়েইহে ৰূপ!

সি ডিঙিটো পৰিষ্কাৰ কৰি ল'লে- "মাতাৰাম! এক অনাৰ বেঙেনা নহয়, চাৰি অনাৰে দিয়া।"

বুঢ়িয়ে ক'লে— "হেঁ! এই মানুহটোৰ কথাৰ ঠিক নাই। যি কবা একেবাৰতে কিয় কব নোৱাৰা?"

উজাগিৰ মনে মনে থাকিল। কিন্তু গ্ৰাহকৰ পক্ষ লৈ সীতাই মাত দিলে— "এবাৰেই কওক বা হাজাৰবাৰেই কওক, তই এনেকৈ গ্ৰাহকক কথাই কথাই বকাবকি কৰিলে এক পইচাৰো বেঙেনা বিক্ৰী নহ'ব।"

বুঢ়ীয়ে কেৰাহীত বেঙেনাখিনি বাকি দি কলে— "বৰ গুনানহি 'মতাটোৰ' পিচ লোৱাজনী!"

বুঢ়ী আৰু ছোৱালীৰ মাজত যেতিয়া চুপতাচুপতিয়ে গৈ বেয়া ভাষা পালেগৈ তেতিয়া উজাগিৰে পুৰুষালি দেখুৱালে এইবুলি— "ছিঃ ছিঃ আপোনালোকে এনেকৈ কাজিয়া-পেচালকে কৰে যদি যাওক দিয়ক বেঙেনা ভজা। এনেকুৱা বেঙেনা কোনে খায় ?"

সীতাই কলে— "শুনিলি নহয় এতিয়া? ভাজ এতিয়া বহি বহি চাৰি অনাৰ বেঙেনা। চাওঁ কোনে খায়হি।"

বুঢ়ীয়ে কলে— "নাখালে পইচা দি যাব।"

সীতাই প্ৰথম বাৰলৈ উজাগিৰৰ ফালে চকু তুলি চালে আৰু মুখৰ কথা মুখৰ ভিৰতে ৰাখি ভিতৰলৈ গুচি গ'ল।

উজাগিৰে বহি বহি ভাবিবলৈ ধৰিলে, 'চাৰি অনাৰ বেঙেনা জানো সি খাব পাৰিব? এই এখৰাহী বেঙেনা!'

বুঢ়ীয়ে আকৌ এবাৰ চিঞৰিলে— 'অ' সিতিয়া। পাতবোৰ ক'ত থলি? তোৰ মূৰত থৈ এইবোৰ খাবলৈ দিওঁ নেকি?"

উজাগিৰে বেঙেনা খাবলৈ ধৰিলে। এইবাৰ বুঢ়ীয়ে মাতটো কোমলকৈ ক'লে— "তুমি আক' বেয়া নাপাবা। মুখচোকা সিতিয়াই কেতিয়াও পোনকৈ কথা কলে নুশুনে। ৰবা, মই পানী আনি দিওঁ।"

বুঢ়ী উঠি যোৱাৰ আগতেই সিতিয়াই পানী লৈ আহিল— "মই জানো, এতিয়া গাড়ী আহিবৰ সময় হৈছে নহয়, তই কিবা এটা অচিলা উলিয়াই চৌকাৰ ওচৰৰ পৰা উঠিবিয়েই। মই কেৰাহীটো ৰাস্তালৈ দলিয়াই দিম, গম পাবি।"

বুঢ়ী আকৌ বহি পৰিল। তাই আকৌ কিবা বেয়া গালি জিভাৰ আগলৈ আনিছিল,

ঠিক সেই মুহূৰ্ততে উজাগিৰে সেইটো বন্ধ কৰি পেলালে— ‘ইয়াত চাহৰ দোকান এখনো ভাল চলিব, মাতাৰাম!”

দোকানী বুঢ়ীয়ে সোলা মুখখন কিছু বিকটাই সুধিলে— “কি ভাল চলিব?”

“চাহৰ দোকান।”

“কোনে খুলিব?”

“যিয়েই খোলক, চলিব খুব।”

বুঢ়ীয়ে এইবাৰ গেঙেৰী মাৰি ক’লে— “জুই লাগক তেনেকুৱা চাহৰ দোকানত। এখন পকৌৰীৰ দোকানৰ চৌকাতে মোৰ হাড় পুৰি ছাঁই হৈছে।”

সীতাই এইবাৰ আকৌ উজাগিৰৰ মুখলৈ চালে। চাহৰ দোকানৰ কথা শুনিয়েই তাই সেইদৰে চালে। উজাগিৰে কলে— “চাহত লাভ আঠগুণ। চাৰি অনাৰ মাল কিনি আনিলে দুটকা লাভ।

“দুটকা!” বুঢ়ী মাহী আৰু গাভৰু সীতাই একে লগে আচৰিত হৈ কৈ উঠিল— “দুটকা!”

বুঢ়ীয়ে অলপ সময় মনে মনে থাকি মাত লগালে— “নালাগে বোপাই আমাক লাভ। ইয়াত চাহ কোনে খাব?”

সীতাই কলে— “পালে সকলোৱে খাব”।

উজাগিৰে কলে— “চমৎকাৰ কথা।”

বুঢ়ীয়ে মুখ জোকাৰি সুধিলে— “মই সুধিছোঁ, পিচে চাহ বনাব কোনে? তোৰ মতাটোৱে নেকি? হেঁহ্?“

সীতাই এইবাৰ গালিৰেই তাৰ উত্তৰ দিলে— “মোৰ নহয় তোৰ।”

আচৰিত! গালি খাই বুঢ়ীয়ে হাঁহি দিলে। সীতায়ো হাঁহি দিলে আৰু উজাগিৰৰ বুকুখন ধৰফৰাই উঠিল। কিছু সময়লৈ মনে মনে থকাৰ পিচত সি জুখি কথা কোৱাৰ দৰে কলে- “এৰা, চাহৰ দোকানতো পুৰুষ মানুহেই চলাব পাৰে।”

বুঢ়ীয়ে দীঘল উশাহ এটা ললে। সীতা আকৌ ভিতৰলৈ সোমাই গল।

উজাগিৰে বহুত সময় ধৰি সবিস্তাৰে চাহৰ দোকানৰ বিষয়ে বুঢ়ীৰ আগত পৰিকল্পনা এটা দাঙি ধৰিলে।

পিচৰ গাড়ীখন উভতি অহাৰ আগতেই উজাগিৰে বুঢ়ীক মিঠা কথাৰে মুহি পেলালে— “মাতাৰাম! আপোনালোকৰ ইচ্ছা হলে মই আজিয়েই গৈ সকলো বস্তু যোগাৰ কৰি লৈ আহোঁ।”

“তোমাৰ ঘৰ ক’ত”

“ৰহিকপুৰত।”

"জাত কি?...... তেতিয়াহে আকৌ সম্পৰ্ক ওলায়।"

সকলো বন্দোৱস্ত হৈ গ'ল।

উজাগিৰ কুৰছেলা বজাৰলৈ আহিল আৰু চাহৰ দোকানৰ বাবে সকলো লাগতীয়াল বস্তু কিনিকুটি লৈ ৰাতিৰ গাড়ীতেই উভতি আহিল। বুঢ়ীয়ে কলে— "আৰে! তুমি দেখোন সঁচাকৈয়ে উভতি আহিলা? মই আকৌ ভাবিছিলোঁ কৰবাৰ লুৎসা বদমাচ আহি তাৰ কাম হাছিল কৰি গুচি গ'ল হ'ব পায়!"

ভিতৰত সীতাই বুঢ়ীক তিৰস্কাৰ কৰি ক'লে— "মাহী, তই বুঢ়ী হৈ গৈছ মানে মানুহক চিনি নোপোৱা হৈছ।"

চাহৰ দোকানৰ সা-সৰঞ্জামবোৰ দেখাৰ লগে লগে বুঢ়ী আৰু জীয়াৰী দুয়োজনীৰে চকু থিয় হ'ল— "ইমান বিলাক বস্তু লাগে চাহৰ দোকানত?"

ৰাতি সীতাই নিজ হাতে ভাত-পানী ৰান্ধি তাক খুৱালে— প্ৰথমবাৰ। পুৰণি কথা মনত পেলাই আজিও উজাগিৰৰ দেহ-মন নাচি উঠে। সীতাৰ সেই মাত-কথা, সীতাৰ সেই হাঁহি। সীতাৰ অহা-যোৱা। যেন সি ৰাতিয়ে-দিনে এখন সপোনৰ জগতত‍হে বিচৰণ কৰি ফুৰিছিল— ৰূপ পান কৰি জীয়াই আছিল।

চাহৰ দোকান খোলা হ'ল আৰু চলিবলৈ ধৰিলে।

গাৱঁত প্ৰচাৰ হ'ল, "বুঢ়ীৰ এটা আপোন মানুহ আহি চাহৰ দোকান খুলিছে। এতিয়া ঘৰতে বহি চাহ খোৱা— গৰমাগৰম চাহ।"

বাছৰ ড্ৰাইভাৰ, কণ্ডাক্টৰ, পেছেঞ্জাৰ, ক্লিনাৰ সকলোৱে এক মুখে প্ৰশংসা কৰিলে— "বঢ়িয়া চাহ বনায় ল'ৰাটোৱে। চলিব দেই।"

কিন্তু চাহৰ দোকান ছমাহো নচলিল। পঞ্চম মাহতে সীতাই উজাগিৰক উচতনি দিলে— "কিয়? তোমাৰ সাহ নাই নেকি? বুঢ়ীক পোনে পোনে কৈ দিব নোৱাৰা।"?

"যদি বুঢ়ীয়ে না কৰে?"

"কোৱাচোন বাৰু ! প্ৰথমতে কৈ চোৱা।"

"যদি কয় যে ঘৰ-জোৱাই হৈ থাকিব লাগিব, তেতিয়া?"

"এতিয়া মানি লবা। পিচত বাৰু.........।"

বুঢ়ী মাহীয়ে চকুৰে ভালকৈ দেখা নাপায় আৰু কাণেৰেও শুনাত কম। কিন্তু সেয়ে হলেও সকলো কথা ঠিক বুজিব পাৰে। সেইবাবে যিদিনা উজাগিৰে থেৰোগেৰোকৈ কথাবোৰ কৈ বুঢ়ীৰ আগত প্ৰস্তাৱটো দিছিল, বুঢ়ীয়ে শুনা মাত্ৰেই এসোপা গালি জাৰি দিলে— "এশবাৰ ৰান্ধোন আৰু পৈয়েকৰ আগত দাতোন। এতিয়া আৰু কি বাকী থাকিল?..... চুৱা লগা কলহত এতিয়া কোন পণ্ডিত-পুৰোহিতে বেদ-মন্ত্ৰ পাঠ কৰিব?.... খাই থাক এতিয়া গৰম গৰম চাহ!"

বুঢ়ী দোকানীয়ে আজিও নিজৰ পকৌৰীৰ দোকানখনত বহি গালি পাৰি আছে

চাগৈ— ‘‘সেই মিঠামুখীয়াটো আহিয়েই চাহ খুৱাই তাইক হাত কৰিলেহি।.... দিনে-ৰাতিয়ে খালী ফুচ ফুচকৈ মেল মাৰি থাকিব আৰু ইফালে মই দেখা নাপাওঁ। কৈ দিলোঁ, তইঁতে নিজৰ ব্যৱস্থা নিজে কৰি ল।’

আৰু, ইয়াকেই কয় বোলে ‘তিৰোতাৰ ভাগ্য পুৰুষৰ ৰাজ্য’!

সীতা নহয়, সাক্ষাৎ লক্ষ্মী।

ৰাণীগঞ্জৰ পৰা কুৰছেলালৈ যোৱা বাছত উঠি ৰূপৱতী কইনাক লগত লৈ উজাগিৰ গাঁৱলৈ উলটি আহিল। উলটি আহি শুনিলে— ‘এইফালেও নতুন ৰাস্তা খুলিব। খুব সোনকালেই।’

সঁচাকৈয়ে লখিমী প্ৰদীপ কুমাৰৰ মাক!

নতুনকৈ হ’বলগীয়া ৰাস্তাটোৰ ঠিকাদাৰজনে উজাগিৰৰ জুপুৰীতে থাকিবলৈ লৈছিল।

গাঁৱৰ মানুহে পাকে-প্ৰকাৰে উজাগিৰক বুজাইছিল ‘‘একেটা ঘৰতে জোৱান মানুহ আৰু ধুনীয়া তিৰোতা থকা আৰু বাহিৰফালে পৰদেশী মানুহ থকা ভাল কথা নহয়।’’

সন্তোখী সিন্ধ থাকিলে দিন-ডকাইত আৰু ছোৱালী চোৰৰ কথা নুশুনোৱাকৈ নাথাকে। উজাগিৰে ঘৰলৈ উভতি ঘৈণীয়েকলৈ এবাৰ চাই কয়— ‘‘শুনিছানে গাঁৱৰ মানুহে কি কথা কয়?’’

‘‘তুমি গাঁৱৰ মানুহৰ কথা শুনিবা নে ঠিকাদাৰৰ কথা শুনিবা? ঠিকাদাৰে কৈছে, ৰাস্তাটো যেতিয়া খুলিব, তোমালোকে চাহ আৰু পকৌৰীৰ দোকান তেতিয়াই খুলিবা। এতিয়া ইমানবোৰ জনমজুৰে কাম কৰি আছে। খুলিলে এতিয়া চাউল-দাইলৰ দোকানকে খোলা। মজদুৰবোৰক বাকীকৈ খাবলৈ দিবা আৰু সপ্তাহৰ পিচত এগুণৰ ঠাইত দুগুণ উঠাই ল’বা। এইটোৱেই সুযোগ।’’

‘‘সঁচানে? আৰু বাকী খাই যদি আটাইবিলাক পলাই যায়, তেতিয়া?’’

‘‘পলাই যাব কলৈ? সিহঁতৰ জৰিদাল দেখোন ঠিকাদাৰৰ হাততে আছে।’

‘‘সঁচানে? তুমি বৰ উচিত কথাকে কৈছা বিৰৌলীৱালী। ঠিকাদাৰ চাহাব সঁচাকৈয়ে বৰ ভাল মানুহ।’’

‘‘এঁ? তুমি দেখোন মোক বিৰৌলীৱালী বুলি মাতিলা? মই বেয়া পাইছোঁ।’’

‘‘তেনেহলেনো কি বুলি কম?’’— উজাগিৰে খিলখিলাই হাঁহি দিলে— ‘‘অ’, তেনেহলে মই এতিয়াৰ পৰা ঠিকাদাৰ চাহাবে দিয়া নামটোৱেই মাতিম— ‘ৰৈচমী বোৱাৰী’ বুলি। ঠিকাদাৰ বাবু সঁচাকৈয়ে ভাল মানুহ।’’

ভাল মানুহক ভাল মানুহ বুলি নকৈ আৰু কি বুলি কব? গাঁৱৰ মানুহবোৰ হিংসাত মৰিছে। উজাগিৰৰ ঘৈণীয়েক ৰূপৱতী। একেবাৰে মন খোলা ছোৱালী। গাঁৱত ওলাবনে

এনেকুৱা আন এজনী, যি গাওঁ আহি সোমোৱাৰ লগে লগেই নতুন ৰাস্তা এটা হ'ল— এই গোটেই অঞ্চলটোতে? চাউল-দাইলৰ দোকান এখন খুলি পাঁচ মাহতে দহ বিঘা মাটি কোনে কিনিব পাৰিছে? মানুহৰতো হিংসা হ'বই। ঠিকাদাৰ চাহাবে ইংৰাজীত চিঠি লিখে। আছেনে কোনোবা ইংৰাজী লিখিব পৰা মানুহ এইখন গাওঁত? ৰেচমী বোৱাৰীয়ে ঠিক কথাই কৈছে বোলে এনেকুৱা কাম কৰিব লাগে যাতে ওচৰৰ মানুহে দেখি জ্বলি পুৰি মৰে।

বাপুৰ জন্ম হওতে ঠিকাদাৰ চাহাবে চামৰাৰ বেগৰ পৰা পঁচিশ টকা উলিয়াই লৈ কেচুঁৱাৰ মুখ চাইছিলহি। ছদিনীয়া অশৌচৰ দিনা নিশা আনন্দতে গোটেই ৰাতি বহি বহি ৰামায়ণ পঢ়িলে। আৰু এই প্ৰদীপ কুমাৰ নামটোও তেৱেঁই দিয়া। গাঁৱৰ দুখমোচন পণ্ডিতে চাইনো কি নাম থৈছিল! পতাসু। পতাসুও বাৰু এটা নাম হ'ল নে!

ঠিকাদাৰ চাহাব আজিকালি ক'ত থাকে নাজানোঁ। যতেই থাকক, মানুহটো কিন্তু ভাল। প্ৰদীপ কুমাৰৰ মাকে গোটেই মাহটো ধৰি তেওঁৰ কথাকে কৈ আছে। ঠিকাদাৰে কৈছিল বোলে তেওঁ মাজে মাজে আহি প্ৰদীপ কুমাৰক চাই যাবহি।

সিদিনা ছিতনুৰ মদাহী ল'ৰাটোৱে কলে বোলে প্ৰদীপকুমাৰৰ মুখখন ঠিক ঠিকাদাৰৰ নিচিনা হৈছে। পাগল কৰবাৰ!

লাল গাড়ীৰ ড্ৰাইভাৰো বৰ ভাল মানুহ। সদায় কয়— 'চোৱা, উজাগিৰ ভাই, প্ৰদীপ কুমাৰৰ মাকৰ গাৰ ৰংটো চৌকাৰ ওচৰত বহোতে বহোতে বাদামী হৈ গৈছে। গাত ভাল গোন্ধোৱা পাওদাৰ ঘঁহিলে আকৌ আগৰ নিচিনা হৈ পৰিব।' এইবুলি তেওঁ পিচদিনাই পাওদাৰৰ টেমা এটা কিনি আনি দিলে- পূৰ্ণিয়া সাহা কোম্পানীৰ পৰা। এনেকুৱা ভাল মানুহ এইখন গাঁৱতহে নালাগে গোটেই অঞ্চলটোতে বিচাৰিলেও আৰু এজন নোলাব।

এই নতুন দাৰোগা চহাবো হীৰাৰ দৰে। কৈছে বোলে, ইছ-পি চাহাবে তোমাৰ পকৌৰীৰ খুব প্ৰশংসা কৰিছে। আৰু যোগবানীৰ লালাৰ ল'ৰাৰতো পকৌৰীৰ নাম শুনিলেই জিভাৰ পানী পৰিবলৈ ধৰে। বাৰটা বজা ৰাতি দাৰোগা চাহাবৰ লগত গাড়ীত আহি মনে মনে পকৌৰী খাই যায়হি। লালা হৈছে বৈষ্ণৱ মানুহ, ঘৰত আনকি পিয়াজো নিষেধ, তেওঁ উজাগিৰৰ দোকানত বহি কেনেকৈ দকচি পিয়াজ দিয়া পকৌৰী খাব পাৰে? প্ৰদীপ কুমাৰৰ মাকে কৈছে, লালাৰ পুতেক একেবাৰে গৰুৰ দৰে নিমাখিত প্ৰাণী। অলপ দুৰ্বল আৰু গা পাতল, সেইকাৰণে পকৌৰীৰ লগত চাহ নাখায়। বিলাতী চেৰাপ খায়। সেই দিনা ৰাতি প্ৰদীপ কুমাৰৰ মাকৰ গাটো সন্ধিয়াৰ পৰাই বিষাই আছিল। দাৰোগা চাহাবে কলে— গিলাচ এটা লৈ আহা। এঢোক মাৰিলেই গাৰ সকলো বিষ নোহোৱা হৈ যাব। একেবাৰেই। হয়ো কথাটো। সন্ধিয়াৰ পৰা কেঁকাই থকা প্ৰদীপ কুমাৰৰ মাকে আগৰ দৰে টনটনীয়া হৈ পৰি লালাৰ পুতেকৰ লগত মুখামুখিকৈ বহি কথা পাতিবলৈ ধৰিলে। প্ৰদীপ কুমাৰৰ মাক এজনী লখিমী!

তিনি বজাত আহিবলগীয়া গাড়ী আহিল।

"অ'বাপু! ক'ত আছ? মাৰক ক তিনি বজাৰ গাড়ী আহিছে বুলি। মোৰ 'ডিপাৰ্টৰ চব কাম 'ৰেইট' হৈ আছে।।

'বাপু! প্ৰদীপকুমাৰ! মাৰ কলৈ গল"?

প্ৰদীপকুমাৰে পুৱাৰ টোপনিৰ আৰাম লৈ শুই আছিল। উজাগিৰে মনে মনে বহি বিড়ি টানি আছিল। আজি ইমান পুৱাইনো প্ৰদীপকুমাৰৰ মাক গ'ল কলৈ! গা বেয়া নেকি? নহয়, লাল গাড়ীৰ ড্ৰাইভাৰে ঠিক কথাই কৈছে— প্ৰাণটো থাকিলে পৃথিৱীখনো থাকিব। প্ৰদীপকু মাৰৰ মাক দিনৰ দিনটো চৌকাৰ ওচৰত বহি থকা কথাটো ভাল হোৱা নাই। পকৌৰী বনাবলৈ এতিয়াৰ পৰা সুগনীৰ মাককে হাজিৰা দি ৰাখিব লাগিব।

উজাগিৰ বহি থাকিল। যেতিয়া ভোটা তৰাটো মাৰ গ'ল আৰু ভালকৈ পোহৰ হ'ল আৰু তেতিয়াও প্ৰদীপ কুমাৰৰ মাক কোঠালিৰে উভতি নাহিল, তেতিয়া সি বাহিৰলৈ ওলাই আহিল। বাহিৰত বাচন-বৰ্তনবোৰ সিঁচৰতি হৈ পৰি আছে। লোটা দুটাও। তেনেহলে গ'ল কলৈ?

উজাগিৰে কোঠালিলৈ ঘূৰি আহি দেখিলে বাকচটো মেল খাই আছে— ৰেচমী শাড়ী আৰু ৰেচমী ব্লাউজটো কি হ'ল? পৃথিৱীখন ঘূৰিবলৈ ধৰা যেন লাগিল তাৰ। সি চিঞৰ মাৰি পুতেকক জগাই দিলে- "অ' বাপু! বাছা প্ৰদীপ কুমাৰ! মাৰ কলৈ গ'ল?"

প্ৰদীপ কুমাৰে উঠি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে।— "অ' মা-আ-আ.... কলৈ গলি ই-ই-ই...........?"

প্ৰদীপ কুমাৰৰ কান্দোন বন্ধ কৰাবলৈ উজাগিৰে নিজক চম্ভালি ললে। পিচত কলে— "বাপু, মাৰ গঙ্গাৰ পাৰৰ মেলা চাবলৈ গ'ল। দুপৰীয়া বাৰটা বজাৰ গাড়ীত উভতি আহিব।"

সি নিজৰ মনকো বুজালে— যাবনো কলৈ? কববাত কি বা কামতে গৈছে চাগৈ!"

পুৱাৰ গাড়ীবোৰ আহিবৰ সময় হৈছে। সন্তোখীসিন্ধ ঠিক সময়তেই উপস্থিত। আহিয়েই সি ক'লে— "আজি দেখোন পকৌৰীৰ চৌকা জ্বলোৱাই নাই!"

উজাগিৰে উত্তৰ দিলে— "প্ৰদীপ কুমাৰৰ মাকৰ মাহীয়েকৰ পৰা খবৰ আহিছে, তেওঁৰ অৱস্থা বেয়া। সেইবাবে ৰাতিৰ গাড়ীতে গুচি গ'ল।"

প্ৰদীপ কুমাৰে কলে— "মা গৈছে গঙ্গাৰ পাৰৰ মেলালৈ।"

সন্তোখী সিন্ধে আগৰ দাফাদাৰী কৰাৰ ধৰণেৰে জেৰা কৰিবলৈ আৰম্ভ কৰিলে— "ৰাতি দেখোন বগা গাড়ী ঘূৰি অহাই নাই। তেন্তে আকৌ কোন গাড়ীত গ'ল?"

উজাগিৰে আজি বহনি নকৰাকৈয়ে সন্তোখী সিন্ধক ডাঙৰ গিলাচত এগিলাচ চাহ দিলে। সন্তোখীয়ে চাহ খাই খাই কলে— "দিন-কাল বৰ বেয়া, মাইকী মানুহ অকলেই এনেকৈ যোৱাটো........।"

দুয়ো ফালৰ পৰা গাড়ী আহিল। উজাগিৰে লাল গাড়ীৰ ফালে চালে। ড্ৰাইভাৰ নতুন? "লাল গাড়ীৰ ড্ৰাইভাৰ কলৈ গল?" "ছুটীত গৈছে?" "কিমান দিনৰ ছুটী?" "আজি পকৌৰী নহ'ব, খালী চাহহে হ'ব ভাইয়া।"

দুপৰীয়াৰ পিচত উজাগিৰে দোকান বন্ধ কৰি দিলে।

তাৰ হিয়া ভিতৰি ভিতৰি ভাগি গ'ল। তেতিয়া সি চিঞৰি চিঞৰি কান্দিব খুজিছিল। কিন্তু প্ৰদীপ কুমাৰৰ মুখলৈ চাই সি নিজকে চম্ভালি লৈছিল। সিও যদি কান্দিবলৈ লয় তেনেহলে ল'ৰাটোৰ কি দুৰ্দশা হ'ব!

"বপ্পা! বাৰ বজাৰ গাড়ী আহি গ'ল।"

প্ৰদীপ কুমাৰৰ মাক নাহিল। "বাচা, এতিয়া যদি অহা নাই তেন্তে তিনি বজাৰ গাড়ীতহে আহিব।"

"বপ্পা! তিনিবজাৰ গাড়ী আহিছে।"

"নাহিল।"

এইবাৰ বাপেক-পুতেক দুয়ো চোতালত কান্দিবলৈ ধৰিলে। যেতিয়া প্ৰদীপ কুমাৰে কান্দি কান্দি উচুপনিত গা জিকাৰি থাকিবলৈ ধৰিলে তেতিয়া উজাগিৰৰ হুচ আহিল আৰু সি পুতেকৰ চকুপানী মচি কলে— "ৰাতিৰ গাড়ীত জৰুৰ আহিব। তোৰ কাৰণে বিস্কুটো আনিব।.......... পুতলাও আনিব।"

প্ৰদীপ কুমাৰৰ মাক ৰাতিৰ গাড়ীতহে আহিল।

"মা আহিল। মা আহিল।"

প্ৰদীপ কুমাৰে ডাঙৰকৈ এইবাৰ কান্দিবলৈ ধৰিলে। উজাগিৰেও কান্দিবলৈ ধৰিলে— "কলৈ গুচি গৈছিলা তুমি প্ৰদীপ কুমাৰৰ মা-ক?"

"ৰবাচোন ৰ'বা! কি হৈছে তোমালোক দুয়োটাৰ?"

"কলৈ গৈছিলা? কোন গাড়ীত গৈছিলা?"

"কাম এটাত গৈছিলোঁ, পুৰৈনিয়ালৈ। গাড়ীত যোৱা নাই, ট্ৰাকত গৈছিলোঁ।"

"তাকে কৈ যোৱাহেঁতেন।"

"কামটোৰ আগতে একো কব নাপায়।"

প্ৰদীপ কুমাৰে হাতত পুতলা পাই ফূৰ্তি পালে। মাকে টোপোলাৰ পৰা বিস্কুটো উলিয়ালে। উজাগিৰে একো নকৈ একেথৰে চাই থাকিল— আজি কিমান দিনৰ পিচত প্ৰদীপ কুমাৰৰ মাকে এইদৰে ৰেচমী শাড়ী পিন্ধিছে।.... ৰূপটো অকণো জয় পৰা নাই। কোনে কব পাৰে যে গাঁৱৰ ৰূপ বছৰটো নুঘুৰোতেই জহি যায় বুলি।

ইয়াৰ পিচত প্ৰদীপ কুমাৰৰ মাকে আঁচলৰ গাঁথিৰ পৰা কাগজৰ টুকুৰা এটা উলিয়াই সুধিলে— "কোৱাচোন কি?"

উজাগিৰে লেমটোৰ ওচৰলৈ নি কাগজডোখৰ লুটিয়াই-পুতিয়াই চালে— "গাবানে জানে ইয়াত কি লেখা আছে। কোৱাচোন বাৰু, কি! দেখাততো চৰকাৰী কাগজ যেন লাগে।"

প্রদীপ কুমাৰৰ মাকে হাঁহিলে— "ঠিক ধৰিছা তুমি। চৰকাৰী কাগজেই হয়।....... পাৰ্মিট!"

"পাৰ্মিট! কিহৰ পাৰ্মিট?"

"চিমেণ্ট, কয়লা আৰু লোহাৰ শলাৰ।"

"কি কৰিবা পাৰ্মিটেৰে?"

প্রদীপ কুমাৰৰ মাকে কলে— "গাঁৱৰ শত্রুবোৰক আৰু এসেকা ভালকৈ দি জ্বলাম।"

"জ্বলাবা! মানে? অ' বুজিছোঁ, বুজিছো। সঁচাকৈয়ে কৈছো প্রদীপ কুমাৰৰ মাক, তুমি ধন্য। মোক কথাবোৰ একো নকৈ ভালেই কৰিছা। ইমান ডাঙৰ কথা মোৰ পেটত কেতিয়াও নাথাকে। সঁচাকৈ কৈছোঁ, মই পাগল হৈ যাম। তুমি সঁচায়ে লক্ষ্মী— সাক্ষাৎ!"

"মইনো কৰিলো কি? সকনো লাল গাড়ীৰ ড্রাইভাৰৰ মেহেৰবানিতে হৈছে। হাকিমৰ কেৰাণীজনৰ লগত তেওঁৰ বৰ ভাল।.... আৰু, জানানে নাই এই পাৰ্মিটখনৰ পৰা ঘৰটো বনোৱাৰ আধাখিনি টকাও ওলাব।"

"সেইটো আকৌ কেনেকৈ?"

"চাই থাকা। লালাজীৰ পুতেক আগতে আহক।"

"সঁচানে? হৈ যাব আৰু, হৈ যাব! কাইলৈ চালা সন্তোখী সিন্ধক বহনিৰ আগতেই পাঁচ গিলাচ চাহ খুৱাই দিম।.... এতিয়া বাৰু তোমাক কি বুলি মাতিম প্রদীপ কুমাৰৰ মাক?"

"ৰেচমী.....।"

"হি-হি-হি-হি!"

উজাগিৰ ঘৰৰ নেমুটেঙাৰ গছজোপা বাগৰি পৰিল। বাহ এডালত পুৰণি লেম এটা বান্ধি সেইখিনিতে পুতি দিলে— মানুহৰ বেয়া নজৰৰ দোষ কাটক বুলি। গাঁৱৰ মানুহবোৰ হিংসাত ডেই-পুৰি মৰি গৈছে।

কিন্তু ইফালে কেইদিনমানৰ পৰা উজাগিৰৰ মনটোও ভিতৰি ভিতৰি জ্বলিবলৈ ধৰিছে। কব নোৱাৰে কিয়? পাৰমিটৰ কাগজখন লালাজীৰ পুতেকক দি পেলাই ইটা, চিমেণ্ট, লোহা অনা হ'ল। সেইবোৰ ঠিকেই আছে। লালাজীৰ পুতেকে পাৰ্মিটখন লোৱাৰ সময়ত প্রদীপৰ মাকৰ হাতৰ আঙুলিবোৰ টিপি আছিল। ইয়াতো বাৰু একো দোষ নাই। দাৰোগা বাবুৰে সেই দিনা মদৰ জালত মাইকী পাৰ চৰাই বুলি মাতিলে। চৰকাৰী মানুহ বুলি যেনিবা সাত গুণ মাফ। লাল গাড়ীৰ ড্রাইভাৰে হোলিৰ দিনা গালত আবীৰ সানি

দিলে। হোলিৰ কথা! ড্ৰাইভাৰ বাৰু ভাল মানুহ। কিন্তু.....

কেটলিৰ পৰা পানী উতলি উতলি বাগৰি পৰিছে। প্ৰদীপ কুমাৰৰ মাকে কলে— "চোৱাচোন এতিয়া! তুমি কি ভাবি আছা? গাত হুঁচ আছে নে নাই?....."

উজাগিৰে কলে— "হুঁচ ঠিকেই আছে।"

সি কেটলিটো নমালে। ঘৰ সজা এই বেজীমুৰা ৰাজমিস্ত্ৰীটো কাকো নোসোধাকৈ ভিতৰলৈ কিয় সোমাই গ'ল? যোৱাৰ আগতে সি প্ৰদীপ কুমাৰৰ মাকৰ ফালে কিয় তেনেকৈ চকু টিপিয়াই থৈ গ'ল? প্ৰদীপ কুমাৰৰ মাকে তেনেকৈ হাঁহিলে কিয়? উঠি পেলাই চোতাললৈ গ'ল কিয়?

উজাগিৰৰ মনটো ধোৱাঁই আণ্ডৰি পেলালে!

সি মাতিলে— "বাপু! বাচা প্ৰদীপ কুমাৰ!"

প্ৰদীপ কুমাৰ আহিল। তাৰ মুখখনো থমথমীয়া। উজাগিৰে সুধিলে— "বাপু, মাৰ ক'ত আছে? কি কৰি আছে?"

প্ৰদীপকুমাৰে কলে— "বপ্পা। মিস্ত্ৰী বৰ বদমাচ। মোক পতাসু বুলি মাতিছে।"

উজাগিৰৰ দপদপকৈ খং উঠি আহিল। সেই বেজীমুৰাটোৰ ইমান সাহ। মোৰ লৰাক, প্ৰদীপ কুমাৰক সি সেই বুলি কয়!

সি দুৱাৰডলিলৈ উঠি আহিল। চোতালত ভুনভুনাই কি প্ৰাইভেট কথা হ'ব লাগিছে! মুখামুখিকৈ বহি? চালা মিস্ত্ৰীটোৱে সেইদৰে কৰঙনৰ কাপোৰ গুচাই কিয় বহিছে?

উজাগিৰৰ মূৰত চৌকাৰ অঙঠা জ্বলিবলৈ ধৰিলে যেন। সি চোতাললৈ নামি গৈ গৰ্জি উঠিল—"মিস্ত্ৰী দেৱালৰ গাঁথনি ইয়াতেই হৈ আছে নেকি?"

মিস্ত্ৰী হতচকিত হ'ল। হাঁহি থকা প্ৰদীপ কুমাৰৰ মাকো চঁক খাই গ'ল। উজাগিৰে দুৱাৰখন সশব্দে বন্ধ কৰি দিলে।

প্ৰদীপ কুমাৰৰ মাকে আহি উজাগিৰৰ চকুহাল দেখি ভয় খাই গ'ল। উজাগিৰে দাঁতেৰে ওঠ কামুৰি ধৰি তাইৰ ওচৰলৈ গল আৰু মাতটো সৰুকৈ কলে— "তই এজনী কুকুৰণী! কুকুৰণী! কুকুৰৰ পোৱালি!"

প্ৰদীপ কুমাৰৰ মাকে মাতটো ডাঙৰকৈ তুলি কলে— "তোমাৰ কি হৈছে?"

উজাগিৰে একো নোকোৱাকৈ ভিতৰ সোমাই গ'ল। ভিতৰৰ পৰা সি মাতিলে— "বচা! প্ৰদীপ কুমাৰ। এইফালে আহ।"

প্ৰদীপ কুমাৰ বাপেকৰ ওচৰলৈ গ'ল। বাহিৰত সিফালে চৌকা জ্বলিব লাগিছে।

গাড়ীবোৰ আহি গ'ল। ড্ৰাইভাৰে হৰ্ণ বজাই বজাই মাতিলে। চোতালত আগফালে কাৰো মাত শুনা নগ'ল। কোনোবাই কলে— "ভাই এতিয়া পকা ঘৰ সজাব লাগিছে। দোকানত আৰু কোন বহিব?"

গাড়ীবোৰ আহে, ৰয়, হৰ্ণ বজায় আৰু পুনৰ গুচি যায়।

দিনটো ঘৰৰ ভিতৰৰ পৰা আৰু উজাগিৰ নোলায়। প্ৰদীপ কুমাৰো মাত-বোল নোহোৱাকৈ বাপেকৰ কাষতে পৰি থাকিল। প্ৰদীপ কুমাৰৰ মাকে অকলেই বহি বহি সৰু সৰুকৈ কান্দি থাকিল।

সন্ধিয়া হ'ল। উজাগিৰ উঠিল প্ৰদীপ কুমাৰৰ মাকৰ ওচৰলৈ গৈ কলে— "সেই বেজীমুৱা মিস্ত্ৰীটোৰ লগতে গুচি নাযাব কিয় হাৰামজাদী! ওলাই যা মোৰ ঘৰৰ পৰা।"

প্ৰদীপ কুমাৰৰ মাকে উত্তৰ দিলে— "ইমানেই ক্ষমতা আছে যদি তুমিয়েই চোৱা জন-মজদুৰ বিলাকৰ কাম। পকা ঘৰ বনোৱা ধেমালিৰ......।"

"জহনামে যাওক তোৰ পকা ঘৰ!"

"আৰু দোকানত ইমানবোৰ মানুহৰ আগত......?"

"জুই লাগক তোৰ দোকানত।"

উজাগিৰ বাহিৰলৈ ওলাই গল আৰু গোৰ মাৰি দুয়োটা চৌকা ভাঙি পেলালে। তাৰ পিচত উভতি আহি দুৱাৰখন বন্ধ কৰি কলে— "ওলাই যা পিচফালৰ দুৱাৰেদি। মুখেৰে একো নামাতিবি। নহলে আজি তোক মই কাটি পেলাম।"

তেতিয়া প্ৰদীপ কুমাৰে কান্দিবলৈ ধৰিলে। উজাগিৰে তাক কোলাত তুলি লৈ ভিতৰলৈ সোমাই গ'ল। প্ৰদীপ কুমাৰৰ মাক সেই ঠাইতে বহি থাকিল। প্ৰদীপ কুমাৰ কান্দি কান্দি শুই পৰিল।

সন্ধিয়াও ভাগিল। নিশা হ'ল। ৰাস্তাইদি ট্ৰেক্টৰ এখন শব্দ কৰি পাৰ হৈ গুচি গ'ল। উজাগিৰে বাহিৰলৈ ওলাই দেখিলে, প্ৰদীপ কুমাৰৰ মাকে মাটিতে বাগৰি আছে।

উজাগিৰে হাতত সাৰে ভৰিত সাৰে ওচৰলৈ আহি কলে— "গৈ মিস্ত্ৰীৰ বিচনাত শুই নাথাকগৈ কিয়? এইদৰে ভৰি মেলি মাটিত শুই আছ কিয়?"

তাৰ পিচত তাইক ঢকা এটা মাৰিলে— "উঠ চালী, তোৰ তিৰোতাৰ চৰিত্ৰ আন কৰবাত গৈ দেখুৱাগৈ।"

প্ৰদীপ কুমাৰৰ মাক উঠি বহিল আৰু দুয়োটা হাতেৰে উজাগিৰৰ ভৰিহাল সাৱটি ধৰি কলে— "প্ৰদীপ কুমাৰৰ বাপেক! তোমাৰ মই ভৰিত পৰিছোঁ। মোক ডিঙি মুচৰি মাৰি পেলোৱা। ........ মাৰা মোক!....."

উজাগিৰে দুয়োটা হাতেৰে তাইৰ ডিঙিটোত টেপা মাৰি ধৰিলে। তাইৰ দীঘল চুলিকোচা তাৰ জোকাৰত সুলকি পৰিল। সি কলে— "ওঁ তোক মাৰিয়েই পেলাম।"

"মাৰা, মই জীয়াই থাকিব আৰু নোখোজোঁ।"

"তোক ডিঙি চেপি মাৰি পেলাম হাৰামজাদী।"

"মাৰা, প্ৰদীপ কুমাৰৰ বা..............। আ............ আক!"

"ক, কালিৰ পৰা আৰু তই বাহিৰত ভৰি দিবিনে নাই?"

"নিদিওঁ, নিদিওঁ।"

"কাৰোবাৰ লগত হাঁহি হাঁহি কথাৰ মহলা মাৰিবিগৈ নে নাই? ক।"

"..... নাই, নামাৰো।"

"মিস্ত্ৰীৰ লগত?"

"নাই, নাই.....

"আৰু সেই লালাৰ পুতেকটোৰ লগত?"

"...... নাই, নাই।"

'নাই আৰু কাৰো লগত চুপতি নামাৰোঁ। প্ৰদীপ কুমাৰৰ বাপেক ঔ-উ-উ-উ!"

প্ৰদীপৰ মাকে তাৰ পিচত উজাগিৰৰ বুকুত মুখখন লুকুৱাই কান্দিবলৈ ধৰিলে। তাইৰ তেতিয়া এনে লাগিল যেন বিয়াৰ পিচত এইবাৰেই প্ৰথম তাইৰ নিজৰ গৃহস্থজনৰ সৈতে বিয়াৰ ৰাতি উদ্‌যাপন কৰিছে। .......... তাইৰ অঙ্গে অঙ্গে কিবা শিহৰণ..... কিবা আনন্দৰ ঢৌ.... কিবা ধুমুহাৰ ভাব বিয়পি পৰিছে..... প্ৰদীপ কুমাৰৰ বাপেক, মোক তুমি মাৰি পেলোৱা.... পিহি পেলোৱা মোক.... মোক..... ক!

ৰাস্তাত তেতিয়া এখন ট্ৰাকৰ ড্ৰাইভাৰৰ হৰ্ণ শুনা গ'ল।

(1962)

# সংবাদদাতা

হৰগোবিনে আচৰিত মানিলে। তেনেহলে আজিকালিও কাৰোবাক দূতৰ দৰকাৰ হয়! আজিৰ যুগত গাঁৱে গাঁৱে ডাকঘৰ হোৱাৰ পিচতো দূতৰ হাতত খবৰ পঠায়নে কোনোবাই? এতিয়াতো মানুহে ঘৰতে বহিয়েই লংকালৈকো খবৰ পঠাব পাৰে আৰু তাৰ খবৰ-বাতৰি পাব পাৰে। তথাপিও নো তাক মাতি পঠিয়াইছে কেলেই?

হৰগোবিনে বৰ হাউলিটোৰ বাট চ'ৰা পাৰ হৈ ভিতৰলৈ গ'ল। আগৰ দৰেই সি আলেখলেখ বুজি লৈ বতৰাটোৰ বিষয়ে এটা অনুমান কৰি ললে। ..... নিশ্চয় কিবা গুপুত কথাই হ'ব, কাৰবাক জনাবগৈ লাগে। যাতে চন্দ্ৰ-সূৰ্যয়ো গম পাব নোৱাৰে! আনকি পাৰ চৰাই এটায়ো চাগৈ গম পাব নোৱাৰা খবৰ।

"সেৱাহে, বৰ আই!"

বৰ হাউলিৰ বৰঘৈণীয়ে হৰগোবিনৰ ফালে পীৰা এখন আগবঢ়াই দিলে আৰু তাতে মনে মনে বহি থাকিবলৈ চকুৰে ইঙ্গিত দিলে। বৰ হাউলি আজিকালি আৰু নামতহে বৰ হাউলি হৈ আছেগৈ। আগতে য'ত ৰাতিয়ে-দিনে চাকৰ-বাকৰ আৰু লগুৱা-লিকচৌৰে খদমদম লাগি আছিল, তাত এতিয়া বৰঘৈণীয়ে খৰাহী লৈ নিজ হাতে শাক-পাচলি বাছিব-কাটিব লাগিছে। এসময়ত এই দুখন হাতত জেতুকা ঘঁহিয়েই গাঁৱৰ নাপিতৰ পৰিয়াল পোহপাল গৈছিল। সেইবোৰ দিন এতিয়া কলৈ গল! হৰগোবিনে হুমুনিয়াহ কাঢ়িলে।

ডাঙৰজন ককায়েক মৰাৰ পিচতেই যেন সকলো খেলা খতম হৈ গ'ল। তিনিজন ভাই-ককাইৰ মাজত দুৰ্ঘোৰ কাজিয়া-পেচাল লাগিছিল। ৰায়তে বলেৰে খেতিৰ মাটি দখল কৰি ললে। তিনিওজন ভাই-ককাই গাঁৱৰ পৰা গুচি গৈ চহৰত বহিলগৈ। থাকি গল বৰ ঘৈণী— বৰগৰাকী বোৱাৰী। কলৈ যাব বেচেৰী! ঈশ্বৰে ভাল মানুহকহে সদায় দুখ দিয়ে। নহলেনো এঘণ্টাৰ বেমাৰতে ডাঙৰজন কিয় মৰিল?..... ডাঙৰ বোৱাৰীৰ গাৰ পৰা কাপোৰ খুলি লৈ ভাগ বটোৱাৰা কৰাৰ নাটক পৰ্যন্ত হৈছিল। হৰগোবিনে নিজ চকুৰেই দ্ৰোপদীৰ বস্ত্ৰ হৰণ নাটক দেখিছিল! বেনাৰছী শাড়ীখন তিনিডোখৰ কৰি ভাগ কৰি লৈছিল সেই নিৰ্দয় ভাইহঁতে। বেচেৰী ডাঙৰ বোৱাৰী!

গাঁৱৰ মহাজননী বুঢ়ীয়ে জানো কেতিয়াৰ পৰা আহি চোতালত বহি বক্‌বকাই আছিলহি! "দোকানৰ পৰা বাকীকৈ খাবলৈ হলে বৰ ভাল লাগে, আৰু দাম দিয়াৰ বেলিকা মহাজননীৰ কথাবোৰ বৰ বেয়া লাগে। আজি মই দাম নাপাও মানে ইয়াৰ পৰা নুঠো।"

ডাঙৰ বোৱাৰীয়ে কোনো উত্তৰ নিদিলে।

হৰগোবিনে আকৌ এবাৰ হুমুনিয়াহ্ কাঢ়িলে। এই বুঢ়ী মহাজননী চোতালৰ পৰা উঠি নাযায় মানে ডাঙৰ বোৱাৰীয়ে তাৰ আগত একো কথা নকয়। সি আৰু মনে মনে থাকিব নোৱাৰিলে— "মহাজননী খুৰী, বাকী-বুকা আদায় কৰাৰ এই কাবুলী কায়দাবোৰ তুমি বেছ শিকিছা দেই।"

'কাবুলী-কায়দা' কথাষাৰ শুনা মাত্ৰকেই মহাজননী ঘপহ্ কৰে বহাৰ পৰা থিয় হ'ল— "চুপ্ থাক তই মুখবাটো! গাইমুৰা কৰবাৰ ......!"

"কি কৰিম খুৰী, ভগবানে ডাড়ি-মোচ একোকে নিদিলে। আৰু কাবুলী আলা চাহাবৰ নিচিনা ভোবোকাৰ ডাড়িনো......"

"আকৌ যদি তই কাবুলীৰ নাম মুখত আন, এইবাৰ তোৰ জিভাখনকে ছিঙিম।"

হৰগোবিনে জিভাখন উলিয়াই দিলে— অৰ্থাৎ নিয়া ছিঙি।

...... পাঁচ বছৰৰ আগতে গুল মহম্মদ বাকীত কাপোৰ বেচিবৰ কাৰণে এই গাঁৱলৈ আহিছিল আৰু মহাজননীৰ ঘৰতে কাপোৰৰ দোকান এখন খুলি বহিছিল। আগাই কাপোৰ বেচাৰ সময়ত বৰ ভাল লগা কথা কয় আৰু বাকী উঠোৱাৰ সময়ত জোৰ-জুলুমকৈ এগুণৰ ঠাইত দুগুণ আদায় কৰি লয়। এবাৰ বাকী খোৱা কিছুমানে ধৰি কাবুলীক এনে উত্তম-মধ্যম সোধালে যে তাৰ পিচত সি গাঁৱলৈ আৰু উভতি নাহিল। কিন্তু ইয়াৰ পিচতে দুখুনী মহাজননী লাল মহাজননী বুলি জনাজাত হ'ল।...... কাবুলী কিয়, কাবুলী বাদামৰ নামতো সাত জাপ মাৰিবলৈ ধৰে মহাজননীয়ে। গাঁৱৰ নাচ-বাগ কৰা মানুহে কাবুলীৰ চং দেখুৱাইছিল ঃ 'তুমি আমাৰ তালৈ আহিবা মহাজননী, মই তোমাক কাবুলী বাদাম-পেস্তা আখৰোট খুৱাম.....।"

মহাজননীয়ে বক্‌বক্‌কৈ গালি পাৰি পাৰি উঠি গুচি যোৱাৰ পিচত ডাঙৰ বোৱাৰীয়ে হৰগোবিনক কলে— "হৰগোবিন ভাই, তুমি খবৰ এটা লৈ যাব লাগে। আজিয়েই। যাবানে বাৰু ?"

"কলৈ ?"

"মোৰ মাৰ ওচৰলৈ।"

হৰগোবিনে ডাঙৰ বোৱাৰীৰ চলচলীয়া চকুহাল দেখা পাই অভিভূত হ'ল— "কওক, কি খবৰ দিব লাগে।"

খবৰটো শুনাবৰ সময়ত ডাঙৰ আইদেউৰ শোকে খুন্দা মাৰি ধৰিলে, তেওঁ উচুপিলে। হৰগোবিনৰো চকুলো বৈ আহিল। ......... বৰ হাউলিৰ লক্ষ্মীক এই প্ৰথমবাৰ এনেকৈ কন্দা দেখিলে হৰগোবিনে। সি কলে, "ডাঙৰ আইদেউ, হিয়াখন টান কৰক।"

"আৰু কিমান টান কৰিম হিয়াখন— মাক কবাগৈ, মই ভাইৰ আৰু ভাইবোৱাৰীৰ চাকৰ খাটি পেট পোহোগৈ। তাতে সিহঁতৰ ল'ৰা-ছোৱালীৰ কাঁহীৰ এৰেহা খাই ঘৰৰ চুক এটাত পৰি থাকিমগৈ; কিন্তু ইয়াত আৰু নোৱাৰো...... কোনোপধ্যে মই ইয়াত আৰু

নোৱাৰোঁ থাকিব। কবাগৈ, মাই যদি মোক ইয়াৰ পৰা লৈ নাযায় তেনেহ'লে মই কেতিয়াবা ডিঙিত কলহ বান্ধি পুখুৰীত জাপ দি মৰিম।...... ভতুৱা শাক খাই আৰু কিমান দিন জীয়াই থাকিম? কি কাৰণে..... কাৰ কাৰণে.....?''

হৰগোবিনৰ প্ৰতি লোমে লোমে দহি গল। দেওৰ আৰু ভাইবোৱাৰীহঁত কিমান নিষ্ঠুৰ! ঠিক আঘোনৰ ধান চপোৱাৰ সময়ত ল'ৰা-ছোৱালীৰে চহৰৰ পৰা আহি উপস্থিত হ'ব। দহ-পোষ্কৰ দিন থাকি চাৰিওফালে ধাৰ-ধুপাল লগাই থৈ আকৌ উভতি যোৱাৰ সময়ত দুমোন দুমোনকৈ প্ৰত্যেকেই চাউল আৰু চিৰা লৈ যাব। আকৌ আম লগাৰ সময়ত আহি সেইদৰে হাজিৰ হ'ব। কেচা-পকা আম ছিঙি বস্তাত ভৰাই লৈ আকৌ গুচি যাব। তাৰ পিচত আৰু কেতিয়াও উলটি নাচায়........ সকলো ৰাক্ষস!

বৰ আইদেৱে আচলৰ গাঁথি খুলি পাঁচ টকাৰ এখন লেতেৰা নোট উলিয়াই কলে— ''বাটৰ গোটেইখিনি খৰচো যোগাৰ কৰিব নোৱাৰিলোঁ। অহাৰ খৰচটো মাক খুজি লবা। আশা কৰিছো ভাইটোও তোমাৰ লগতে আহিব।

হৰগোবিনে কলে— ''ডাঙৰ আইদেউ বাট খৰচ দিব নালাগে। মই নিজে ব্যৱস্থা কৰিম।

''কৰ পৰা তুমি যোগাৰ কৰিবা?''

''মই আজি দহ বজাৰ গাড়ীতেই যাম।''

ডাঙৰ আইদেৱে হাতত নোটখন লৈ একো নোকোৱাকৈ ভাৱলেশহীন দৃষ্টিৰে হৰগোবিনলৈ চাই থাকিল। হৰগোবিন হাউলিৰ পৰা বাহিৰ ওলাল। সি শুনিলে ডাঙৰ আইদেৱে কৈছে— ''মই তোমাক বাট চাই থাকিম।''

দূত!........ অৰ্থাৎ সংবাদদাতা!

হৰগোবিন সংবাদদাতা!... সংবাদ গৈ দিয়াৰ কাম সকলোৱে কৰিব নোৱাৰে। মানুহ ভগবানৰ ঘৰৰ পৰা সংবাদদাতা হৈ আহে। সংবাদৰ প্ৰতিটো শব্দ মনত ৰখাটো— যিটো সুৰ আৰু স্বৰত সেই সংবাদ দি পঠায়, তাক ঠিক হুবহু তেনেকৈয়ে আন এজনক গৈ দিয়াটো সহজ কাম নহয়। গাঁৱৰ মানুহৰ ভুল ধাৰণা আছে যে অকামিলা, ঢোদ আৰু লুভীয়া মানুহেহে দূত বা সংবাদদাতাৰ কাম কৰে। যিবোৰ মানুহৰ কোনো লেঠা বা দায়িত্ব নাই। বিনা পইচাই যি গাঁৱে গাঁৱে খবৰ দি ফুৰেগৈ তাক আৰু কি বুলি কব? ....... তিৰোতাৰ গোলাম। অকণমান মিঠা কথা শুনিলেই যাৰ মনত নিচা লাগি যায়, তেনেকুৱা মতা মানুহক বাৰু পুৰুষ বুলি কব পাৰিনে? কিন্তু গাঁৱত এনেকুৱা কোনো আছে নে যাৰ ঘৰৰ মাক-বোৱাৰীয়েক-জীয়েক কাৰোবাক নহয় কাৰোবাক হৰগোবিনে কিবা খবৰ দি নহাকৈ আছে? ....... কিন্তু আজিৰ দৰে খবৰ এই প্ৰথমবাৰ নিব লগা হ'ল সি।

গাড়ীত উঠিয়েই হৰগোবিনৰ পুৰণি দিনবোৰলৈ আৰু সংবাদবোৰলৈ মনত পৰিল। এটা কৰুণ গীতৰ পাহৰি যোৱা কলি এটা তাৰ কাণৰ কাষত বাজিবলৈ ধৰিলে।

পৈয়াঁ পড়ু দাঢ়ী ধৰুঁ............

হমাৰী সংবাদ লে লে জাহু

ৰে সংবদিয়া-য়া-য়া! ...........'

ডাঙৰ আইদেৱে দি পঠোৱা সংবাদৰ প্ৰত্যেকটো শব্দই তাৰ মনত কাঁইটৰ দৰে বিন্ধিব লাগিছে— 'মই কাৰ ভৰসাত ইয়াত থাকিম? যিবা কাম কৰা ল'ৰা এটা আছিল সিও কালি পলাই গ'ল। গৰু-গাই সকলো ভোকে-পিয়াহে খুটিত বন্ধা আছে। কাৰ কাৰণে মই ইমান দুখ ভুঞ্জিছোঁ?"

হৰগোবিনে কাষতে বহা যাত্ৰী এজনক সুধিলে— "ভাই চাহাব, থানা বিহপুৰত ডাকগাড়ী ৰাখে নে নাৰাখে?"

যাত্ৰীজনে আমনি পোৱা যেন কৰি কলে— "বিহপুৰত সকলো গাড়ীয়েই ৰয়।"

হৰগোবিনে বুজি পালে এই মানুহটো খিংখিঙিয়া স্বভাৱৰ, ইয়াৰ লগত একো কথা-বতৰা পাতিব পৰা নহব। সি আকৌ ডাঙৰ আইদেউৰ বতৰাটোকে মনৰ ভিতৰত দোহাৰিবলৈ ধৰিলে....... কিন্তু বতৰাটো শুনোৱাৰ সময়তনো সি নিজে কেনেকৈ তাৰ হিয়াখন চম্ভালি থাকিব পাৰিব! ডাঙৰ আইদেৱে বতৰাটো তাক দিয়াৰ সময়ত য'তে যেনেকৈ কান্দি উঠিছিল, সিও তেনেকৈ কান্দি দিব।

কাটিহাৰ জংচন পাই সি দেখিলে যে পোন্ধৰ-বিশ বছৰৰ ভিতৰতে ভালেখিনি পৰিৱৰ্তন হ'ল। এতিয়া আৰু ষ্টেচনত নামি কাকো একো সুধিব নালাগে। গাড়ী আহি পালেই লগে লগে ভেঁপোত নিজে নিজেই মাত ওলায়— 'বিহপুৰ থানা, খগৰিয়া আৰু বাৰাউনিলৈ যাবলগীয়া যাত্ৰীসকল তিনি নম্বৰ প্লেটফৰ্মলৈ যাওক। গাড়ী ৰৈ আছে।'

হৰগোবিনৰ ভাল লাগি গ'ল। কাটিহাৰ পোৱাৰ পিচতে তাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে দেশখন আচলতে সকলোতে ভাল হ'ল। ইয়াৰ আগতে কাটিহাৰ পাই কোনখন গাড়ীত উঠিব লাগে, কোন ফালে যাব লাগে এইবোৰ সোধোতে সোধোতে তাৰ কেতিয়াবা গাড়ীয়েই এৰি দিয়ে।

গাড়ীখন সলোৱাৰ পিচত তাৰ মনত আকৌ ডাঙৰ আইদেউৰ কৰুণ মুখখন ভাঁহি উঠিল— হৰগোবিন ভাই, মাক কবাগৈ, ভগৱানে মোলৈ আৰু নোচোৱা হৈছে; কিন্তু মোৰ মাতো এতিয়াও আছে.... কিহৰ কাৰণে ... কি কাৰণে .... মই ভতুৱা শাক খাই জীয়াই থাকিব লাগে ?

থানা বিহপুৰ ষ্টেচনত গাড়ী আহি ৰোৱাৰ লগে লগে হৰগোবিনৰ অন্তৰ গধুৰ হৈ আহিল। ইয়াৰ আগতেও সি কেতিয়াবা ভাল-বেয়া খবৰ লৈ এই ঠাইলৈ আহিছিল যদিও কেতিয়াও এনেকুৱা লগা নাছিল। গাঁৱৰ ফালে তাৰ ভৰি দুখন আগবাঢ়িবই নোখোজে। এই সৰু বাটটোৰেই ডাঙৰ আইদেউ আকৌ মাকৰ ঘৰলৈ উলটি আহিব। গাঁও এৰি থৈ একেবাৰেই গুচি আহিব। আৰু কেতিয়াও উভতি নাযায়!

হৰগোবিনৰ মনটো ধৰফৰাবলৈ ধৰিলে— তেতিয়া আৰু গাওঁখনত কি থাকিব? গাঁৱৰ লখিমী গৰাকীয়েই গাওঁখন এৰি গুচি আহিব।..... সি এতিয়া কোনখন মুখেৰে এইবোৰ বতৰা কবগৈ? সি গৈ কেনেকৈ কব যে ডাঙৰ আইদেৱে মাথোন ভতুৱা শাক খায়েই দিন নিয়াইছে বুলি?...... যেয়ে এই কথা শুনিব সেয়ে হৰগোবিনৰ গাঁৱৰ নামটো থুই পেলাব— এইখননো কেনেকুৱা গাঁও, য'ত লখিমীৰ দৰে বোৱাৰীয়ে এনে দুখ ভোগ কৰিব লগীয়া হ'য়।

সোমাওঁ নোসোমাওঁকৈ হৰগোবিন গাঁওখনলৈ সোমাই গ'ল।

তাক দেখিয়েই গাঁৱৰ মানুহে চিনি পালে— জালালগড় গাঁৱৰ বতৰা কোৱা মানুহ আহিছে!........ কোনে জানে, কি বা বতৰা আনিছে!

"ৰাম ৰাম ভাই! সকলো খবৰ ভালেই নে?"

"ৰাম ৰাম মা! ভগবানৰ কৃপাত সকলো আনন্দতে আছে।"

"সেইফালে পানী-দুনি হৈছেনে?"

ডাঙৰ আইদেউৰ ককায়েকে হৰগোবিনক চিনি পোৱা নাছিল। হৰগোবিনেই নিজৰ চিনাকি দিয়াত তেওঁ নিজেই বায়েকৰ খবৰ-বাতৰি সুধিলে।— "বাইদেউ কেনে আছে?"

"ভগবানৰ দয়াত সকলো ৰাজি-খুচীতে আছে।"

হাত-মুখ ধোৱাৰ পিচত হৰগোবিনক আগফালে মাতি পঠিয়ালে। তেতিয়াহে তাৰ গাৰ কঁপনি উঠিল। তাৰ বুকুখন ধপধপাবলৈ ধৰিলে...... আগতে এনেকুৱাতো কেতিয়াও হোৱা নাছিল?........ ডাঙৰ আইদেউৰ চলচলীয়া চকু........ উচুপনিৰে ভৰা তেওঁৰ কথাবোৰ! সি ডাঙৰ আইদেউৰ বুঢ়ী মাকৰ ভৰিত সেৱা এটা কৰিলে।

বুঢ়ী আইতাই সুধিলে— "কচোন বাচা, কি খবৰ?"

"আইতা, আপোনাৰ আশীৰ্বাদত সকলো ভালেই।"

"তই কিবা বতৰা আনিছ নেকি, বোপাই?"

"এ?....... বতৰা?....... হয়, বতৰাতো তেনেকৈ একো নাই। মই কালি ছিৰাছিয়া গাঁৱলৈ আহিছিলোঁ। তাৰ পিছত ভাবিলোঁ যে এইফালে আহিছোঁ যেতিয়া আপোনালোককো দৰ্শন কৰি যাওঁ।

আইতাই হৰগোবিনৰ কথা শুনি কিছু হতাশ যেন হল— "তেনেহলে তই একো খবৰ লৈ অহা নাই!"

"নাই আইতা, একো খবৰ অনা নাই।.... এনেয়ে ডাঙৰ আইদেৱে কৈছিল বোলে ঘৰখনৰ পৰা ওলাব পাৰিলে দশহাৰাৰ সময়ত গঙ্গাজৰ মেলালৈ যাম আৰু মাক দেখা কৰি আহিমগৈ।" বুঢ়ী আইতা মনে মনে থাকিল। হৰগোবিনে কলে— "তাই ঘৰখনৰ পৰা ওলাব কেনেকৈ। গোটেইখন সংসাৰ তাইৰ মূৰৰ ওপৰতে।"

আইতাই আকৌ কলে— "মই বাবুৱাক কৈয়ে আছোঁ যে তই গৈ বায়েৰক

ইয়ালৈকে লৈ আহঁগৈ, তাই ইয়াতে থাকিব। তাত তাই থাকি কি কৰিব? আছে কিটো? মাটি-বাৰী সকলো গলেই। তিনিটা দেওৰ আহি চহৰত থাকিবলৈ ললে। কোনেও এটা খা-খবৰ নকৰে। মোৰ ছোৱালীজনী তাত অকলেই....।''

''নহয় আইতা। এতিয়াও যিখিনি মাটি-বাৰী আছে সেয়া কম নহয়। থকা-খিনিয়েই বহুত। ঢুকাইছেও হয়, ডাঙৰ হাউলি হয়তো আগৰ দৰে নাই। লগ-সঙ্গ নাই, কথাটো অৱশ্যে হয়। কিন্তু ডাঙৰ আইদেউৰ দেখোন গোটেই গাওঁখনেই পৰিয়ালৰ দৰে। আমাৰ গাওঁখনৰ লখিমী স্বৰূপ হৈছে ডাঙৰ আইদেউ।.... গাঁৱৰ লখিমীয়ে গাঁওখন এৰি থৈ চহৰলৈ কেনেকৈ গুচি আহিব? আৰু, দেৱৰ কেইজনেও বাৰে বাৰে আহি তেওঁক লৈ যোৱাৰ বাবেও বৰকৈ ধৰিছিলহি।''

আইতাই নিজ হাতেৰে জলপান আনি হৰগোবিনক দিলেহি— ''আগতে দুটামান খাই লচোন, বাচা।''

জলপান খোৱাৰ সময়ত তাৰ এনে লাগিল যেন ডাঙৰ আইদেৱে দালানত বহি তালৈকে বাট চাই আছে— ভোকে পিয়াহে। ৰাতি আহাৰ কৰাৰ সময়তো যেন ডাঙৰ আইদেউ তাৰ সন্মুখত আহি বহি লৈছে খাবলৈ— আজি কালি ধাৰে-ঋণে কোনেও একো বস্তু নিদিয়ে...... কুকুৰেও এটা পেটৰ আহাৰ যোগাৰ কৰে, কিন্তু মই?......... মাক গৈ কবাগৈ........!!

হৰগোবিনে ভাতৰ কাঁহীখনৰ ফালে চালে— দাইল-ভাত, তিনি বিধ ভজা, অকনমান ঘিউ, পাপৰ, আচাৰ .......। ডাঙৰ আইদেৱে ভতুৱা শাক সিজাই লৈ চাগৈ খাবলৈ বহিছে।

আইতাই কলে— ''খা বোপাই, বৈ আছ কিয়?''

''আইতা, জলপান খায়েই পেটটো ভৰি আছে।''

''হেৰ, ডেকা মানুহ পাঁচ বাৰ জলপান খাই উঠিও একাঁহী ভাত খাব পাৰে।''

হৰগোবিনে একো নাখালে। খাব আৰু নোৱাৰিলে।

বতৰা দিবলৈ অহা মানুহে জুৰাই জুৰাই খায় আৰু শোঁ তেও গঙ্গাটোপটো হৈ শোৱে। কিন্তু হৰগোবিনৰ টোপনি অহা নাই।........ সি এয়া কি কাম কৰিলে? কি কৰি পেলালে? কি কাৰণে সি ইয়ালৈ আহিছিল? সি কিয় মিছা কথাবোৰ কলে?....... নহয় নহয়, পুৱা শোৱাৰ পৰা উঠিয়েই সি আইতাৰ আগত ডাঙৰ আইদেৱে কৈ পঠোৱা সকলো বতৰা কৈ দিব— হুবহুকৈ আইদেৱে কোৱাদৰে শুনাব। কব ঃ আইতা আপোনাৰ একমাত্ৰ ছোৱালীজনী বৰ কষ্টত আছে। আজিয়েই কাৰোবাক পঠাই লৈ আহক। নহলে তেওঁ কিবা এটা অঘটন কৰি পেলাব। কি কাৰণে তেওঁ ইমান কষ্ট সহি থাকিব!........ ডাঙৰ আইদেৱে কৈছে বোলে মাৰ ঘৰত ভাইৰ ন'ৰা-ছোৱালী কাঁহীৰ এৰেহা খাই এটা চুকত পৰি থাকিব......।''

গোটেই ৰাতি আৰু হৰগোবিনৰ টোপনি নাহিল।

চকুৰ আগত ডাঙৰ আইদেউ আহি বহি আছে— উচুপি উচুপি, চকুপানী টুকি টুকি। পুৱাই উঠি সি হৃদয়খন কঠিন কৰি ললে। সি বতৰা দিয়া মানুহ। তাৰ কাম হৈছে হুবহু সংবাদ দিয়াটো। সি ডাঙৰ আইদেৱে দি পঠোৱা সংবাদ বুঢ়ী আইতাক দিবলৈ গৈ ওচৰতে বহিল। আইতাই তাক সুধিলে— " কি হ'ল বাচা? কিবা কবি নেকি?"

"আইতা, মই এইখন গাড়ীতে উভতি যাবগৈ লাগিব। কেবাদিনো হ'ল।"

"হেৰ' ইমান সোনকালেই গৈ কি কৰিবলৈ। দুদিনমান আলহী থাকচোন।"

"নহয় আইতা। এইবাৰলৈ আজ্ঞা কৰক। দশহাৰাৰ সময়ত ময়ো আহিম বাৰু ডাঙৰ আইদেউৰ সৈতে। তেতিয়া বাৰু বেচকৈ পোন্ধৰ দিনমান আলহী হমহি।"

আইতাই কলে— 'ইমান লৰালৰি কৰিবলৈনো আহিছিলি কিয়? ভাবিছিলোঁ, ছোৱালীজনীলৈ দৈ-চিৰা অলপমান পঠাই দিম। আজিতো আৰু দৈ নহবগৈ। অলপমান চিৰা হব বাছমতী ধানৰ। তাকে লৈ যাবি।"

চিৰাৰ টোপোলাটো কাষলতি তলত লৈ হৰগোবিন চোতালৰ পৰা বাহিৰ ওলালত ডাঙৰ আইদেউৰ ভায়েকে সুধিলে— 'পিচে তোমাৰ হাতত বাট খৰচ আছে?"

হৰগোবিনে কলে "আপোনালোকৰ আশীৰ্বাদত মোৰ একোৰে অভাৱ নাই।"

ষ্টেচন পাই হৰগোবিনে হিচাপ কৰিলে। তাৰ হাতত যিখিনি পইচা আছে তাৰে সি কাটিহাৰলৈকে টিকট কাটিব পাৰিব। আৰু যদি নকল সিকিটোও কামত আহে তেনেহলে সৈমাপুৰ পৰ্যন্ত যাবগৈ পাৰিম।........ বিনা টিকটে সি এটা ষ্টেচনো যাব নোৱাৰিব। ভয়তে তাৰ আধাখিনি তেজ নোহোৱা হ'ব।

গাড়ীত বহিয়েই তাৰ অৱস্থা কাহিল হৈ গ'ল। সি আহিছিল কলৈ? কি কৰি সি উভতিছে? ডাঙৰ আইদেউক গৈ সি কি কবগৈ।

গাড়ীখনত এজন নিৰ্গুণ গীত গোৱা সুৰদাসক লগ নোপোৱা হলে তাৰ অৱস্থা কি হ'লহেঁতেন সি নাজানে। সুৰদাসৰ গীত শুনি শুনি তাৰ মনটো কিছু স্থিৰ হ'ল—

'....... কি আহো ৰামা!
নৈহৰা কো সুখ সপন ভয়ী অব
দেশ পিৱা কো ডোলিয়া চলী-ই-ই-ই,
ভাই ৰোৱো মতি, য়হি কৰম কী গতি....!'

সুৰদাস শুছি গল যদিও তাৰ মনত বহি থকা ডাঙৰ আইদেৱে পুণৰ কান্দিবলৈ ধৰিলে— মই কাৰ কাৰণে ইমান দুখ সহি আছোঁ?

পুৱা পাঁচ বজাত কাটিহাৰ ষ্টেচন পালেহি।

ভেঁপোত মাত আহি আছিল— বৈৰগান্দী, কুছিয়াৰ আৰু জালালগড়লৈ যোৱা যাত্ৰীসকল এক নম্বৰ প্লেটফৰ্মলৈ যাওক।

হৰগোবিন যাব লাগে জালালগড়লৈ। কিন্তু সি এতিয়া এক নম্বৰ প্লেটফৰ্মলৈ যায় কেনেকৈ? তাৰ হাতত কাটিহাৰ পৰ্যন্ত টিকট আছে।...... জালালগড়! বিশ ক্ৰোশ।..... ডাঙৰ আইদেৱে বাটলৈ চাই ৰৈ আছে চাগৈ । ...... বিশ ক্ৰোশ খোজ কঢ়াটো আৰু কিমান দূৰৰ কথানো! সি খোজ কাঢ়িয়েই যাব ।

হৰগোবিনে মহাবীৰ-বিক্ৰম-বজ্ৰৰঙ্গীৰ নাম স্মৰণ কৰি খোজ ললে। আধাখিনিমান বাট তাৰ খালী পেটটো বায়ুৰেই ভৰি আছিল। কছবা চহৰ পাই সি পেট ভৰাই পানী খাই ললে। টোপোলাটোত নাক লগাই সি এবাৰ সুঙি চালে— আহ্! বাচমতী ধানৰ চিৰা। মাকে পঠিয়াইছে মৰমতে জীয়েকলৈ উপহাৰ । নাই, সি ইয়াৰ এমুঠিও খাব নোৱাৰে...... কিন্তু সি বাৰু কি উত্তৰ দিবগৈ ডাঙৰ আইদেউক?

তাৰ ভৰি হাল থবক ববক লাগিল।... ওহোঁ সি এতিয়া একো নাভাবে। এতিয়া সি কেৱল গৈ থকাৰ কথা। সোনকালে গৈ গাওঁ পাব লাগে।......... ডাঙৰ আইদেউৰ কান্দি উখহি থকা চকুহালে তাৰ গাঁৱৰ ফালে চাই আছে— মই বহি বহি তুমি ঘূৰি অহালৈ চাই থাকিম।

পোন্ধৰ ক্ৰোশ!...... মাক কবাগৈ মই আৰু ইয়াত থাকিব নোৱাৰোঁ। যোল..... সোতৰ..... ওঠৰ...... জালালগড় ষ্টেচনৰ ছিগনেল চকুত পৰিল...... গাঁৱৰ খেজুৰ গছ বিলাকে মূৰ তুলি সি যোৱা চাই আছে। সেই খেজুৰ গছৰ তলতে ডাঙৰ হাউলিটোৰ দালানত মনে মনে বাট চাই বহি আছে ডাঙৰ আইদেৱে— ভোকে-পিয়াহে ঃ 'মোৰ বতৰা লৈ যোৱা অ' বতৰা নিয়া মানুহজন........!'

কিন্তু এয়া কলৈ গুচি আহিল হৰগোবিন! এইখন কি গাওঁ? সন্ধিয়া লাগোতেই দেখোন আউসীৰ আন্ধাৰ ! সি কোনফালে যাব লাগিছে! সি কোনফালে আহি কোনফালে যাব লাগিছে!.... এইখন দেখোন নদী! নদীখন আহিল কৰ পৰা? ওহোঁ নদী নহয়, খেতি-পথাৰ।.... এইবোৰ গছৰ জোপোহা নে হাতীৰ মূৰ? খেজুৰৰ গছবোৰ কলৈ গ'ল? সি বাট ভুলকৈ কেনি আহিল একো কব নোৱাৰে।...... এইখন গাঁৱত মানুহ-দুনুহ কোনো নাথাকে নেকি?...... কতো অকণ চাকিৰ পোহৰ নাই: সোধো কাক?...... ক'ত, সেয়া পোহৰ নে মানুহৰ চকু? সি গৈ আছে নে ৰৈ আছে? সি গাড়ীত আছে নে মাটিত থিয় হৈ আছে?

"হৰগোবিন ভাই? আহিলা?"— এয়া ডাঙৰ আইদেউৰ মাত নে কাটিহাৰ ষ্টেচনৰ ভেঁপোটোৰ মাত?

"হৰগোবিন ভাই, কি হ'ল তোমাৰ?"

"ডাঙৰ আইদেউ?"

হৰগোবিনে হাতেৰে খেপিয়াই গম পালে যে সি বিচনাত শুই আছে। সমুখত বহি থকা ছাঁটোক চুই কলে— "ডাঙৰ আইদেউ?"

"হৰগোবিন ভাই, এতিয়া কেনে পাইছা?..... লোৱা, অকণমান গাখীৰ খোৱা......

মুখখন মেলাচোন..... ও..... গিলি দিয়া... গিলা।"

হৰগোবিনৰ হঁচ আহিল।....... ডাঙৰ আইদেৱে তাক গাখীৰ খুৱাই আছে।

সি লাহেকৈ হাতখন আগবঢ়াই দি ডাঙৰ আইদেউৰ ভৰিহালত ধৰিলে—"ডাঙৰ আইদেউ মোক ক্ষমা কৰা। মই তোমাৰ বতৰা দিবগৈ নোৱাৰিলোঁ। তুমি গাওঁ এৰি থৈ নাযাবা। তোমাৰ কোনো কষ্ট হ'বলৈ মই নিদিওঁ। ময়েই তোমাৰ ল'ৰা। ডাঙৰ আইদেউ, তুমি মোৰ আই, গোটেই গাওঁখনৰে তুমি মাতৃ। মই এতিয়া এনেহ'ৰা নিষ্কৰ্মা হৈ নাথাকো। তোমাৰ সকলো কাম কৰি দিম। কোৱা ডাঙৰ মা, তুমি গাওঁ এৰি থৈ নোযোৱা? কোৱা?......"'

ডাঙৰ আইদেৱে গৰম গাখীৰত এমুঠি বাচমতী চিৰা পেলাই দিলে।.... বতৰা পঠোৱাৰ পিচৰে পৰাই তেওঁ নিজৰ ভুল বুজি অনুতাপ কৰি আছিল।

(1962)

# এটা আদিম ৰাতিৰ গোন্ধ

...... নাই,...... কৰমাৰ আজি আৰু টোপনি নাহে।

নতুনকৈ সজা  পকী ঘৰত তাৰ কেতিয়াও টোপনি নাহে। চূণ আৰু বাৰ্ণিচৰ গোন্ধৰ কোবত তাৰ কপালৰ কুম দুটা বিষত কণকণাবলৈ ধৰিছে। পুৰণি লাইনৰ পুৰণি 'ইষ্টিচন' যিমানেই পুৰণি হওক, তাততো টোপনি আহে। ........ক'ত মৰ মৰ এতিয়া. নাকৰ ভিতৰত আকৌ সুৰসুৰণি উঠিল, শাহু আই!......

কৰমাই হাঁচিয়াবলৈ ধৰিলে। নতুন ঘৰত সোমাই তাৰ হাঁচি আহিছে।

"কৰমা, তোৰ টোপনি অহা নাই?" বাবুৱে কেম্পখাটখনত বাগৰ সলাই তাক সুধিলে।

গামোচাখনেৰে সি নাকটো চাফা কৰি কলে— 'ইয়াত টোপনি কেতিয়াও নাহে বুলি মই আগতেই জানিছিলোঁ, বাবু।"

"মোৰো নাহে।" বাবুৱে চিগাৰেট এটা জ্বলাই ললে— "নতুন ঠাইত মোৰ প্ৰথম নিশা টোপনি নাহে।"

কৰমাই সুধিব খুজিছিল, নতুন পকী ঘৰত বাবুৰো চূণ-তেলৰ গোন্ধত টোপনি নাহে নেকি? কপালৰ কুম দুটাও বিষত টনটনাই থাকে নেকি?..... বাবুৱে কিবা গীত গুণগুণাবলৈ ধৰিলে। এটা কুকুৰ ঘূৰি-পকি ছিগনেল কেবিনৰ ফালৰ পৰা আহি উপস্থিত হ'ল আৰু পোনেই বাৰান্দাৰ ওচৰ পাই থমকি ৰলহি। কৰমাই মনে মনে কুকুৰটোৰ মতলব বুজিবলৈ চেষ্টা কৰিলে। কুকুৰটোৱে বাবু শুই থকা খাটখনৰ ফালে মুখখন তুলি লৈ গোন্ধটো সুঙিলে। তাৰ পিচত কেইখোজমান আগবাঢ়ি গ'ল। কৰমাৰ বুজিবলৈ বাকী নাথাকিল,— এইটো নিশ্চয় জোতা চোৰ কুকুৰ, চালা।...... নহয় দেখোন, কুকুৰটোৱে মাথোন কিবা গোন্ধ লৈয়েই থাকিল। ইয়াৰ পিচত কুকুৰটো কৰমাৰ ফালে ঘূৰিল। এইবাৰ সি এইফালে গোন্ধ ললে। তাৰ পিচত সি লাহে লাহে যাত্ৰীবোৰ থকা ফালে গুচি গ'ল।.....

বাবুৱে সুধিলে, 'তোৰ নামটো কৰমা নে কৰমচাঁদ নে কৰমু অ?"

........ সাত দিন একেলগে থকাৰ পিচত আজি মাজ ৰাতি বাবুৱে সঁচাকৈ মন খুলি কথা পতাৰ দৰে এটা কথা সুধিলে।

"বাবু, নাম মোৰ কৰমাই। যেনেকৈ মানুহৰ মুখৰ সীমা-সংখ্যা নাই, সেইদৰে

তেওঁলোকে মোক নাম ধৰি মতাৰো সীমা সংখ্যা নাই।...... নিতাই বাবুৱে মোক মাতে কোৰমা বুলি, ঘোষ বাবুৱে মাতে কৰিমা বুলি, সিন্‌ধজীয়ে আকৌ সদায় কয় কামী বুলিহে; আছগৰ বাবুৱেতো মাতে কৰম-কৰম কৈ । ফূৰ্তিত থাকিলে ধেমালিও কৰে— 'হায় মেৰে কৰম' বুলি।........ নামটোনো আৰু কি বাবু ! আপোনাৰ মনত যি বুলি আহে সেই বুলিয়েই মাতিব। হেজাৰটা নাম......."

"তোৰ ঘৰ চাঁওতাল পৰগাণাত নেকি— ৰাঁচী হাজাৰীবাগৰ ফালে?"

এই প্ৰশ্নটোতে কৰমা কিছু সময় থতমত খাই গ'ল। এনেকুৱা প্ৰশ্নৰ উত্তৰ দিব লগীয়া হলে সি অঘৰী ফকীৰ সকলৰ বেশ ধাৰণ কৰে। ঘৰ? যলৈকে যাওঁ সেয়েই ঘৰ। আৰু আই-বোপাই হ'ল ঈশ্বৰ নিজেই।......... কিন্তু, কিন্তু বাবুকতো আৰু সেইবোৰ উত্তৰ দিব নোৱাৰি।.......

........ বাবুও সাংঘাতিক দেই। নামটোৰ অৰ্থ উলিয়াই লৈ ধৰি ললে, ঘৰ চাঁওতাল পৰগণা বা ৰাঁচা- হাজাৰীবাগৰ ফালেই হ'ব লাগিব— তাৰ কোনোবা এখন গাঁৱত। জন্ম চাগৈ কৰমা উৎসৱৰ দিনাই হৈছিল, সেই কাৰণেই নামটো থলে কৰমা বুলি। মানুহটোৰ মূৰ, কপাল, ওঁঠ আৰু দেহৰ গঠন চায়ো.........

বাবু বৰ গুণী মানুহ হ'ব যেন লাগিছে। কৰমাই নিজৰ বিষয়ে একোকে নাজানে। কিন্তু বাবুৱে তাৰ নাম আৰু কপালখন চায়েই সকলো কথা কৈ দিলে। ইমান দিনৰ পিচত এতিয়াহে সি এজন বাবু পালে, ঠিক গোপাল বাবুৰ দৰে মানুহ!

কৰমাই কলে, "বাবু, গোপাল বাবুৱেও তেনেকৈ কৈছিল। মোৰ এই নামটোতো গোপাল বাবুৱেই দিয়া নাম।"

কৰমাই গোপাল বাবুৰ বিষয়ে কবলৈ ধৰিলে— "গোপাল বাবুৱে কৈছিল বোলে অসমৰ পৰা উলটি অহা কুলীৰ গাড়ীৰ এটা ডবাৰ ভিতৰত তই পৰি আছিলি, কোনো ৰচিদ-পত্ৰ নোহোৱাকৈ। তই আছিলি ওৱাৰিছ নোহোৱা মাল!"

....... বাৰু থাওক এতিয়া, বাবুৰ টোপনি আহিল। নাকৰ শব্দ হৈছে। গোপাল বাবুৰ কথা আধা কোৱা হৈ থাকিল।

....কুকুৰটো ঘূৰি ঘূৰি আহি আকৌ উপস্থিত হ'ল। এইটো কাতি মাহ নহয় নে বাৰু? শহৰ একেবাৰে ভাগৰি-জুগৰি আহিছে। কেনেকৈ ফোঁপাইছে।...... হ'ল আৰু! তয়ো হবলা ইয়াতে শুবি? ওঁহ্! চালাৰ গাৰ দুৰ্গন্ধি ইয়ালৈকে আহিছে— ধেৎ! ধেৎ!!

বাবুৱে সাৰ পাই সুধিলে, ওঁ-ওঁ-ওঁ! তাৰ পিছত কচোন তোৰ গোপাল বাবুৰ কি হ'ল?"

কুকুৰটো বাৰান্দাৰ তললৈ নামি গ'ল। তাৰ পৰা উভতি চাবলৈ ধৰিলে। গৰ্‌ৰ্ শব্দ কৰিলে। তাৰ পিচত সৰু সৰুকৈ ভুক্ ভুক্ কৰি মহিলা যাত্ৰীসকল থকা ঠাইলৈ গুচি গ'ল, য'ত নাইটমেনজন শুই আছিল।

"বাবু, আপোনাৰ টোপনি আহিল নেকি?"..... বাৰু যাওঁক, বাবুৰ আকৌ টোপনি

আহিল। বাবুৰ নাকৰ মাতটো ঠিক বাবুৱনীৰ নাকৰ মাতৰ দৰেই। পইন্টমেনৰ শব্দটো শুনিলে এনেহে লাগে যেন তেওঁ খৰিহে ফালিছে।..... গোপাল বাবু শুই থাকিলে তেওঁৰ নাকৰ মাতটো এখন বীণ বজাৰ দৰে লাগিছিল— সুৰ ধৰি অহা এটা মাত।..... অছগৰ বাবুৰ মাতটো আছিল খহতা....... সিন্‌ধজীয়ে মুখখন ফোকাৰি শুইছিল আৰু ছাহু বাবুৱে টোপনিতে কৈ উঠিছিল— "এই, দুই নম্বৰ ডাউন গাড়ী এৰি দিয়া......!'"

টেলিফোনৰ ঘন্টা! ষ্টেচনৰ ঘন্টা! গাৰ্ড বাবুৰ সুহুৰি! ইঞ্জিনৰ বিগুল।

জাহাজৰ ভেপোঁ!.... শ শ সুহুৰি...... ভেপোঁ....... বিগুলৰ শব্দ.......!

...... হাজাৰ বাৰ লাখবাৰ চেষ্টা কৰিও নিজক কোনোৰকমে ৰেলৰ মালৰ বোজাবোৰৰ পৰা আঁতৰাই আনিব নোৱাৰিলে কৰমাই। সি চটফটাই টিএঁৰি থাকিল, কিন্তু তাৰ দেহটো অকনমানো নৰচৰ কৰিব নোৱাৰিলে। সি চেপা খাই থাকিল। ঘৰঘৰাই চলি অহা ইঞ্জিন এটাই তাৰ ডিঙি আৰু ভৰি দুটা কাটি থৈ পাৰ হৈ গুচি গ'ল।..... লাইনৰ একালে তাৰ কটা মূৰটো আৰু আনকালে ভৰি দুটা চিটিকি পৰি ৰ'ল। সি লৰালৰিকৈ তাৰ কটা ভৰিহাল বুটলি ললে— উৰা! এয়া দেখোন এন্টনি গার্ড চাহাবৰ বৰযুণত পিন্ধা জোতাযোৰহে। গামবুট!— তাৰ মূৰটো তেনেহলে কি হ'ল? ধেৎ তেৰি! শহুৰে ইফালে নাক-কাণ চোবাব লাগিছে।.....

"কৰমা!"

"ধেৎ... ধেৎ!....

"উঠ কৰমা, চাহ কৰ।"

"কৰমা ধৰফৰাই উঠি বহিল।... হ'ল আৰু! কেতিয়াবাই ৰাতি পুৱাল। মালগাড়ীক 'খুৰুপাছ' দি পইন্টমেনে হাতত নাল লগোৱা তাঁৰডাল ঘূৰাই ঘূৰাই আহিব লাগিছে।........ কটা, এনেকুৱা সপোনো দেখে নে বাৰু? কৰমাই বাৰ বছৰৰ মূৰত এনেকুৱা অদ্ভূত সপোন প্ৰথম দেখিলে।

বাৰ বছৰৰ ভিতৰত এটা দিনৰ বাবেও সি ৰেল লাইনৰ ওচৰৰ পৰা আঁতৰি যোৱা নাই। এনেকুৱা 'একচিডেন্ট'ৰ সপোন সি কোনো দিনে দেখা নাছিল।

কৰমা ৰেল কোম্পানীৰ কাম কৰা মানুহ নহয়। সি বিচৰাহেঁতেন ৰেলৰ খালাচী, পইন্টমেন বা ৰেলৰ পানী দিয়া চাকৰি এটা পালেহেঁতেন। কিন্তু মনটোক বুজাব কোনে । মনে নামানিলে। ৰেল কোম্পানীৰ নীলা পোছাক আৰু ইঞ্জিনৰ ছবি থকা চোলাৰ বুটামৰ প্ৰতি তাৰ কোনো মোহ নাছিল।

ৰেল কোম্পানীৰহে নালাগে, আন কাৰো চাকৰি সি কৰা নাই। মানুহে নাম-ধাম সোধাৰ পিচত টকা-পইচাৰ কথা সোধে। কৰমাৰ উত্তৰ হৈছে, সি "বাবুৰ লগত আছিল।— এটা পইচাও মজুৰী নোলোৱা মানুহকতো আৰু চাকৰ বুলি কব নোৱাৰি।"

.... গোপাল বাবুৰ লগত একেধাৰে পাঁচটা বছৰ। তাৰ পিচত যে আৰু কিমানবোৰ বাবুৰ লগত সি থাকিল সেইবোৰ সি এতিয়া গনিহে কব পাৰিব। কিন্তু এটা কথা হলে হয়, সি 'ৰিলিফিয়া' বাবুক এৰি থৈ আহি কোনো 'ছালটন' বাবুৰ লগত সি কেতিয়াও থকা নাই।....'ছালটন' বাবু মানে হৈছে কোনো 'টিছন'ত 'পাৰমেন্টি' চাকৰি কৰা মানুহ আৰু যিবোৰ বাবুৱে 'ফমিলী' লৈ একেলগে থাকে!

...... সেইজন গোপাল বাবু! তেনেকুৱা বাবু আজিকালি ক'ত আছে? কৰমাৰ আই-বোপাই, ভাই-ভনী, বংশ-পৰিয়াল, সুখ-দুখ সকলোখিনিয়েই আছিল গোপাল বাবু।..... কোনো বিন্টী-বচিদ নোহোৱা এটা বেওৱাৰিছ মাল আছিল কৰমা। ৰেল হাস্পাতালৰ পৰা লৈ আহি নিজৰ লগত ৰাখিছিলহি গোপাল বাবুৱে। নিজে যলৈকে যায়, কৰমাকো লগত লৈ যায়। নিজে যি খায়, কৰমাকো তাকে খুৱায়।...... কিন্তু মানুহৰ মতি-গতিৰ কথা কোনে কব পাৰে। এদিন 'ৰিলিফিয়া' কামটো এৰি থৈ 'ছালটনী' কামটোলৈ গুচি গ'ল। তাৰ পিচত এদিন বিয়াও কৰালে।...... বৌমা... মানে গোপাল বাবুৰ ফেমিলী....... ৰাম ৰাম! সেয়াও মাইকী মানুহ নে? সাক্ষাৎ ডাইনী!....... দিনটো গোপাল বাবু ভালেই থাকে। গধূলি হোৱাৰ লগে লগেই তেওঁৰ প্ৰাণটো চৰাইৰ দৰে ক'ত লুকাওঁ ক'ত লুকাওঁ কৰিবলৈ ধৰে...... মাজ ৰাতি কেতিয়াবা কেতিয়াবা 'ইচ্‌পিচল পাছ' কৰিবলৈ বাবু ওলাই যাবলগীয়া হয়। দেখিলে এনে লাগে যেন আমেৰিকান ইঞ্জিনৰ বয়লাৰ এটাত কয়লা মাৰি দিহে ওলাই আহিছে।...... কৰমা সদায় কোৱাৰ্টাৰৰ বাৰন্দাতে শুইছিল। তিনি মাহলৈ ৰাতি তাৰ কেতিয়াও টোপনি অহা নাছিল।....... বৌমাই ফোঁচ ফোঁচকৈ কথাবিলাক কৈছিল আৰু বাবুৱে মিনমিনকৈ কিবা উত্তৰ দিছিল। তাৰ পিচত আৰম্ভ হৈছিল কন্দা-কটা, গালি-গালাজ, মাৰ-পিট। বাবু ওলাই দৌৰ মাৰিছিল আৰু সেই মাইকীজনীয়ে থাপ মাৰি বাবুৰ চুলিকোচাত ধৰি টানি আনিছিল।...... তেতিয়া কৰমাই এটা বুদ্ধি উলিয়ালে। এনেকুৱা অৱস্থাত সি উঠি দুৱাৰত ঢকিয়াবলৈ ধৰে আৰু কয়"... বাবুৰ প্ৰাণটো আৰু কিমান দিনলৈনো কৰমাই বচাই ৰাখিব পাৰে?...... বৌমাই এদিন চিঞৰি কলে, "এই ছোকৰা হাৰামজাদাকে দূৰ কৰোঁ। এ চোৰ, চো-ও-ৰ-ৰ !"

.......... ইয়াৰ পিচৰ পৰাই কোনো ষ্টেচনৰ ফেমিলী কোৱাৰ্টাৰ দেখা পালেই কৰমাৰ মনত এটা পাতল শব্দ ভাঁহি আহে—চো-ও-ৰ-ৰ! হাৰামজাদা! ফেমিলী কোৱাৰ্টাৰ নালাগে আনকি মহিলা যাত্ৰী শালা, মহিলাৰ প্ৰবেশ দ্বাৰ, মহিলা..... ইত্যাদি মহিলাৰ নাম থকা সকলোলৈকে তাৰ ভয় লগা হ'ল।

...... এটা বছৰৰ ভিতৰতে গোপাল বাবুৰ হাড়-মূৰ সকলো চোবাই খাই গ'ল সেই মাইকী মানুহজনীয়ে। ফুলৰ দৰে ধুনীয়া আছিল গোপাল বাবু। জীৱনত প্ৰথমবাৰ হিয়া ঢাকুৰি কৰমাই কান্দিছিল।

...........ঘূৰি ফুৰা অঘৰী সাধু, বৈ থকা নদীৰ পানী আৰু ৰিলিফিয়া বাবু— একেই। চৌব্বিশ ঘন্টাৰ পৰৱানা দি হেডকোৱাৰ্টাৰৰ পৰা হুকুম আহিব যে অমুক ষ্টেচনৰ মাষ্টৰজনৰ বেমাৰ হৈছে, ছিক ৰিপৰ্ট আহিছে। তুৰন্তে গৈ জইন কৰা।...... সেইবাবে

ৰিলিফিয়া বাবুৰ বিচনা-পত্ৰ সকলো সময়তে ৰেডী থাকিব লাগে। কমকৈ হলেও এসপ্তাহ আৰু বেছিকৈ হলে তিনিমাহতকৈ সৰহ কাল একে ঠাইতে থাকিব নোৱাৰে কোনো ৰিলিফৰ বাবুৱে।.... কাঠৰ বাকচ এটাত গৃহস্থী এখনৰ সকলো লাম-লাকুটু বন্ধ কৰি লৈ আজি ইঠাইত আৰু কালি সিঠাইত এনেকৈ ঘূৰি ফুৰা... পানী পাৱাৰ পৰা ভাতগাওলৈ, কুৰৈবাৰ পৰা ৰৌতাৰলৈ। তাৰ পিচত আকৌ ঘূৰি আহা হেড কোৱাৰ্টাৰ কাটিহাৰলৈ।.... গোপাল বাবুৱেই তাক ঘোষ বাবুৰ লগত দি থৈ গ'ল— "খুব ভালো বাবু'! ভালকৈ ৰাখিব। কিন্তু সি ঘোষ বাবুৰ তাত এমাহতকৈ বেছি থাকিব নোৱাৰিলে। ঘোষ বাবুৱে অকাৰণতে গালি পাৰি থাকে, তেওঁৰ অভ্যাস। গালিবোৰো বৰ বেয়া, একেবাৰে মাক-ভনীয়েকক ধৰি পৰা গালি।...... তাৰ বাহিৰে ঘোষ বাবুৰ বিষয়ে কবলৈ একো নাই।........ এতিয়াও ঘোষ বাবুৱে লগ পালে গালিৰেহে সোধে, "কিৰে...... কৰমা। আজকাল তুই কাৰ সঙ্গে আছিস, মা...... ?"

..... ঘোষ বাবুৰ মাক-ভনীয়েকহঁতক ধৰি গালি পাৰিবলৈ তেওঁৰ কোনো নাই। তেওঁ বুজিবও নোৱাৰে মাক-ভনীয়েকক ধৰি গালি পৰা শুনিলে মানুহৰ তেজ কেনেকৈ উতলি উঠে। কোনো ভাল মানুহে এনেকুৱা বেয়া গালি পৰা আজিলৈকে শুনা নাই কৰমাই।

..... ৰাম বাবুৰ সকলো অভ্যাস ভালেই আছিল। কিন্তু কাকো বিশ্বাস নকৰা মানুহ। যি ষ্টেচনলৈকে যায়, পইন্টমেন-পোৰ্টাৰ ছুইপাৰক এফলীয়াকৈ মাতি নি মনে মনে কিবাকিবি কয়। আকৌ নিশা কেতিয়াবা মাল গুদামৰ ফালে, কেতিয়াবা মহিলা যাত্ৰীশালাৰ ফালে, নহলে কেতিয়াবা মহিলাৰ পায়খানা........ ছিঃ ছিঃ........ যলৈকে যায় তাতে ফুচফুচাই খবৰ লৈ ফুৰে— 'কি অ', আচল মাল-চালৰ কিবা যোগাৰ-পাতি হব নে নহয় ?......" পিচত গৈ, কৰমাই কোৱামতে, সেই মাল-চালেই তেওঁৰ কাল হলগৈ। যোৱা বছৰ যোগাবানী লাইনত এটা নেপালীয়ে খুকুৰীৰে দুডোখৰ কৰি থৈ গ'ল। আৰু উৰি ফুৰা মাল!...... নিজৰ মান-সন্মান যেনেকুৱা, পৰৰো তেনেকুৱাই!

...... সিংহজী আছিল বৰ পূজা-পাতল কৰা মানুহ। ৰাম-লক্ষ্মণ-সীতাৰ মূৰ্তি তেওঁৰ জোলোঙাটোত সদায় থাকেই। প্ৰত্যেক দিনে পুৱা চাৰি বজাতে শোৱাৰ পৰা উঠি গা-পা ধুই পূজাৰ টিলিঙাটো জোকাৰিবই। লগে লগে আনফালে বাজি উঠে কলঘৰৰ ঘন্টা। যিটো ঘৰত পূজাৰ বস্তু থোৱা জোলোঙাটো থাকে, তালৈ গা নোধোৱাকৈ কোনো যাব নোৱাৰে।..... কোনো মানুহে নিজৰ গাটোক এনেকৈ বান্ধি-চাটি থৈ সদায় থাকিব পাৰেনে ? কোনে দিনটোত দহবাৰ গা ধুই আৰু হাজাৰবাৰ ভৰি ধুই থাকিব পাৰে ! তাকো আকৌ জাৰৰ দিনত!..... য'তেই হাত লগাওঁ, তেতিয়াই হুই-হুই হায়-হায়কৈ চিঞৰ বাখৰ লগায়-তই চুই দিলি নহয়!...... এনেকুৱা চুৱা-ধুতি মনা মানুহ ৰেল কোম্পানীত কাম কৰিবলৈ অহাৰ কি দৰকাৰ ?.... সিংহজীৰ লগত জাহ যাব নোৱাৰিলোঁ।

...... চাহ বাবু আছিল দিলদৰিয়া মানুহ। কিন্তু তেওঁৰো মেজাজ এনেকুৱা যে দিন দুপৰতে পঞ্চাশ মাৰ্কাৰ এক বটল মদ গিলি লৈ মালগাড়ীৰ যুক্ত পাছ দি দিলে আৰু

সেইমতে গাড়ীও গুচি গ'ল। কৰমাৰ মনত আছে, একচিডেন্টৰ খবৰ শুনাৰ পিচত চাহু বাবুৱে আকৌ এবটল মদ গিলিছিল।...... পিচত যেনিবা ডাক্তৰে তেওঁৰ মূৰৰ বিকাৰ হোৱা বুলি চাৰ্টিফিকেট দিছিল।

কিন্তু সেই একচিডেন্টৰ দিনা ৰাতিও কৰমাই এনেকুৱা ভয় লগা সপোন দেখা নাছিল।

...... নাই, নাই ৰাতিপুৱাই এনেকুৱা কুলক্ষনীয়া কথা বাবুক শুনাই কৰমাই ভাল কাম কৰা নাই । ৰেলৰ চাকৰিত তেওঁ সোমাইছেহে মাত্ৰ।

........... নাই, বাবুৰ মেজাজৰো একো গম-গতি কৰমাই পোৱা নাই। প্ৰায়-এটা সপ্তাহ একেলগে থকাৰ পিচত কালিয়েই প্ৰথমবাৰ মন খুলি কথা-বতৰা পাতিছিল বাবুৱে। আৰু সেইবাবে কৰমায়ো মন খুলি সি দেখা সপোনটোৰ কথাও বাবুক কবলৈ আৰম্ভ কৰিছিল। চাহৰ কাপটো সমুখত থোৱাৰ পিচত সি হাঁহি মাৰি কৈছিল, "হাঁ বাবু, ৰাতি মই এটা বৰ আচৰি-ই-ত সপোন দেখিছিলোঁ। ঘৰঘৰাই চলি অহা এটা ইঞ্জিনে লাইনৰ পৰা পিচলি আহি মোৰ গোটেই গাটো টুকুৰাটুকুৰ কৰাই নহয়, মূৰটো এফালে আৰু ভৰিহাল আনফালে লাইনৰ দুয়োফালে......... আৰু এন্টনি গাৰ্ট চাহাবৰ বৰযুগত পিন্ধা জোতাযোৰ..... গামবুট.....!"

"ধেৎতেৰি! ৰাতিপুৱাই এইবোৰ কি মূৰ কটা ভৰি কটাৰ কথা কৈছে। ভাং-চাং খাৰ নেকি?"

...... কৰমাই বাবুক সপোনৰ কথা কৈ ভাল নকৰিলে।

কৰমা উঠি গৈ আৰি থোৱা আইনা-খনত নিজৰ মুখখন চাবলৈ ধৰিলে। সি বৰ আচৰিত' বুলি চাই চাই কলে। ছিঃ, তাৰ ওঁঠ দুটা তিতিৰ চৰাইৰ ঠোঁটৰ নিচিনা.......

"কি অ' কৰমচন? কি কৰি আছ;

.... পানী পাণ্ডে ভাল মানুহ। কৰমাৰ আগৰে চিনাকি। কোনোবা ষ্টেচনত তাৰে সৈতে লগালগি হৈছিল। কিন্তু এই পইন্টমেনটো লটপটীয়া মানুহ যেন লাগিছে। গোটেই ৰাতি খুচখুচকৈ হাঁহি থাকে।

"কৰমচন, বাবু কোন জাতিৰ অ'?"

"কিয়? বঙালী।"

"ভায়া, বঙালীৰ ভিতৰতো চাৰে বাৰটা বৰ্ণৰ মানুহ আছে।"

"পানী পাণ্ডেজী, সেয়াতো মই নাজানোঁ। কিন্তু তেওঁ এজন বৰ গুনী মানুহ। আপোনাৰ নামটোৰ অৰ্থ উলিয়াই লৈ— আপোনাৰ মুখ চাই সকলো কথা কৈ দিব পাৰে...... ৰ'ব, সেয়া ঘন্টি পৰিল দুই বজাৰ গাড়ীৰ আৰু ইফালে মোৰ তৰকাৰীখন জুইৰ ওপৰতে আছে।"

পানী পাগুে যাওঁতে কৈ গ'ল, "অলপ তৰকাৰী মোলৈ থবি, কৰমচন!"

....... ঘৰ ক'ত? কোন জাতি? মনিহাৰী ঘাটৰ মস্তান বাবাই শিকাই দিয়া উত্তৰটো এতিয়া সকলো ঠাইতে নাখাটে— হৰিক যেনেকৈ ভজে, হৰিক তেনেকৈ পায়। কিন্তু স্বয়ং হৰিৰো এটা জাতি আছিল।. উঁৰা! এই ভগা গাড়ীৰ ইঞ্জিনটো আজি আকৌ কেনেকৈ এই লাইনলৈ আহিল? তাৰ বাঁহীটোও চাওঁতালী বাঁহীৰ মাতৰ দৰে পাতল এটা— চীঁ-ইঁ-ইঁ!

..... মৰ এতিয়া ক'ত মৰ! এইখন গাড়ীৰ পৰা ইয়াত দেখোন এটাও 'পছিঞ্জৰ' নমা নাই! কোম্পানীয়ে যে কিয় ইমান খৰচ কৰি ইয়াত 'টিচন' বনাইছে, তাৰ বুধিয়ে ঢুকি পোৱা নাই। কি ফয়দা? মাথোন নামটোহে আদমপুৰা— আমদানি একোৱেই নাই। সাতটা দিনত মুঠেই দুটা টিকট কাটিছে আৰু নামিছে পাঁচটা 'পছিঞ্জৰ'— তাৰো দুটা বিনা টিকটৰ।...... ইমান দিনৰ মূৰত সিদিনা মাত্ৰ পোন্ধৰ বস্তা বেঙেনা বুক হ'ল। পোন্ধৰটা বেঙেনা দিয়েই কামটো হাচিল কৰি ললে সেই বুঢ়াটোৱে।...... বেঙেনা বেপাৰীটোৰ কথা বতৰাবোৰ আচহুৱা ধৰণৰ আছিল। কৰমাৰ লগত মিতিৰালি কৰি কথা পাতিব খুজিছিল বুঢ়াটোৱে। ঘৰ ক'ত? কোন জাতি? ঘৰত কোন কোন আছে?..... কৰমাই সকলো কথাৰে এটা মাত্ৰ উত্তৰ দিলে— ওপৰৰ ফালে হাতখন দাঙি দেখুৱাই বুঢ়াই হাঁহিবলৈ ধৰিলে।...... হাঁহিও আচৰিত ধৰণৰ হাঁহি।

.....ভগা গাড়ী! চীঁ-ই-ই-ই...... ! কৰমা মণিহাৰী ঘাট 'টিচন'তো আছিল। এবাৰ তিনিমাহ আৰু এবাৰ এমাহ।...... মণিহাৰী ঘাট 'টিচন'ৰ ৰাতি নিৰ্জন। ক'ত মণিহাৰী ঘাট আৰু ক'ত আদমপুৰৰ এই পোৱালি 'টিচন'।

....... নতুন ঠাইৰ নতুন ষ্টেচনলৈ আহি ওচৰ-পাজৰৰ গাওঁবোৰত দুই এপাক মাৰি নললে কিয় জানো কৰমাৰ মনটো কিবা কিবা লাগি থাকে। অন্ধকূপ এটাত সোমাই থকা যেন লাগে।..... সৌ 'ডিচটন্ ছিংগল'ৰ (ডিচটেন্স ছিগনেল) সিপাৰে বহু দূৰলৈকে খেতি পথাৰ।...... সৌ ক'লা হাবিখন.... খেজুৰৰ সৌ আকলশৰীয়া গছজোপা...... আজি বাবুক খুৱাই বুৱাই উঠি সি সেইবোৰৰ ফালে ওলাই যাব। এনেকৈ বহি থাকিলে তাৰ পেটৰ ভাত হজম নহয়।..... সি যদি গাওঁ-ঘৰ আৰু খেতি-পথাৰত ঘূৰি নুফুৰিলেহেঁতেন তেন্তে সিনো কেনেকৈ গছত উঠিবলৈ শিকিলেহেঁতেন? কেনেকৈ সাতুৰিবলৈ শিকিলেহেঁতেন?

..... লাখপতীয়া ষ্টেচনৰ নাম কিমান বিখ্যাত? কিন্তু ষ্টেচনটোত এখন চাতুগুড়িৰ দোকানো নাই। ওচৰে-পাজৰে পাঁচ ক্ৰোশ দূৰলৈ কোনো গাঁওৱেই নাই। কিন্তু ষ্টেচনটোৰ পূবফালে যি দুটা পুখুৰী আছে, তাৰ কথা সি কেনেকৈ পাহৰি থাকিব পাৰে? আইনাৰ দৰে ফটফটীয়া পানী। ....... বহাগ মাহৰ দুপৰীয়া ইয়াৰ পানীত ডিঙিলৈকে ঘন্টাৰ পিচত ঘন্টা ডুবি থাকি গা ধোৱাৰ যি সুখ, তাক কৈ বুজাব নোৱাৰে কৰমাই।

..... মৰি থকা কদমপুৰ। — সঁচাকৈয়ে কদমপুৰাই ঠাইখন। ষ্টেচনৰ পৰা আৰম্ভ কৰি গাওঁলৈকে হাজাৰ হাজাৰ কদমৰ গছ ভৰি আছে। ...... কদমৰ আঞ্জা খোৱা তাৰ এযুগ হ'ল!

বাৰিছগঞ্জ ষ্টেচন কছবাৰ ঠিক সোঁমাজতে। ডাঙৰ ডাঙৰ মাল গুদাম, হাজাৰ হাজাৰ মৰাপাটৰ গাঁথ, ধান-চাউলৰ বস্তা, কয়লা, চিমেণ্ট আৰু চূণৰ একাবেকা দ'ম। সকলো সময়তে হাজাৰ হাজাৰ মানুহৰ ভিৰ তাত। কৰমাৰ এতিয়া কাৰো মুখবোৰ মনত নপৰে। ......... কিন্তু ষ্টেচনৰ গাতে লগা উত্তৰ ফালৰ মৈদানখনত তম্বু তৰি থকা গাধৰ গৰাকী সেই মগধৰ ডোমবোৰৰ কথা তাৰ সদায়ে মনত পৰি থাকে। ......... ঘাগৰা পিন্ধা সিহঁতৰ মাইকী মানুহবোৰ, সিহঁতৰ হাতৰ বৰ বৰ খাৰুবোৰ, কাণত পিন্ধা মাকৰিবোৰ ....... সিহঁতৰ নাঙঠ ল'ৰাছোৱালীবোৰ আৰু কাণত ঘূৰণীয়া কুণ্ডল পিন্ধা সিহঁতৰ মতা মানুহবোৰ! .......... সিহঁতৰ কুকুৰবোৰ!

......... বৰ্থনাহা ষ্টেচনৰ চাৰিওফালে হাজাৰটামান ঘৰ উঠিছে। এতিয়া কোনেও অনুমান কৰিব নোৱাৰিব যে পাঁচ বছৰৰ আগতে সেই ষ্টেচনটোৰ ঠাইখিনিত দিন-দুপৰীয়া চৰায়ে মাতিছিল বুলি।

......... কিমানবোৰ ঠাইৰ কথা, কিমানবোৰ মানুহৰ কথা তাৰ মনলৈ আহিছে। ......... সোণবৰষাৰ দৈ ........ কুছিয়াৰগাওঁৰ কুহিয়াৰ!

কিন্তু সকলোতকৈ বেছিকৈ মনত পৰে মণিহাৰী ঘাট ষ্টেচনটোক। এফালে মাটি আৰু আনফালে পানী। এইফালে ৰেলগাড়ী আৰু সিফালে জাহাজ। এইপাৰে খেতি গাওঁ আৰু পথাৰ আৰু সেইপাৰে চাহেবগঞ্জ-কজৰোটিয়াৰ নীলা পাহাৰ। নীলা পানী — বগা বালি! ....... তিনিয়ে একে চাৰি! চাৰিটা মাহেই ত্ৰিশ দিন ধৰি গঙ্গাত গা ধুইছে কৰমাই। তাৰ চাৰিটা জনমলৈ আৰু কোনো পাঁপ-তাপ একো হ'ব নালাগে। ইমান সুন্দৰ নাম আৰু কোনোবা ষ্টেচনৰ হ'ব পাৰেনে — মণিহাৰী! ......... বলিহাৰী! মাছমৰীয়াবোৰে যেতিয়া নাৱৰ পৰা মাছবোৰ নমায় তেতিয়া সেইবোৰ দেখি কৰমাৰ চকু থৰ হৈ যায়। ..........

........ ৰাতি সিফালে জাহাজ যায় — ভক্ ভক্ শব্দ কৰি কাটিহাৰৰ ফালে যায়। অজু চাহৰ দোকানৰ জাপ পৰাৰ পিচত ঘাটত মস্তানা দলটো গোট খায়।

........ মস্তানা বাবা আছিল কুলী কুলৰ মানুহ। মণিহাৰী ঘাটতেই কুলীৰ কাম কৰিছিল। এবাৰ কিবা কথাত মন উদাসীন হ'ল আৰু তাৰ পিচত ডাঢ়ি জঁটা ৰাখি বাবাজী হৈ গ'ল। খঞ্জৰী বজাই নিৰ্গুণ গীত গাবলৈ ল'লে। বাবাই কয় — ঘাটে ঘাটে পানী চালো — সকলো তিতা। গঙ্গাৰ পানীহে একমাত্ৰ মিঠা। ......... বাবাই এক চিলিম ভাং খাই উঠি পাঁচটা কাহিনী শুনাই দিয়ে। আটাইবোৰ বেদ-পুৰাণৰ কাহিনী। কৰমাই মনোযোগেৰে দুই-চাৰিটামান কথা মণিহাৰী ঘাটৰ পৰা শিকি আহিছে। সেইবোৰ মস্তান বাবাৰ সৎসঙ্গৰ পৰা সি শিকিছে। কিন্তু সি কেতিয়াও ভাঙৰ চিলিমত হোপা মৰা নাই। ...... আজি যেতিয়া বাবুৱে তাক ভেকাহি মাৰি ক'লে বোলে তই ভাং-চাং খাব নেকি, তেতিয়া কৰমাৰ মস্তান বাবালৈ মনত পৰিল। বাবাই কৈছিল — সকলো ঠাইৰে নিজৰ সুগন্ধ আৰু দুৰ্গন্ধ আছে। ......... এই আদমপুৰাৰ গোন্ধৰ কোবত কৰমাৰ ভোক-পিয়াহ একো নোহোৱা হৈ পৰিছে। ৰুচি নোহোৱা হৈছে।

........ মস্তান বাবাক বাদ দিলে মণিহাৰী ঘাটৰ কথা কেতিয়াও মনলৈ নাহে।

কৰমাই বেৰৰ আইনাখনত আকৌ এবাৰ নিজৰ মুখখন চালে। সি নিজৰ চকুহাল আধা মুদি লৈ আৰু দাঁত উলিয়াই হাঁহি মস্তান বাবাৰ মুখখন নকল কৰিবৰ চেষ্টা কৰিলে — সদায় আনন্দত থাকা! ....... চকু-কাণ সদায় মুকলিকৈ থবা! ....... জগতখনে তোমাক মাতি আছে। গছ-বিৰিখেও নিজৰ মানুহবোৰক চিনি পায়। ........ ফচলবোৰক কেতিয়াবা নাচি-বাগি গীত গাই থকা দেখিছানে? শুনিছানে কেতিয়াবা আঁউসীৰ ৰাতি কান্দি থকা? বম্ বম্ ......... আনন্দ কৰা! ........

...... বাবুৱে যে তাৰ পিচফালে থিয় হৈ এই সকলোবোৰ চাই আছিল, কৰমাই কেনেকৈ জানিব! বাবুৱে আচৰিত হৈ তাক সুধিলে,"তই সাৰে থাকি থিয় হৈও সপোন দেখ? ....... আকৌ কৰ বোলে তই হেনো ভাং নাখাৱ!"

সঁচাকৈয়ে সি থিয় হৈ সপোন দেখি আছিল। মস্তান বাবা বৰগছ এজোপাৰ দৰে ওখ হৈ গৈ আছিল। তেওঁৰ আনন্দৰ হাঁহিটো গৈ আকাশত লাগিছিল। ভাঙৰ ধোঁৱাবোৰ উৰি আছিল। গঙ্গাত ঢৌ উঠিছিল। দূৰত জাহাজৰ ভেঁপো শুনা গৈছিল — ভোঁ-ওঁ-ওঁ!

বাবুৱে ক'লে,"বাৰু কি ৰান্ধিছ লৈ আহ। চাওঁ কেনেকুৱা হৈছে খাবলৈ। তোক লৈ দেখিছোঁ মহা মস্কিল। ..... "

প্ৰথম গৰাহটো মুখলৈ নিয়েই বাবুৱে কৰমালৈ চাই ক'লে,"তইতো বৰ বঢ়িয়া ৰান্ধিছ।"

খাই খাই বাবুৰ মন-মেজাজ সমূলি সলনি হৈ গ'ল। আকৌ আগদিনাৰ ৰাতিৰ দৰে তাৰ সৈতে মন খুলি কথা পাতিবলৈ আৰম্ভ কৰিলে,"তোক ৰান্ধিবলৈ শিকাইছিল কোনে? গোপাল বাবুৰ ঘৈণীয়েকে নেকি?"

........ গোপাল বাবুৰ ঘৈণীয়েক? মানে বৌমা? সি ক'লে,"বৌমাৰ মেজাজটো এনেকুৱা কঢ়া আছিল যে তেওঁৰ মাত শুনিলেই কেৰাহিত থকা গাখীৰ ফাটি যায়। তেওঁ আৰু কাক কি শিকাব? একেবাৰে অসভ্য তিৰোতা।"

"আৰু এইদৰে কথা ক'বলৈ তোক শিকালে কোনে?"

কৰমাৰ মস্তান বাবাৰ 'বাণী' মনত পৰি গ'ল — "বাবু কোনে আৰু শিকাব? চহৰেই শিকায় দণ্ডদাতাক!"

"তোৰ ঘৰৰ মানুহজনীৰ বৰ আৰাম হ'ব দেই।"

বাবুৰ মনটো এনেকুৱা ফূৰ্তিত থাকিলে সি এদিন মস্তান বাবাৰ গোটেইবোৰ কথা শুনাব।

"বাবু, আজি মোক অলপ ছুটী লাগে।"

"ছুটি? কিয়? ক'লৈ যাবি?"

কৰমাই এফালে হাতেৰে দেখুৱাই ক'লে,"অলপমান সৌফালে ফুৰি-চাকি আহোঁ।"

পইন্টমেনে চিঞৰি ক'লে,"কৰমা, বাবুক ক কল আহিছে বুলি।"

.......... তোৰ ঘৰৰ মানুহজনীৰ বৰ আৰাম হ'ব! .......... কৰমাৰ ঘৰৰ মানুহ! বাৰিছগঞ্জ ষ্টেচন ......... মগধীয়া ডোমবোৰৰ তম্বু ......... উঠন্ত বয়সৰ ছোৱালী ........ নাকত নাকফুল .......... নাক আৰু নাকফুল দুইটাতে জমি থকা কলা মলি ......... হালধীয়া পৰি থকা দাঁতৰ চেক!

কৰমাই নিজ হাতে কৰা হালুৱা-পুৰি সেই ছোৱালীজনীক খুৱাব নোৱাৰিলে। এদিন কাযৰ টোপোলা এটাত লৈ গৈছিল। কিন্তু সি ঘামত তিতি গ'ল। তাৰ সাহে নুকুলালে .......... যদি ছোৱালীজনীয়ে চিঞৰ-বাখৰ লগায়, তই মোক কিয় লুকুৱাই সেইবোৰ খুৱাবলৈ আহিছ বুলি?

.......... বাবুৱে যিমানেই কওক, সি কিন্তু নামানে তাৰ ঘৰ চাওঁতাল পৰগণা বা ৰাচীৰ কোনোবা ফালে বুলি। সি মণিহাৰী ঘাটত দুবাৰকৈ থাকি আহিছে। সিপাৰৰ চাহেবগঞ্জ-ফজৰোটিয়াৰ পাহাৰে তাক নিজৰ ফালে কেতিয়াও টনা নাই। আৰু বাৰিছগঞ্জ, কদমপুৰা, কালুচক, লগপতিয়াৰ নাম শুনিলেই তাৰ অন্তৰত কিবা এটা জনজনাই বাজি উঠে। জনা-নজনা আৰু চিনি নোপোৱা কতবোৰ মানুহৰ মুখৰ ছবিয়ে তাৰ মনৰ ভিতৰত ভিৰ কৰি ধৰেহি! কত কথা — সুখ-দুখৰ! খেতি-পথাৰ, গছ-বন, নৈ-পুখুৰী আৰু তাৰ শ্ৰী-চেহেৰাই একেলগে আকৰ্ষণ কৰে কৰমাক!

......... সাত দিনৰ পৰা সেই হাবিডৰাৰ ক'লা খেজুৰ গছজোপাই তাক ইঙ্গিতেৰে মাতিব লাগিছে। হাবিৰ ওপৰৰ আকাশত উৰি ফুৰা গঙ্গাচিলনীজনীয়েও আহি কৰমাক মাতি থৈ গৈছে? কিয়?

বেলৱেৰ চৌহদ পাৰ হোৱাৰ পিচতো যেতিয়া কুকুৰটো উলটি নগ'ল, তেতিয়া কৰমাই গালি পাৰিলে, "তই ক'লৈ যাবি শহুৰ? যলৈকে যাবি ভৌ ভৌ কৰি কুকুৰে খেদিব। ........ যা, যাহ্ ইয়াৰ পৰা!"

কুকুৰটো ৰৈ কৰমালৈ চালে। ধাননিৰ মাজে মাজে থকা লুংলুঙীয়া বাটেৰে কৰমা গৈ আছিল। ধানৰ শুটি এতিয়াও ধৰা নাই। ...... কৰমাৰ মনত পৰি গ'ল হেডকোৱাৰ্টাৰত থকা চৌধুৰী বাবুৰ গৰ্ভৱতী ঘৈণীয়েকলৈ। সি শুনিছে, ডাক্তৰনীয়ে হেনো পেটৰ ভিতৰৰ ফটো লৈ কৈছে বোলে পেটত যঁজীয়া সন্তান আছে।

........ হস্তা নক্ষত্ৰটো ভালকৈ ওলাইছিল। পথাৰবোৰত পানী এতিয়াও আছে। ......... মাছ?

পানীত মাগুৰ মাছ দেখা পাই কৰমাৰ গাটো আপোনাআপুনি অলৰ-অচৰ হৈ গ'ল। সি উশাহ বন্ধ কৰি মনে মনে থিয় দি থাকিল। তাৰ পিচত হাতত সাৰে ভৰিত সাৰে ধাননিৰ মাজৰ আলিয়েদি নামি গ'ল। মাছবোৰে গলগলাবলৈ ধৰিলে। আইনাৰ দৰে থিৰ পানীবোৰ হঠাতে নাচি উঠিল। ......... কৰমাই এতিয়া কি কৰে? .......... সিফালৰ আলিটো যদি অকণমান ভাঙি পানীখিনি উলিয়াই দিয়া হয়, তেতিয়া? .........

.......... ধৰ্ ধৰ্! .......... ক'লৈ যাবি? .......... ধানগছৰ মাজত পলাবি কেনি? আৰু

বাগি-বুগা? .......... কৰমাক কাঁইটেৰে কি বিন্ধিবি? কৰমা কিবা নতুন চিকাৰী নে! ........

মুঠতে আঠটা মাগুৰ আৰু এটা গৰৈ মাছ। আটাইকেইটা ক'লা বৰণীয়া। কাটিহাৰ বজাৰত ইয়াৰ দাম নিতান্ত তিনি টকা ললেহেঁতেন। .......... কৰমাই মাছকেইটা তাৰ গামোচাখনত বান্ধি ললে। ইয়াৰ আগতে সি মনত এনে সন্তোষ আৰু পোৱা নাছিল। সি আগতে বহুত মাছ ধৰিছে।

বুঢ়া মহ গুৱাল এটাই তাৰ মহ এজনী বিচাৰি ফুৰিছিল। কৰমাক দেখা পাই বুঢ়াই সুধিলে,"হেৰা ভাই, তুমি সেইফালে বাটত মহ এজনী দেখা পাইছিলানে?"

মহ গুৱালটোৱে কৰমাক বিড়ি এটা খুজিলে। কিন্তু অতি আচৰিতহে হ'ল — কেনে মানুহ এইটো! বিড়ি-ধপাত একোকে নাখায়! বুঢ়াই বৰ বেয়া পালে আৰু কঠুৱা কথাৰে তাক সুধিবলৈ ধৰিলে,"এইফালেনো ক'লৈ যোৱা? গাওঁত তোমাৰ কোন আছে? মাছ নিয়া ক'লৈ?"

.......... খেজুৰৰ গছজোপাই আক' তাক পিছফালৰ পৰা ধমক দি আছিল। কৰমাই দেখিলে, সি আহি গাওঁ সোমাল। ....... গাওঁত কোনোবা তামাচা দেখুওৱা মানুহো সোমাইছেহি! ল'ৰাছোৱালীবিলাক দৌৰি আহিছে। হয় হয়, ভালুক নচুওৱা মানুহ আহিছে। ডম্বৰুটোৰ মাত শুনি সি বুজি পালে।

........ গাওঁৰ প্ৰথম গোন্ধ তাৰ প্ৰথম নাকত লাগিল।

........ গাওঁখনৰ প্ৰথমজন মানুহ সি দেখিলে। বুঢ়া মানুহ এটাই কবি এডৰাত পানী দি আছিল। বুঢ়াৰ চুলি ধক্‌ধক্‌কৈ বগা হৈ গৈছে; কিন্তু পানী কঢ়িয়াই থকাৰ সময়ত সেই বুঢ়াৰ বাহু দুটা ডেকা মানুহৰ দৰে নাচি আছে। ....... উৱা! এইটো দেখোন সেই বুঢ়াটোৱেই— সিদিনা যিটো বুঢ়াই ৰেলগাড়ীত বেঙেনাৰ বস্তা বুক কৰিবলৈ গৈছিল আৰু কৰমাৰ লগত হুলিগলি কৰি কথা পাতিব খুজিছিল! বুঢ়াই কৰমাক খুচৰি খুচৰি সুধিছিল— তাৰ মাক-বাপেক আছে নে নাই আৰু সি মাক-বাপেকক এৰি থৈ পলাই আহিছে নেকি! ........ হ'ল এতিয়া! সিও কৰমাক চিনি পালে!

"কি অ' ভাই? এইফালে ক'লৈ?"

"এনেয়ে। ফুৰিবলৈ আহিছোঁ ......... । ......... আপোনাৰ ঘৰ এইখন গাওঁতে নেকি?"

বুঢ়াই হাঁহি দিলে। ঘন মোচকোছা বহল হৈ পৰিল।বুঢ়াই ঠিক সন্তো বাবু টি-টিৰ বাপেকৰ দৰে হাঁহে।

এজনী ৰঙা শাড়ী পিন্ধা ছোৱালীয়ে হোকা এটাৰ মূৰত চিলিম লগাই ফুৰাই ফুৰাই আহি আছিল। চিলিমটো ফুৰাই থকাৰ সময়ত তাইৰ মুখখন ঘূৰণীয়া হৈ গৈছিল। কৰমাক দেখা পাই তাই থতমত খাই গ'ল। তাৰ পিচত কবিডৰাৰ জেওৰাখন পাৰ হ'ব খুজিলে। বুঢ়াই ক'লে,"বল আই, দুৱাৰমুখলৈ আমি যাব লাগিছোঁ।"

বুঢ়াই হাত-ভৰি ধুই কবিডৰাৰ পৰা ওলাই আহিল,"বল।"

ছোৱালীজনীয়ে সুধিলে,"বাবা, এই মানুহটো কোন?"

"ভালুক নচুওৱা মানুহ।"

"ধেৎতেৰি।"

কৰমাৰ লাজ লাগি গ'ল। ......... তাৰ চেহেৰাটো বাৰু ভালুক নচুওৱা মানুহৰ নিচিনা নেকি? বুঢ়াই সুধিলে,"তই হ'বলা ৰিলিফিয়া বাবুৰ চাকৰ?"

"নহয়, চাকৰ নহয়। ......... এনেয়ে মই তেওঁৰ লগত থাকোঁ।"

"এনেয়েই? লগতে থাক? দৰমহা পাৱ কিমান?"

"লগত থাকিলে আক দৰমহা পাম কিয়?"

........... বুঢ়াই হোকা খাবলৈ পাহৰি গ'ল। ক'লে,"বচ? নিচিনা গোলাম?"

বুঢ়াই চোতালৰ ফালে চাই মাতিলে— সৰসতিয়া! মাৰক অলপ পঠাই দে ইয়ালৈ। বৰ মজাৰ মানুহ এটা আহিছে ........... ।"

বুঢ়ী চকোৱাখনৰ আঁৰতে থিয় হৈ আছিল। লগে লগে আহিল। বুঢ়াই ক'লে,"চোৱা এই শাল মাৰি থোৱা ডেকাটোলৈ। এপেট ভাত খায়েই খাটি মৰিছে। ......... কি অ' বোপাই, তই কাপোৰ-কানি কিবা পাৱ নে নাপাৱ? ........... ইয়াকেই কয় পেটমাধোৰাম মতা মানুহ!"

............ চোতালত কোনোবাই খিলখিলাই হাঁহি দিলে। ........... ভালুক নচুওৱাই ওচৰত কৰবাত খেল দেখুৱাই আছে। ডম্বৰুটোৰ শব্দৰ তালে তালে ভালুকটোৱে চাগৈ হাত দুখন জোকাৰি জোকাৰি থপ্ থপ্কৈ নাচি আছে— তাৰ ঠুটৰিটো ওপৰলৈ দাঙি। ........... বাৰু ভোলাৰাম ভাই, তইতো খুব নাচি দেখুৱাইছ; এইবাৰ তই দেখুৱাই দেচোন কোলাত কেঁচুৱা লোৱা মাইকী মানুহ কেনেকৈ টোপনিয়াই থাকে। ........... বাহ বাহ, ভোলাৰাম।

............. বহুতো মানুহৰ হাঁহিৰ শব্দ।

"তোৰ নামটো কি অ'? কৰমচন? বাহ, নামটোতো একেবাৰে কুণ্ডত কটা। কিন্তু কাম? কামহে তথৈবচ।"

কৰমাই লাজ পাই কথাৰ মোৰ সলাই দিলে,"আপোনাৰ খেতিৰ বেঙেনা বৰ সুন্দৰ। একেবাৰে ঘিউৰ নিচিনা ........... " বুঢ়াই কথা শুনি হাঁহিবলৈ ধৰিলে।

আৰু বুঢ়ীৰ হাঁহিয়েও কৰমাৰ দেহলৈ প্ৰাণটো আনি দিলে। বুঢ়ীয়ে ক'লে,"বেচেৰা ল'ৰাটোক অলপ তং ল'বলৈ দিয়কচোন। তেতিয়াৰে পৰা বকাবকি কৰি আছে।

"মাছ আনিছ? বাবুৰ কাৰণে লৈ যাবি?"

"নাই। এনেয়ে বাটতে পাই ধৰিলোঁ ..........."

"সৰসতিয়াৰ মাক! এই আলহীক চিৰাৰ লগত মাছৰ ভজা কৰি খাবলৈ দিয়া। ........

বোপাই, আজি বাৰু তই আনৰ হাতে ৰন্ধা খাই চাচোন।"

জলপান খাই থাকোতে কৰমাই কোনোবাই সোধা শুনিবলৈ পালে— "সৰসতিয়াৰ মাক, এয়া নো আলহী ক'ৰ পৰা আহিছে?"

"কাটিহাৰৰ পৰা।"

"কি হয়?"

"কুটুম মানুহ।"

"কাটিহাৰত তোমালোকৰ মিতিৰ-কুটুম আকৌ কেতিয়াৰ পৰানো হ'ল?"

"আগৰে পৰাই আছে।"

......... তাৰ পিচত আকৌ খিলখিলনি। কোনোবাই বৰকৈ হাঁহি দিলে!

চিনিমটো ফুৰাওতে সৰসতিয়াৰ গাল দুখন মৌচন্দী টেঙাটোৰ দৰে গোল হৈ পৰে। বুঢ়ীয়ে আদৰৰ মাতেৰে তাক সুধিলে, "বাৰু বাপু, এই তাঁৰৰ ভিতৰেদি যে মানুহে কথা কয়, কেনেকৈ কয় বাৰু? আমাক ভালপ বুজাই কচোন।"

যাবৰ সময়ত বুঢ়ীয়ে ক'লে, "বুঢ়াৰ কথাও বেয়া নাপাবি বোপাই। যেতিয়াৰ পৰা আমাৰ ডেকা ল'ৰাটো ঢুকাল, তেতিয়াৰ পৰাই বুঢ়াই এইদৰে বাচ-বিচাৰ নোহোৱাকৈ কথা কয়। ............ কলিজাৰ ঘা ............ ।"

"এদিন আকৌ আহিবি।"

"নিজৰ ঘৰ বুলি ভাবিবি।"

উভতিবৰ সময়ত তাৰ ভাব হ'ল যেন তিনি যোৰ চকুৱে তাৰ পিঠিখন চাই আছে। সেয়া চকু নহয়, 'ডিছটন ছিংগল', হোম 'ছিংগল' আৰু পইন্ট 'ছিংগল'ৰ ৰঙা-ৰঙা গোল গোল পোহৰ! কৰমাই পথাৰৰ যিটো আলিৰ পৰা মাছ ধৰিছিল সেইটোত এটা ঢোৰা সাপ বহি আছিল। সি ফোঁ-ফোঁ কৰি পলাল। ......... এইটোৱেই সীমা! কুকুৰটো এতিয়াও বহি আছে তাৰ ঘূৰি অহা বাটলৈ চাই চাই। কৰমাক দেখা পায়েই সি ফূৰ্তিত দৌৰিবলৈ ধৰিলে।

ৰেলৱেৰ চৌহদলৈ আহি কৰমাৰ ভাব হ'ল যে বুঢ়াই তাক ঠগিলে। তিনি টকাৰ ভাঙৰ ডাঙৰ মাগুৰ মাছ এমুঠি চিৰা খুৱাই আৰু দুটামান ভাল-বেয়া কথা কৈ সৰকাই নিলে .............

............. কৰমাই মাছৰ কথা নিজৰ মনতে লুকুৱাই থলে। কিন্তু বাবুটো সকলো কথা আগতে জনা সৰ্ব্বজান মানুহ। দুহাত দূৰৰ পৰাই ক'লে— "কৰমা, তোৰ গাৰ পৰা কেঁচা মাছৰ গোন্ধ আহিছে দেখোন। মাছ আনিছ নেকি?"

কৰমাই এতিয়া কি ক'ব! জীৱনত এই প্ৰথমবাৰ সি এজন বাবুৰ লগত বিশ্বাসঘাতকতা কৰিলে। ........... মাছখিনি দেখা পোৱাহেঁতেন বাবুৱে আনন্দতে নিশ্চয় জপিয়াই দিলেহেঁতেন।

চাওতে চাওতে পোন্ধৰটা দিন পাৰ হ'ল।

এইমাত্ৰ ৰাতিৰ গাড়ীত ষ্টেচনৰ ছালটন মাষ্টৰ বাবু আহিল .......... ল'ৰাছোৱালী লগত লৈ। পোন্ধৰ দিন ধৰি নিৰ্জন হৈ থকা ফেমিলী কোৱাৰ্টাৰটো আকৌ জীৱন্ত হৈ উঠিল। পুৱাৰ গাড়ীতে কৰমা নিজৰ বাবুৰে সৈতে আকৌ হেডকোৱাৰ্টাৰলৈ উভতি যাবগৈ ........... ইয়াৰ পিচত মণিহাৰী ঘাট।

...নাই... আজি ৰাতিও কৰমাৰ টোপনি নাহে। এতিয়া আৰু নাকত আহি চূণ-তেলৰ গোন্ধ নালাগে।... বাবুতো আৰামত শুই আছে। বাবু সঁচাকৈয়ে গোপাল বাবুৰ দৰেই। কোনো এখৰ ঠাইৰ প্ৰতি এক বিন্দুও মোহ নাই, নাই মায়া।... কৰমাই এতিয়া কি কৰে ! এনেকুৱা আগতেতো কেতিয়াও হোৱা নাছিল... এদিন আকৌ আহিবি। নিজৰে ঘৰ বুলি ভাবিবি। ... আমাৰ কুটুম মানুহ... পেটমাধোৱাম মতা মানুহ !

... হঠাতে কৰমাই এটা আচৰিত ধৰণৰ গোন্ধ পালে। সি উঠি বহিল। ক'ৰ পৰা এই গোন্ধটো আহিছে ? সি লাহে লাহে প্লেটফৰ্ম পাৰ হ'ল। গোন্ধটো সুঙি সুঙি সি নিশব্দে আগবাঢ়ি গল।... ৰেলৰে লাইনত তাৰ ভৰি পৰাৰ লগে লগেই সকলোবোৰ ছিংগল (ছিগনেল)— হোম, ডিছটন (ডিচটেন্স) আৰু পইণ্ট— একেলগে ডাঙৰ ডাঙৰকৈ বাজি উঠিল। ... ফেমিলী কোৱাৰ্টাৰৰ পৰা এজনী মহিকী মানুহে চিঞৰিবলৈ ধৰিলে— "চো-ৰ-ৰ্...।" সি লগে লগে পলাল। ইঞ্জিন এটা তাৰ পিচে পিচে দৌৰি আহিছে। মগধীয়া ডোমৰ ছোৱালীজনী ! ... তম্বুৰ ভিতৰত তাই লুকাল। ... সৰসতিয়াই খিলখিলাই হাঁহি আছে। তাইৰ জপৰা চুলি আৰু নোধোৱাকৈ থকা গাৰ গোন্ধটো আহি কৰমাৰ বুকুৰ ভিতৰ সোমাইছেহি।... সি ভয় খাই সৰসতিয়াৰ কোলাত... অ' নহয়, তাইৰ বুঢ়ী মাকৰ কোলাত তাৰ মুখখন লুকুৱাইছে। ... ৰেল আৰু জাহাজৰ ভেঁপো একেলগে বাজিবলৈ ধৰিছে। 'ছিংগল'ৰ ৰঙা ৰঙা পোহৰ....।

কৰমা উঠ। টালি-টোপোলাখিনি বাহিৰলৈ উলিয়া।"

...কৰমা এখন গোন্ধৰ সাগৰত ডুবি আছে। সি শোৱাৰ পৰা উঠি চোলাটো পিন্ধিলে। বাবুৰ বাকচটো বাহিৰলৈ আনিলে। পানী পাণ্ডেই ক'লে, 'কিবা দায়-দোষ কৰিছো যদি নধৰিবা'। কৰমা ডুবিয়েই থাকিল।

...গাড়ী আহিল। বাবু গৈ গাড়ীত বহিল। কৰমাই বাকচটো তুলি দিলে... সি ছাৰভেই দুৱাৰৰ ফালে বহিবগৈ। বাবুৱে সুধিলে, "সকলো বস্তু উঠাই দিছ নে ? একো এৰি অহা নাইতো ?" ..."নাই, একো এৰি অহা নাই।" গাড়ীয়ে সুহুৰি মাৰিলে। কৰমাই দেখিলে, প্লেটফৰ্মত বহি থকা কুকুৰটোৱে তাৰ ফালে চাই কুঁ-কুঁ শব্দ কৰিব লাগিছে। ...কুকুৰটোৰো অশান্তি হৈছে !

"বাবু !"

"কি হ'ল ?"

'মই নাযাওঁ।" চলিবলৈ ধৰা গাড়ীৰ পৰা কৰমা নামি গ'ল। মাটিত ভৰি পৰাৰ লগে লগেই সি কৰ্ফাল খাই গৈছিল; কিন্তু চম্ভালি ললে।

(1964)

# উচ্চাটন

সি যিটো ভাবি আছিল, ঠিক সেইটোৱেই হ'ল, তেনেদৰেই আৰম্ভ হ'ল। কেবা বছৰৰ পৰা সি মনতে গুণি থকা কথাবোৰ আখৰে আখৰে ফলিয়ালে। নিশাৰ গাড়ীত সি গাৱঁলৈ উলটি আহিছিল দুবছৰৰ পিচত। আৰু 'বান্দৰ-মহাজন' বুঢ়া মিশ্রই ৰাতিতে খবৰ পাই গ'ল। পূবে ধলফাট দিয়াৰ লগে লগেই এই বামুন বণিয়াটোৱে থৰমেৰে খট্‌খটাই আহি তাৰ দুৱাৰমুখত কাঁহি কাঁহি খেকাৰ পেলালেহি।

প্ৰথমতে সি ভাবিছিল সপোন দেখা বুলি।... দুবছৰৰ পৰা পুৱাভাগত দেখা সপোনবোৰ এনেকুৱাই আছিল।

কফেৰে সোপা মাৰি ধৰা ডিঙিৰ পৰা এটা আধাভগা ঘেৰঘেৰীয়া মাত ওলাল " বিলস-ৰা-ৰা-ৰা! ... খে-ক্—খু-–ই..ই"!

নিশ্চিন্তে ওপৰলৈ চিৎ হৈ শুই থকা তাৰ অৰ্দ্ধনগ্ন পত্নীয়ে সেই মাত শুনি ধৰ্‌ফৰাই উঠি বহিল আৰু কাপোৰ কানি ঠিক কৰি লৈ ক'লে, "মিশ্র মহাৰাজ?"

... মহাৰাজ? নহয়, সপোন নহয়। চালা সঁচাকৈয়ে আহিছে।

সি আচৰিত হ'ল .... ভবাটোৱেই হ'বলৈ ধৰিছে। ঠিক ইয়াৰেই প্ৰতীক্ষা সি কৰি আছিল আৰু যোৱা চব্বিশটা মাহ-ধৰি যি ইয়াৰ লগতে জীৱন বান্ধি যুঁজিবলৈ সাজু হৈছিল। তথাপিও তাৰ বুকু কঁপিছে। হাড়ৰ মাজেদি পুৰণি আতংকৰ তাঁৰ এডাল লৰি উঠিছে। গাল আৰু কপালৰ মাজৰ ঠাইখিনিত পোৰণি উঠিছে সি যেন 'ডাৰামা'ত পৰ্দা উঠাৰ লগে লগে তাৰ 'পাৰ্ট মাতিবলৈ পাহৰি গৈছে!

সি দেখিলে, তাৰ ঘৈণীয়েকৰ চকুত টোপনিৰ জালৰ সলনি আতংকই ছাটি ধৰিছে। তাই চকুৰ ইঙ্গিতেৰেই সুধিলে "মহাৰাজৰ কিবা....?"

নিজৰ ঘৈণীয়েকৰ এনেকুৱা আতংকিত মুখলৈ চাই সি নিজক চম্ভালি ললে। মধ্যম সুৰত সি গালি পাৰিলে, "তোৰ মহাৰাজক .....! তই এনেকৈ কি চাই আছ? আচৰিত হোৱাৰ পোৱালি?"

ইফালে বাহিৰত মিশ্রই কাহৰ কোবটো দমালে। এইবাৰ তেওঁৰ মাতটোও স্বাভাৱিকভাৱে ওলাল জন্‌জনাই, "বিলসি-য়া-য়া"

সি চোতাললৈ ওলাই আহি দেখা পালে, তাৰ বুঢ়ী মাকজনী এটা কোণত চেপা খাই

সোমাই আছে বস্তা এটাৰ দৰে। ভয়ৰ কোবত হাতৰ হোঁকাটোতো মুখ লগোৱা নাই— কিজানিবা তাৰ টোৰটোৰণি শুনে মিশ্র মহাৰাজে!

সোণালী ৰঙৰ বুটাম থকা টি-চার্ট এটা পিন্ধি সি চোতালৰ পৰা উত্তৰ দিলে ''কোন অ'?... এনেকৈ কিয় চিঞৰ-বাখৰ কৰি আছেহি আপুনি?''

এনেকুৱা নাটকীয় উত্তৰ শুনি তাৰ মাক আৰু ঘৈণীয়েকেই নহয়, বাহিৰত থিয় দি থকা বাসত্তৰ বছৰীয়া বুঢ়া, এই গাওঁখনৰ মালিক স্বয়ং মিশ্রও অবাক হৈ গ'ল— ই মদ-পানী খাইছে নেকি!

তাৰ ঘৈণীয়েকে হাতত টুল এখন লৈ দুৱাৰমুখৰ ফালে গৈছিল। সি দাবি এটা মাৰিলে ''সেইফালে টুল লৈ বান্দৰৰ দৰে গৈছ কলৈ? যা, জুই ধৰি পানী গৰম কৰগৈ।''

চোতালৰ পৰা ওলাই সি বিড়িৰ এমুখ ধোঁৱা উৰুৱালে।... নহয়, ইমান দিনৰ পৰা মুখস্থ কৰি থোৱা 'পার্ট' সি এতিয়া আৰু নাপাহৰে। সি ক'লে, ''কওক, আপোনাৰ কি কবলগীয়া আছে।''

মিশ্রৰ বাবে এইখিনিয়েই যথেষ্ট আছিল।.... কোনো নমস্কাৰো নাই, কোনো পদধূলিও নাই? তাৰ সলনি সি মুখৰ ওপৰত মাৰি দিলে সি খাই উলিওৱা চুৰা ধোঁৱা।

''অ' তই একেবাৰে সলনি হৈ গলি, বিলসিয়া।''

..... আচৰিত কথা! মিশ্রই ঠিক সেই কথা ক'লে।

সি নিজৰ প্রস্তুত কৰি থোৱা উত্তৰটো দিলে, ''কি বিলসিয়া বিলসিয়া কৰিছে? মোৰ নাম ৰামবিলাস, ৰামবিলাস সিংহ।''

ৰামবিলাসে মাকক মাতি ক'লে, ''মা, এপাচি গোবৰ আৰু ঝাড়ু এদাল লৈ অলপ এইফালে আহচোন....!''

ৰামবিলাসৰ ঘৈণীয়েকে বুঢ়ী শাহুৱেকৰ মুখলৈ চালে।... প্রথমতে ক'লে পানী গৰম কৰিবলৈ আৰু এতিয়া কৈছে গোবৰ আৰু ঝাড়ু আনিবলৈ!

বুঢ়ীয়ে চোতালৰ পৰাই ভয়ে ভয়ে মাত লগালে, ''ঝাড়ু গোবৰ কেলেই, বোপাই।''

মিশ্রৰ চকুহাল ডাঙৰ হৈ গ'ল। জোৰ জোৰকৈ উশাহ লবলৈ ধৰিলে শব্দ কৰি। অপমান, ক্রোধ আৰু ভয়ৰ কোবত মিশ্রৰ ডিঙিত আকৌ কাঁহৰ সুৰসুৰণি উঠিল। কাঁহ বন্ধ কৰিবলৈ চেষ্টা কৰোতে তেওঁৰ মুখখন বিকৃত হৈ গ'ল। পেটত কুপিত বায়ু......!''

''বোৱাৰীয়ে সুধিছে, গৰম পানীৰে কি কৰিবি?''

ৰামবিলাসৰ খং উঠি গ'ল ''লাগিলি এইবাৰ জেৰা কৰিবলৈ! পানী লাগে কেলেই আৰু ঝাড়ুৰে কৰিবি কি? আহি পেলাই চা, কেনেকৈ দুৱাৰমুখত ঘিণ লগাকৈ থুই খেকাৰবোৰ পেলাই থৈছে।.. এই, এই মিশ্র, থুই-চুই পেলালে সেইফালে পথাৰলৈ .... ছি-ছি-ছি-ছি....!''

মিশ্ৰই নিজক চম্ভালি লবলৈ চেষ্টা কৰিলে। কিন্তু তেওঁৰ গামোচাখন লেতেৰা হৈ গ'ল।

ৰামবিলাসে ঘিণত নাক-মুখ কোচাই ক'লে, "এনেকুৱা চম্ভালিব নোৱাৰা কাঁহৰ বেমাৰ হৈছে যদি গাওঁ-ঘৰত চলা-ফুৰা কৰি আছে কিয়? এনেকুৱা এটা বেমাৰ পুহি আছে, চিকিৎসা নকৰায়?... ফটো কৰাই চাওক, টিবি-চিবি হৈছে নেকি!"

কিন্তু মিশ্ৰৰ এই কাঁহ-কফে গোটেই খেলখনকে নষ্ট কৰি পেলালে, জানিবা। ৰামবিলাসে ভাবি থৈছিল যে টিবি-চিবিৰ কথা শুনাৰ পিচত মিশ্ৰই চাগৈ ক'ব, 'চুপ থাক চালা.... টিবি হৈছে তোৰ আৰু তোৰ চৈধ্য পুৰুষৰ.....।'

কিন্তু মিশ্ৰই 'পাৰ্ট' এৰি আন 'পাৰ্ট'হে মাতিলে। ক'লে, "বাপু! এতিয়া আৰু কি চিকিৎসা, কি ডাক্তৰ আৰু কি কবিৰাজ! টিবিয়েই হওক বা উদ্‌ফায়েই হওক, এতিয়া খাবৰ সময় হ'ল।"

..... যোৱা বছৰ মহেন্দ্ৰপুৰ মহল্লাৰ দুৰ্গা পূজাৰ 'ডাৰমা'ত যুগল মহতো পাণ বেপাৰীয়ে ঠিক এনেকুৱা অভিনয় কৰি দেখুৱাইছিল। সি এটা ডকাইতৰ 'পাৰ্ট' লৈ ওলাইছিল আৰু তাৰ তৰোৱালখন দাঙি লৈ কাটিবলৈ নওঁতেই তাৰ 'পাৰ্ট' পাহৰি গৈ আন কিবাকিবি 'পাৰ্ট' মাতি মাতি হাতৰ তৰোৱালখন দলি মাৰি দি কান্দিবলৈ ধৰিলে।..... মিশ্ৰয়ো কান্দিছে নেকি বাৰু? নহয়, নাক মুচিছে।

মিশ্ৰই বুজি পালে.... এয়া কাজিয়াৰ আগন্তুক! বোলে, যেতিয়া যাব কাজিয়া চৰি, মুখৰ কথা ৰাখিবা ধৰি!

ৰাম বিলাসৰ বুঢ়ী মাকে হাতত বাঢ়নীটো লৈ বাহিৰলৈ আহিল "সেৱাহে চৰণত মহাৰাজ!"

....বুঢ়ীয়ে হাতত বাঢ়নীটো লৈয়ে মিশ্ৰৰ ভৰিহাল চুলে।

"হৰি হৰি! মই যি বুজিছোঁ, এতিয়া বিল... অ' ৰামবিলাস বাপু মান-সন্মান লৈ ইয়াৰ পৰা গুচি যাবগৈ। এইফালেদি গৈছিলোঁ, শুনিলো বোলে ৰাতি বিল.... অ' ৰামবিলাস বাপু ঘৰলৈ উভতি আহিছে। শুনি বৰ ভাল পালোঁ। ... বেচ বেচ, বৰ উন্নতি কৰিছে!"

এতিয়া ৰামবিলাসে উত্তৰ দিয়ে কি?.... কি বেলেগ 'পাৰ্ট' মাতে!

"মই আক' ভাবিছিলোঁ আপুনি বাকীৰ টকা সাধিবলৈ অহা বুলি। ৰাতি মাত্ৰ আহি পাইছোঁ। পলাই যাম নেকি? বাৰু যি হ'ল হ'ল, আহিছে যেতিয়া লৈ যাওঁক আপোনাৰ পাব লগা টকাখিনি।"

বুঢ়ীয়ে সুধিলে, "তাই কৈছে পানী গৰম হ'ল বুলি। এতিয়া কি কৰিব....?"

"সকলো কথাতে প্ৰশ্ন কৰি থাকিব। পানী গৰম কৰিবলৈ কৈছিলোঁ চাহ কৰাৰ কাৰণে।"

মিশ্ৰই ক'লে, 'বাকী-বুকাৰ হিচাপ-পত্ৰ হৈ থাকিব। ইমান ল'ৰালৰিৰ কি আছে?"

"নহয়....।" উঠি আহিবৰ সময়তো বিলসিয়াই মিশ্ৰৰ চৰণ নুচুলে।

ৰামবিলাসে নিজৰ চুটকেছটোৰ পৰা চাহপাত চেনি আৰু পিয়লা উলিয়াবলৈ ধৰিলে। ঘৈণীয়েকে ক'লে, "এতিয়া দেখোন মিশ্ৰ মহাৰাজ একেবাৰে সানি লোৱা ময়দাৰ নিচিনা কোমল হৈ পৰিল। মাক সোধকচোন, মাহুত কেনেকৈ দুবাৰ আহি আহি বাপেক-পুতেকে দুয়োটাই মহ কোৰোক্ কৰি লৈ যাব বুলি ধমকি দি আছিল।"

"তেতিয়া নকলি কিয়? তইঁতৰ মুখত ভিতৰত কি সোমাই আছিল? কল?

ৰামবিলাসৰ মনত পৰিল। মিশ্ৰৰ নকবলগীয়া কথাবোৰ শুনিয়েই প্ৰতিক্ৰিয়া কৰি ঘৰৰ পৰা ওলাই গৈছিল চহৰলৈ টকা ঘটিবলৈ।..... 'চালা টকা নি বিয়া-গহনা কৰিছ। এতিয়া ঘৈণীয়েৰৰ গাত ভৰি তুলি শুই আছ আৰু মোৰ টকা ঘূৰাই দিবলৈ পাহৰি গৈছে? হো? ... মই টকা নিদিয়াহেঁতেন এতিয়া ফস্তি মাৰি সদায় মালপোৱা কেনেকৈ খালিহেঁতেন, হো?"

.... চালা! সেইবোৰ কথা মনত পৰিলে এতিয়াও কাণখন গৰম হৈ যায়।

"বোপাই! এতিয়ানো কি কওঁ! সিদিনা মিশ্ৰৰ ডাঙৰ ল'ৰাটো গাখীৰ নিবলৈ আহিছিল। গাখীৰ আটাইখিনি আগতেই বিক্ৰী হৈ গ'ল। ক'ৰ পৰা দিওঁ এতিয়া? সুদা হাতে উভতি যোৱাৰ সময়ত সি দাঁত কৰচি কৈ থৈ গ'ল এতিয়া দিন-কাল সলনি হ'ল। নহলে ইয়াৰ পৰা মহৰ সলনি মাইকী মানুহকে খীৰাই গাখীৰ লৈ গলহিহেঁতেন আমাৰ চিপাহী-চন্তৰীয়ে।"

ৰামবিলাসৰ জিভাখন পুৰি গ'ল। চাহখিনি ফুৰাই ফুৰাই সি ক'লে "তেতিয়া নকলি কিয় এইবোৰ কথা? মুখত কি ভৰাই থৈছিলি? কল?"

... মাইকী মানুহৰ গাখীৰ? চালা, শুনিলে বুকুখন ফাটি যোৱা কথা।

ৰামবিলাসে ঘৈণীয়েকক ক'লে, চুটকেছৰ ভিতৰত নতুন অঙ্গীয়া (খঁৰা চোলা) এটা আছে। উলিয়াই পিন্ধি ল। .... চাহাবী চেমিজ।"

"ৰাম-ৰাম.......

পুৱাৰ সুৰুযৰ পোহৰৰ লগতে কথাটো গোটেই গাওঁখনত বিয়পি পৰিল।

.... বিলসিয়া ঘৰলৈ ঘূৰি আহিছে, ৰাতি। ৰ'বা! এতিয়াৰ পৰা তাক কোনেও বিলসিয়া বুলি নামাতিবা। আজি ৰাতিপুৱাই মিশ্ৰক ভেচ্‌ভেচিয়া কৰি দিলে। কলে বোলে মোক বিলসিয়া নুবুলিব, কব ৰামবিলাস বুলি।... মিশ্ৰৰ নাকৰ ওপৰত দুশ টকাৰ বান্দিল এটা দলি মাৰি দিলে।... এৰা, তাৰ চোলাৰ জেপত 'লাইচেন্স' আছে, চৰকাৰী মোহৰ থকা। পাটনাত 'ৰিক্সা ডেলিভাৰী' কৰে যেতিয়া চৰকাৰী মোহৰ থকা 'লাইচেন্স' জৰুৰ থাকিব।.... আৰু শুনিছানে নাই? সি নিজৰ ঘৈণীয়েকক নাম ধৰি মাতিছে 'এই ঝুমকী'।

ৰামবিলাসৰ পত্নী ঝুমকীয়ে ৰঙা অঙ্গিয়াটো পিন্ধি পানী আনিবলৈ গৈছিল। মাইকী মানুহবোৰে তাইক ঘেৰি ধৰিলে।..... "চাওঁ, চাহাবী অঙ্গিয়াটো। উৱা। এই অকশমান

কাপোৰৰ অঙ্গিয়াটোৰ দাম পাঁচ টকা? বুটাম নাই, খোলে আৰু পিন্ধে কেনেকৈ? এনেকৈ টান খাই লাগি থাকে সদায়? শাড়ীও আনিছে চাগৈ? ৰাতি আহিল কেতিয়া? প্ৰথম পোহৰৰ পুৱাতেই?"

ঝুমকীয়ে লাজ লাজকৈ হাঁহি ক'লে "মইতো একেবাৰে ভয় খাই গলোঁ, ৰাতিখন খুৰা লগোৱা জোতা পিন্ধি কোন আহিল বুলি। মাই ভয়তে কোঠাৰ পিচফালে গৈ লুকাল উশাহ-নিশাহ বন্ধ কৰি।... চহৰলৈ গলে মানুহৰ মাতটোও সলনি হৈ যায়। কিন্তু আমাৰ মহজনীয়ে তেওঁৰ মাতটো শুনি ঠিক বুজি পালে।... উঁই উঁই শব্দ কৰি তাই ৰচি ছিঙি একেবাৰে চোতাল পালেহি দৌৰি। ভৰিৰ পৰা মূৰলৈকে গাটো চেলেকিবলৈ ধৰিলে আদৰ কৰি।... তেতিয়া তেওঁ মহজনীক আদৰ কৰি ক'লে তইঁতবোৰতকৈ মোৰ এই মহজনী বহুত ভাল... এই মানুহতকৈ....।"

"তাৰ পিচত? খাবলৈ কি দিলা সেই ৰাতিখন?"

"কি কম বাইদেউহঁত, লাজ লগা কথা। এনেহে ঘটনা যে ঘৰখনত এটাও চাউল নাছিল, চিৰা আৰু খাবলৈ দিব পৰা একো এটাই নাছিল। মাত্ৰ দৈখিনি তেতিয়ালৈ জমিছিল।..... তাকে খাই তেওঁ ধেমালি কৰি কৈছিল, মহৰ গাখীৰকণ নোহোৱা হ'লে ঘৰলৈ আহি নিশাটো উপবাসে থাকিব লাগিলহেঁতেন।

"তাৰ পিচত?"

"চেমিজ চোলাটো ৰাতিয়েই পিন্ধিলা নেকি?"

"ফুল তেলো আনিছে চাগৈ?"

"তাৰ পিচত আৰু কিবা ধেমালি কৰিলে নেকি?"

"চহৰলৈ গ'লে মানুহৰ মাতো সলনি হয় হবলা?"

ঝুমকীয়ে মুখ ভেঙুচাই হাঁহিলে। পানী আনিবলৈ যোৱা কেইজনীয়েও একেলগে হাঁহি দিলে। সকলোৰে চকুত ঝুমকীৰ ৰঙা বুকু চোলাটোৰ ৰঙা ৰংটো তিৰবিৰাবলৈ লাগিল। সঁচাকৈয়ে সেই চুটি বুকু চোলাটো পিন্ধাৰ পিচত ঝুমকীৰ ৰূপটোৱেই সলনি হৈ গ'ল।

দুপৰীয়া পানী নিবলৈ আহোতে ঝুমকীৰ দুইখন কাণত ওলমি আছিল দুপাত কুণ্ডল।... ঝুমকীৰ ৰূপ জিলিকিবই লাগিছে।

গা ধোৱাৰ সময়ত মাইকী মানুহ আৰু ছোৱালীবোৰে হেতা-ওপৰা লগালে। সকলোৱেই ঝুমকীৰ পৰা 'ছুনলৈট চাবুন' খুজি নি নিজৰ গাত ঘঁহিলে।... এতিয়াৰ পৰা ঝুমকীয়ে সদায় চাবোনেৰে গা ধুব। তেতিয়াহে আকৌ একেবাৰে মেম বঙালনীৰ নিচিনা ধক্‌ধকীয়া বগা হ'ব। হয় নে নহয়?

আবেলি গ'ল দোকানলৈ, কপালত চিক্‌মিককৈ জিলিকি থকা ফোঁট এটা পিন্ধি। বাটতে কালৰী মাহীৰ ঘৰৰ মুখত শিৱধাৰী থিয় হৈ আছিল। ঝুমকীক দেখি সি শিয়ৰি

উঠিল, "উস্ এতিয়া দেখোন জীয়াই থকাই টান হ'ল.... মোৰ এতিয়া কি হ'ব?"

"ধেৎ! বাটত এইবোৰ হাঁহি-তামাচা মোৰ ভাল নালাগে।"

.... হাঁহি-তামাচা ভাল নালাগে? ভেঙুচালি কৰি কিবা কৈ গ'ল। ঘৰলৈ গৈ আকৌ নকয়গৈ যেন! শুনিছোঁ বোলে চহৰৰ পৰা নিজৰ নামৰ পিচত সিংহ লগাই লৈ আহিছে। চাম বাৰু, কিমান দিনলৈ এই ফুটনি থাকে? চহৰৰ ময়লা খোৱা মানুহ গাঁৱত আহি কিমান দিন থাকিব পাৰে?... ইমান দিনৰ সকলো দিয়া-থোৱা কৰা-ধৰা মিছা হ'ল?

দোকানত ইমানবোৰ মানুহৰ মাজতে মাল-বেচা মোদীয়নীয়ে ঘূৰাই-পকাই কথাষাৰ ক'লে, "তোৰ শাহুৰেৰৰ পৰা অলপ সাৱধানে থাকিবি। অকলেই পুতেকক ফুচুলাই বশ কৰিবৰ মতলব কৰি ইফালে-সিফালে কিবা কথা লগাব পাৰে, তোৰ বিৰুদ্ধে। টকা-পইচা যাতে হাত নকৰে বুঢ়ীয়ে, চাবি!"

ঝুমকীয়ে চিৰাচৰিত ন-বোৱাৰীয়ে কৰাৰ দৰে ওৰণীৰ তলৰ পৰাই ক'লে, "মাহী, যিয়েই যি লগাওক ভঙাওক, ওপৰত ঈশ্বৰ আছে নহয়। চুবুৰীয়া সমাজ যেতিয়া ওচৰে-পাজৰে মানুহ থাকিবই। মহজনী যদি আমাৰ নাথাকিলহেঁতেন, কি যে হ'লহেঁতেন আমাৰ ভাগ্যত কোনে জানে? দুটা বছৰ ধৰি আমি কি কষ্টত চলিছোঁ, সকলোৱে জানে।...."

... ঝুমকীয়েও ঘূৰাই-পকাই কথা ক'ব জানে। সকলোৱে বুজি পাই গ'ল, তাই শিৱধাৰীৰ কথাৰ ওপৰতে কথাখিনি ক'লে। অৰ্থাৎ শিৱধাৰী নথকাহেঁতেন মহজনী কোনে চৰালেহেঁতেন? ৰাতিও চোৱা-চিতা কৰাটো ধেমালিৰ কথা নহয়।

ঝুমকীয়ে ক'লে, "পিচফালে অলপমান মাটি 'ছাৰ্ভে'ত (জৰীপ) এইবাৰ হৈছে; কিন্তু মাটি পালেইতো নহয়। মাটি চহোৱা-কোৰোৱা কাম তিৰোতা মানুহৰ কাম নহয়।... কুৰি টকাৰ কবি আৰু পিয়াজ-নহৰু দহ টকাৰ হলহি দুবছৰৰ পৰা— সিও জানো এনেয়ে হৈছে? ... এই গাওঁখনতে কেনেবোৰ মজুতকাৰী মানুহ লুকাই আছে? আমাৰ পৰা নিয়াৰ সময়ত সিহঁতৰ মুখত গাখীৰ-দৈৰ সোৱাদ লগা কথা আৰু দামটো দিয়াৰ সময়ত হলে হুটা কথা। হাট-বজাৰত গৈ মানুহৰ পিঠিত হাত ফুৰাই গাখীৰ-দৈৰ দাম মাইকী জাতিৰ মানুহে উচল কৰিব নোৱাৰে।"

দোকানৰ পৰা ঘূৰাৰ সময়ত ঝুমকী কালৰী মাহীৰ তাত সোমাল। শিৱধাৰীয়ে তললৈ মূৰ কৰি ৰচিৰ নুৰা পকাই আছিল। ঝুমকীয়ে অলপ খং কৰাৰ দৰে মুখখন গোমোঠা কৰি ক'লে, "তোমাৰ ওপৰত মোৰ খং উঠিছে। ৰাতিপুৱাৰ পৰা সকলো মানুহ আহিল আৰু তুমি মহজনী খীৰাই উঠিয়েই বাহিৰে বাহিৰে কিয় গুচি গলা?... ৰাতিপুৱাৰ পৰা তোমাৰ কিমানবাৰ খবৰ সুধিলোঁ। তুমি যদি নাহা তেন্তে তেওঁ কেনেকৈ জানিব তুমি কেনেকুৱা দিনবোৰত কি কি কামবোৰ কৰিছিলা! তুমিতো জানাই, যিমানখিনি পাৰি মই কৈছোঁ।..... তোমাৰ ভয়ৰ কাৰণটো কি? সঁচা কথালৈ ভয় খোৱাৰ কি আছে?"

ঝুমকীয়ে টুকুৰীটোৰ পৰা বিড়ি এমুঠি উলিয়াই তাৰ আগত থলে, "এয়া তোমাৰ বিড়ি আৰু তামোল থৈ গ'লোঁ।... তুমি এনেকৈ মুখ লুকুৱাই ফুৰিলে মানুহে যিহকে কোৱা

শুনিব তেওঁ তাকে সঁচা বুলি ভাবিব।''

শিৱধাৰীৰ গা-মন পুলকিত হৈ গ'ল। তাৰ প্ৰাণটো আকৌ উলটি অহা যেন লাগিল।..... নহয়, তাৰ বুদ্ধিটো সঁচাকৈয়ে অলপ ভোটা। ঝুমকী বৌৰ খঙৰ কাৰণ আছে।

.... ঝুমকীৰ কাণৰ কুণ্ডল.... ৰঙা বুকু চোলা.... চিকমিক্ াই থকা ফোঁট... দেহৰ মলমলাই থকা গোন্ধ.... প্ৰাণ কাঢ়ি নিয়া হাঁহি!

শিৱধাৰীৰ দেহটো তপত হৈ গ'ল... জুই একুৰা জ্বলি উঠাৰ দৰে!

শিৱধাৰীয়ে ঝুমকীয়ে থৈ যোৱা বিড়ি মুঠিৰ পৰা উলিয়াই এটা বিড়ি জ্বলালে। তাৰ অন্তৰখন অকস্মাতে জঁয় পৰি গ'ল... তাই সদায়ে মিছা প্ৰলোভন দি আছিল।... 'মই কৰবালৈ পলাই গৈছোঁ নেকি?'

... এতিয়াতো দেখা-সাক্ষাৎ লুকাই চুৰকৈহে কৰিব পাৰিব সি।

শিৱধাৰীয়ে বহুত পৰলৈ বিড়িৰ ধোঁৱাকে উৰুৱাই থাকিল।

ৰামবিলাসৰ ঘৰৰ আগৰ চাংখনত ৰাতিপুৱাৰ পৰাই বিড়িৰ ধোঁৱাৰ কুণ্ডলী উৰিছিল। তাৰ মাজে মাজে হাঁহিৰ খলক। এটাৰ পিচত এটাকৈ হিৰা সুত লগোৱা গল্প কৈ গৈছিল ৰামবিলাসে— আটাইবোৰ পাটনাৰ 'পটনীয়া' কথা।

.... দুবছৰৰ আগতে চ'ত মাহৰ মাজ ৰাতি গাৱঁৰ পৰা মনে মনে পলাইছিল ৰামবিলাস— মিশ্ৰৰ চাকৰি এৰি থৈ। পলাইছিল মিশ্ৰৰ ধাৰ খাই।

.... পিচদিনা তাৰ চাংখন আৰু ঘৰৰ আগচোতালৰ আগত মানুহ জমি গৈছিলহি। তাৰ মাকে চিঞৰি চিঞৰি কান্দি মানুহক শুনাইছিল ছোৱালীজনী বিয়া কৰাই আনি ঘৰ সুমুৱাৰ পিচৰে পৰা তাইৰ অজলা ল'ৰাটো— বিলসিয়াৰ মতি-গতি বেলেগ হ'ল। পৰৰ ঘৰৰ ছোৱালী এজনী আহি তাই পুহি ৰখা ভাটো চৰাইটো উৰুৱাই খেদি দিলেহি।

ঝুমকীয়ে ওৰণীৰ তলৰ পৰাই বুঢ়ীক শাওপাত দিছিল আৰু খুটিত বান্ধি থোৱা মহজনীয়ে মাজে মাজে বৰ করুণ সুৰত মাতি উঠিছিল উঁয়েঁ-য়েঁ-য়েঁ .... হ্!

বুঢ়া মিশ্ৰৰ চিপাহী ৰামসিংহাসন সিংহই কৈছিল, ''আমি চব বুজি পাইছোঁ। তহঁত দুয়োজনীয়ে এইবোৰ লীলা দেখুৱাইছ!... বিলসিয়া কেতিয়াও মনে মনে পলোৱা নাই। সি নিজৰ মাক আৰু ঘৈণীয়েকৰ লগত শলা-পৰামৰ্শ কৰিয়েই এইদৰে গাওঁ এৰি পলাই গৈছে। কিন্তু পলাই যাব কলৈ?... এই 'মাইকী মহবোৰ'তো মালিকৰ ঘৰলৈকে যাব লাগিব এদিন নহয় এদিন!''

''সি চালা আজিকালি ক'ত আছে? ... চাকৰি এৰি গ'ল নেকি সি?'' ৰামবিলাসৰ এই প্ৰশ্ন শুনি সকলোৱেই আচৰিত হৈ ক'লে ''অ'-অ'! তাৰ মানে তুমি একোৱেই নাজানা?''

বহুত সময় পাটনাৰ পটনীয়া গল্পবোৰৰ মুহুদি হিচাপে এইবাৰ এটা গাৱঁলীয়া-ঘৰুৱা গল্প শুনোৱাৰ সুযোগ পালে ঘোতনাই।

"বাৰু বাৰু, তুমিয়েই কোৱা এইবাৰ ঘোতনা।"

"ৰামবিলাস ভাই! তুমি আজি মিশ্ৰৰ আগত পুৰুষালি দেখুৱাই যি বীৰত্বৰ কাম কৰিলা, যোৱা বছৰ ঠিক তেনেকুৱা এটা বীৰত্বৰ কাম কৰিলে পছিয়ালী চুবুৰীৰ মুছম্মতৰ নতুন বোৱাৰীজনীয়ে।.... জানিছাই চাগৈ মিশ্ৰৰ সেই সিংহ চালা কেনেকুৱা লুৎচা মানুহ আছিল। গাৱঁলৈ কোনোবা নতুনকৈ বিয়া হোৱা মাইকী মানুহ আহিলেই তাৰ চকুত টোপনি নোহোৱা হয়।... সি বিড়ালিৰ নিচিনাকৈ আহি শিকিয়া নলৰোৱাকৈ ওলোমাই থোৱা দৈ গাখীৰৰ মলা চাফা কৰি যায়হি। কিন্তু সি থোৱা সকলো মলা উলিয়াই পেলালে মুছম্মতৰ বোৱাৰীয়েকে!.... চালাক এনেকৈ কচি কচি চেপি ধৰিলে যে তাৰ ওপৰ আৰু তল ফালৰ সকলো 'হাৱা' বাহিৰ ওলাই গ'ল!"

"এঁ-এঁ!"

"সোধা সকলোকে।... পিচত নি অৰৰিয়া হাস্পতালত তাক অপাৰেচন কৰি 'খাহী' কৰি দিয়াৰ পিচতহে যেনিবা তাৰ জ্ঞান ঘূৰি আহিল। কোৱা শুনিছোঁ, হাস্পতালৰ ডাক্তৰে হেনো সুধিছিল সিংহ বাবু কেনেবাকৈ যাঁতৰ চেপাত পৰি গৈছিল নেকি! সি হাস্পতালৰ পৰা ওলোৱাৰ পিচত আৰু এই গাওঁমুৱা নহ'ল। চালা একদম খাহী হৈ গ'ল! হা-হা-হা-হা!"

"এই মাইকী মানুহজনীয়ে চৰকাৰী মেদেল পোৱা উচিত। চহৰৰ হোৱা হলে খবৰৰ কাগজত ওলাই গ'লহেঁতেন আৰু ফটোও ছপা হ'লহেঁতেন।"

'ফটো কেনেকুৱা উঠিলহেঁতেন? ... তাই চেপা মাৰি ধৰাৰ নেকি? হুবহু?"

ফটোৰ কথাৰ পিচত ৰামবিলাসৰ নিজৰ ছবিৰ কথা মনত পৰিল। সি জেপৰ পৰা লাইচেন্সখন উলিয়াই দেখুৱালে। সকলোৰে একোবাৰ হাতত লৈ সেই ফটোৰ ৰিক্সা-ডেলিভাৰী-লাইচেন্সখন চালে।..... নাই, ৰামবিলাসে মিছা কথা কোৱা নাই। মানুহে মিছাকৈয়ে উলিয়াই দিছিল যে সি গাৱঁৰ পৰা গৈ 'ক্ৰস্থান হেটিল'ত (খৃষ্টান হোটেল) বাচন ধোৱাৰ কাম কৰিছেগৈ। ... মানুহে নহয়, সেই দুবেৰ বৰ পুতেকটোৱে। লগুণত চুই শপত খাই সি কৈছিল নিজ চকুৰে দেখি অহা বুলি।

শিৱধাৰীক দেখা পাই সকলোৰে কথা বন্ধ হ'ল।.... ৰামবিলাসে 'লাট-চাট'ৰ গল্প জানে নে নেজানে?... প্ৰাণেই মাৰিব যেন লাগিছে।... কথা যদি অলপো লুকুৱাই!

"কি অ' শিৱধৰিয়া? ৰাতিপুৱাৰ পৰা ক'ত সোমাই আছিলি?"

"অলপ ষ্টেচনলৈ গৈছিলোঁ, ভাইয়া।" ৰামবিলাসৰ ঘৈণীয়েকে এতিয়া নিশ্চয় কলহৰ পানীখিনি পেলাই আকৌ পানী আনিবলৈ গৈছে।.... শিৱধাৰীৰ কথা শুনি তাই এতিয়া ঘৰত কেনেকৈ থাকে?

পানী লৈ ঘুৰি আহি ঘৈণীয়েকে ওৰণীৰ আঁৰৰ পৰা ক'লে ''এইমাত্ৰ সহজো পেহী আহি কৈছে বোলে তোমালোকৰ পিচফালৰ পৰা মুছলমান চুবুৰীৰ দৰে কিহবাৰ গোন্ধ কিয় ওলাইছে বাৰু? মুৰ্গীৰ কণী ৰান্ধিছা নেকি?''

কব নোৱাৰি ৰামবিলাসে কি বুজিলে। সি ক'লে, ''কালিৰ পৰা ইয়াত মুৰ্গী ৰন্ধা হ'ব, মুৰ্গা! চাওঁ, কোন চালাই কি কয়!.... চালা, এইখনো এখন ঠাই নে? আলুৰ তৰকাৰীত যদি অকণমান গৰম মচলা দিয়া, তেনেহলে গোটেই গাওঁখনতে মুৰ্গীৰ কণীৰ গোন্ধ বিয়পি পৰিব! ক।''

শিৱধাৰীয়ে ক'লে, ''এইখন গাঁৱৰ বাহাদুৰি আছে। ইয়াত পাখি নোহোৱা চৰাই উৰুৱা বহুত মানুহ আছে।''

''চহৰত সকলো মানুহে নিজৰ ঘৈণীয়েকহঁতক নাম ধৰি মাতে। মই নিজৰ তিৰোতাজনীক হাজাৰটা নামেৰে মাতিম, তাত কোন চালাৰ কি হয়?''

ৰামবিলাসে ঘৈণীয়েকক চিঞৰি মাতি ক'লে, ''এই ঝুমকী! শিৱধৰিয়া আহিছে। তালৈ একাপ চাহ পঠিয়াই দে।''

ভিতৰত বোৱাৰীয়েকে শাহুৱেকক ক'লে, ''মা, শুনিছে এই মানুহটোৰ কথাবোৰ''

উপাৰ্জন কৰা পুতেকৰ ক্ষমতা দেখি, মচলাৰ গোন্ধ নাকত লৈ বুঢ়ী প্ৰসন্ন। ক'লে, ''মই আৰু কথা কি শুনিম, আই? মানুহ যি ঠাইতে থাকিবলৈ লয়, তাৰে আদব-কায়দা মানি চলে।''

''চালা, মই গোটেই দিনটো চাহ খাই থাকোঁ বা গোটেই ৰাতি মদ খাই থাকোঁ, তাত আনৰ কি? শিৱধাৰিয়া, খোলা বজাৰৰ মদৰ বেপাৰীবোৰৰ তাত আচল মদ পায় নে পানী মিহলি মদ পায়? আজি দুবটল লাগিব।''

শিৱধাৰিয়াই মদৰ কথা কি জানে! সি কব পাৰে ভাঙৰ কথা।

''এই ঝুমকী! এইফালে আহ!.... তই এহাতেৰে ওৰণী কিয় টানি থাক?'' ঝুমকী লাজত তাৰ পৰা পলাল।

সকলোৱেই হ'ল। ৰামবিলাসে পাটনাত বহি বহি যি যি সপোন ৰচিছিল, সেই সকলোৱেই সঁচা হ'ল।... মিশ্ৰৰ বিষদাঁত সি ওফৰাই পেলালে। গাওঁখনত এই কথাটো লৈয়ে তাৰ জয়-জয়কাৰ হ'ল। তাৰ নামটো ঘৰে ঘৰে অন্ততঃ দহবাৰ সকলোৱে লবলৈ— এয়াহে ল'ৰা! এয়াহে পুৰুষৰ চিন!

তাৰ ঘৰৰ আগৰ চাংখন মালিক মিশ্ৰৰ দোপদৰহে হৈ পৰিল যেনিবা! এতিয়া ইয়ালৈ বামুন ৰাজপুতৰ চুবুৰীৰ পৰাও ডেকাহঁত আহি বহেহি। দিনটো চাহ, বিড়ি-তাছ-পাশা আৰু ৰাতিও 'ইংৰাজী তাছ' চলে।

সেইদিনা গোটেই দিনটো মিশ্ৰৰ ডাঙৰ পুতেকে ৰামবিলাসৰ চাঙত বহি তাছ খেলি আছিল। সন্ধিয়া হ'লত ৰামবিলাসে ক'লে, 'ইয়াত এতিয়া ইংৰাজী তাছ খেল হ'ব। খেলিবানে?.... মাত্ৰ এক হাত।''

মিশ্ৰৰ ডাঙৰ ল'ৰাই এতিয়া সদায় সন্ধিয়া এপোৱা মদ খাই যায় আৰু দামটো দি যায় গোটেই বটলৰ।

এইবাৰ গাৱঁৰ সকলো ডেকা ল'ৰা ৰামবিলাসৰ লগতে পাটনালৈ যাবলৈ ওলাল। ৰামবিলাসৰ মুখত সদায় সজাৰ পটনীয়া (পাটনাৰ) গল্প শুনাৰ পিচত গাৱঁত বাৰু কোন থাকিব খোজে?

"... ৰাজিন্নৰনগৰ? কেনেকুৱা যে ঠাই আৰু কি কম? দেখিলে এনেহে লাগিব যে চৰকাৰী ইঞ্জিনীয়াৰ গৈ একেবাৰে স্বৰ্গৰ ইন্দ্ৰাসনৰ ফটো তুলি আনিলেগৈ, হুবহু তেনেকুৱা এখন চহৰকে ইয়াত বহুৱাই দিলে।.... ৰাস্তাৰ দুয়োফালে ৰং-বিৰঙৰ ফুল। আৰু সকলোবোৰ ফুলৰ বাগিচাৰ মাজে মাজে একোজনী ছোৱালী... বহি গীত গাই থাকে!"

"এঁ! তেনেহলে দেখোন সঁচাকৈয়ে ইন্দ্ৰাসনৰ ইন্দ্ৰসভা!"

"আৰু জানা? যাৰ জামাদাৰণীও.... অ' জামাদাৰণী মানে আকৌ পুলিচ জামাদাৰৰ ঘৈণীয়েক নহয় দেই.... বাটবোৰ সৰা জামাদাৰণীহে..... পাটনাৰ জামাদাৰণী দেখিলে কোনোবা জমিদাৰৰ ঘৈণীয়েকক দেখা যেনহে লাগিব।"

"ইমান ধুনীয়া?...."

"দেখিবলৈ ক'লা হলে কি হ'ব? আচল বস্তু হৈছে দেহৰ গঠন।.... এজনীৰ নাম ৰজবতিয়া। আমাৰ ৰিক্সা গেৰেজৰ ওচৰতে থাকে। চালীয়ে পুৱাই ফুলাম শাড়ী পিন্ধি কান্ধত ঝাডুটোৰে ৰাস্তা উৰুৱাই যেনেকৈহে খোজ দি ওলাই যায়, যেন তাই কৰবাত ৰাজ্য জয় কৰিবলৈহে গৈছে, ঝাডু দিবলৈ নহয়।"

"ই-হ-!"

.... কোন ডেকা ল'ৰা বাৰু থাকিব খুজিব এইখন ঘোপমৰা গাৱঁত?

... ৰামবিলাস ভায়া, এইবাৰ আপোনাৰ লগত ময়ো যাম।... ময়ো!.... ময়ো.... ময়ো...!! ইয়াত গোটেই বছৰটো হালোৱা খাটিলে মাত্ৰ এশ যাঠিটা টকা পায়। তাত এমাহতে দুশটা টকা!... ৰামবিলাস কাকা, ময়ো যাম!... ৰামবিলাস পেহা, মোকো নাপাহৰিব। ৰিক্সা-ডেলিভাৰীৰ কাম নহলে কোনোবা হোটেলতে ৰখাৰ দিহা কৰিব। চালা, মই চানা-বাদামকে বেচিম।... মামা, আপুনি সিদিনা কৈছিল বোলে পেলাই দিয়া কাগজ-বটলৰ কাৰবাৰৰো খুব লাভ হয়....।

একমাত্ৰ শিৰধৰিয়াক বাদ দি বাকী সকলোৰেই চহৰলৈ যোৱাৰ অভিপ্ৰায় খাটাং কৰি পেলালে। শিৰধৰিয়াই এই বিষয়ে এটা কথাও উচ্চাৰণ নকৰিলে।

সকলোৰেই হ'ল; কিন্তু ৰামবিলাসৰ মনৰ ভিতৰত সৰু কাঁইট এদালে কেইদিন মানৰ পৰা বিন্ধি থাকিল সময়ে অসময়ে। সেইদিনা ৰাতি ঝুমকীয়ে বাৰু কিয় তেনেকৈ

ক'লে? কিয়?... 'সকলো ঠিক আছে। আনন্দ...।'

'কি আনন্দৰ কথা কৈছ? ক।'

..ঝুমকীয়ে চকু মুদি হাঁহি থাকিল।

'চকু মুদি আছ কিয়?'

'লেমটো জ্বলাই থৈছে? নুমাই দিয়ক।'

ৰামবিলাসে অনিচ্ছাৰে লেমটো কমাই দিলে। ঝুমকীয়ে ক'লে, ''নহয় একেবাৰে নুমাই দিয়ক।''

... চালি, এই তিৰোতা নে বাদুলি?

শিৱধাৰিয়ে গাঞ্জা খায়। বহুত ধৰোতেও সি কোনো দিনে মুখত মদ নলগালে। আনকি চাকি চাবলৈও!

পুৱা চকু মেলাৰ লগে লগেই ৰাতিৰ সেই কথাযাৰে আকৌ মনটো খচ্‌খচাবলৈ ধৰিলে 'সকলো ঠিক আছে। আনন্দ....!'

আৰু মাত্ৰ চাৰিটা দিন আছে।... প্ৰথম দিনৰ পৰাই আনন্দ উপভোগ... আন্ধাৰৰ আনন্দ উপভোগ!... ৰামবিলাসৰ মনটোত এতিয়া সকলো সময়তে এটা বিদায়ৰ গীত বাজি থাকে 'মিলী নৈঁহ সখিয়া, দিবস ভেল ৰতিয়া কি চিত ভেল জগ সে উদা-আ-স!

গাঁৱৰ পৰা যাবলৈ ওলোৱা সকলো ডেকাই ষ্টেচনত গৈ চুলি কটাই আহিছে।.... ৰামবিলাসে কৈছিল, চহৰত মানুহৰ চুলি চায়েই মানুহে কব পাৰে কৰ পৰা আহিছে।... সকলোৰে মনত উলাহ; কিন্তু ৰামবিলাসৰ মনটোহে মাজে মাজে কাঁইটে বিন্ধি আছে।

... আজি ৰাতি সি ঝুমকীক আকৌ সুধিব।

''ঝুমকী, আৰু মাত্ৰ চাৰিটা দিনহে মই ইয়াত আছোঁ।''

''হুঁ-উ-উ!''

ৰামবিলাস বহুত সময় মনে মনে থাকিল। তাৰ পিচত ঘৈনীয়েকে সুধিলে, ''আকৌ কেতিয়া আহিব?''

''অহাৰ কি ঠিকনা আছে?''

আজি ৰামবিলাসে মদ খোৱা নাই। খোলা বজাৰৰ মদ একদম খাটি, গাঁৱৰ খাটি গাখীৰৰ দৰে।... এপিয়লা খালেই নিচাই মূৰত ধৰেগৈ।... আজি ইংৰাজী তাচ খেলাও নহ'ব, ভাই!

ৰামবিলাসৰ এই 'নিগুণীয়া' কথাৰ কোনো উত্তৰ নিদিলে ঝুমকীয়ে; কিন্তু তাই সাৰ পায়ে আছিল।

''ঝুমকী!''

''হুঁ...'' আজি আপুনি·কিয় মদ খোৱা নাই?''

''আজি গোটেই ৰাতি সাৰে থাকিম''।

... সঁচাকৈয়ে গোটেই ৰাতি সাৰে থাকিল ৰামবিলাস। ৰাতিপুৱা চৰাই-চিৰিকতিয়ে মাত দিয়াত ঝুমকীয়ে ক'লে, ''কথাবোৰ অলপ সৰুকৈ কওক।''

এনেকৈয়ে তিনিটা দিন উৰি গ'ল। চতুৰ্থ দিনা সন্ধিয়াৰ গাড়ীত বাৰাউনিলৈ যোৱা পেছেঞ্জাৰ গাড়ীত কুৰিটা ডেকা ল'ৰা গুচি যাব, একমাত্ৰ শিৱধাৰীক এৰি থৈ। আজি কেইদিনমানৰ পৰা শিৱধাৰীয়ে মহজনীও খীৰাবলৈ অহা নাই। ৰামবিলাসে নিজেই খীৰাইছে!

''ঝুমকী!''

''কি?''

''আজি মই মদ খোৱা নাই, ভাং খাইছোঁ। এনে লাগিছে যেন মই আকাশতহে উৰি ফুৰিছোঁ।''

''শিৱধাৰীয়ে এতিয়াৰ পৰা ৰাতি মহজনী চাবলৈ আৰু নাহে। তাৰ কালৰী মাহীয়েকে আহি কৈ গৈছে।''

''গুলী মাৰ চালাক। কালিৰ পৰা মহজনী চোৱা-চিতা কৰা বেলেগ মানুহ ৰাখি দিম।''

''কোনে আহি আপোনাৰ মহজনী চোৱা-চিতা কৰিব?''

''কিয়?''

''সকলো ঘৰৰে পৰা হালোৱা-হজুৱা মানুহবোৰ দেখোন আপুনি ফুচুলাই চহৰলৈ লৈ যাব খুজিছে।''

''কোনে কৈছে মই সিহঁতক ইয়াৰ পৰা আঁতৰাই নিছোঁ বুলি?''

''গাৱঁৰ সকলো গৃহস্থই কৈছে।''

''সকলো গৃহস্থই কোৱা নাই।

কৈছে যদি তোৰ সেই শিৱধাৰিয়াইহে।''

ঝুমকী মনে মনে থাকিল। ৰামবিলাসে কিলাকুটিৰে খুন্দা এটা মাৰি ক'লে ''পিচে, ঠিক কৈছোনে নাই?''

''যি কয় আপুনি কওক।''

''মই যি কৈছোঁ সঁচা কথাকে কৈছোঁ।'' ঝুমকীয়ে দীঘল উশাহ এটা ললে।

''ঠিক কৈছোঁ নে বাৰু?''

''হু।''

''চতুৰ্থ দিনাৰ পৰা খুব ফূৰ্তি কৰিবি।''

"মই ফূৰ্তি কৰোঁ বা দুখত মৰো, তাতে আপোনাৰ কি? আপোনাৰ লগত ফূৰ্তি কৰিব ৰজতিয়া-ডুমুনীবোৰে।"

"কি কলি?"

ঝুমকী মনে মনে থাকিল। ৰামবিলাসে আকৌ কিলাকুটিৰে খুন্দা মাৰি সুধিলে "কি কৈছ?"

"মাৰিবলৈ মন গৈছে যদি একেবাৰে প্ৰাণ মাৰি পেলাওক।"

"চালি! ইয়াৰ পৰা যোৱাৰ আগতে তোক আৰু তোৰ শিৰধাৰিয়াক খতম কৰিহে...।"

ৰামবিলাসৰ মূৰৰ ওপৰত কোনোবা ভূত লম্ভিল। আজি সি দুই চিলিম গাঞ্জা টানি আহিছে।

"নিচিঞৰিব এনেকৈ।"

"চালি! পাটনাৰ সকলোতকৈ ডাঙৰ 'বালিষ্টৰেও' মোৰ কথা বন্ধ কৰিব নোৱাৰে আৰু তই মোক দাবি দিছ নিচিঞৰিবলৈ!"

"তেনেহ'লে চিঞৰি থাওক।"

"আজি মই মদ খোৱা নাই। তই সিফালে মুখ ঘূৰাই কিয় শুই আছ? এইফালে ঘূৰ, তোৰ...!"

"নুঘূৰো।"

"চ্-চ্-চ্া-লি!"

... আজি ৰামবিলাসে খুন কৰি পেলাব। ফালি-ছিৰি থৈ যাব ঝুমকীক। "..... তই কি ভাবিছ?...এ? .... ৰিক্সা ডেলিভাৰী কৰিলে মানুহ নপুংসক হৈ যায় নেকি?.... হেঁ? ... ক?.... তই কৈছ সকলো মিছা বুলি!... মিশ্ৰৰ পৰা চাৰি গুণ সুদত ধাৰ লৈ সেই শিৰধৰিয়াটোৱে তোক বিয়া কৰাইছিল নেকি?... এঁ? ... ক! চুপ চালি! .... শপত খা! ... তই কি ভাবিছ? চহৰত থাকিলে, মদ খালে মানুহ... চুপ চালি। মই সকলো কথা বুজি পাওঁ।"

ঝুমকীয়ে বহু সময় ধৰি কান্দি থাকিল। ৰামবিলাসে যেতিয়া বিচনা এৰি উঠি যাব খুজিলে, তাই তাৰ গেঞ্জীটোত খামুচি ধৰিলে।

"কি হ'ল?"

"কি হ'ল?"

"আপুনি পাটনালৈ যাব নালাগে।"

"কি বকিছ এইবোৰ!"

"ওঁ, মই আপোনাৰ ভৰিত পৰিছোঁ,

নাযাব।"

"ওঁ ... চহৰলৈ যদি নাযাওঁ, তেন্তে কাম কেনেকৈ চলিব?"

'ইমানবোৰ মানুহৰ কাম কেনেকৈ চলি আছে?"

"ওঁহো।"

"তেনেহলে মোকো লগতে লৈ বলক।"

"আৰু শিৱধৰিয়া?"

ঝুমকীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। ইপিনে বেলি উঠি বাহৰ আগ পালেগৈ। বুঢ়ীয়ে চিঞৰিবলৈ ধৰিলে "বোৱাৰী-ই-ই-ই!"

গাঁৱৰ সকলো ডেকা একেলগে আকাশৰ পৰা খহি তললৈ পৰি গ'ল। ৰামবিলাসে আজি মিশ্ৰৰ দপ্তৰত গৈ কলেগৈ বোলে ঘৰত আধা পেটে থকাও ভাল।... চহৰতনো আছে কি? আমদানি যিমান, খৰচ হয় তাৰ চাৰিগুণ। গাওঁ সদায় গাৱেঁই।... মিশ্ৰই বাকী ধনৰ এপইচাও সুদ নললে। চহৰত কোনোবাই এনেকৈ সুদ এৰি দিলেহেঁতেন নে?... পাটনাই কোৱা বা দিল্লীয়েই কোৱা, কোনো এখন ইন্দ্ৰাসনত থকা নাই।

... শুনা কথা, গাৱঁত মিশ্ৰৰ পুতেকে বোলে এটা আটাৰ মিল বহুৱাব। তাত ৰামবিলাসক মেনেজাৰ পাতি দিব।

... আৰু শুনা কথা, গাৱঁৰ সকলো গৃহস্থই লগ লাগি ৰামবিলাসক কিবা "ভেটী" দিলে। কাৰণ গাৱঁৰ হাল বোৱা মানুহ আটাইবোৰ গুচি যাব খুজিছিল নহয়!

... মানুহে কয়, ৰামবিলাস পাটনাত কোনোবা এজনী নীচ তিৰোতাৰ লগত বান্ধ খাই পৰিছে। সেই কাৰণে সি উভতি যাব নোখোজে। তাইৰ বোলে কেচুঁৱা হ'ব।

আৰু চতুৰ্থ দিনা সকলোৱেই শুনিলে, শিৱধাৰী গাওঁ এৰি কৰবালৈ গুচি গ'ল।... কালি সি ষ্টেচন-বজাৰত মদ খাই মাতাল হৈ আছিল।

তাৰ কানৰী মাহীয়েকে কৈছে, ৰামবিলাসৰ ঘৈণীয়েক সন্ধিয়া আহি তাৰ লগত ভুনভুনাই জানোঁ কি মেল কৰিলেহি কব নোৱাৰো, শিৱধৰিয়া ৰাতিয়েই নোহোৱা হ'ল।

ৰামবিলাসে কলে, "ঝুমকী, সেই শিৱধৰিয়া চালা হেনো পলাই গ'ল।"

"মোৰ দুকুৰি টকা লৈ সি পলাল।"

"তই আগতেই নকলি কিয়? মুখত তোৰ কল সুমুৱা আছিল নেকি?"

"এনেকুৱা নিমখহাৰামী কৰিব বুলি কোনে জানিছিল?"

"তই মানুহক চিনি নাপালি।"

"কেতিয়াবাতো আহিব মুখত জুই লগাটো। তেতিয়া সুধিম।"

ৰামবিলাসে টান মাৰি আনি ঝুমকীক বুকুত সুমুৱাই ললে। বাহুত তাইৰ মূৰটো লৈ

ক'লে, "গুলী মাৰ চালাক। সি চালা চহৰৰ পৰা আৰু কেতিয়াও ঘূৰি নাহে!... চালাক মদে খাই পেলাব! চাবি।"

ঝুমকী হঠাৎ উঠি বহিল "মহজনীয়ে এনেকৈ চটফটাই আছে কিয়?"

ৰামবিলাসে ক'লে, "পুৰাই মহৰখীয়া মানুহ এটা বিচাৰি ওলাব লাগিব। তাই উত্তেজিত হৈছে হবলা।"

আজি ঝুমকীয়ে আকৌ নতুন কইনাৰ দৰে লাজ কৰি হাঁহি দিলে। মদ নোখোৱাকৈয়ে ৰামবিলাসৰ মাতাল অৱস্থা হ'ল।

"এই, অলপ মদ খাই চাবি?... মুঠেই এটোপ?"

ঝুমকীয়ে হাঁহিবলৈ ধৰিলে "নাই, ... নাই .... নাই! মই মদৰ গোন্ধ একেবাৰে... ওৱাক্... উঁহু উঁহু!"

(1964)

# আত্ম-সাক্ষী

ভাতৰ কেৰাহীৰ পৰা সিজোৱা আলুকেইটা উলিয়াই লৈ বাকলি গুচাই আছিল গণপতে। তেনেতে বাহিৰত গল-খেকাৰি মাৰি কোনোবাই অহাৰ জাননী— জাননী নহয়, সতর্ক-বাণী দিলে। সি সুধিলে, "কোন?"

"ভিতৰত কোন আছে? গণপতবাবু নেকি?... ইয়াত অফিচটো এন্ধাৰ হৈ আছে কিয়? লেমটো দি যাওক।"

গণপত আচৰিত হ'ল। কমৰেড্ বলৰাম বাবু পাটনাৰ পৰা আহিল কেতিয়া? বাকীবোৰ কমৰেড্ ৰেলীৰ পৰা ঘূৰাই নাই। বলৰাম বাবু কেতিয়া আৰু কেনেকৈ ঘূৰি আহিল?

তেওঁ আলুখিনি কাঁহী এখনেৰে ঢাকি থলে আৰু লেমটো লৈ বাহিৰলৈ ওলাই আহিল।

"লাল চালাম, কমৰেড্। কওক, ৰেলীৰ খবৰ-বাতৰি।"

বলৰামৰ তল কৰি থকা মুখখন দেখা পাই গণপতৰ উৎসাহ তৎক্ষণাৎ দমি গ'ল। বলৰামৰ বিকৃত মুখভঙ্গীত সি চক্ খাই উঠিল।... লক্ষণ ভাল নহয়।

"অলপ অফিচটো খুলি দিয়কচোন।"

গণপতে মনতে ক'লে, 'অনপ কিয়, ভালকৈয়ে খুলি দিছোঁ। নাক-মুখ এনেকৈ কোচাই কিয় কৈছে?'... পাটনা এবাৰ গৈ পোৱাৰ পিচত কমৰেড্‌বোৰৰ নাজানো কি হৈ যায়!

তেওঁ অফিচ নামৰ জুপুৰীটোৰ দুৱাৰখন খুলি দিলেগৈ। কেবাদিনো বন্ধ হৈ থকা কোঠাটোৰ পৰা এটা গাপ মৰা গোন্ধ ওলাই আহিল। লেমটোৰ পোহৰটো দুই-তিনিবাৰমান থৰথৰকৈ কঁপি উঠিল।

বলৰাম বাবুৰে মুখখন আগতকৈও বিকটাই কলে, "লেমটোত তেল আছে নে পানী? এটা চিমনী কিয় কিনি লোৱা নাই?"

গণপতৰ সিফালে ভাতৰ কথা মনত পৰিল। চেঁচা ভাত তেওঁ একেবাৰে খাব নোৱাৰে। খালেই পেটত বায়ু উঠে। তেওঁ পাকঘৰৰ চাকিটো জ্বলাই ক'লে, "তেল আৰু

চিমনীৰ কথা কৈছে কমৰেড্? তাৰ আগতে ভাত কেইটা খাই লওঁদিয়ক। পিচত বাৰু উত্তৰ দিম।.... আপুনি চাহ-তাহ খায় যদি কওক, পানী তুলি দিওঁ। চৌকাত জুই আছে। টুপলিত কেইটামান চাহপাত আৰু কাগ্‌জী নেমুও আছে।"

চৌকাত এলুমিনিয়ামৰ ক'লা ডেগচিটো তুলি দি গণপতে অঙঠাবোৰ ফুৰাই দিলে আৰু আলুকেইটা উলিয়াই লৈ বাকলি গুচাবলৈ লাগিল।... আলুৰ পিটিকা আৰু গৰম ভাত! গণপতৰ বাবে পৃথিৱীত ইয়াতকৈ আৰু কোনো লোভনীয় বস্তু নাই। কুসুমীয়ে কেতিয়াবা তেওঁক 'পিটিকা খুকুৰা মুনিহ' বুলি কয়। আৰু গণপতে হাঁহি তাৰ উত্তৰত তাইক কয় 'গিৰিয়েক খকুৰা' বুলি! বলৰাম বাবুৱে গলখেকাৰি মাৰি তেনেতে জাননী দিলে। কুসুমী যদি ভিতৰত থাকিলহেঁতেন তেতিয়া গণপতৰ মুখখন ৰঙা পৰিলহেঁতেন আৰু তেওঁ মিছাকৈয়ে ডাঙৰ ডাঙৰকৈ তাইক বকনি দিলেহেঁতেন 'কাম কৰিবলৈ যদি মন নাই তেন্তে এৰি পেলা। তোৰ পুতেৰে যেনেকৈ কামত ফাকি দিয়ে, সেইদৰে তয়ো ফাঁকি দিয়'। কুসুমীয়ে হাঁহি মাৰি ওৰনিৰ তলৰ পৰা উত্তৰ দিলেহেঁতেন.....।

আলুৰ পিটিকা কৰি থকাৰ সময়ত গণপতৰ আজি পঢ়া বাতৰি কাকতৰ কথা মনত পৰিল। লিখা আছিল 'আমাৰ জোৱান সকলে শত্ৰু-পক্ষৰ টেংকবোৰ পিহি পেলালে'।

তেল, পিয়াজ, জলকীয়া আৰু ধনীয়া পাত কটাৰীৰে মিহিকৈ কাটি লৈ তাৰে সানি তেওঁ এটা লাড়ু কৰি ললে। পিতলৰ চিকচিকীয়া কাঁহীখনত ভাতকেইটা বাঢ়ি লওঁতে তাৰ ভাপে নাকত মলমলাই গ'ল। ভাতৰ এনেকুৱা লোভ লগা মহমহীয়া গোন্ধ জীৱনত প্ৰথম পাইছিল ত্ৰিশ চনত স্বয়ং সেৱক শিবিৰত। তেতিয়াৰে পৰা আজিলৈকে যে কিমান আশ্ৰম, শিবিৰ, ৰেলী, সন্মিলন আৰু জেলৰ ৰাজহুৱা ভোজনালয়ৰ পাত চুৱা কৰিলে গণপতে; কিন্তু আজিৰ দৰে ভাতৰ গোন্ধটো জানো সকলো ঠাইতে পোৱা যায়?

তৃপ্তিৰে পেট ভৰাই খোৱাৰ পিচত গণপতে চুৱা কাঁহীখন আৰু চুৱা চৌকাটো ধুই মচি পৱিত্ৰ কৰি থলে। পুৱা কুসুমী আহি মিহি মাটিৰে লিপি দিবহি। তেওঁ মাতি কলে "শোভিতশলাল! ভাত লৈ খাহি।"

কাঠৰ বাকচৰ পৰা পিয়লা উলিয়াই লৈ বলৰাম বাবুৰ বাবে নেমু দিয়া চাহ কৰিলে গণপতে। তাৰ পিচত মুখত চফ গুটি কেইটামান পেলাই লৈ হাতত চাহৰ কাপটো লৈ অফিচ ঘৰলৈ আহিল। চফ গুটিৰ পানমচলাৰ বাহিৰে আন কোনো বস্তুৰ নিচা নাই গণপতৰ। বিড়ি-চিগাৰেট বা তামোল-ধপাত একোকে মুখত নিদিয়ে।

চাহৰ প্ৰথম সোহাটো মৰাৰ লগে লগেই বলৰাম বাবুৰ বিকটাই থকা মুখখন আগৰ দৰে হ'ল। চামৰাৰ বেগত কাগজ-পত্ৰ ভৰাই বলৰাম বাবুৱে সুধিলে, "আপুনি নিজেই কিয় ৰন্ধা-বঢ়া কৰে? শোভিতৰ মাকে কৰে কি?"

গণপতে এই কৌতুহলী কথাৰ অৰ্থ বুজে। অৰ্থাৎ মাহে তিনি টকা দৰমহা দি শোভিতক আৰু মাহৰ মজুৰী হিচাপে পাঁচ টকা দি তাৰ মাকক কি কামৰ কাৰণে ৰখা গৈছে?

বলৰাম বাবুৱে আকৌ সুধিলে, "তাৰ পিচত?... এইফালে চাণ্ডা-টাণ্ডা কিবা আদায় হৈছেনে, বা...?"

গণপতে উগাৰ এটা মাৰি ক'লে, "তাকেইতো কৈছো কমৰেড্...!"

বলৰামে আপত্তি কৰিলে, "চাওক, আপুনি কথাই প্রতি কমৰেড্ কমৰেড্ লগাই থাকে কিয়?"

"কমৰেড্‌ক কমৰেড্ নুবুলি আৰু কি বুলি কব লাগে? আৰু এইটোতো একো নতুন কথা নহয়! ত্রিশ চনত যেতিয়াই 'পার্টী'ৰ প্লেজ লৈছোঁ তেতিয়াৰ পৰাই কমৰেড্....।"

"তেতিয়াৰ কথা এৰক। আজিকালি কোনেও নকয়।... আপোনাৰ কথা শুনি মানুহে হাঁহে, হাঁহি থাকে।"

"ইয়াত হাঁহিবলৈ কি আছে?"

"বাৰু বাৰু; তর্ক এৰক। তর্কত আপোনাৰ লগত কোনে পাৰ পাব? ওঁ, আপুনি চান্দাৰ বিষয়ে কি কৈছিল?"

"কবলৈ আছে কি? যোৱা ছমাহত চাহুৰ দোকানৰ বাকী বাঢ়ি বাঢ়ি গৈ এতিয়া আঢৈশ টকা হ'লহি। জিলাৰ ৰেলীৰ সময়ত ষ্টেচনৰ মাৰোৱাৰীৰ দোকানৰ পঞ্চাশ টকাৰ বাকী আজিলৈকে মৰা নাই। মৰাপাটৰ সময়ত চান্দা পোৱাৰ আশা আছিল। কিন্তু অনাহাৰৰ সময়ত চান্দা বিচাৰেগৈ কোনে আৰু দিয়ে বা কোনে! এতিয়া ধান কটাৰ সময়ত সকলো কমৰেড্ বন্ধু এমাহলৈ 'ফেৰাৰ' হৈ আছে..."

বলৰামে উচাপ খাই উঠিল, "ফেৰাৰ? কোন ফেৰাৰ হ'ল?"

গণপতে হাঁহি ক'লে, "ফেৰাৰ মানে সেই ফেৰাৰ নহয়। মানে এতিয়া সকলো কমৰেড্ বাহিৰত আছেগৈ।"

বলৰাম বাবু গম্ভীৰ হ'ল। বহাৰ পৰা থিয় হৈ ক'লে, "আপুনি উচিত কথাকে কৈছে গণপত বাবু। ধাৰণা হৈছে এতিয়া সকলোৱেই ফেৰাৰ হৈ যাব।"

"মানে?"

"মানেটো আপুনি বুজি কৰিব কি? সেইবোৰ 'হাই লেভেল' আৰু 'সিদ্ধান্তত যুঁজৰ বিষয়ে আপুনি কি বুজি পাব?"

গণপতে আৰু কিবা বুজি পাওক নাপাওক, মানুহৰ মনৰ কথাতো পঢ়িব পাৰে! বলৰাম বাবুৰ কথাত তেওঁ কিবা এটা ওলাই অহাৰ দৰে পালে।... আলুৰ পিটিকাত বেয়া তেলৰ গোন্ধ এটা?

হাইলেভেল! বলৰামে ইংৰাজী লেখা-পঢ়া নকৰিলে কি হ'ল! বহুতো ইংৰাজী শব্দৰ মানে বুজি পায়। তেওঁ কেপিটেলিষ্ট, বুর্জোৱা, প্রলেটেৰিয়েট, কুলক, ৰিয়েক্সনেৰী, গান্ধীয়াইট, পীৰ, পার্টী লিটাৰেচাৰ আৰু এনেকুৱা বহুতো শব্দ ব্যৱহাৰ কৰে।

অকল বলৰাম বাবুৱেই নহয়, পার্টীৰ সকলো নতুন কমৰেডেই গণপতক তিনি

**পইচাৰ মানুহ বুলিও গণ্য নকৰে। এতিয়া যদি জিয়াউদ্দিন বা শৈলেন্দ্ৰ অথবা গোপাল বাবুৰ দৰে সহকৰ্মী হ'লহেঁতেন, তেনেহ'লে কোনো ৰেলীৰ পৰা বা মিটিঙৰ পৰা উভতি আহি এনেকৈ তল মূৰ কৰি, চেলাউৰি কোচাই কথা কৈ ঘৰলৈ গুচি গ'লহেঁতেননে ঘৈনীয়েকৰ সৈতে সাবটাসাৰটি কৰি শুই থাকিবলৈ? অফিচ ছেক্ৰেটাৰী বলৰাম বাবুৰ যেতিয়া নতুন কইনা ঘৰলৈ আহিছিল, তেতিয়া বেলি ডুবাৰ আগতেই অফিচ বন্ধ কৰি তেওঁ ঘৰলৈ পলাইছিল।**

ইফালে কেই বছৰমানৰ পৰা গণপতৰ মনত ভাব হৈছে যে চাৰিওফালৰ পৰা কিবা এটা আন্ধাৰে যেন আবৰি ধৰিছেহি। কতো কোনো মানুহৰ মনত একোতে উৎসাহ নাই। এতিয়া ৰোগটোৱে আহি গণপতৰ 'পাৰ্টি'কো ধৰিছেহিনেকি? এইবাৰ জিলা কংগ্ৰেছত তেওঁ মুকলিকৈ এই কথাটো দাঙি ধৰিব।

তেওঁ জানে যে সেই কথাটো তুলিবৰ বাবে তেওঁ উঠাৰ লাগে লগেই শিল্পী কমৰেড্‌সকলে নিজৰ ভিতৰতে ফুচ্‌ফুচ ফাচ্‌ফাচ্ কৰি হাঁহিবলৈ ধৰিব, মিছাকৈ কাঁহ মাৰিব আৰু কোনোবাই চিঞৰি কব 'কমৰেড গণপত, আপোনাৰ এই বক্তব্য কালচাৰেল প্ৰগ্ৰেমৰ সময়ত ষ্টেজৰ ওপৰত দাঙি ধৰিব'।

'হুঁ। ষ্টেজৰ ওপৰত! ষ্টেজ!....'

আঙুলিৰ ওপৰত জোৰা দিবৰ প্ৰয়োজন নাই। গণপতৰ সকলো জোৰা দিয়া আছে। পয়ত্ৰিশ চনৰ আগতে তেওঁ সকলোৰে আগতে আৰ্য্যসামাজী সভাৰ মঞ্চত খঞ্জুৰী বজাই অস্পৃশ্যসকলৰ উদ্ধাৰৰ বাবে গীত গাবলৈ থিয় দিছিল।

সেই সভাৰ কথা মনত পৰাৰ লগে লগেই পৰবতিয়াৰ কথা মনত পৰি গ'ল যাৰ হাতৰ পানী খালেও জাত যায়, গণপতে প্ৰেমত পৰি সেই নীচ কূলৰ ছোৱালী পৰবতিয়াৰ মুখৰ চুমা এটা লৈছিল। তেওঁ সইত খাইছিল সকলো হেৰাই গলেও পৰবতিয়াৰ সেই বস্তুটোৱে কেতিয়াও এৰি নাযায়। জাতি-সমাজৰ বাহিৰেও ঘৰৰ মানুহে গণপতক নানা ধৰণৰ যাতনা দিছিল। গণপতে হাৰ মানি আৰ্য্যসমাজৰ মন্ত্ৰীৰ ওচৰত আৰ্জি দিছিলগৈ। কিন্তু তেতিয়ালৈ পৰবতিয়াৰ বাপেকে সপৰিয়ালে গাওঁ এৰি থৈ গুচি গৈছিল।

গণপত তাৰ পিচত উভতি আৰু ঘৰলৈ নাহিল, গাঁৱলৈ নাহিল। মাক-বাপেক, ভাই-ভনী, আত্মীয়-পৰিবাৰ, গাঁও-সমাজ এই সকলোৰে মৰম-স্নেহ এৰি থৈ 'দেশ' আৰু 'দহ'ৰ কামত লাগি গ'ল। য'তেই সভা-সমিতি হওক, গণপতে তাত প্ৰথমেই হাতত খঞ্জৰী লৈ গীত জোৰে 'হে হিন্দুসকল, তোমালোকে নিজৰ অন্তৰত বিচাৰ কৰি চোৱা, নিজৰ ভাইক পৰিত্যাগ....।''

আৰু এই গীত গোৱাৰ অপৰাধত ত্ৰিশ চনত তেওঁ গ্ৰেপ্তাৰ হ'ল, জেল হ'ল, শাস্তি হ'ল। সেই বাৰেই শৰ্মা ডাঙৰীয়াৰ কৃপাত কমৰেড্ হৈ গ'ল...।

শৰ্মাই তেওঁৰ টিকনিদাল ডাঢ়ি খুৰোৱা খুৰেৰে কাটি পেলাইছিল আৰু লগুনদালো সোলোকাই পায়জামাৰ জেপত লুকুৱাই থৈছিল আৰু কৈছিল গণপত তুমি আজিৰ পৰা কমৰেড্ হ'লা। সিংহ-টিংহ সেইবোৰ একো নোহোৱা,কেৱল কমৰেড্...।'

গণপতৰ মনত আছে, ৰাবণদাস আৰু চুন্নীদাসে মিলি তেওঁক যে কিমান ধিক্কাৰ দিছিল। কিন্তু তেওঁ অলৰ-অচৰ আছিল। ৰাৱণদাসক জব্দ কৰিবৰ বাবে শৰ্মাৰ পৰা শিকা কথা এবাৰ তেওঁ কৈছিল এইবুলি 'ৰাৱণদাস বাবু, যঁতৰ চলাই আৰু ছাগলিৰ গাখীৰ খাই থাকিলে স্বৰাজ কেনেকৈ আহিব? মোক অলপ বুজাই দিয়কচোন।'

জেলৰ পৰা ওলোৱাৰ পিচত গাওঁখনত কেবা বছৰলৈ অকল গণপতেইহে 'পাৰ্টী কমৰেড্ হৈ আছিল। এটা বছৰতে বিহাৰ প্ৰদেশৰ কেইটামান 'কিষান ফ্ৰণ্ট' আৰু মজদুৰ মৰ্চাত গৈ গণপতে মেহনতী মানুহৰ সংগ্ৰামত যোগ দিলেগৈ, ধ্বনি দিলে, ধৰ্ণা দিলে, খঞ্জৰী বজাই গীত গালে, অস্পশ্যসকলৰ উদ্ধাৰৰ সলনি শৰ্মাই শিকাই দিয়ামতে 'আন্তঃৰাষ্ট্ৰীয় গীত গালে 'জগ ৰহা হায় আফতাৱ লাল লাল আফতাৱ.... জাগা ৰে মজদুৰ ভাই জাগ।''

বৈষ্ণৱ পিতৃ-মাতৃৰ সন্তান গণপত। জন্মৰ পৰাই বৈষ্ণৱ। যাক কোৱা হয় 'গৰ্ভদাস' বুলি। সেই গণপতৰ পৰীক্ষা শৰ্মাই লওতে গণপত পোনে পোনে উত্তীৰ্ণ হ'ল।... মুৰ্গীৰ কণীয়েই নহয়, একো ঘিণ আৰু সংকোচন নোহোৱাকৈ তেও 'মুৰ্গী-মচলা' খাই পেলাইছিল। শৰ্মা ডাঙৰীয়াই কৈছিল- 'চাবাচ কমৰেড্। তুমি এজন জন্মজাত বিপ্লৱী।'

স্কুল-কলেজত ফেল মৰা লৰাহঁতে কি বুজে কমৰেড্‌শ্বিপ কাকনো বোলে!... ডেহৰি অফিচত সাতজন সহকৰ্মীৰ মাজত মাত্ৰ দুটা পায়জামা, তিনিটা হাফ্‌পেণ্ট আৰু এখনেই ধুতী। আৰু সেইখিনিৰেই সকলো সহকৰ্মীয়ে বৰ আনন্দৰেই কাম চলাইছিল। গোটেই সপ্তাহটো অকল চাতু গুৰি পানীত গুলি খাইছিল। সকলোৱে আনন্দেৰে মিলি-জুলি। আজিকালি সকলোৱে ৰেলীৰ সময়ত খোৱা পাতত বহিও সহকৰ্মীসকলে 'ইনকিলাব' লগাই দিয়ে'এইবোৰ কি কথা! গোৱাৰ বেলিকা কোনোবাই পায় পুৰা ৰুটি আৰু কোনোবাই পায় এডোখৰ ভজা? অন্যায় কথা এইবোৰ। জুলুম..কৰা হৈছে!'

আজি কোনোবা এজন সহকৰ্মীক কওকচোন জীপ আৰু লাউড্‌স্পীকাৰ নোহোৱাকৈ সভাৰ আয়োজন কৰিবলৈ! তৎক্ষণাৎ উত্তৰ দিব 'মই কিবা ভলণ্টিয়াৰ নেকি?'' নিজৰ পাৰ্টীৰ সভাৰ আয়োজন কৰিবলৈ তেওঁলোকে লাজ পায়। পাৰ্টীৰ পতাকাখন কান্ধত লৈ গলে তেওঁলোকৰ সন্মান হানি হয়। গণপতে অকলেই ঢোল বজাই প্ৰচাৰ কৰিছিল আৰু আয়োজন কৰিছিল 'ভাইসকল, দেশৰ দৰিদ্ৰতা দূৰ কৰিবৰ বাবে, পুজিবাদক খতম কৰি কৃষক আৰু শ্ৰমিকসকলৰ ৰাজ কায়েম কৰিৱৰ বাবে, আজি দিনৰ চাৰি বজাত...।'

আৰু গণপত নোহোৱাহেতেন সেই গাৱঁত 'শ্বহীদ কিষাণ আশ্ৰম'খন কেতিয়াও পতা নহলহেঁতেন। তিনিজনকৈ নামী অত্যাচাৰী আৰু দুৰ্দান্ত জমিদাৰৰ এই খুনী অঞ্চলটোত কোনো পাৰ্টীৰে 'ৱৰ্কাৰ' কেতিয়াও আনকি কাহঁ এটা মাৰিবলৈও নোসোমাইছিলহি—

প্ৰাণৰ ভয়ত। দিন-দুপৰতে মানুহ মাৰি লাচ্ লুকুৱাই পেলোৱা সেই তিনিজন জমিদাৰৰ আঠশ একৰ মাটিত খাজনা বন্ধৰ ওলোটা সংঘৰ্ষ লগোৱাৰ প্ৰস্তাৱ পাছ কৰি 'পাৰ্টী' মাহৰ পিচত মাহ ধৰি মনে মনে বহি আছিল। সেইমুৱা হৈ কোনো বীৰ কমৰেড্ৰ ভৰি আগবাঢ়ি নগল আৰু আগনাবাঢ়িল কোনো বিপ্লবী কৃষক। তেতিয়া মাথোন গণপতেইহে অকলে সেই প্ৰত্যাহ্বান জনাইছিল।... জমিদাৰৰ চিপাহিয়ে নিজৰ বিচাৰ-বুদ্ধিৰেই গণপতক মাৰি মাৰি দলিয়াই দিছিল। কিন্তু মাৰি মাৰিও গণপত জী উঠিছিল। জ্ঞান অহাৰ পিচতে তেওঁ হাস্পাতালৰ ভিতৰত ধ্বনি দি উঠিছিল 'খাজানা বন্ধ আন্দোলন জিন্দাবাদ। বিষণপুৰৰ কৃষক জিন্দাবাদ!' যদি গণপত সেই দিনা ঘাইল হৈ হাস্পাতাললৈ নাহিলহেতেন, তেন্তে মোকৰ্দমা কেতিয়াও ৰাজহ বৰ্ড গৈ নাপালেহেতেন।.... আঠশ একৰ মাটি এনেয়ে জিকি লাভ কৰাৰ পিচত বিষণপুৰৰ কৃষকসকলে মিলি তাৰে দুই একৰ মাটি আশ্ৰমখন খুলিবলৈ দিছিল তাকো বহুত কোৱা-মেলা আৰু ধিক্কাৰ দিয়াৰ পিচত।

আশ্ৰম যেতিয়া খোলা হ'ল, গোটেই জিলাৰে কমৰেড্সকল আঘোন মাহ পৰাৰ লগে লগে বস্তা লৈ হাজিৰ হয়হি ধান বাকীকৈ নিবৰ বাবে। কাৰোবাৰ ভনীয়েকৰ বিয়াৰ সাহায্যৰ বাবে, কাৰোবাৰ ঘৰ-সংসাৰৰ খৰচৰ বাবে। গণপতে অকলেই এফালে নিজৰ ঠাইখনৰ লাজ আৰু আনফালে পাৰ্টীৰ কমৰেড্সকলৰ সন্মান ৰাখিবলগীয়া হৈছিল।

জিলাখনত সেই এডোখৰ মাত্ৰ ঠায়েই আছিল য'ৰ পৰা বিধান সভালৈ পাৰ্টীৰ প্ৰাৰ্থী বিজয়ী হৈছিল— কেৱল আশ্ৰমৰ মহিমাতে।

লেমটো ধপ্ ধপ্ কৰি এসময়ত নুমাই থাকিল। গণপতৰ মনত হঠাতে 'নিৰ্গুণ'ৰ পদ এফাঁকি গুণগুণাবলৈ ধৰিলে 'অকাৰণে তোৰ জনমটো নিয়ালি, মুৰুৰ্খ...।'

গণপতে সপোনত দেখিলে চোৰে আহি পাৰ্টীৰ অফিচৰ বাকচটো দাঙি লৈ লৰ দিছে। তেওঁ খুব চিঞৰিবলৈ ধৰিলে চো-ও-ও-ৰ! চো.....!

গণপতৰ সপোনটো মিছা নাছিল, সঁচাকৈয়ে ফলিয়ালে।

পুৱা কমৰেড চন্দ্ৰিকা আহি ভয়ানক অশুভ সংবাদ দিলে ''পাৰ্টী দুডোখৰ হৈ ভাগি গৈছে।''

গণপতৰ এনে লাগিল যেন কমৰেড্ চন্দ্ৰিকাৰ মুখেদি বজ্ৰপাতহে গাত পৰিলহি। কাগজ-পত্ৰ, চান্দাৰ বহী, ৰচিদ-ভাউচাৰ, মোহৰ সকলো বস্তু গাইব হ'ল। গণপতে কলে, ''কালি পুৱতি নিশা কমৰেড্ বলৰাম আহিছিল....।''

গণপতে কথাখিনি শেষ কৰিবলৈ নাপাওতেই কমৰেড্ চন্দ্ৰিকাই তেওঁৰ গালত প্ৰচণ্ড চৰ এটা সোধাই চিঞৰি উঠিল ''আপোনাক ইয়াত কি কৰিবলৈ ৰখা হৈছে? কেৱল চান্দা উঠাই পেট পুহিবলৈ নেকি? আপুনি নাজানিছিল নেকি বলৰাম ডিচিডেণ্ট, মানে বিসম্বাদী মেম্বাৰৰ লগত থকা বুলি? এঁ?''

''নাজানিছিলোঁ'' গণপতে পোনপটীয়া আৰু সঁচা উত্তৰ দিলে, ''কোন বিসম্বাদী

আৰু কোন দাগী, সেইবোৰ মই কি জানোঁ?''

''আপুনি বিশ্বাসঘাতক,'' চন্দ্ৰিকাই হাতৰ আঙুলি পিষ্টল টোওঁৱাৰ দৰে কৰি দবিয়ালে, ''আপুনি পাৰ্টীৰ সৈতে বিশ্বাসঘাতকতা কৰিছে। আপুনি প্ৰবঞ্চক!....''

এটাৰ পিচত এটাকৈ তীক্ষ্ণ গালিয়ে গণপতৰ দেহ থকা-সৰকা কৰি গ'ল। ওচৰ-পাজৰৰ গাঁৱৰ সকলো মুনিহ-তিৰোতা আহি গোট খালে।.... বিশ্বাসঘাতক... ঠগ, প্ৰবঞ্চক!.... আপদীয়া!

কমৰেড্ চন্দ্ৰিকাই যাবৰ সময়ত সাৱধান কৰি দি কলে, 'ইয়াৰ পৰিণাম পিচত যি হয় হব, মই এতিয়াই আপোনাক বৰ্খাস্ত কৰিছোঁ। গুচি যাওক ইয়াৰ পৰা....।''

কমৰেড্ চন্দ্ৰিকা গুচি যোৱাৰ পিচতে কমৰেড্ বলৰাম নিজৰ নতুন সহকৰ্মীসকলক লৈ উপস্থিত হ'লহি। গণপতৰ চকুৰ পৰা পানী বৈ আছিল।

বলৰামে ক'লে, ''কমৰেড্ গণপত, নাকান্দিব। সাহসেৰে এই ডিক্টেটৰীৰ মোকাবিলা কৰিব লাগিব। পেটী বুজোৱাৰ সন্তানহঁতে পাৰ্টীক নিজৰ জমিদাৰী বুলি ভাবি লৈছিল।''

গণপতে থোকাথুকি মাতেৰে ক'লে, ''কমৰেড্ বলৰাম বাবু, আপুনি এনেকুৱা কাম কিয় কৰিলে? যদি মই জানিলোহেঁতেন আপুনি পাৰ্টী অফিচৰ পৰা বস্তু নিবলৈ অহা বুলি, তেতিয়া হলে কেতিয়াও....।''

বলৰামৰ সলনি এইবাৰ মাত লগালে অকালু মহতোৰ আধাপাগল পুতেক সুধীৰ মহতোৱে, ''গণপত বাবু, আপুনি ডুব মাৰি পানী খাইছে আৰু ভাবি আছে যে সকলো কথা লুকাই আছে। এই পাৰ্টী অফিচটো ৰাতিয়ে-দিনে বিধৱা মুছম্মতৰ সৈতে প্ৰেমৰ খেলা কৰিবলৈ পতা হোৱা নাই।''

এইবাৰ গণপতৰ পানী নোহোৱা হ'ল। গোটেইবোৰ মানুহৰ মাজত তেওঁৰ মান-সন্মান কেনিবাদি উৰি গ'ল। সুধীৰ মহতোৱে তেওঁক নাঙঠ কৰি পেলালে। তেওঁ বিশ্বাসঘাতক, প্ৰবঞ্চক, বদচৰিত্ৰৰ! এতিয়া আৰু বাকী থাকিল কি তেওঁৰ স্বৰূপ!

বলৰামে যোৱাৰ সময়ত তেওঁৰ হাতত এক বান্দিল ৰঙা প্ৰচাৰ-পত্ৰ দি কলে, ''আজি হাটত, ষ্টেচনত আৰু আন সকলো ঠাইতে এই প্ৰচাৰ-পত্ৰবোৰ বিলি কৰিব লাগিব। বুজিছেনে?''

গণপত নিজৰ জুপৰীৰ ভিতৰলৈ গৈ বিচনাখনত কটা গছ এজোপাৰ দৰে বাগৰি পৰিল। তেওঁৰ দেহৰ নোমে প্ৰতি গালিবোৰ সোমাই গৈছিল। তেওঁ ৰঙা ৰঙৰ প্ৰচাৰ-পত্ৰ এখন উলিয়াই পঢ়িবলৈ ললে। পাৰ্টীৰ কোনোবা এজন ডাঙৰ নেতাই ৰাইজক এইবুলি সাৱধান কৰি কৈছে 'কৃষক-মজদুৰৰ নামত, পুজিপতিৰ ধনেৰে পাৰ্টী চলোৱা ভণ্ডহঁতৰ পৰা সাৱধান হওক....!'

ইয়াৰ আগতে এটা শব্দও তেওঁ পঢ়িব পৰা নাছিল। গালি-গালাজ, বোকা-গোবৰ!.... সকলো মিঠৈ-গোবৰ।

গণপতৰ পেটৰ ভিতৰত পিত্তৰ বিকাৰ আৰম্ভ হ'ল। ইয়াৰ পিচত বায়ুও চৰিব। এৰা, ওকালি আহিবলৈ ধৰিছে।

আচল কোন, নকল কোন? কমৰেড্ চোৰধড়ে নে কমৰেড্ যাদৱ? যোৱা বছৰ প্ৰাদেশিক কৃষক সভাৰ সভাপতিত্ব কৰিছিল চোৰধড়েই। আদৰণি ভাষণত যাদৱে তেওঁৰ কিমান যে প্ৰশংসা কৰিছিল!... সকলোবোৰ মিছা। আৰু সেই চোৰধড়েই বিহাৰৰ পাৰ্টীক দেশদ্ৰোহীৰ দল বুলি কৈছে এই প্ৰচাৰ-পত্ৰত।

গণপতে সিদ্ধান্ত লগে তেওঁ পাটনালৈ যাব, দিল্লীলৈ যাব। সকলো ঠাইৰে ডাঙৰ আৰু সৰু সহকৰ্মীসকলৰ সৈতে কথা পাতিব, কন্দা-কটা কৰিব, আলচ কৰিব, ৰাইজৰ দুৰ্গতিৰ কাহিনী বৰ্ণনা কৰিব। খঞ্জুৰী বজাই গীত গাব অ' ভাই, কাজিয়াত লাগি কাছাৰীলৈ নাযাবি.....'

যাদব আৰু চোৰধড়েই কেন্দ্ৰীয় পাৰ্টীৰ অফিচৰ সমুখত যুদ্ধ আৰম্ভ কৰি দিলে। হাতত তৰোৱাল এজনে আনজনক আক্ৰমণ কৰিবলৈ ধৰোতে দুয়োজনৰ মাজত থিয় হৈ গণপতে কলেগৈ 'শান্তি, শান্তি!' কিন্তু দুয়োজনৰে তৰোৱাল গণপতৰ ডিঙিৰ ওপৰত।

পোন্ধৰ বছৰৰ আগতে দেখা পোৱা নাটক এখনৰ দৃশ্য গণপতৰ চকুৰ আগত ভাঁহি উঠি আকৌ মাৰ গ'ল। তেওঁৰ গাটো মাজে মাজে শিয়ৰি উঠিল। মেলেৰিয়া জ্বৰ বাঢ়ি আহিলে ঠিক এনেকৈয়ে গাত কঁপনি উঠি দেহটো অৱশ কৰি পেলায়।

গণপতে গাত কম্বলখন টানি ললে, ওকালিলে আৰু চফৰ গুটি কেইটামান মুখত পেলাই বিচনাত শুই পৰিল। কঁপনিৰ পিচত জ্বৰ তীব্ৰ হ'ল, লগতে 'বায়ু'। তেওঁ ভ্ৰম বকিবলৈ ধৰিলে। চল্লিশ বছৰৰ পিচত দেশত মেলেৰিয়া নিৰ্মূল হোৱাৰ পিচত গণপত এই পোন প্ৰথম মেলেৰিয়াত পৰিল। ইয়াৰ আগতে বেমাৰ বুলিবলৈ আনকি মূৰৰ কামোৰ এটাও হোৱা নাছিল। তেওঁৰ মুখৰ পৰা প্ৰথমবাৰ কৰুণ মাত ওলাল ''অ' মা-গে-এ-এ-এ! পাৰৱতী-ই-ই-ই!''

তেওঁ দেখা পালে, শৰ্মা আহিছে হাতত ৰঙা আপেল আৰু সুমথিৰা টেঙা লৈ। ফলৰ ৰস উলিয়াই তেওঁ গণপতক ক'লে 'খোৱা কমৰেড্! বুকুখন শাঁত পৰিব।' গণপতে এঢোক খালে। ডিঙিটো পুৰিবলৈ ধৰিলে। চোকা বিষ!

পৰবতিয়া আহিল। ভৰি পথানত বহি ভৰিহালত হাত ফুৰাবলৈ ধৰিলে। কিন্তু গণপতৰ ডাঙৰ ককায়েক আৰু বাপেকে হাতত শূললৈ আহি চকু পকাবলৈ ধৰিলে।

ভাগলপুৰৰ ৰেছম মজদুৰ ইউনিয়নৰ হৰতাল! গণপতে খঞ্জুৰী বজাই সমাবেশৰ আগত গাব লাগিছে 'দুনিয়াৰ মজদুৰ এক হওক....।'

পুলিচে কান্দুৱা গেছ মাৰিছে। ঘোঁৰাত উঠি অহা পুলিচ বিলাকে ঘোঁৰা দৌৰাই, চাবুকেৰে কোবাই, ধৰ্মঘটকাৰী বোৰক গছকাই ধূলি উৰুৱাই গুচি গৈছে।

গণপত জেলৰ এটা লেতেৰা চেলত পৰি আছে। মূৰত কাপোৰৰ পটী বান্ধি থোৱা। পৰবতিয়া... পৰবতিয়া... পৰ...

সাত দিন থেকেচাৰ পিচত সেই 'থেকেচনি দিয়া' জ্বৰটো যেনিবা এৰিল। হাস্পতালৰ ডাক্তৰ চাহাবে জান-প্ৰাণ দি শুশ্ৰূষা কৰিলে। কুসুমীয়ে কৈছিল, ''দুটাকৈ 'জেকচন' একেলগে ডাগ্‌ড়ৰ বাবুৱে দিছিল।'' আৰু সেইজন ডাক্তৰৰ বিৰুদ্ধে গণপতে, বলৰামৰ নিৰ্দেশমতে, প্ৰচাৰ-পত্ৰ ছপাই বিলাইছিল 'বিষণপুৰৰ অত্যাচাৰী চিকিৎসকক ততালিকে বৰ্খাস্ত কৰক'।

মাত্ৰ সাতটা দিনৰ জ্বৰ নহয়, গণপতৰ মতে পয়ত্ৰিশ বছৰ ধৰি তেওঁৰ গাত উঠি অহা জ্বৰটো আজি ভাল হ'ল। ইমান দিনলৈ এটা এন্ধাৰ সুৰঙ্গইদি তেওঁ মাথোন গৈ আছিল উদ্দেশ্যহীনভাৱে, অকাৰণতে আৰু অনৰ্থক।

কুসুমীয়ে গৰম গাখীৰত আখৈ পেলাই লৈ আহিল। ''ডাগ্‌ড়ৰ চাহাবে কৈছে যে পথ্যত মাগুৰ মাছ থাকিব লাগে। শোভিতক পঠাই দিছোঁ। সন্ধ্যা হয় মানে এসেৰ-আধাসেৰ মাছ নিশ্চয় লৈ আহিব।''

তাই আকৌ ক'লে, ''সাত দিনত গাৱঁৰ ল'ৰাবোৰ আহি চাই গৈছে, অসুখৰ খা-খবৰ লৈছেহি। কিন্তু কোনো এজন 'সহকৰ্মী কমৰেড্' ভুমুকি মাৰি চাবৰ বাবেও অহা নাই। কালি বলৰাম বাবু আহি কৈ গৈছে বোলে 'গণপতক নিজৰ ঘৰলৈ লৈ যা। পাৰ্টী অফিচ খালী কৰি দে। তাক বৰ্খাস্ত কৰা হৈছে'।.....''

পৰিয়াল, জাতি, ধৰ্ম, সমাজ, চৰকাৰ আৰু অন্যায়-অত্যাচাৰৰ সৈতে সদায়ে যুঁজি অহা সংগ্ৰামী গণপত আজি মালযুঁজৰ পথাৰত হাৰি যোৱা পালোৱানৰ দৰে পৰি আছে। সকলোৱেই তাৰ পিঠিত গোৰ সোধাই আৰু গালি পাৰি গুচি গৈছে।... পয়ত্ৰিশটা বছৰ সাধু-সন্ন্যাসীৰ দৰে লেঙ্গুটি পিন্ধি, জিবা-মুখ-মনক লেকাম লগাই বান্ধি থৈ তেওঁ মাত্ৰ পাৰ্ত্ৰিকৰ কামকে কৰি আহিছে। কাৰো তৃণ এদাল পৰ্যন্ত চুৰ কৰা নাই, পাৰ্টীৰো এটা পইচাৰ গোলমাল কৰা নাই। নিজৰ মাক-বাপেক, ভাই-ভনী, গাওঁ-সমাজ আৰু পৰবতিয়াতকৈও আগ কৰি পাৰ্টী আৰু পাৰ্টীৰ পতাকাক ভাল পাই আহিছে। অনৰ্থক....!

গণপতৰ এনে লাগিল যেন চন্দ্ৰ-সূৰ্যতো ফাট মেলিছে। জগতখনৰ সকলো বস্তু আজি দুটা ভাগত ভাগ হোৱা যেন লাগিছে। সকলো মানুহৰে দুডোখৰ দেহ; দুখন মুখ আৰু ফাট মেলা হৃদয়।

যিবোৰ কথা আজিলৈকে মাত্ৰ পুঁজিপতিসকলৰ, সাম্ৰাজ্যবাদীসকলৰ আৰু যুদ্ধবাজসকলৰ কথা বুলি ভাবি আওকাণ কৰি আহিছিল, আজি সেইবোৰ কথাকে বাৰে বাৰে মনলৈ আহিছে

গণপত, তোমাৰ লিডাৰসকলে অৰ্থাৎ তোমাৰ পাৰ্টীয়ে জাতি আৰু ধৰ্মক কানি বুলি কৈছে। কিন্তু তোমাৰ লিডাৰবোৰে নিজৰ ল'ৰা-ছোৱালীৰ বিয়া কিয় অন্য জাতিৰ লগত নাপাতে? ল'ৰাৰ বিয়াত কমৰেড্ ৰামলগন শৰ্মাহি পঁচিশ হাজাৰ টকা অকল আশীৰ্বাদ দিয়াৰ সময়তে গণি গণি লৈছিল। তোমাৰ লিডাৰসকলৰ ল'ৰা-ছোৱালীয়ে দাৰ্জিলিং আৰু ডেৰাডুনত পঢ়ে। তোমাৰ ছেক্ৰেটৰীৰ ঘৈণীয়েকে কংগ্ৰেছী মিনিষ্টাৰ হ'বৰ বাবে জাতিক

ভাগ ভাগ কৰাত লাগি গৈছে। তোমাৰ তুফান বাবুৱে মিল মালিকৰ লগ লাগি শ্ৰমিকৰ ডিঙিত ছুৰী...।

গণপতৰ চকুৰ আগত এজনৰ পিচত এজনকৈ কমৰেড্ৰ ছবিবোৰ জিলিকি উঠিবলৈ ধৰিলে চোৰধড়ে, যাদৱ, গোপাল, সিংহ চাহাব, ঠাকুৰ, তুফান। সকলো ছবিৰ মুখত মাত্ৰ এটাই কথা ফুটি ওলাইছে 'হয় আমি ভুল বাটেৰে গৈছোঁ'...।

এটা অন্ধ সুৰঙ্গৰ পৰা বাহিৰ ওলাই গণপত লুটি খাই পৰি আছে। তেওঁৰ শেঁতা মুখত তেওঁ খোৱা খিচিৰীবোৰ লাগি আছে।... পয়ত্ৰিশটা বছৰ তেওঁ ভুল বাটেৰে ভুল দিশে আহি আছে। কব নোৱাৰে কিমান ভুল কৰি আহি আছে। নাজানে কিমান মানুহৰ অনিষ্ট কৰিছে!

পৰবতিয়াৰ গৰ্ভ নষ্ট নকৰাহেঁতেন এতিয়ামানে তেওঁৰ সন্তানো পয়ত্ৰিশ বছৰীয়া হ'লহিহেঁতেন। ল'ৰা হোৱা হলে বলৰামৰ সমানেই বয়সীয়া হ'লহেঁতেন।

পৰবতিয়াক তেওঁ ফাঁকি দিছে। সেইটো আছিল প্ৰথম ভুল, যাৰ ফল আজিলৈকে তেওঁ ভোগ কৰি আছে।

কুসুমীয়ে যোৱা পাঁচ বছৰ ধৰি গণপতৰ প্ৰতি প্ৰেম-ভাৱ প্ৰকাশ কৰি আহিছিল। গণপতে সেইবোৰ দেখি-শুনিও নেদেখাৰ ভাও জুৰি আছিল। কিন্তু বিধবা কুসুমীয়ে এজনী সতী তিৰোতাৰ দৰেই কেৱল তেওঁৰ মুখলৈকে চাই আছিল। ত্ৰিশ বছৰ বয়সত আকালু মহতোৰ দেখনিয়াৰ ল'ৰা তানা মৰি থাকিল— বিধবা মুছন্মতৰ লগত প্ৰেমৰ খেলা....।

কুসুমীয়ে ভৰথা নাপিতক মাতি আনি ক'লে ''মোছখিনিও লগতে কাটি দিবা। গাখীৰ-বাৰ্লি খাওতে লেটি-পেটি হয়...।''

আলুৰ পিটিকাৰে গৰম ভাত খাই উঠাৰ পিচত মুখৰ কেচেমাকেচেম ভাবটো যেনিবা দূৰ হ'ল। চফৰ গুটি কেইটামান মুখত পেলাই তেওঁ আইনাখনত মুখখন এবাৰ চালে।.... আচৰিত! তেওঁৰ মুখখন সেই মৰিবলৈ ধৰা ঘোঁৰাটোৰ নিচিনা দীঘলীয়া হৈ গৈছে, যাৰ (পয়ত্ৰিশ বছৰৰ আগতে) আগ ঠেং দুটা বান্ধি লৈ কচাই মানিকে তাক এৰি দিছিল। মাটিত বাগৰি ঘোৰাটোৱে ঘন ঘনকৈ উশাহ লৈ ভৰি আচাৰি আছিল। কাউৰীবোৰে কিমানবাৰ যে তাক খুটিয়াইছিলহি! পিচত পৰবতিয়াই কটাৰী এখন লৈ দৌৰি আহি তাৰ ভৰিৰ বান্ধটো কাটি দিয়াত ঘোৰাটো আকৌ মূৰ তুলি বহি পৰিছিল। তাৰ পিচত সি লাহে লাহে মাটি সুঙিবলৈ ধৰিছিল...।

গণপতে লাহে লাহে নিজৰ ভৰি দুটা মেলি দিলে।

বাহিৰত কমৰেড্ চন্দ্ৰিকাৰ মাত শুনা গ'ল। এটা ৰঙা পাগুৰি মৰা চিপাহীয়ে ভুমুকিয়াই ভিতৰলৈ চাই ক'লে, ''চাপ্ৰাচী চাহাবে দেখোন দন্তীয়া দটো হৈ ঢাৰীৰ ওপৰত ভৰি কোচাই বাগৰি আছে।''

থানাৰ দাৰোগা আৰু চিপাহী দেখা পাই গণপতৰ শূণ্য আৰু জৰ্জৰিত দেহাটোত কিবা এটা অনুভৱ হ'ল। তেওঁৰ মূৰটোও বেয়া লাগি গ'ল। তেওঁ এবাৰ কমৰেড্ চন্দ্ৰিকাৰ ফালে চালে। দাৰোগা চাহাবে কলে, "চোৱা গণপত, তুমি আশ্ৰমৰ চাপ্ৰাচী নোহোৱা নে?"

"তুমি-তামাকৈ নকব। মই কাৰো চাপ্ৰাচী নহওঁ।"

দাৰোগাই তেতিয়া চন্দ্ৰিকালৈ চালে। চন্দ্ৰিকাই কলে, "চোৱা গণপত, দাৰোগা চাহাবে আশ্ৰমত ১৪৪ ধাৰা জাৰি কৰিবলৈ আহিছে। তুমি....।"

গণপতে ইতিমধ্যে নিজক চম্ভালি লৈছিল। তেওঁ সুস্থ আৰু ভয়হীন মাতেৰে উত্তৰ দিলে, 'ইয়াত ক'ত আশ্ৰম আছে? এইটো মোৰ ঘৰ। মোৰ মাটি। ই কোনো ৰাজহুৱা সম্পত্তি নহয়, কাৰো পাৰ্টীবাজী কৰা মানুহৰ মালখুঁজৰ ঠাই নহয়।"

পুলিচৰ চিপাহীয়ে জুমি জুমি ভিতৰৰ ফালে কিবা চাই আছিল। গণপতে কৰ্কশ মাতেৰে ক'লে, "এই চিপাহী, সেইফালে মাইকী মানুহৰ কোঠাত কি জুমি জুমি চাই আছা? চাকৰিৰ বাহাদুৰি হৈছে, নহয়?"

দাৰোগাই সুধিলে, "তোমাৰ... অ' আপোনাৰ ওচৰত ইয়াৰ কিবা সাক্ষী-প্ৰমাণ আছে?"

"প্ৰমাণ? কেনেকুৱা প্ৰমাণ? কাগজৰ নে মুখৰ কথাৰ? নে সাক্ষীবাদী?... শোভিতৰ মাক, চাওঁ মোৰ জোলোঙাটো এইফালে দি যা।"

শোভিতৰ মাক অৰ্থাৎ কুসুমীয়ে ওৰণিখন টানি লৈ বাহিৰলৈ ওলাই আহিল। গণপতে নিজৰ কিতাপ-পত্ৰবোৰ উলিয়াবলৈ ধৰিলে 'মাৰ্ক্সবাদৰ আচল কথা', 'কৃষক-মজুৰৰ গীত', 'অত্যাচাৰী জমিদাৰী'ৰ গীত, বিজয়ৱাড়া সম্মিলনৰ সমস্ত প্ৰস্তাৱ, তেলেংগানাৰ লাল ভবাণী, শ্বহীদ চিনেমাৰ গানবোৰ, 'দেশৰ শত্ৰু', গণতন্ত্ৰ... "এয়া লওক কাগজী প্ৰমাণ। আৰু মুখৰ সাক্ষী? গাৱৰ সকলো ল'ৰাক সুধি ল'ব।"

দাৰোগা চাহাবে দলিলখনৰ মোচোৰা খোৱা পাতকেইটা পোন কৰি লৈ এমূৰৰ পৰা অন্তলৈকে পঢ়ি চালে আৰু হাঁহি এটা মাৰি চন্দ্ৰিকাৰ ফালে চাই ক'লে, "এওঁ.... এখেতেতো সঁচা কথাই কৈছে। মাটিবাৰী সমস্ত এওঁৰ নামতে ৰেজিষ্ট্ৰী কৰা আছে।"

চন্দ্ৰিকাই এইবাৰ চিঞৰি উঠিল, "বেইমান কৰবাৰ! 'পাব্লিক প্ৰপাৰ্টী' তই আত্মসাৎ কৰিব খুজিছ? চাই লম তোক....."

গণপত উঠি থিয় হ'ল। "তুমি পাব্লিকৰ নাম মুখত নানিবা চন্দ্ৰিকা। পাব্লিক অন্ধ নহয়, সকলো দেখা পাই থাকে আৰু বুজি পায়। নিজৰ স্বাৰ্থৰ বাবে পাৰ্টীক ডোখৰ ডোখৰ কৰাবোৰ....!'

কুসুমীয়ে ভিতৰৰ পৰাই মাত লগালে, "এওঁলোকৰ সৈতে মুখ বজোৱাৰ কি দৰকাৰ? ডাগ্‌ডৰ চাহাবে মানা কৰিছে নহয়?.... বোলে 'কোনোবা মৰে বোজা বাই আৰু ঘোৰাই বহি বহি খায়'।"

কিন্তু গণপতে ইতিমধ্যে ধ্বনি দিবলৈ আৰম্ভ কৰি দিলে "ইনকিলাব জিন্দাবাদ! দল ভঙাসকল মুৰ্দাবাদ!... পাৰ্টীৰ শত্ৰু হৈছে আঢ্যৱন্ত লোক।"

তাত আহি গোট খোৱা মানুহৰ মাজত উত্তেজনা বিয়পিবলৈ ধৰিলে। মানুহে গণপতৰ লগতে ধ্বনি দিবলৈ আৰম্ভ কৰিলে। ততালিকে দাৰোগা চাহাবে সেই স্থান ত্যাগ কৰিলে। তেওঁ চন্দ্ৰিকাক ইংৰাজীতে কিবা ক'লে।

চিপাহীয়ে হতভম্ব হৈ কবলৈ ধৰিলে, "হজুৰ, এইবোৰ পাৰ্টী কৰা মানুহৰ কিবা ঘৰুৱা কাজিয়া-পেচালহে। ইয়াত আমি থাকিবলৈ গলে ঘটনা বেয়াহে হ'বগৈ।"

দাৰোগা আৰু চন্দ্ৰিকা যোৱাৰ পিচত তাত গোট খোৱা ৰাইজে জয়ধ্বনি দিলে "সকলোৱেই এবাৰ কওক; জয় গণপতজীৰ জয়। কৃষকসকলৰ নেতা, গণপতজী। মজদুৰৰ নেতা, গণপতজী! গণপতজী জিন্দাবাদ! যিয়েই আমাক ঠগিব, সিয়েই মৰিব।"

পয়ত্ৰিশ বছৰৰ ভিতৰত এই প্ৰথমবাৰ নিজৰ 'জয়' আৰু 'জিন্দাবাদ' কৰা ধ্বনি শুনি গণপতৰ অন্তৰ আনন্দেৰে উপচি পৰিল।

কোলাহলৰ মাজতে কোনোবাই বক্তৃতা দিবলৈ আৰম্ভ কৰিলে "ভাইসকল, এইবাৰৰ গাওঁ পঞ্চায়তৰ নিৰ্বাচনত, পঞ্চায়ত প্ৰধানৰ নিৰ্বাচনত আপোনালোকে এই দীঘল পাঞ্জাবী আৰু পায়জামা পিন্ধা ভণ্ড বাবুবোৰক গড়াললৈ দলিয়াই দিয়ক।... আজি এই ঠাইত মহা পয়োভৰে 'কৃষকৰ কীৰ্তন' হ'ব লাগে।

সকলোবোৰ গুচি যোৱাৰ পিচত, আৰু অকলশৰীয়া হোৱাত গণপতে জুপুৰীৰ ভিতৰৰ পৰা মাতিলে, "শোভিতৰ মাক, অলপ এইফালে আহ।"

কুসুমী ভিতৰ সোমাই আহিল। গণপতৰ মুখখন দেখি তাই ভয় খাই গ'ল আকৌ জ্বৰ উঠিছে নেকি? তাই গণপতৰ কপালত হাত দি চালে। গণপতে কুসুমীৰ হাতখনত ধৰিলে। তেওঁৰ ওঁঠ দুখন কঁপি উঠিল। কুসুমীৰ মুখখন নিজৰ মুখৰ ওচৰলৈ টানি আনিলে আৰু কঁপা কঁপা মাতেৰে ক'লে "কুসুম... কিন্তু এয়া পাপ..... অন্যায় হৈছে। পাব্লিকৰ সম্পত্তি, পাৰ্টীৰ মাটি.... আশ্ৰমত.... এয়া পাপ..... এয়া দুৰ্ঘোৰ পাপ হৈছে....!"

চফৰ চোবোৱা গোঙ্কটো কুসুমীৰ বৰ ভাল লাগি গ'ল। তাই অভিমানৰ সুৰত ক'লে, "কেনেকুৱা পাপ? চন্দ্ৰিকা বাবুৱে পাৰ্টীৰ ধাণ্ডাৰে পূৰ্ণিয়াত নিজৰ পকা ঘৰ সাজি ললে। কলখন বাবুৱে জমিদাৰীৰ পৰা ঘোচ লৈ গৰীব ৰায়তৰ মকৰ্দমাবিলাক বেয়া কৰি পেলাইছে। গতিকে...."

"কুসুম, মানুহে যিহকে কৰে কৰক। মোৰ দ্বাৰা এনে পাপ কাম নহয়। তই যদি মোক জীয়াই ৰাখিব খুজিছ তেনেহলে তোৰ নিজৰ ঘৰলৈ মোক লৈ বল।"

কুসুমীয়ে কিছু পৰ গণপতৰ চলচলিয়া চকুহাললৈ আৰু ৰঙা পৰা মুখখনলৈ চালে। আকৌ ক'লে, "আৰু .... এই আশ্ৰমখন?"

"মই মাটি আকৌ ৰাইজক ঘূৰাই দিম। দহজনে দিয়া বস্তু 'ধৰ্মবস্তু' হয়। ইয়াক অকলেই ভোগ কৰিলে কাৰো সুখ-শান্তি নহয়।.... আৰু এতিয়া মোৰ পৰাও কোনো পাব্লিকৰ কাম নহয়। যেতিয়া পাৰ্টীয়েই ভাগি থাকিল....!"

গণপতে সৰু ল'ৰা এটাৰ দৰে হুকহুকাই কান্দিবলৈ ধৰিলে।

কুসুমীয়ে নিজৰ লেতেৰা আঁচলটোৰে গণপতৰ চকুপানী মচি দি ক'লে, "নাকান্দিব"।

গণপতে কুসুমীক বুকুত সাৱটি ধৰিলে। ... আহ্! পয়ত্ৰিশ বছৰৰ মৃৰত তিৰোতা মানুহৰ বুকুৰ উত্তাপে তেওঁৰ দেহটোত প্ৰথমবাৰলৈ ধুমুহাৰ দৰে সোঁত এটা বোৱাই দিলে। তেওঁ কুসুমীৰ কলা ওঁঠ দুটাত চুমা খাবলৈ মুখখন আগবঢ়াই নি আকৌ ৰৈ গ'ল।

"নহয় কুসুম, ইয়াত নহয়.....। ইয়াত নালাগে.... বল নিজৰ ঘৰলৈ। ইয়াত এটা মুহূৰ্তও মই থকাৰ অধিকাৰ নাই।"

কুসুমী উঠি থিয় হ'ল। গণপতক হাতত ধৰি তুলি ক'লে "বলক।"

"অ' মা, মা! চা এয়া কিমান মাছ ধৰি আনিছোঁ।"

শোভিতে খালৈটো আগত থলে। ক'লা ক'লা মাগুৰ মাছ কেইটাই ধৰফৰাবলৈ ধৰিলে।

কুসুমীয়ে ক'লে, "মাছৰ গুণ বৰ শুভ হয়।"

গণপতে হাঁহিলে।

কুসুমীয়ে নিজৰ একমাত্ৰ পুতেকক ক'লে, "বাপু, তই খুৰাৰক ধৰি ধৰি নে। মই বিচনা-পত্ৰবোৰ লৈ গৈছোঁ।"

শোভিতে মাকৰ মুখলৈ চাই সুধিলে, "কলৈ?"

গণপতে ক'লে, "তই যলৈকে নিব খোজ, বোপাই।"

গণপতে উভতি চালে। পাৰ্টীৰ নিচানখনৰ ৰং নোহোৱা হৈছে যদিও বতাহত ধৰফৰাই উৰি আছে। তেওঁৰ নিজকে পাৰ্টীৰ এখন নিচান যেন লাগিল, যিখন শোভিতে কান্ধত তুলি লৈ যাব লাগিছে।

(1905)

# বিকট সংকট

দিগ্‌বীজয় বাবুক যেয়ে চিনি পায়, তেওঁলোকে কেতিয়াও বিশ্বাস নকৰিব যে দিগ্‌বীজয় ওৰফে দিগী বাবুৱে কেতিয়াবা খঙত বলিয়াৰ দৰে হৈ বাটত সুদা গাৰে থিয় হৈ কাৰোবাক অবাইচ মাতেৰে চিঞৰি চিঞৰি গালি পাৰিব পাৰে। মানুহে তেওঁক অজাতশত্রু বুলি ভাবে। আৰু ভুলক্রমে কৰবাত কোনোবা শত্রু এজন ওলালেও তেওঁলোকে কেতিয়াও দিগীবাবুক উচ্চ স্বৰত কথা কোৱা শুনা নাই চাগৈ। নিজৰ তেনে ক্রোধহীন গুণৰ কাৰণেই তেওঁ জীৱনত সফলতা লাভ কৰিছে।

কিন্তু মানুহে দেখিলে আৰু চিনিও পালে যে নিজৰ অতি পুৰণি ভৃত্যজনক ৰাস্তাৰ মাজত বেতেৰে কোবোৱা আৰু গালি পৰা মানুহজন দিগী বাবুৱেই হয়। তেওঁৰ এই অভূতপূর্ব খঙৰ কাৰণ সুধিবলৈ যোৱাসকলো দিগী বাবুৰ মুখেৰে হোৱা 'প্রথম বৰষুণ' জাকত বাৰুকৈয়ে তিতিব লগা হ'ল। ওচৰে-পাজৰে থিয় হোৱা মানুহবোৰক 'চালাইত' বুলি সম্বোধন কৰি তেওঁ ক'লে যে তেওঁ সকলো কথা গম পাইছে আৰু এই সকলোকে ঠিক কৰিহে এৰিব। তামাচা চোৱাবোৰকো তেওঁ বেছ মজা দিব। তালৈ বাট চাওক।

ইমানখিনি কৈ তেওঁ নিজৰ ঘৰৰ চৌহদলৈ সোমাই গ'ল আৰু বাৰান্দাত থোৱা চৰিয়া কেইটামান গুৰিয়াই তললৈ পেলাই দিয়াৰ পিচত ভিতৰলৈ সোমাই গ'ল। সদায় শব্দ নোহোৱাকৈ খোলা মেলা দুৱাৰখন আজি প্রথমবাৰ শব্দ কৰি উঠিল। বিজুলীৰ আঘাতত মৰাৰ দৰে হোৱা ৰামটহলে গামোচাখনেৰে পিঠিখন কোবাই লৈ তেওঁৰ পিচে পিচে গুচি গ'ল। তাতেই শেষ!... এতিয়া মানুহে বাট চাই থাকিব নে? কোনেও নাজানে তেওঁ কিমান দেৰীৰ পিচত আকৌ বাহিৰ ওলাব তামাচা দেখুৱাবলৈ?... তেওঁ মানুহৰ বিষয়ে সকলো জানে বুলি কৈছে; কিন্তু মানুহে হ'লে নাজানে তেওঁলোকে নো দিগী বাবুৰ কি বেয়া কৰিলে। তেওঁৰ ঘৰলৈ যাৰ আহ-যাহ আছে, আনকি তেওঁলোকেও আজি তেওঁৰ 'শান্তি কুটীৰ'ত ভৰি দিবলৈ সাহ কৰা নাই। তেন্তে কাৰণটো কেনেকৈ জানিব....?

কামৰ মানুহবোৰ নিজৰ কামে-কাজে গুচি গ'ল আৰু কাম নোহোৱাবোৰে সমুখৰ পাৰ্কত বহি তাচ খেলাত লাগিল। কিন্তু কোনো এখন খিৰিকী বা দুৱাৰেদি কোনো মানুহ ওলাই নাহিল আৰু কোনো প্রাণী বা বস্তুৰ শব্দও বাহিৰলৈ নোলাল। যি নাটকীয়তাৰে তেওঁ চৰিয়া কেইটাক গুৰিয়াই আৰু যিটো কোবত তেওঁ ভিতৰলৈ গৈছিল, তালৈ চাই ভিতৰ সোমোৱাৰ এক মিনিট পিচতে হায়ে-বিয়ে শব্দ অথবা আয়নাৰ বস্তু ভঙাৰ শব্দ

অথবা কাৰোবাৰ চিঞৰি চিঞৰি কন্দাৰ শব্দ ভাঁহি আহিব লাগিছিল। কিন্তু দুঘণ্টাৰ পিচতো সেইবোৰ একো নঘটিল আৰু লাহে লাহে ৰহস্য ঘণীভূত হৈ আহিল।

ৰাতি দহ বজাত এই ৰহস্য ভেদ কৰি এটা উৰা বাতৰি প্ৰচাৰ হ'ল যে দিগী বাবুৰ ঘৰত সম্পূৰ্ণ ধৰ্মঘট চলিব লাগিছে। দিগী বাবুৰ ঘৰত থকা আন সকলো মানুহে তেওঁক সম্পূৰ্ণ এঘৰীয়া কৰি তেওঁৰ বিৰুদ্ধে অসহযোগ আন্দোলন কৰি দিছে। তেওঁৰ অৰ্দ্ধাঙ্গিনীয়ে তেওঁৰ সকলো গহনা-গাথৰি লৈ এটা কোঠাত বেলেগে আছেগৈ। তেওঁৰ প্ৰজা অৰ্থাৎ পুত্ৰ অৰাজক হৈ পৰিছে। ভৃত্যই কাৰো কথা নমনা হৈছে। মহাৰাজে নিজে ভালপোৱা আহাৰ কৰাত লাগি গৈছে। ইয়াকে দেখি ঘৰৰ মেকুৰীয়েও ৰাও দিবলৈ ধৰিছে।... হায়! দিগী বাবুৰ সুখৰ সংসাৰ! হায়, তেওঁৰ 'শান্তি কুটীৰ', অৰ্থাৎ নিউ পেটেলপুৰীত নতুনকৈ নিৰ্মাণ কৰোৱা দিগী বাবুৰ ঘৰখন!

পিচদিনা বেলি ওলোৱাৰ আগতেই তামাচা আৰম্ভ হ'ল

দিগী বাবুৰ মৰমৰ ল'ৰা শ্ৰীহৰ্ষই তেওঁৰ কোমল মাতটো অতিশয় কৰ্কশ কৰি আৰু তেওঁৰ মধুৰ চেহেৰাটো বিকট ধৰণৰ কৰি খবৰ কাগজ দিয়া ল'ৰাটোক ধমক দিলে, ''এতিয়াৰ পৰা খবৰ কাগজ ''সৰু কোঠা'ত দিবি, বুজিলি?''

'সৰু কোঠা' মানে ঘৰৰ আলহী থকা কোঠাটো, য'ত শ্ৰীহৰ্ষ নিজে থাকে। সকলোবোৰ কাকত-আলোচনী কাষলতিৰ তলত লৈ খোলা দিয়াচলাইটোৰে চিগাৰেটটো জ্বলাই ধোঁৱা উৰুৱাই শ্ৰীহৰ্ষ নিজৰ সৰু কোঠাৰ ফালে গ'ল।

অলপ পিচতে শ্ৰীহৰ্ষৰ মাক অৰ্থাৎ শ্ৰীমতী ধৰ্মশীলাই কিবা কথাত স্বামীক ধিক্কাৰ দি বাহিৰৰ বাৰান্দালৈ ওলাই আহিল। যিবোৰ মানুহে এইগৰাকী মহিলাক সদায় একাদশী পালন কৰোতে স্বামীৰ ভৰি ধুই পানী খোৱা দেখি আহিছে, আজি তেওঁলোকে মহিলাগৰাকীৰ মুখত শুনিলে, ''পুৱাই উঠি এইটো মানুহৰ নাম যিয়ে লয়, তাৰ গোটেই দিনটোৰ পুণ্যফল নাশ হবই!''

কালি যিটো চাকৰৰ পিঠিৰ ওপৰত কোব পৰিছিল, আজি সি কালৈকো কেৰেপ নকৰি বাহিৰৰ লনত চকীত আৰামকৈ বহি বিড়ি হুপিব লাগিছে। আৰু মহাৰাজে নিজৰ দীঘলকৈ ওলোৱা দাঁতকেইটা দাতোন এডালেৰে য'তে ত'তে থুৱাই ফুৰিছে ''মই কাৰো চাকৰ নহয়। যাৰ চাহ খাবৰ মন গৈছে, হোটেলৰ পৰা অনাই লওক। মই এতিয়া গঙ্গাত গা ধুই বিৰলা মন্দিৰলৈ যাম! সাক্-থুই.....''

আচৰিত কথা! এনে লাগিছিল যেন দিগী বাবুৰ জীৱনত অকল কালিহে প্ৰথম আৰু শেষবাৰৰ বাবে খং উঠিছিল। আজি তেওঁ এই সকলোবোৰ কথা-কাণ্ড দেখি-শুনিও পুনৰ আগৰ দৰে ধীৰ-স্থীৰ আৰু শান্ত-সৌম্য হৈ আছে।

কান্ধত ধুতী-গামোচা পেলাই লৈ বাহিৰত পানী পৰি থকা কলত তেওঁ গা ধুবলৈ

যোৱা দেখি কোনেও বিশ্বাস কৰিব পৰা নাছিল যে দিগী বাবুৱে বাহিৰতো গা ধোৱে, য'ত চাকৰণীয়ে কাঁহী-বাটী ধোৱে।

ৰাস্তাৰে পুৰি-ভাজি বিক্ৰী কৰি যোৱা মানুহটোক দিগী বাবুৱে চিঞৰি মাতিলে। বাটেদি গৈ থকা ল'ৰা-ছোৱালীক বাটৰ মুকলি অস্বাস্থ্যকৰ ভজা বুট-পকৌৰি আদিবোৰ খাই স্বাস্থ্য হানি নকৰিবলৈ সদায় পুৱা-গধূলি বিনামূলীয়া উপদেশ দি ফুৰা দিগী বাবুৱে এতিয়া নিজেই বাহী পুৰি-ভাজি খোৱা দেখি এজন সহৃদয় ওচৰচুবুৰীয়াৰ অন্তৰখন ডেই-পুৰি যাবলৈ ধৰিলে "উৱা! এয়া কি কৰিছে, কি কৰিছে আপুনি....."। এই বুলি তেওঁ সহানুভূতি দেখুৱাবলৈ অলপ চেষ্টা কৰিছিল। কিন্তু দিগী বাবুৱে ইংৰাজী কথা এফাঁকিৰ ভাৰতীয় অনুবাদ কৰি তেওঁক কপট-নম্ৰতাৰে উত্তৰ দিলে "ডাঙৰীয়া, আপোনাৰ নিজৰ চকাত তেল দিয়ক।"

দুপৰীয়া সময়ত তেওঁৰ পূৰ্বৰ চুবুৰীয়া এজনে আহি এটা 'দৰকাৰী কথা' অৰ্থাৎ টকা-পইচা সম্বন্ধীয় কথা তেওঁৰ আগত তুলিব খুজিছিল "শ্ৰীহৰ্ষ বাবুৱে ৰোড নম্বৰ পাচৰ ফ্লেটৰ ভাড়াতীয়াক আজি নটিচ দিছে ঘৰৰ ভাড়া শ্ৰীহৰ্ষ বাবুকহে......।"

দিগী বাবুৱে তেওঁক আৰু বাকীখিনি কবলৈ নিদিলে "প্লটটো আৰু ফ্লেটটো শ্ৰীহৰ্ষৰ নামত আছে। গতিকে ফ্লেটৰ ভাড়া সিয়েই পাব লাগে।"

শ্ৰীহৰ্ষই ভাড়াতীয়াকে নহয়, দিগী বাবুকো নটিচ দিলে "জীৱন বীমাৰ ধনৰ 'নমিনী' তেওঁ হ'ব নোখোজে। তেওঁক পইচাৰ দৰকাৰ নাই।

... তেওঁ কাৰো আশ্ৰিত নহয়। শ্ৰীমতী ধৰ্মশীলায়ো এনেকৈ কিবা কৈছিল যে দিগী বাবুৰ আশ্ৰয়ত থকাসকলে সেইটো এটা অভিশাপ বুলিহে ভাবি লয়।

দিগ্বীজয় বাবু সম্পূৰ্ণ নিমাত। এইদৰে তেওঁ একেবাৰে নিমাত হৈ পৰা দেখি মাক-পুতেক, চাকৰ-বাকৰ আটায়ে অধৈৰ্য হৈ উঠিল "এওঁৰ কি আছে? মনে মনেই থাকক বা কিবা কৈয়েই থাকক, তেওঁতো বেছ আৰামতেই থাকিব। সংকটটো আমাৰ মূৰৰ ওপৰতহে আহি পৰিছে।"

"আপোন ভালেই জগত ভাল। এওঁৰ সুখ-শান্তিত কেতিয়াও কোনো ব্যাঘাত হোৱা নাই। কোন মৰে এওঁৰ কথাত।"

দিগ্বীজয় বাবুৱে নিজৰ আঙুলিটোত কামোৰ মাৰি চালে; নাই, তেওঁ সপোন দেখা নাই!

কথা বুলিলেই বতাহ, নানা ধৰণেৰে কথাবোৰ কেউফালে ওলাবলৈ ধৰিলে। তাৰ পিচত চহৰৰ ভিন ভিন ঠাইৰ পৰা তেওঁৰ নিজৰ বংশ-পৰিয়াল আৰু সমাজৰ বন্ধুবৰ্গ আহিবলৈ ধৰিলে।

'শান্তি কুটীৰ'ত প্ৰবেশ কৰাসকলৰ দূৰৈৰ পৰাই ৰাম টহলৰ লেতেৰা আৰু তেল চিকতি লগা লেঙ্গটিদাল চকুত পৰিল, যিদাল সি দীঘলকৈ মেলি দিগী বাবুৰ খিৰিকীত এদাল বিদ্ৰোহৰ নিচান হিচাপে উৰুৱাই থৈ দিছে।

দিগী বাবুৰ এজন উকীল বন্ধুৱে সোধ-পোচ কৰি ঘটনাটোৰ মূল সূত্ৰ উলিয়াবলৈ চেষ্টা কৰিলে।... চাকৰটোক কোবোৱাৰ পিচতেই মাক-পুতেকে বিদ্ৰোহ কৰিছিল নে তাৰ আগতে? আৰু চাকৰ ৰামটহলতো বহুত পুৰণি চাকৰ। দিগী বাবু যেতিয়া কলেজত পঢ়িবলৈ আহে, তেতিয়াই ৰামটহলক লগত লৈ আহিছিল। তাৰ পিচত দিগী বাবুৰ পঢ়া শেষ হ'ল আৰু চাকৰিও আৰম্ভ হ'ল, তেতিয়াও ৰামটহল তেওঁৰ লগতে থাকিল। তাৰ বিয়া আৰু কইনা অনাৰ সময়তো দিগী বাবুৰ গাতে সি লাগি আছিল....।

দিগী বাবুৰ আন এজন বন্ধুৱে চোৰাংচোৰা বিভাগত কাম কৰে। তেওঁৰ বিশ্বাস যে সংসাৰত যিমানবোৰ অপৰাধ বা অঘটন ঘটে তাৰ পিচত যেনেকৈয়ে নহওক তিৰোতাৰ কোমল হাত এখন থাকেই।... এইটো ঘটনাত দেখদেখকৈয়ে মাইকী মানুহ চকুৰ আগত আছে। কিন্তু এইগৰাকীক বাদ দি আৰু আন কোনোবা তিৰোতা মানুহ নাইতো?

শ্ৰীমতী ধৰ্মশীলাৱে সৈতে বহু সময় ধৰি অবান্তৰ কথা-বতৰা পতাৰ পিচতো তেওঁ আচল কথাটো উলিয়াব নোৱাৰিলে। কোনো মহিলা বা যুৱতীৰ সম্ভেদ নাপালে। স্বামীৰ প্ৰতি তেওঁৰ বিৰাগৰ কাৰণ জানিব বিচৰাত শ্ৰীমতী ধৰ্মশীলাই ৰামটহলৰ ফালে চাই মনে মনে থাকিল।

তেতিয়া দিগ্বীজয় বাবুৰ চোৰাংচোৰা বিভাগৰ বন্ধুৱে আন এটা মূৰৰ পৰা আকৌ আৰম্ভ কৰিলে...... ক'তা, শ্ৰীমতী ধৰ্মশীলাইতো সেইজনী 'তিৰোতা' নহয়? গতিকে তেওঁ এইবাৰ ৰামটহলৰ গালৈ পোনপটিয়া প্ৰশ্নৰ বাণ এৰিলে। .... এবাৰ আগতে তেওঁ এইদৰেই থানাত লোৰ গজালেৰে বিন্ধি এটা চোৰৰ পৰা সোণ উলিয়াইছিল।

কিন্তু ৰামটহলে প্ৰথমৰ পৰা অন্তলৈকে সকলো প্ৰশ্নৰে মাথোন একেটাই উত্তৰ দি গ'ল "মালিকনী হৈছে আচল সতী তিৰোতা"।

তেওঁ ইয়াৰ পিচত দিগী বাবুৱে গোৰ মৰা চৰিয়া কেইটা পৰীক্ষা কৰিলে, যিকেইটা কোনেও চোৱা নাছিল।

তৃতীয় দিনা কোনোবা অজ্ঞাত শুভাকাংক্ষী এজনে দিগী বাবুৰ বৰ পুতেকলৈ এখন টেলিগ্ৰাম পঠালে 'দেউতাৰাৰ অৱস্থা গুৰুতৰ, শীঘ্ৰে আহা'।

দিগী বাবুৰ নিৰ্জনা মৌন ব্ৰতে আন সকলো মানুহকো বিস্ময়ত পেলালে। যি অপৰাধৰ কাৰণে নিজৰ তিৰোতা, ল'ৰা, চাকৰ-বাকৰ সকলোকে ঘৰৰ বাহিৰ কৰি খেদি দিব পাৰে, তেওঁ এইদৰে নিমাতে সহি থকাৰ অৰ্থ কি হ'ব পাৰে বাৰু? মূৰটো ভালে আছেতো নে সেইটোও সৌ দেৱাল ঘড়ীটোৰ দৰে বন্ধ হৈ গ'ল?

দুৰ্গাপুৰৰ পৰা দিগী বাবুৰ ডাঙৰ ল'ৰা শ্ৰীপাৰ্থ পত্নী শ্ৰীমতী ভবানীৰে সৈতে দৌৰি আহিল। তেওঁলোকক আগবঢ়াবলৈ শ্ৰীমতী ধৰ্মশীলা আৰু শ্ৰীহৰ্য একেলগে প্ৰায় লৰি গ'ল। শ্ৰীহৰ্যই ক'লে "দাদা, ড'ন্ট.....!"

"দেউতাৰ কেনে এতিয়া?"

"তেওঁৰনো কি বাচা? বিপদতো আমাৰ মূৰৰ ওপৰত। তেওঁতো সদায় আৰামত আছে আৰু আৰামতে থাকিব।"

শ্ৰীপাৰ্থ আৰু তেওঁৰ পত্নীয়ে ষ্টেচনতে গম পাইছিল যে দেউতাক শয্যাগত নহয়, তেওঁৰ কিবা এটা ৰ্জকহে উঠিছে। .... ৰ্জক উঠা মানে পগলা হোৱা? কথাটো শুনিয়েই শ্ৰীমতী ভবানীৰ গাটো থক্‌থক্‌কৈ কঁপিবলৈ ধৰিলে, বুকুখন ধৰফৰাই উঠিল, ডিঙিটো সোপা মাৰি ধৰিলে আৰু মূৰটোও ঘূৰাই গ'ল। আটাইবোৰ একেলগে! শ্ৰীপাৰ্থই অনেক বুজাই মেলি তেওঁৰ পত্নীক সাহস দিলে "তুমি পাগল হ'লা নে দেউতা পাগল হৈছে!"

কিন্তু পৰিয়ালৰ সকলোকে 'কুটীৰ'ৰ গেটত জুম বান্ধি থকা দেখি ভবানীদেৱী আকৌ এবাৰ ভয়ত শেঁতা পৰি গ'ল।... শ্ৰীহৰ্ষৰ 'দাদা ড'ণ্ট', শ্ৰীমতী ধৰ্মশীলাৰ আতংকিত চকু, খিৰিকীত মেলি থোৱা ৰামটহলৰ কুৎচিৎ লেঙ্গুটখন, ফুচফুচনি আৰু আকাৰে প্ৰকাৰে কথা কোৱা দেখি-শুনি শ্ৰীপাৰ্থৰো অৱস্থা শোচনীয় হৈ গ'ল।

তেওঁলোক সকলো দলেবলে, সাৰসূৰ নোহোৱাকৈ বাৰান্দালৈ আহিল। শ্ৰীমতী ভবানী আছিল সকলোৰে পিচত। ৰামটহলে দিগী বাবুৰ কোঠাৰ দুৱাৰখন খুলি এনে ধৰণে থিয় হ'ল যেন পিঞ্জৰাত সুমুৱাই থোৱা কোনো হিংস্ৰ জন্তুকহে ভুমুকিয়াই চাবলৈ দিছে। দিগী বাবুৱে 'গীতা ৰহস্য' পঢ়ি থকাৰ পৰা মূৰ তুলি নাচালে। শ্ৰীপাৰ্থই আঁতৰৰ পৰাই প্ৰণাম কৰিলে। শ্ৰীমতী ভবানীয়ে সাহ কৰি আগবাঢ়িব খোজোঁতেই ৰামটহলে দুৱাৰখন বন্ধ কৰি দিলে।

সকলোৱে একেলগেই দীঘল নিশ্বাস পেলালে।

শ্ৰীমতী ধৰ্মশীলাই ক'লে "বাচা, তইতো এওঁৰ 'আশ্ৰিত' নহৱ। তইঁতৰ ভয় কিহৰ? সংকট আমাৰ মূৰৰ ওপৰতহে!"

সেই সময়ত পাকঘৰত মহাৰাজে দৈনিক কৰি থকা হনুমান চালীছাৰ পাঠ আৰম্ভ কৰি দিছিল "সংকট মোচন নাম তিহাৰী.....।"

পাঁচ মিনিট সময়ৰ ভিতৰতে আটাইবোৰ মানুহৰ মুখত পচিশ বাৰ 'সংকট' কথাযাৰ শুনি শ্ৰীপাৰ্থৰ মনত কঁইটে বিন্ধাৰ দৰে লাগিল সংকট.... কণ্টক... সংকট! তেওঁ সুধিলে, "সংকটটোনো কি?"

ৰামটহলে কিবা কব খুজিছিল; কিন্তু শ্ৰীহৰ্ষই তাক কবলৈ নিদিলে। শ্ৰীহৰ্ষই সংকট কালৰ সমস্যাবোৰ সম্পূৰ্ণভাৱে প্ৰকাশ কৰিবলৈ বিচাৰিছিল। কিন্তু শ্ৰীপাৰ্থই তেওঁক ইংৰাজীৰে বুজাই দিলে যে তেওঁ প্ৰত্যেকৰে সৈতে সুকীয়া সুকীয়াকৈ (ইনডিভিজুৱেলী) কথা হ'ব খুজিছে। গতিকে মাকক এৰি বাকী আটাইবোৰ কোঠাৰ পৰা ওলাই গ'ল। যাকে মাতিব মাত্ৰ তেওঁহে ভিতৰলৈ আহিব পাৰিব। কোনেও কাকো একো কথা শিকাই বুজাই দিব নোৱাৰিব।

শ্ৰীমতী ভবানী সিফালৰ পৰা আনন্দিত হৈ, কিন্তু বেছ অধৈৰ্য হৈ আহি তেওঁৰ

স্বামীক জনালেহি, "দেউতাই মোক মাতিছে।... ওঁ, বৰ মৰমেৰে মাতিছে। মই খিৰিকীৰে বাহিৰলৈ মূৰ উলিওৱা দেখি মাতিলে আই!"

শ্ৰীপাৰ্থই মাকলৈ চালে। শ্ৰীমতী ধৰ্মশীলাই তালৈ মন নকৰি নিজৰ বক্তব্য কৈ গ'ল আৰু শ্ৰীমতী ভবানীয়ে 'কি কৰিব নকৰিব' তাক জানিবৰ বাবে স্বামীৰ ওচৰত থিয় হৈ ৰৈ থাকিল।

শ্ৰীমতী ধৰ্মশীলা, শ্ৰীহৰ্ষ, ৰামটহল আৰু মহাৰাজৰ লগত বেলেগে বেলেগে সাক্ষাৎকাৰ লৈ শ্ৰীপাৰ্থই সংকটটোৰ গুৰি বিচাৰি পালে। আৰু লগে লগে তেওঁ হঠাৎ জানিব পাৰিলে যে তেওঁৰ পিতৃ দিগ্বীজয় বাবু সচাঁকৈয়ে এজন অভূতপূৰ্ব পুৰুষ। একেৰাহে তিনি-চাৰি দিন ধৰি চলি থকা এনেকুৱা এটা বিকট সংকটৰ মাজত থাকিও যিজনৰ মস্তিষ্ক সুস্থ হৈ আছে, তেওঁ নিশ্চয় এজন দেৱতা!

শ্ৰীপাৰ্থই উৎপীড়িত পিতৃৰ ভৰিধূলি লবলৈ দৌৰি গ'ল। তেওঁ ভবানীকো ওচৰলৈ মাতি নি কিবা কলে। শ্ৰীমতী ভবানীয়ে থত্মত খাই শ্ৰীহৰ্ষ, ৰামটহল আৰু শ্ৰীমতী ধৰ্মশীলালৈ চালে......... ইমানবোৰ পাগলৰ মাজত ....... হে ভগবান!

শ্ৰীমতী ভবানীও স্বামীৰ পিচে পিচে গ'ল।

সংকটৰ মূল কাহিনীৰ আৰম্ভণি এনে ধৰণৰ ঃ

অষ্টগ্ৰহৰ ভয়াবহ সংযোগ কালৰ ভিতৰতে এদিন এই নগৰৰ 'বুঢ়ী শেঠানী ধৰ্মশালা'ত এজন ত্ৰিকাদৰ্শী জ্যোতিষী আহি থাকিবলৈ লৈ কেউফালে প্ৰচাৰ কৰাই দিলে যে তেওঁ এই চহৰত পোন্ধৰৰ বেছি এটা দিনো নাথাকে। কাৰোবাৰ যদি ভূত, ভৱিষ্যত আৰু বৰ্তমানৰ বিষয়ে কিবা জানিবলগীয়া আছে আৰু দুৰ্ভাগ্য খণ্ডন কৰিবলগীয়া আছে, তেন্তে সোনকাল কৰক।

অখণ্ড সংকীৰ্তনৰ অসংখ্য ধ্বনি-বিস্তাৰক যন্ত্ৰৰ আতংকপূৰ্ণ কোঢ়াল আৰু মহাযজ্ঞৰ ক'লা-পবিত্ৰ ধোঁৱাই ঢাকি পেলোৱা এই নগৰলৈ ত্ৰিকালদৰ্শীজনে আশাৰ কিৰণকে কঢ়িয়াই অনা নাই, আশাৰ সূৰুযটোকো লৈ আহিছে। মানুহৰ প্ৰাণলৈ জীৱটো আহিছে।

তাৰ মাজতে এদিন সুবিধা বুজি শ্ৰীমতী ধৰ্মশীলাই স্বামীক নিবেদন কৰিলেগৈ যে তেওঁলোকেওনো কিয় ত্ৰিকালদৰ্শনলৈ এদিন......

এই কথা কোৱাৰ পিচত শ্ৰীমতী ধৰ্মশীলাই স্বামীৰ আচৰণ দেখি আচৰিত হ'ল। তেওঁ পত্নীক কোনো খং নকৰিলে। মৰমৰ মাতেৰেই সুধিলে যে মানুহৰ জ্ঞান-বুদ্ধিতকৈ মাইকী মহ এজনী কেনেকৈ ডাঙৰ হ'ব পাৰে?

শ্ৰীমতী ধৰ্মশীলাই হাঁহি আৰু একো নকলে। তেওঁ জানে যে তেওঁৰ 'কৰ্মযোগী' স্বামীয়ে ঠিক তাকেই কব। দিগী বাবুৱে সেইদিনাৰ বাতৰি কাকতত ওলোৱা পণ্ডিত জৱাহৰলাল নেহৰুৰ বক্তব্য পঢ়ি শুনালে।

কিন্তু একেৰাহে তিনিবাৰ বি-এ পৰীক্ষা দি অকৃতকাৰ্য হোৱাৰ পিচত শ্ৰীহৰ্ষৰ 'ভাগ্যৰ লেখা'ৰ প্ৰতি অটুট বিশ্বাস গাঢ় হৈ পৰিছিল। তেওঁ তাৰ পিচদিনাই কাশীৰ পৰা প্ৰকাশিত আন এখন প্ৰতিষ্ঠিত বাতৰি কাকতৰ 'কাটিং' আনিলে, "মা, এয়া চোৱা, সম্পূৰ্ণানন্দই নেহৰুৰ বিষয়ে কি সতৰ্ক-বাণী শুনাইছে। তুমি দেউতাক দেখুওৱাগৈ মানে পঢ়ি চাবলৈ কোৱাগৈ।"

দিগী বাবুৱে কটা কাগজ টুকুৰাৰ ওপৰত চকু ফুৰাই চালে আৰু মুখৰ ভিতৰতে কোৱাৰ দৰে কলে, হ'ব লগা থাকিলে নিজে নিজেই হ'ব....।'

শ্ৰীমতী হৰ্ষই অলপ ব'ল পালে। কিন্তু ৰামটহল, ৰাম আৰু চুনমুন ঝা মানে মহাৰাজে সদায় পুৰা-গধূলি ভয়ানক আপত্তি জনাবলৈ ধৰিলেহি। শ্ৰীহৰ্ষৰ ৰাতি টোপনি নহা হৈছে। চকু লাগিলেই বেয়া সপোনবোৰ দেখিবলৈ ধৰে আৰু চিঞৰি উঠে।

শ্ৰীমতী ধৰ্মশীলা আকৌ চিন্তিত হৈ পৰিল। ভয়ত বিবৰ্ণ হোৱা শ্ৰীহৰ্ষই খবৰ দিলে যে মুন্সিফ চাহাব আৰু আন সৰু-বৰ হাকিমসকলে জ্যোতিষীক নিজৰ নিজৰ জন্ম-পত্ৰিকাবোৰ দেখুৱাইছেগৈ।... চিভিল চাৰ্জন চাহাবে দিনে-ৰাতিয়ে জ্যোতিষীৰ লগতে থাকে.... কলিকতাৰ পৰা বিশেষ বিমানেৰে আহিছে এজন বৰ ডাঙৰ ব্যৱসায়ী সপৰিয়ালে।

গোটেই জীৱনটো পেছকাৰৰ কাম কৰি দিগ্বীজয় বাবুৰ 'কৰ্ম'ৰ প্ৰতি থকা দৃঢ় বিশ্বাস গাঢ় হৈ পৰিছিল। গতিকে বুদ্ধিও প্ৰখৰ হৈছিল। আটাইবোৰ হাকিম-মুন্সিফৰ নাম শুনাৰ পিচত তেওঁৰ নিজৰ মনটোও নলৰাকৈ নাথাকিল। যেতিয়া আদালত আৰু ফৌজদাৰী হাকিমৰ নামো শুনিলে তেতিয়া তেওঁ বাৰুকৈয়ে চিন্তাত পৰিল। ক'লে, "মোৰ দেখোন জন্ম পত্ৰিকাই নাই।" পত্নীয়ে উত্তৰ দিলে, "তাতে কি হ'ল? শুনিছোঁ, কোনোবাই ফুল এটাৰ নাম ক'লেই লগে লগে তেওঁৰ জন্ম-পত্ৰিকা বনাই দিয়ে।" "কিন্তু মই ধৰ্মশালালৈ গৈ নিজৰ ভৱিষ্যত জানিব খোজা নাই।" দিগী বাবুৱে আপত্তি কৰিলে।

"ডবল ফীজ দিলে ঘৰলৈকো আহে জোতিষীজন"।

শেষত এয়ে সিদ্ধান্ত হ'ল যে শ্ৰীহৰ্ষ ডবল ফীজ লৈ যাব আৰু জ্যোতিষীক ফিটন গাড়ীত তুলি ঘৰলৈ সাদৰেৰে লৈ আহিব।

সকলোৰে অপাৰ আনন্দ হ'ল...... ঘৰৰ গৃহস্থজনৰ ভৱিষ্যতৰ লগতে বাকীবিলাকৰো ভাগ্য বন্ধা আছে।.... মালিক যে সন্মত হ'ল, সেইটোৱেই ডাঙৰ কথা।

জ্যোতিষীক আনিবলৈ ফিটন লৈ শ্ৰীহৰ্ষ গ'ল। শ্ৰীমতী ধৰ্মশীলাই স্বামীক পৰামৰ্শ দিলে, "ডবল ফীজ দিমেই যেতিয়া তেওঁক সুধিবলগীয়া কথাবোৰো ডবল কৈ সুধিব।"

"ডবলকৈ মানে?"

"অৰ্থাৎ, নিজৰ বিষয়ে সোধাৰ উপৰিও ঘৰখনত থকা আনবোৰ মানুহৰ বিষয়েও সকলো খুলি সুধিব।"

জ্যোতিষী আহিল। জঁটা, ডাঢ়ি আৰু ত্ৰিশূলধাৰী জ্যোতিষীবিলাকক মানুহে দেখিছে।

কিন্তু চুট-বুট পিন্ধা এই জ্যোতিষীজনক দেখা পায়েই সকলোৰে নিজৰ নিজৰ ভৱিষ্য সম্পৰ্কে জানিবলৈ উলাহ হ'ল।.... এই মানুহজনে নিশ্চয় কিবা যাদু জানে।

ডাক্তৰৰ দৰে এহাতত বেগ আৰু ঠিকাদাৰৰ দৰে আনটো হাতত এটা ডাঙৰ পোৰ্টফলিঅ' বেগ ওলোমাই ফিটন গাড়ীৰ পৰা জ্যোতিষী নামিল। দিগী বাবুক দেখা মাত্ৰকে তেওঁ তেওঁৰ প্ৰথম বাণীৰে বিস্মিত আৰু অপ্ৰতিভ কৰিলে। তেওঁ ক'লে, ''মই বিশুদ্ধ বৈজ্ঞানিক পদ্ধতিৰেহে গণনা কৰোঁ। সেইবাবে মেগ্‌নিফাইং গ্লাছৰ বাহিৰেও টেলিস্কোপ, ব্লাড প্ৰেচাৰ এপাৰেটাছ আৰু থাৰ্মোমিটাৰো লগত ৰাখো। জ্যামিতিক কোষ্ঠী অঁকা আৰু তাৰ অংশ আদিৰ সঠিক জোখ-মাখৰ বাবে ইনষ্ট্ৰুমেণ্ট বক্স, ভিন ভিন ৰাজ্যৰ আৰু জিলাৰ চিত্ৰও ৰাখিবলগীয়া হয়।''

দিগী বাবুৰ 'শান্তি কুটীৰ'ৰ নিবাসীসকলৰ মনবোৰ হৰিষত ভৰি পৰিল। কিন্তু ইতিমধ্যে দিগী বাবুৱে এটা নতুন চৰ্ত আৰোপ কৰিলে। তেওঁ আনে একো গম নোপোৱাকৈ অকলে এফলীয়াকৈ নিজৰ ভাগ্য গণনা কৰাব।

দিগী বাবুৰ কোঠাৰ দুৱাৰ বন্ধ হ'ল। সকলোৱেই নিজৰ নিজৰ কপালৰ মাজবোৰত নিজৰ ভাগ্যৰ সুৰসুৰণি অনুভৱ কৰিবলৈ ধৰিলে। সকলোৰে হাতবোৰে নিজৰ নিজৰ 'কপাল' চুলে। .... ভগবান, তুমিহে জানা!

পুৰা তিনিঘণ্টাৰ পিচত জ্যোতিষী হাঁহি হাঁহি ভিতৰৰ পৰা ওলাই আহিল। দিগী বাবুৰ উৎফুল্লিত মুখমণ্ডল সকলোৱেই নিজ ভাগ্যবোৰো উজ্বল হোৱা দেখা পালে। ইয়াৰ পিচত শ্ৰীহৰ্ষ দুগুণ উৎসাহেৰে জ্যোতিষীক লৈ ফিটন গাড়ীত বহিলগৈ।

সকলোতকৈ আগেয়ে শ্ৰীমতী ধৰ্মশীলাই সুধিলে, ''ভগবানৰ কৃপাত চাগৈ সকলো ভাল বুলিয়েই কৈছে। নহয়নে?'' ''হেৰা, গুলী মাৰা, চব ঠগ।'' ''কিয়? কিবা 'অগ্ৰং-বগ্ৰং' কথা কৈছিল নেকি?''

''কব কি? ছবি আৰু থাৰ্মোমিটাৰেৰে ভৱিষ্যত চাব পৰা মানুহতো চতুৰ হ'বই যে নিউ পেটেলপুৰীত ইমান ডাঙৰ এটা ঘৰ সজা পেন্সনাৰে যাৰ বৰপুত্ৰ এজন হাকিম আৰু সৰু পুত্ৰ স্বাস্থ্যবান, দেখনীয়াৰ আৰু মূৰ্খ যাৰ পত্নীৰ নাম ধৰ্মশীলা .......''

শ্ৰীমতী ধৰ্মশীলাই প্ৰৌঢ় স্বামীৰ মুখত এনে কথা শুনিবলৈ পাই বহুত দিনৰ পিচত পুলকিত হ'ল। .... সচাঁকৈয়ে ত্ৰিকালদৰ্শী নহয়নে?

শ্ৰীহৰ্ষ উভতি আহি মাকক দেউতাকৰ ভৱিষ্যতৰ বিষয়ে সুধিলেহি।

''দেউতাৰে কৈছে বোলে মিছাকৈয়ে পয়ত্ৰিশটা টকা পানীত পেলোৱা হ'ল......।''

''মিছাকৈয়ে? একো নকলে?''

''কৈছে, সকলো ঠগ বুলি।''

**''হুঁ। ... পিচত এবাৰ ছেগ চাই তুমি আকৌ সুধিবা নে? কাৰণ জ্যোতিষীৰ কথা-বতৰাৰ পৰা ধাৰণা হ'ল কৰবাত কিবা 'গোলমাল' আছে ভৱিষ্যতে....।''**

"গোলমাল আছে? শ্ৰীমতী ধৰ্মশীলাৰ নিৰ্মল মুখখনত আতংকৰ ছাঁ বিয়পি পৰিল, "কি ক'লে তেওঁ?"

"মা, ঘোচ বোলা প্ৰণামী যিহকে বোলা, পাঁচটা টকা তেওঁৰ হাতত গুজি দিয়াৰ পিচত সকলো কথা কৈ দিলে। কলে যে মানুহৰ ভৱিষ্যতটো গঢ়ি উঠে অন্ধকাৰ আৰু পোহৰ দুয়োটাৰে সহযোগত। সেই গতিকে অন্ধকাৰ আৰু পোহৰৰ কুপ্ৰভাৱৰ পৰা ৰক্ষা পোৱাৰ উপায়ো আছে......।"

শ্ৰীমতী ধৰ্মশীলা আৰু শ্ৰীহৰ্ষই জ্যোতিষীৰ এই 'পাঁচ টকীয়া বচন'টোৰ গুঢ়াৰ্থ উলিয়ালেগৈ— নিশ্চয় কৰবাত কিবা এটা গণ্ডগোল আছে ভৱিষ্যতে, যাৰ পৰা পৰিত্ৰাণৰ উপায়ো নিশ্চয় তেওঁ দি গৈছে। হয়তো সেই উপায়টো কষ্টকৰ আৰু সেইবাবেই গৃহস্থই এনেকৈ কথাবোৰ কৈছে.....।

মাক আৰু পুতেক দুয়োজনকে এনেদৰে ভয়বিহ্বল হোৱা দেখা পাই ৰামটহলে নিজেও মনটো মাৰি পেলালে। সি ঘনে ঘনে মাক-পুতেক দুজনলৈ কৌতুহলেৰে চাই থাকি সোধো নোসোধোকৈ সুধিলে, "বাৰু সৰু বাপু! "আচ্-ৰিট্" মানে কি? আচৰিট্?"

"আচৰিট্ নে আসৰহিত (আশাৰহিত)?"

ৰামটহলে প্ৰকৃত শব্দটো কোনোমতে জিভাৰ আগলৈ আনিবলৈ এবাৰ ইফালে সিফালে চাই ক'লে যে সি জ্যোতিষীক চাহ আৰু তামোল দিবলৈ কোঠালৈ যাওতে জ্যোতিষীয়ে মালিকক কৈ থকা শুনিছিল এইবুলি যে তেওঁৰ ওপৰত অষ্টগ্ৰহৰ কোনো প্ৰভাৱ পৰা নাই। সুখ-শান্তিয়েই হ'ব। কিন্তু সংকট হ'ব আচৰিট্ মানুহৰ।

"অ'! আশ্ৰিত?"

শ্ৰীহৰ্ষই বিৰাট শব্দকোষখন উলিয়াই আনিলে আৰু তাৰ ধূলি গুচাই শব্দাৰ্থটোৰ খুতি-নাতি উলিয়াবলৈ চেষ্টা কৰিলে। শ্ৰীমতী ধৰ্মশীলাই ইষ্ট নাম জপ কৰিবলৈ ধৰিলে আৰু ৰামটহলৰ চকু কপালত উঠিল।

পাঁচ মিনিট সময় ধৰি নিঃশব্দ পৰিশ্ৰম কৰাৰ পিচত শ্ৰীহৰ্ষ সফল হ'ল। 'হয়। আশ্ৰিত!.... আশ্ৰিত সং—ব্ৰেকেটৰ ভিতৰত আছে, কাৰো সহায়ত.... পুনৰ...... ৰ'ল, শব্দটোৰ টিকা দিছে.... পুং যিজনে নিজৰ ভৰণ-পোষণৰ বাবে আনৰ ওপৰত নিৰ্ভৰ কৰে, স্ত্ৰী— ল'ৰা-ছোৱালী, চাকৰ-বাকৰ, মন আৰু জ্ঞানেন্দ্ৰিয়.....।"

যেনে তিনিওজনৰে মাজতে আহি হাতবোমা এটা পৰিলহি আৰু সশব্দে ফুটিল। পিচত হুচ পাই দেখিলে যে সেইটো কোনো বোমা নহয়, শ্ৰীহৰ্ষৰ হাতৰ পৰা শব্দকোষখনহে জোৰেৰে মাটিত পৰি গৈছিল.... এতিয়া কি হ'ব? আশ্ৰিতৰ অৰ্থ হৈছে তিৰোতা, ল'ৰা-ছোৱালী আৰু চাকৰ-বাকৰ? ....এই সাঙোৰটোৰ পৰা ৰামটহলো ওলাই সাৰিব নোৱাৰে আৰু নোৱাৰে মহাৰাজো?..... হে বাবা নৰসিংহ, এইবাৰ ৰক্ষা কৰা।

ভয়াতুৰ আশ্ৰিতসকলে শেষ চেষ্টা কৰি জানি ল'ব খুজিলে যে আশ্ৰিতসকলৰ এই ভীষণ সংকটৰ প্ৰতিকাৰৰ বাবে ঘৰৰ গৃহস্থজনে কিবা কৰিলে নে নাই?

দুপৰীয়া খাবৰ সময়ত শ্ৰীমতী ধৰ্মশীলাই হাতত বিচনীখন লৈ স্বামীৰ ওচৰত বহি ললে। তেওঁ প্ৰথমটো গৰাহ মুখলৈ নিয়াৰ পিচত শ্ৰীমতীয়ে নিজৰ মুখৰ কথা উলিয়ালে, ''যদি ভৱিষ্য-ফলত কিবা গণ্ডগোল দেখা পাইছে তেনেহলে তাৰ খণ্ডনৰো উপায় চাগৈ তেওঁ দি গৈছে? আপোনাৰ নিজৰ বাহিৰেও আপোনাৰ আ-আ-আ.......।''

দিগী বাবু জকজকাই উঠিল 'মহাৰাজে আজি এইবোৰ ..... কিহৰ শাক এয়া.... এইবোৰ দেখোন বিহ..... ইমান জলা.... খালী দিনে-ৰাতিয়ে ভৱিষ্য ফল লৈয়ে পাগল হৈ আছা, এবাৰ পাকঘৰলৈ ভুমুকি মাৰিও নোচোৱা আজি কি ৰান্ধি.... উস্ ৰাম! মৰি গলোঁ.....।''

দিগী বাবুৱে খাবও নোৱাৰিলে আৰু খণ্ডো কৰিব নোৱাৰিলে। একো নোকোৱাকৈ মাত্ৰ মুখখন সেহাই থাকিবলৈ ললে আৰু চেঁচা পানীৰে কুলি-কুলি কৰিবলৈ ধৰিলে।

চাহ খোৱাৰ বেলিকাও 'চেষ্টা' কৰি চোৱাটো বিফল হ'ল, যদিওবা চাহত কোনো জলকীয়া বা নিমখৰ চোক একো নাছিল, আছিল বদি চেনিহে।

শ্ৰীহৰ্ষই ৰাতি খোৱাৰ আগতে এই সংকটৰ পৰা উদ্ধাৰ পোৱাৰ এটা 'চাইণ্টিফিক উপায়' বিচাৰি উলিয়ালে। তাৰ বাহিৰে আৰু আন পথ নাই। 'শান্তি কুটীৰ'ৰ আশ্ৰিতসকলৰ আগত নিজৰ গোপন পৰিকল্পনাটো দাঙি ধৰি, বিশেষকৈ মাকক ভালদৰে বুজাই দিলে, ''এইটো ঠিক যে দেউতাই আমাক সংকটৰ পৰা উদ্ধাৰ কৰাৰ কাৰণে একোকে নকৰে। আমি তেওঁক স্বাৰ্থপৰ বুলি নকওঁ। কিন্তু তেওঁ যে নিৰ্দয়, তাত সন্দেহ নাই। উপায়ৰ বাবে আমি কি কৰিব লাগিব, তাকো আমাক নকয়। এনে অৱস্থাত আমি নিজৰ বুদ্ধি-বিবেচনাৰেই উলিওৱা উপায়েৰে ইয়াৰ প্ৰতিকাৰ কৰিব লাগিব। দেউতা সদায়েই সুখ-শান্তিৰ মাজতে থাকিব। তেওঁৰ কোনো বিপদ নাই। সংকট আহি পৰিব তেওঁৰ আশ্ৰিতবোৰৰ মূৰৰ ওপৰত। আমি সদায়েই তেওঁৰ আশ্ৰিত হৈ থাকিম। থাকিবই লাগিব, আমি নিৰুপায়। এনে এটা অৱস্থাত 'সাপো মৰক আৰু লাঠিও নাভাগক' ধৰণৰ কিবা এটা বৈজ্ঞানিক ব্যৱস্থা ল'ব লাগিব। সকলোৰেই যদি সন্মত হয়....।''

সৰ্বসন্মতিক্ৰমে সন্ত্ৰস্ত আশ্ৰিতসকলে সিদ্ধান্ত ললে যে তেওঁলোকে আত্মৰক্ষাৰ বাবে গৃহস্থৰ সৈতে 'অহিংস বিৰোধ' কৰিব, অৰ্থাৎ নিজে বাচিবৰ কাৰণে বিৰোধিতা কৰিব। তেওঁলোক আশ্ৰিত যদিও আশ্ৰিত নোহোৱা যেন দেখুৱাই যাব। কিয়নো গৃহস্থতো সকলো অৱস্থাতে শান্তিতে থাকিব, তেওঁৰ একোৰেই নহয়।....

ইয়াৰ পিচত শ্ৰীহৰ্ষই নিজৰ 'লাইন অব্ একছন' কাৰ্যসূচীৰ 'ডাইৰেক্ট একছন' কি হ'ব কৈ দিলে।

সিদ্ধান্ত হ'ল যে কাইলৈ পুৱাতে প্ৰথমতে ৰামটহলে তাৰ লেঙ্গুটৰ নিচান উৰুৱাব লাগিব; কাৰণ সিয়েই হৈছে প্ৰথম আশ্ৰিত, যাৰ নাম পুৱাতেই গৃহস্থই উচ্চাৰণ কৰে। শ্ৰীমতী ধৰ্মশীলাৰ শংকা দূৰ কৰি শ্ৰীহৰ্ষই ক'লে, ''চাহ দেউতাই নিশ্চয় খাবলৈ পাব;

কিন্তু দেৱীকৈ পাব। এয়া তেওঁক কষ্ট দিবলৈ আমি নকৰোঁ; কিন্তু আমি কষ্টৰ পৰা মুক্তি পাবৰ বাবে তেওঁৰ বিৰোধ কৰিম। .... এই বিৰোধ আৰম্ভ কৰাৰ আগতে সকলোৱেই নিজৰ নিজৰ অন্তৰবোৰ খুচৰি চাব।''

ৰামটহলৰ অন্তৰ খুচৰি চোৱাৰ আৱশ্যক নহ'ল।

ৰাতিপুৱাই তাক গৃহস্থই মতা শুনি তাৰ মুখৰ পৰা প্ৰথম উত্তৰটো ওলাই আহিছিল যে জিবাখনত দাঁতেৰে জোৰে ব্ৰেক্ লগাই থওক। .... পচিশ বছৰৰ অভ্যাস!

তিনিবাৰ মতাৰ পিচতো ৰামটহলৰ পৰা একোকে সহাঁৰি নোপোৱাত দিগী বাবু কিছু আচৰিত হ'ল। তেওঁ চালেহি যে ৰামটহল বাৰাণ্ডাত নিজৰ শোৱা ঠাইত বাগৰি আছে। এইবাৰ তেওঁ বেছ চিঞৰিয়েই মাতিলে, ''ৰামটহল!''

''এই পুৱাই পুৱাই ৰামটহল-ৰামটহলকৈ কিয় চিঞৰি আছে। কওক, কি কব লগা আছে?''

দিগী বাবুৱে ভাবিলে তেৱেঁই টোপনিত আছে। গতিকে মনে মনে থাকিল। কিন্তু ৰামটহল মনে মনে নাথাকিল। সি ক'লে, ''চাহ্ লাগে যদি মহাৰাজক মাতক, বুজিছে নে?''

দিগী বাবু স্বপ্নলোকৰ পৰা এইবাৰ আকৌ 'শান্তি কুটীৰ'ৰ কোঠালৈ উভতি আহিল। সিফালে ৰামটহলে হাতৰ তলুৱাত খৈনী ধপাত মোহাৰি মোহাৰি ত্ৰিশ চনতে পাহৰি যোৱা গীত 'সুৰাজী গীত'ৰ কলি এটা মনত পেলাই আছিল। নিজৰ অন্তৰখন ডাঠ কৰি ৰাখিবলৈকে সি সেই গীত জোৰেৰে গাবলৈ ধৰিলে 'কি বন্দৰ কী তৰহ্ বন মে 'বিটিছ'কো নচা দেঙ্গে, বন্দৰ কী তৰহ্'....।

দিগ্বীজয় বাবুৰ আৰু অকণো সন্দেহ নাথাকিল যে ৰামটহলে আজিকালি ভাং খাবলৈ আৰম্ভ কৰিছে। অপমান, দুখ, ক্ৰোধ, গ্লানি এই সকলোৱে একেলগে কৰা অকস্মাৎ আক্ৰমণত তেওঁৰ গা কঁপি উঠিল। তেওঁ উঠি হাতত লাঠিদাল লৈ খেদি আহিল। ৰামটহল আগৰে পৰাই দৌৰ মাৰি পলোৱাৰ বাবে সাজু হৈ আছিল। সেইমতে সি দৌৰো মাৰিছিল যদিও ৰাস্তাটো পাৰ হ'ল নোৱাৰিলে। ৰাস্তাৰ মাজতে তাক ধৰি লৈ মৰিয়াবলৈ ধৰিলে। গালি পৰা শুনি ওচৰ চুবুৰীয়া সকলো ওলাই আহিল। সকলোৱে দেখা পালে আৰু চিনি পালে, হয়, দিগী বাবুৱেই হয়।

গোট খোৱা মানুহবোৰক তামাচা চাবলৈ অহাৰ বাবে ধমকি দি তেওঁ ভৰিৰে চৰিয়াকেইটা গুৰিয়াই থৈ নিজৰ কোঠালৈ আকৌ সোমাই গ'ল। তেওঁৰ এই কথা বুজাত অকণো পলম নহ'ল যে ওচৰ চুবুৰীয়াই তেওঁৰ পুৰণি চাকৰটোক ভঙাই এই কাম কৰাইছে। তেওঁ ইয়াৰ প্ৰতিফল দিয়াৰ কথা চিন্তা কৰিলে। তেনে সময়তে মহাৰাজে হাতত 'আশ্ৰিতসকলৰ ঐতিহাসিক স্মাৰক-পত্ৰ' লৈ কোঠাত হাজিৰ হ'লহি।

দিগী বাবুৱে পঢ়ি চালে ''আপুনি কোনো কাৰণ নোহোৱাকৈ এজন বিশ্বাসী, প্ৰভুভক্ত আৰু অসহায় আশ্ৰিতক অন্যায়ভাৱে মাৰিছে। আমি ইয়াৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰিছোঁ।

আমাৰ দুখৰ কথা এয়ে যে আমি সকলোৱে আপোনাৰ এনে দুৰ্ব্যৱহাৰত দুখিত হ'বলৈ বাধ্য হৈছোঁ। শেষত আমি আপোনাৰ ঘোৰ নিন্দা কৰিছোঁ। ভৱিষ্যতে......।''

দিগী বাবুৱে আৰু পঢ়িব নোৱাৰিলে; কিয়নো সেই সময়তে 'সৰু কোঠা'ত এখন পুৰণি অথচ বৰ উত্তেজনাপূৰ্ণ গীতৰ ৰেকৰ্ড বাজি উঠা শুনা গ'ল 'হো পাপী, জীৱন কা দেখো বহাৰ... হো পাপী-হো পাপী.....'

শ্ৰীহৰ্ষই প্ৰতিবাদৰ বাবে এনেকুৱাই গীতৰ ৰেকৰ্ড, নঙঠা ছবি থকা তথাকথিত স্বাস্থ্যৰ কিতাপ, সকলোৰে সমুখত চিগাৰেট টনা আৰু ফটুৱা বন্ধু-বান্ধৱৰ সৈতে তাচ খেলা ইত্যাদি কাৰ্যসূচী প্ৰস্তুত কৰি লৈছিল।

তেওঁ সকলো আশ্ৰিতৰে বাবে সুকীয়া সুকীয়া 'একছন' নিৰ্দ্ধাৰণ কৰি সকলো বুজাই দিছিল।

শ্ৰীহৰ্ষই মাকক মনত পেলাই দি কৈছিল, ''ভুল কৰি তুমি আকৌ ভৰি চুই প্ৰণাম কৰি নেপেলাবা। ভক্তি আৰু পূজা কৰিলে দেউতাৰ ফটোখনকে কৰিবা। তাৰ পৰা ক্ষতি নহয়। কিন্তু দেউতাৰ লগত বেয়া হৈহে আমি এই সংকটক চম্ভালিব পাৰিম।''

তিনি দিনলৈ দিনে-ৰাতিয়ে সকলো আশ্ৰিতে নিষ্ঠা আৰু দৃঢ়তাৰে নিজৰ প্ৰতিবাদ সাব্যস্ত ৰাখিলে। গৃহস্থৰ খং তুলিবলৈ নিতৌ ন ন উপায়ৰ চিন্তা কৰিলে, প্ৰয়োগো কৰিলে। কিন্তু দিগী বাবুৱে মৌন ব্ৰত ধাৰণ কৰি 'গীতা ৰহস্য'ত নিজক এনেদৰে সঁপি দিলে যে 'মেইন ছুইচ অফ্' কৰি দিয়াৰ পিচতো আৰু ডাঙৰকৈ ৰেডিঅ' বজাই দিয়াৰ পিচতো তেওঁ বাহিৰ নোলাল।.... ৰামটহলেও লেতেৰা লেঙ্গুটিভাল মেলি ধৰি তেওঁৰ খং তুলিবলৈ চেষ্টা কৰিলে, কিন্তু বিফল হ'ল।

শ্ৰীমতী ভৱানীয়ে নিজৰ দেৱতুল্য শহুৰেকক সেৱা কৰাৰ সুযোগ এতিয়ালৈকে পোৱা নাছিল। শ্ৰীমতী ধৰ্মশীলা কোনো কাৰণবশতঃ নিজৰ বোৱাৰীয়েকৰ প্ৰতি মনে মনে অসন্তুষ্ট হৈ আছিল। সেই কাৰণে তেওঁ স্বামীৰ আগত প্ৰায়েই সময়ে অসময়ে বোৱাৰীয়েকৰ বদনামেই কৰিছিল।

এইবাৰ শ্ৰীমতী ভৱানীয়ে নিজৰ গুণেৰে দিগ্বীজয় বাবুক দুটা দিনতেই মুগ্ধ কৰি পেলালে। তেওঁৰ মনৰ পৰা 'পুত্ৰহীন' হোৱাৰ একমাত্ৰ দুখো চিৰদিনৰ বাবে দূৰ হ'ল।

সেইদিনা শ্ৰীপাৰ্থই অনুসন্ধানৰ ৰায় শুনোৱাৰ সময়ত তেওঁৰ পিতাকৰ সকলো প্ৰতিবাদকাৰী আশ্ৰিতক এই বুলি শুনাই দিলে ''এতিয়া তোমালোক দেউতাৰ আশ্ৰিত হৈ থকা নাই। গতিকে এতিয়া আৰু কোনো সংকটৰ আশংকা নাই। দেউতা এতিয়াৰ পৰা মোৰ আশ্ৰিত হৈ দুৰ্গাপুৰত থাকিব; কাৰণ জ্যোতিষীয়ে এইটোও কৈছে যে তেওঁ এতিয়া কাৰোবাৰ আশ্ৰয়ত থকা উচিত।''

শ্ৰীপাৰ্থই মাকক 'ছচিয়েল ৱৰ্ক' কৰিবলৈ, শ্ৰীহৰ্ষক ঘৰুৱা চাকৰ-বাকৰৰ ইউনিয়ন

কৰিবলৈ, ৰামটহলক চানাবাদাম বেচিবলৈ আৰু মহাৰাজক গঙ্গাৰ ঘাটত ভিক্ষা খুজিবলৈ উচিত আৰু লাভজনক পৰামৰ্শ দি শ্ৰীমতী ভবানীক ততালিকে দুৰ্গাপুৰলৈ ঘূৰি যোৱাৰ বাবে প্ৰস্তুত হ'বলৈ আদেশ দিলে।

দিগ্বীজয় বাবুৱে সৰু ল'ৰাৰ দৰে আনন্দ আৰু উৎসাহেৰে নিজৰ বস্তু-বাহানি সামৰি থাকোতেই বাহিৰফালে কোঢ়াল এটা শুনা গ'ল। শ্ৰীমতী ধৰ্মশীলাই খণ্ডত কঁপিজঁপি মহাৰাজক সুধি আছিল, "ক তই! তই জানি শুনিয়েই এইবোৰ কাণ্ড কৰিছিলি নেকি? কিয় কৰিছিলি?.... আমাৰ সুখত তোৰ সুখ হোৱা নাছিল? .....এনেকৈ হ'লে গোটেই গৃহস্থীখনৰ মানুহবোৰ পাগল হৈ নাযাবনে বাৰু?"

শ্ৰীপাৰ্থই যাবৰ সময়ত এই কাজিয়াৰ কাৰণ জানিব খুজিলে। শ্ৰীমতী ধৰ্মশীলাই ক'লে, "বাচা, তই নিজে হাকিম। তয়েই ইয়াৰ এটা বিচাৰ কৰ। এইবাৰ তোৰ দেউতাৰে গাৱঁৰ পৰা 'পাট শাক'ৰ গুটি অনাইছিল। মহাৰাজে গুটিবোৰ বাৰীত সিঁচি দিওতে কেইটামান ভাঙৰ গুটিও তাৰ লগতে পেলাই দিছিল। যোৱা কেইদিনমান কাম কৰা মানুহজনীয়ে বাৰীৰ পৰা শাক তুলি আনোতে লগতে ভাঙৰ গছো সৈতে আনিলে আৰু এই মহাৰাজে একো নোচোৱাকৈ গোটেইবোৰ ৰান্ধি পেলালে। ..... এনেকৈ হ'লে গোটেই ঘৰখনৰে মানুহবোৰ পাগল নহ'বনে?"

ৰামটহলে ক'লে, "এতিয়াহে বুজি পালোঁ মোৰ মূৰটোনো কিয় এনেকৈ ঘূৰাই থাকে!"

শ্ৰীহৰ্যই ক'লে, "ৰামটহল এতিয়াই গৈ আবকাৰী পুলিচক মাতি আন।"

মহাৰাজে হাতযোৰকৈ ভোৰভোৰালে "মালিক ডাঙৰ বাপু—সৰু বাপু— মালিকনী আইদেউ— এইবাৰলৈ মাফ কৰক। ভৱিষ্যতলৈ আৰু কেতিয়াও এনেকুৱা ভুল নকৰোঁ। শপত খাই কৈছোঁ......"

সংকটৰ আচল কাৰণটোৰ শুংসূত্ৰ ওলোৱাৰ পিচত শ্ৰীমতী ধৰ্মশীলাই চেঁচাপানী এগিলাচ হাতত লৈ স্বামীৰ কোঠালৈ গ'ল।

(1965)

# বিঘটনৰ ক্ষণ

ৰানীডিৰ ওখ ঠাইখিনিত ৰঙচুৰা মাটিৰ পথাৰখনত অক্ষত-সেন্দুৰ চটিয়াই থোৱা আছে— হাজাৰ হাজাৰ মইনা চৰায়ে বেলি ওলোৱাৰ আগৰে পৰাই পথাৰখনত 'কিচিৰ-মিচিৰ' কৰি কোঢ়াল লগাই আছে। শেষ হোৱা ৰাতিটোৰ তিনি পৰলৈকে গোটেই ৰাণীডিহ গাঁৱৰ কুমাৰী ছোৱালীবোৰে কিচিৰ-মিচিৰকৈ নাচ-গান-অভিনয় কৰি শেষ কৰিলে।

ৰাতি 'শাখা চকোৰা' উটুৱাই দিয়া হ'ল...... প্ৰতিমা বিসৰ্জন।

চুতিয়া শালিকা, চাকৈ-চকোৱা, খঞ্জন, বতা, পানী কাউৰী, হাঁহ, বনৰীয়া হাঁহ, শৰালি, কাম চৰাইৰ পৰা আৰম্ভ কৰি পোক-পৰুৱাৰ ভিতৰতো কেচু, কুমতি, গান্ধী পোক, গুবৰুৱালৈকে এই আটাইবিলাকৰে মাটিৰ অসংখ্য ক্ষুদ্ৰ মূৰ্তিবোৰ গঢ় লৈ উঠিছিল, কেউফালে ভৰি পৰিছিল। দুপৰ ৰাতিলৈকে সেইবোৰে দলি চপৰাৰে ভৰা পথাৰখনত চৰিলে অৰ্থাৎ সিহঁতে পূজা কৰিলে। ৰাতিলৈ বিসৰ্জন।

বিৰণাবনে (বৃন্দাবন) খং দেখুৱাই জ্বলি উঠিল— হেৰৌ শ শজনীহঁত। তহঁত হৈছ হাজাৰটা টুটকীয়া আৰু মিছা কথা কোৱাৰ প্ৰতিমূৰ্তি! তহঁতৰ এই মূৰ্তিবোৰৰ আগবোৰত জুই লগাই লৈছহঁত— তহঁতে ঘৰে ঘৰে গৈ কাজিয়া-পেচাল লগাবলৈ, বাপেক পুতেকৰ মাজত কন্দল লগাবিগৈ, তহঁতে পানীতো সদায় জুই লগাই থাকিবিগৈ, একো কাৰণ নহলেও তহঁতে সদায় মুখবোৰ বজাই থাকিবিগৈ— তহঁতৰ 'টিকনি' বোৰত জুই লগাই দিওঁ ৰহ্ টুটকীয়ানীহঁত...... কটা এন্দুৰমুৱাহঁত...... শাখিনীহঁত..... টুটকীয়ানীহঁত ....হাহাহাহাহা!

শ শ ছোৱালীৰ জাকটোৱে হাত চাপৰি বজাই খিলখিলাই হাঁহি দিলে।

তাঁৰত ঝঙ্কাৰ উঠিল, ভৰিৰ জুনুকা বাজি উঠিল। হাস্নাহানাৰ থোপাবোৰে দীঘল উশাহ ললে। নিশাটো তিতি গ'ল.....।

মাটিৰ ওপৰত চতিয়াই থোৱা অক্ষত-সেন্দুৰ। দুবৰি বনৰ ওপৰত চতিয়াই থোৱা পৰিশ্ৰমৰ দান।... ক্ষুদ্ৰ ক্ষুদ্ৰ ইন্দ্ৰধনুৰ অংশ!

......অকস্মাৎ চিলনি এটা আহি ডেউকা কোবাই গ'ল। সকলোবোৰ চৰাই একেলগে ভয়খাই উৰা মাৰিলে। মইনা চৰাইৰ গোটেই জাকটো গৈ সৰিয়হতলিত পৰিলগৈ।

বহুত দিনৰ মূৰত— বোধহয় পাচ-ছবছৰমানৰ পিচত ধুমধামেৰে 'শামা-চকেৱা' উৎসৱ এইদৰে পাতিলে ৰানীডিহৰ কুমাৰীসকলে।

গাত চাদৰ লব পৰা ঠাণ্ডা পৰি গৈছে। আঘোণৰ ধাননি পথাৰখন এতিয়া পাতল ৰঙচুৱা হৈ পৰিছে অৰ্থাৎ কোমল ধানবোৰ শুকাবলৈ ধৰিছে। নতুনকৈ ৰোৱা আলুৰ পাত ওলাবলৈ লৈছে। ৰাতিপুৱাই কবি খেতিত পানী দিবলৈ ধৰিছে, সকলোৱে।

"বিজয়াদি। তুমি যে ইমান পুৱাই কবিত পানী দিছা, সেয়া এনেয়ে যোৱা নাইনে? তুমিতো এতিয়া পাটনতহে থাকিবাগৈ....।"

"মনে মনে থাক নষ্ট যাতী!' গঙ্গাপুৰীয়া আইতাকে খঙেৰে চুৰমুনিয়াক ভেকাহি মাৰি দিলে, "এই পেন্দুকনা ছোৱালীজনীয়ে দিনটো হোৱাই- নোহোৱাই বক্ বকাই থাকে খালী।"

চুৰমুনিয়া, পেন্দুকণা ছোৱালীজনী হলে মনে মনে নাথাকিল। তাই চকু দুটা ঘোপা কৰি আৰু মুখখন বিকটাই কলে, "হুঃ! তোৰেই সকলোতকৈ মজা! কবি ৰুই পানী দি আছে বিজয়াদিয়ে আৰু পাচিত ভৰাই নি বেচিবিগৈ তই। আৰু যেতিয়া পাটনাৰ পৰা মালিকনী খুড়ী আহি হিচাপ বিচাৰিব... তই তেতিয়া এবাৰ এইটো আঙুলি আৰু এবাৰ সেইটো আঙুলিত গনি থাকিবি... তোৰ পাহৰি যোৱা হিচাপ আৰু কেতিয়াও নিমিলে..... হি-হি-হি-হি।"

বুঢ়ীমাকে তাইক এইবাৰ এটা বেয়া গালি পাৰিলে। গালিটো শুনাৰ পিচত তাই বিজয়াদিৰ পিনে চালে। বিজয়াই কিন্তু আগৰে পৰাই হাঁহি আছিল। এই ক'লা-ম'লা ছোৱালীজনীৰ আমোদজনক দুষ্টালিবোৰ তেওঁ বেছ বুজি পাইছিল। ছোৱালীজনী বিহগুটি। লক্ষ্মণৰ ল'ৰাৰ ছোৱালী!

চুৰমুনিয়াই কোৱা কথাবোৰ গঙ্গাপুৰীয়া বুঢ়ীমাকৰ গাত নালাগিল; কিন্তু তাই মুখৰ ভিতৰতে কিবা এটা কলে। চুৰমুনিয়াই বুজি পালে। কলে,"হয় নে নহয়, আইতা? মই মিছা কৈছো? বেচেৰী গঙ্গাপুৰৰ আইতাজনী, যি এক গণ্ডাৰ পিছত আৰু একোকে গণিব নাজানে, তেওঁক মালিকনী খুড়ীয়ে আহি যেতিয়া সুধিব এশটাত পাঁচ টকাকৈ পৰিলে ডেৰশটা বিজু আমৰ দাম কিমান হব, তেতিয়া..... হা হা হা বচ্, আইতাৰ মূৰত সৰগ ভাগি পৰিব হি হি হি!"

বিজয়াই কলে, "তই এতিয়া সোনকালে পানীখিনি ভৰা।"

আঠ-ন বছৰীয়া এই ছোৱালীজনীৰ পৰা পাৰ পোৱাটো ধেমালিৰ কথা নহয়। বিজয়াৰ বাহিৰে আন কোনেও তাইৰ হতুৱাই কাম এটা কৰাব নোৱাৰে। আনকি তাইৰ মাকেও নোৱাৰে। বাপেককতো তাই কোনো কথাকে কবলৈ নিদিয়ে।

বিজয়া ৰানীডিহলৈ অহা দিনাৰে পৰা তাই 'বৰঘৰীয়া' হাউলিটোতেই আছে।

কালি চুৰমুনিয়াই কৈছিল, "বিজয়াদি তুমি অহাৰ কাৰণে গাৱত কিবা উৎসৱ হোৱাৰ

দৰে লাগিছে.... মানে দেৱী দুৰ্গাৰ পূজাৰ সময়ত মেলা যে হয়, ঠিক তেনেকুৱা লাগিছে। এতিয়া তুমিও 'খৰগেই' (খঞ্জণ) চৰাইৰ দৰে বছৰত মাত্ৰ এবাৰহে আহিবা, মালিক খুড়ী আহি থকাৰ দৰে।.... তুমিও চহৰলৈ গৈ 'জোঙা বুকু চোলা' পিন্ধিবা?"

"গোৰ খাবি তই এতিয়া" আইতাকে শাক বাছি থকাৰ পৰা তাইক ধমক এটা দিলে, "ডাঙৰ-সৰুৰ কিবা বাচ-বিচাৰ আছে জানো এই বেশ্যাজনীৰ?"

আইতাকে তাইক মাজে-মধ্যে চুলিত ধৰি জোকাৰি মাৰেও। কেইদিনমানৰ আগতে গাওঁখনৰ মানুহে হায় হায় কৰি চকুপানী টুকিছিলি; চুৰমুনিয়াই কৰবাৰ ছাঁই-মাকতিত লেটি লৈ লৈ একোকে 'ভূতুনী' জনী হৈ পৰিছিল আৰু তাইৰ মুখৰ পৰা কান্দোনৰ বিলাপ ছন্দোৱদ্ধ হৈ অনায়াসে ওলাই আহিছিল "অ' বুঢ়ী আই গঙ্গাপৰনী, বৰঘৰীয়াৰ গৃহিনী, মোৰে ঐ সতিনি, কিয়নো মোক খুন্দিলি, হায় ঐ বুঢ়ী আই গঙ্গাজনী ই-ই-ই।" এইজনী ছোৱালী নহয়, সাক্ষাৎ এক 'অৱতাৰ' বুলি ভাবিব লাগে।

গঙ্গাপুৰীয়ানী আইতাৰ হাঁহিটো সোলা মুখখনত দেখি অকণো ভাল নালাগে। তাই হাঁহি ক'লে, "জানিছ নে বিজয়, ভাগলপুৰীয়ানীক এই মৰতীজনীয়ে কেনেকৈ নাকনি-কাননি কৰিছিল?"

গঙ্গাপুৰীয়ানীয়ে মাতটো অলপ সৰু কৰি লৈ ঘটনাটো বৰ্ণালে, "সিবাৰ ভাগলপুৰীয়ানী আহিছিল ভাদ মাহত। এদিন তেওঁ 'বাক্চ'ৰ পৰা কাপোৰ-কানিবোৰ উলিয়াই ৰ'দত মেলি দিছিল। কাপোৰবোৰ মেলি দিয়াৰ সময়ত এই 'লাওপাত-কচুপাত' মুখৰ ছোৱালীজনীয়ে ঘপ্‌কৈ চিএঁৰি চিএঁৰি গাবলৈ ধৰিলে লোৱা লোৱা কোনে ল'বা,....... জাৰ্মান মাৰ্কা.... ৰবৰ খুওৱা...... ফুলকটা.... জোঙা চোলা.....। মই ভুমুকি মাৰি চাওঁ যে তাই এছাৰি এডালৰ মূৰত ভাগলপুৰীয়ানীৰ বুটি বুকু চকাটো আৰি লৈ নচুৱাই চিএঁৰি আছে। সিফালে দুৱাৰমুখত থিয় হৈ আছে পঞ্চায়তৰ মানুহবোৰ তাই লৈ চাই।..... ভাগলপুৰীয়ানীয়ে খঙত একো নাই হৈ বাৰি এডালেৰে তাইক খেদি গ'ল।"

গঙ্গাপুৰীয়ানী আইতাৰ লগতে বিজয়ায়ো হাঁহি হাঁহি বাগৰি পৰিল।

চুৰমুনিয়াই বিচাৰি বিচাৰি ডাঙৰ বাল্‌টি এটা লৈ আহিল।

আঠ বজাৰ গাড়ী অহাৰ আগতেই কবিত পানী দিয়া কাম শেষ হ'ল। বালটি লোটা-ঘটি-জৰী আটাইবোৰ লৈ চুৰমুনিয়াৰ সৈতে বিজয়া ভাগীৰ খেতিডৰাৰ পৰা ওলাই আহিল। এইবাৰ চুৰমুনিয়াই নিজৰ জপৰা চুলিকোচাত আঙুলি বুলাই বুলাই ক'লে, "বিজয়াদি সঁচাকৈয়ে কালিয়েই যাবাগৈ? ধে-ৎ..... তুমি নাযাবা না বিজয়াদি!"

এইবাৰ বিজয়াই এটা হুমুনিয়াহ পেলালে।

বৰঘৰীয়া হাউলি। প্ৰথমতে ইয়াত এটাই মাত্ৰ হাউলি আছিল।

আগতে কেৱল 'বৰঘৰীয়া' বুলি ক'লেই মানুহে বুজিছিল— সেয়া ৰানীডিহৰে

চৌধুৰী পৰিয়াল। এতিয়া 'হাউলি' বোলা কথাষাৰ জোৰা দিব লগা হ'ল; কাৰণ ৰানীডিহত বৰ্তমান এঘৰেই নহয় কেবাঘৰো 'বৰঘৰীয়া' হ'ল।

বৰঘৰীয়া হাউলিৰ একমাত্ৰ বংশধৰ শ্ৰীৰামেশ্বৰ চৌধুৰী এম-এল-এ যোৱা কেইবছৰমানৰ পৰা পাটনাতেই আছেগৈ সপৰিয়ালে। দূৰ সম্পৰ্কীয় এজনী মাহীয়েকক অৰ্থাৎ গঙ্গাপুৰীয়ানীক আনি বৰঘৰীয়া হাউলিত ঘৰৰখীয়া কৰি থৈছেহি। হালোৱা সীপ্ৰসাদে খেতি-বাতি চোৱা-চিতা কৰে। মানুহে তেওঁক কয় 'মনীজৰ' বুলি। মানুহে সৌদৰে মুখে মুখে ক'বলৈ লোৱা নামটোৱেই চালু হৈ গৈ সীপ্ৰসাদ এতিয়া 'মনীজৰ'।

আহুকলীয়া মাটি অৰ্থাৎ আধিত লগোৱা মাটিবোৰ বেচি দি দি এতিয়া ৰামেশ্বৰ বাবু নিজঞ্জলীয়া হ'ল; লগতে থকা সামান্য মাটি আছে পুখুৰী আৰু বাগিচা-বাৰীৰে। কেতিয়াবা কোনোবা গ্ৰাহক ওলালে সেইখিনিও বেচি থৈ গুচি যাব। গুচি যাব? অৰ্থাৎ এই ৰানীডিহ গাঁৱৰ লগত, নিজৰ জন্ম ঠাইখনৰ লগত কোনো প্ৰকাৰৰ সম্পৰ্ক কোনো ধৰণৰ সম্বন্ধ ৰাখিব নোখোজে ৰামেশ্বৰ বাবুৱে?.... দুখৰ কথা!

যোৱা পোন্ধৰ বছৰ ধৰি ৰামেশ্বৰ বাবু পাটনাতে আছে— পাটনাৰ এম-এল-এ কোৱাৰ্টাৰত। বৰ্তমান ৰাজেন্দ্ৰনগৰত নিজা ঘৰ সাজি আছে। এইবাৰ সম্ভৱ তেওঁ পাৰ্টীৰ টিকট নাপাব। কিন্তু এতিয়া তেওঁ গাৱলৈ উভতি আহিব নোৱাৰে। ইয়াৰ কোনো এখন গাৱতো আহি থাকিব নোৱাৰে।

মৃত ককায়েক সিদ্ধেশ্বৰ চৌধুৰীৰ বিধবা পত্নী অযতনত মৰি থাকিল। যোৱা সাত-আঠ বছৰ মাকৰ লগতে গৈ মোমায়েকৰ ঘৰত থকা, ককায়েকৰ একমাত্ৰ সন্তান বিজয়াই এতিয়া ষোল্ল বছৰ পাৰ কৰিছে। বিজয়াৰ ডাঙৰ মোমায়েকে এতিয়া বিজয়াৰ খুৰাকলৈ বেছ চোকা চিঠি এখন লিখিছে ''যাৰ ত্যাগ আৰু বলিদানৰ সুফল আজি আপুনি ভোগ কৰিবলৈ পাইছে সেই ককায়েকৰ পত্নীক আপুনি ঘৰৰ পৰা ঝাড়ুৰে কোবাই এনেকৈ বাহিৰ কৰি দিলে যে.......। যিহওক, তাই মৰি থাকিল আৰু দুখৰ পৰা উদ্ধাৰ পালে। কিন্তু আপোনাৰ 'মূৰৰ কামোৰণি' দূৰ হোৱা নাই। এতিয়া আপুনি আৰু অলপ কষ্ট ভোগ কৰিবলৈ বাকী আছে। বিজয়া এতিয়া বিবাহযোগ্যা হৈ উঠিছে.... আপুনি যদি মোৰ এই পত্ৰৰ প্ৰতি কোনো গুৰুত্ব নিদিয়ে তেতিয়া হলে মই দুখেৰে সৈতে আপোনাৰ দলপতিলৈ সকলো কথা লিখিবলগীয়া হ'ব!'

এইবাৰ দুৰ্গাপূজাৰ বন্ধত ৰামেশ্বৰ বাবু নিজৰ পৰিবাৰেৰে (ভাগলপুৰীয়ানী) সৈতে ৰানীডিহতলৈ আহিল। নাৰায়ণগঞ্জলৈ মানুহ পঠিয়াই দি বিজয়াক মতাই নিলে। কালীপূজাৰ পিচত পাটনালৈ উভতি আহিবৰ সময়ত গঙ্গাপুৰীয়ানীয়ে ক'লে, ''বিজয়, ইয়াত আৰু দহদিনমান থাকি বাৰীৰ শাক-পাচলিখিনি লগাই থৈ যা। এমাহৰ পিচত ভাগলপুৰীয়ানী বোৱাৰীতো ধান কটাবলৈ আকৌ ইয়ালৈ আহিবই। তই তাইৰ লগতে গুচি যাবি।''

কথাটো ৰামেশ্বৰ বাবুৰো মনে ধৰিলে। ক'লে, ''হয় হয়, ন-খোৱাৰ পিচতহে বিজয়া যাব, পাটনালৈকে।''

কিন্তু পৰহি এখন চিঠি আহিছে— ধান কটাবলৈ এইবাৰ তেওঁ আহিব নোৱাৰে। ঘৰটো সাজি আছে। ৰাতিয়ে-দিনে মজুৰি মিস্ত্ৰীৰ লগত লাগি থাকিব লাগে। অহা সপ্তাহত ঢালাই হ'ব। গতিকে 'শামা-চকেৱা' উৎসৱৰ পিচত বিজয়াৰ সৰু মোমায়েকৰ লগতে তাই গুচি আহক পাটনালৈ..... জৰুৰ কিন্তু আহিব লাগিব... জৰুৰ.....।

আজি গধূলিকৈ বিজয়াৰ সৰু মোমায়েক নাৰায়ণগঞ্জৰ পৰা আহিব। কাইলৈ গাড়ীত বিজয়া পাটনালৈ গুচি যাব।

চুৰমুনিয়াই ঘৰখনৰ মাত্ৰ এটা কামহে কৰে। সন্ধিয়াৰ সময়ত তাই পূব ফালৰ চুবুৰীটোত থকা চাহুৰ দোকানলৈ গৈ বস্তু কিনি আনি দিয়ে মাকৈ, বুট, লোণ, তেল, বিড়ি এইবোৰ। হিচাপত কেতিয়াও এটা পইচাও ভুল নকৰে। তাই নিজৰ ককাক আইতাকতকৈ বেছি হিচাপ কৰিব পাৰে। চাহুৰ দোকানত হোৱা মেলত চুৰমুনিয়াই ৰসৰো যোগান ধৰে ''এতিয়া বিজয়াদি গুচি যাবগৈ। কাইলৈকে যাব।''

''আৰু গঙ্গাপুৰীয়ানী?''

''সেইজনী গুচি গলে কোনে আক' কলম দিয়া আমৰ বাগিচা ৰাতি পহৰা দিবলৈ সাৰ পাই থাকিব?.......''

তাইৰ কথা শুনি আটায়ে ঢেকঢেককৈ হাঁহিলে। ৰামফলৰ ঘৈণীয়েকে সুধিলে, ''আৰু তোক হবলা লৈ নাযায় বিজয়াই?''

''ধেৎ! মই কিয় যাম?''

সচ্চিদা আহিছিল দোকানৰ পৰা পাঁচ পইচাৰ কৰ্পূৰ কিনিবলৈ। কাইলৈকে বিজয়া যাবগৈ বুলি শুনি স্তব্ধ হৈ গ'ল।

গাঁৱৰ ভাগি-ছিগি পৰা নামঘৰটোত খঞ্জৰী বজাই সতগুৰুৰ নাম-গুণ গোৱা গাওঁখনৰ একমাত্ৰ বাবাজী সুৰতদাস বৈৰাগীয়ে ক'লে ''সকলো যাব। এজন এজনকৈ সকলোৱেই এদিন যাব''।

সকলোৰে লগত কাজিয়া কৰা বুলি গাৱঁৰ বিখ্যাত তিৰোতা বণ্টাৰ মাকে ক'লে, ''এই বাবাজীটোৰ মুখখনৰ পৰা কুলক্ষণীয়া কথাৰ বাহিৰে আন একোকে ভাল কথা নোলায়। যেতিয়াই তেতিয়াই শুনিবা মাত্ৰ সকলো যাব। এই বুঢ়া বাবাজীটোৱে যেতিয়াৰ পৰাই সেইয়াৰ কথা কবলৈ ললে তেতিয়াৰ পৰাই গাঁৱৰ সকলো 'ডেকা-ডঙুৱা' গাওঁখন এৰি থৈ গুচি গৈছে। চহৰৰ পানীতনো কি আছে কব নোৱাৰোঁ, যিয়ে এবাৰ এঢোক খাইছে সি আৰু গাৱৰ পানী হজম কৰিব নোৱাৰে। গোবিনতো গলেই, লগতে পঞ্চকৌড়িয়া আৰু সুগৰাকো লৈ গ'ল। তাৰ পিচত বামুন চুবুৰীৰ গ'ল দুই বুঢ়া অৰ্জুন মিশ্ৰ আৰু গেন্দা ঝা.......''

ৰামফলৰ ঘৈনীয়েকে বণ্টাৰ মাকে কৈ থকাৰ মাজতে মাত দিলে, ''অৰ্জুন মিশ্ৰ আৰু গেন্দা ঝাৰ কথা কৈছা, মাহী? তুমি জানো কাৰোবাক সুধিছিলা সেই দুটা মানুহে গাৱঁত কি কৰিছিল বুলি? অকামিলা হৈ থাকি দুইটাই ইটোৰ দুৱাৰমুখৰ পৰা গৈ সিটোৰ

দুৱাৰমুখত বহি হাতৰ তলুৱাত চাধা মলিছিল আৰু দাঁত উলিয়াই ঘৰে ঘৰে ভিক্ষা খুজি দিন নিয়াইছিল। এতিয়া চহৰলৈ গৈ দুইটাই 'হোটিল'ত ভাত ৰান্ধিছে। যোৱা মাহত অৰ্জুন আহিছিল। আজিকালি বেগত তামোল-পানৰ টেমা আৰু মুখত খোৱা ধপাত লৈ ফুৰে। পেট ওলাই গৈছে।"

"তেন্তে তয়ো ৰামফলক কিয় পঠিয়াই নিদিয়? তাৰো পেট ওলাব।"

কোনোবা এটাই মাত লগালে, "থ থ! আটাইবোৰে ইয়াৰ পৰা গৈ চহৰত 'ৰিক্সাগাড়ী' বল দিয়েগৈ। এ ৰাম! এক্কাৰেই হ'ল।"

উত্তৰটোও আহিল। "কিয়? ৰিক্সা টনা বৰ বেয়া কাম নেকি? পাঁচ টকাকৈ দিনে আৰ্জন কৰা কাম ইয়াত কি আছে বাৰু?"

সকলোৰে মূৰ তুলি চালে, কৈবৰ্ত চুবুৰীৰ সচ্চিদালৈ। পাঁচ পইচাৰ কৰ্পূৰ নিবলৈ অহা সচ্চিদাই সুধিছে, "কওক এতিয়া?"

কোনেও একো উত্তৰ দিব নোৱাৰিলে।

সচ্চিদা গুচি যোৱাৰ পিচত চুৰমুনিয়াই মুখখন বিকটাই ক'লে, "এওঁৰো পাখি টপ্‌টপাইছে দেই।.... এইটোও এদিন উৰা মাৰিব ফুৰুতকৈ....।"

হা হা হা হা! বহুত পৰলৈকে হাঁহিৰ খলখলাই থাকিল তাত। মানুহবোৰে তাইৰ কথাত হাঁহি আছিল বহুত সময়লৈ। এনেতে চুৰমুনিয়াৰ আইতাকে চিএঁৰিলে,"অ' চুৰমুনিয়া।"

নিশা চুৰমুনিয়া বৰঘৰীয়া হাউলিতে শোৱে, গঙ্গাপুৰীয়ানী আইতাকৰ লগত। আইতাকে পুৱা-গধূলি চাহ খায় বাবে তাইৰো চাহ খোৱাৰ অভ্যাস এটা হ'ল। আজি দেওবাৰ। আজি ৰাতি দুবাৰ চাহ খাব গঙ্গাপুৰীয়ানী আইতাকে।

কিন্তু আজি চাহ খাবলৈ তাইৰ মন যোৱা নাই। চুৰমুনিয়াই নিজৰ কোঠাত একো কথা নোকোৱাকৈ জুইত তুলি দিয়া কেটলিটোত পানীৰ উতল শুনি হাত ভৰি কোচাই বহি আছিল। আইতাকে ধেমালি কৰি তাইক সুধিলে, "আজিনো তই কাৰ বিৰহত পৰি এনেকৈ মন মাৰি আছ?"

চুৰমুনিয়াই খং কৰি উঠিল, "তোৰ কথা শুনি মোৰ ভাল নালাগে।"

"আই ঐ, মোৰ ভাল কথাৰ বুঢ়ীমাকজনী ঐ! আজিনো বাৰু তোৰ হৈছে কি?"

চুৰমুনিয়াই কি বুলি কব!

সকলোৱেই এটা এটাকৈ গাওঁ এৰি গুচি গৈছে। সচ্চিদাও যদি যায়গৈ তেনেহলে কাবাদী খেলত অকলেই পাঁচপাক মাৰি কাৰ দলে জিকিব? আকাশৰ সমান ওখ যেন আৰু ভূত-প্ৰেত থকা জামু গছত উঠি চহৰৰ মৌ-বাহ বাৰু কোনটোৱে কাটি আনিব পাৰিব? হোলিত জাগীড়া আৰু ভড়ৌৱা গাব পৰা- কুস্তীৰ পথাৰত তাল দিব পৰা..... সচ্চিদা দাদা।

..... যোৱা বছৰৰ পৰা হোলিৰ আনন্দ সেমেকি আহিছিল। আঠ-ন বছৰীয়া চুৰমুনিয়াৰ অকনমানি অন্তৰখন কিবা অজ্ঞান আশংকাত কঁপি উঠিছিল? কি থাকিব ইয়াত?

চুৰমুনিয়াই করুণ সুৰেৰে গাই গাই বিনাব খুজিলে— এটা পদৰ পিচত আন এটা পদ লগাই তাই গাবও জানে। লাহে লাহে তাই সুৰ জুৰিলে 'অ' মোৰ আই ঐ.....'।

গঙ্গাপুৰীয়ানী আইতাকে তাইক দাবি দিলে, "থ থ। এই পেন্দুকণা নটীজনীৰ ঢং নাচাবা কি? সন্ধিয়াখন তাই নাকী-কান্দোন জুৰিবলৈ বহিছেহি। উঠি আহ, ওলাই চাহি বিজুৰে কিয় মাতি আছে।"

"গোলপাৰকটো কি, ভাই?"

গাঁৱৰ ডেকা ল'ৰাবোৰৰ মনত যে কিমান কৌতূহল, ফুলকনৰ পৰা চহৰৰ গল্প শুনি শুনি! আটাইবোৰ মজাৰ গল্প। এইবোৰ গল্পত কিন্তু এটা খাচ গোন্ধ আছে ফুলকনৰ বাবৰী চুলিখিনিৰ পৰা অহা গোন্ধটোৰ নিচিনা গোন্ধ এটা।

ফুলকনে ফুলজাৰি উৰাই আছে। "ৰাজিনৰ নগৰ? তাৰ বিষয়ে মোক নুসুধিবি, ভাইহঁত। চালা, এনেকৈ চহৰখনত ঘৰবোৰ উঠিবলৈ ধৰিছে যেন মাটিৰ পৰা সদায় কাঠফুলাহে ওলাই আছে। কিয় নহব বাৰু? তাত মানুহে কিবা হাতেৰে কাম কৰে নেকি? চিমিট-চুৰ্কিৰ পৰা আৰম্ভ কৰি চুণ লগোৱালৈকে সকলো কামেই মিচিনে কৰি দিয়ে! চুলি কাটিবলৈ যাবি, নাপিতে এনেকুৱা এটা মিচিন লগাই দিব যে কাম খতম।..... দহটা খোজ গলেই এটা এটা গোলপাৰক.....।"

"গোলপাৰক কি, ভাই?"

"এতিয়ানো মই কেনেকৈ তহঁতক বুজাও গোলপাৰকটো কি আৰু কেনেকুৱা! দেখিলেহে বুজি পাবি। মুখেৰে কৈ তাৰ ৰংবোৰ মই ক'ৰ পৰা আনিম? ইয়াকে বুজি ল, ঘাঁহ-বনৰ এখন বৰ ডাঙৰ সাতৰঙৰ দলিচা মাটিৰ ওপৰত পাৰি থোৱা আছে।... সন্ধিয়া হলে দীঘল দীঘল ধুনীয়া খুঁটা কিছুমান ফট্ ফট্‌কৈ জ্বলি উঠে আৰু তাৰ আধা পোহৰত ঠাণ্ডা বতাহ খাই খাই আদনাঙঠ ছোৱালীবোৰে..... ছোৱালী বুলি কি কবি, সাইলাখ ফিলিং ইষ্টাৰ.....।"

"ফিলিং.... কি?"

"ধেত্তেৰি! ফিলিং ইষ্টাৰ কি তাকো নাজান? হেৰৌ পিক্‌চাৰত থকা ছোৱালী পিক্‌চাৰত থকা।"

"পিক্‌চৰ?"

"এতিয়া মই তহঁতক কেনেকৈ বুজাম?.... মানে চিনেমাত যে ফটো ওলায় সেইবোৰ ছোৱালী। বুজিলি?"

"..... পিক্‌চাৰৰ ছোৱালী, ফটো ওলোৱা ছোৱালী?" কি কৈছে এইবোৰ ফুলকনে? কি আছিল আৰু কি হৈ সি ঘূৰি আহিছে? তাৰ কথাত গাঁৱৰ ল'ৰাবোৰৰ মনবোৰ উগুলথুগুল লাগিল। ফুলকনে পাটনাত 'ৰিস্কা গাড়ী' চলায়। ..... নচলায় 'ডেলিভাৰী' কৰে। ফুলকন হৈছে 'ৰিস্কা ডেলিভৰ'।

"বাৰু, ৰিস্কা ডেলিভৰৰ কাম কিমান দিনত শিকিব পাৰি?"

"ওস্তাদ মানুহে শিকালে আৰু শিকাটোৰ বুদ্ধিৰ জোৰ থাকিলে তিনিটা দিনতে 'হেণ্ডিল' চিধা কৰি ৰাখিব পাৰিব। আচল 'চীজৱা' (বস্তুটো) হৈছে 'হেণ্ডিল'।"

গাৱঁৰ ল'ৰাবোৰে মন কৰিছে, ফুলকনে কথাই প্ৰতি 'ৱা' একোটা লগায়। 'চীজ'ক কৈছে 'চীজৱা' বুলি আৰু.....

এইবাৰ ফুলকনে জেপৰ পৰা ফটোৰ লেফাফা এটা উলিয়ালে, "চাইঁত, কোনে চাব খোজ.....!"

"বাপ্ ৰে বাপ্......।"

"ফিলিঙৰ ফটো মৰা ছোৱালীৰ ছবি?"

"আই ঐ! ৰাস্তাইঘাটে এনেকুৱা 'কাছ-লেঙ্গুটি' পিন্ধি ফুৰি ঘূৰি ফুৰে? কোনেও একো নকয় নে?"

ছবিবোৰে আটাইবোৰ 'লাণ্ডা' ল'ৰাৰ মূৰৰ ভিতৰত নাচিবলৈ ধৰিলে। নাচিয়েই থাকিল।...... নিশাও সপোনত ফটোৰ ছোৱালীবোৰে নাচি থাকিল আৰু কোনো কোনোৱে সপোনত ভ্ৰমো বকিলে।

বিজয়াৰ আচৰিত লাগিল কথাবোৰ। গাঁওখন উদং হ'ব বুলি বা গাওঁখন ভাগি যাব বুলি যিমানখিনি দুখ বেজাৰ এই কণমানি ছোৱালী চুৰমুনিয়াৰ হৈছে, তেনেকুৱা আৰু কোনোজনৰে হোৱা নাই। বিজয়া গাওঁখনলৈ সাত-আঠ বছৰৰ মূৰত আহিছে যদিও তাতে কি হ'ল? তায়োতো এইখন গাঁৱৰে ছোৱালী।

যেতিয়াই পাটনালৈ যোৱাটো ঠিক হ'ল, তেতিয়াৰে পৰা ভিতৰি ভিতৰি তাই ৰজনীগন্ধাৰ ঠাৰিৰ দৰে আঁতৰি পৰিছে। পাটনালৈ যাবৰ তাইৰ মন নাই। এইখন গাৱঁতে তাই থাকিব খোজে।.... দেউতাকলৈ তাইৰ মনত পৰিছে, মনত পৰিছে মাকলৈ। একেলগেই মনত পৰিছে। বুকুখন ভাগি যায় বুঢ়া তেতেলী গছ জোপালৈ চালে, বাৰীখনলৈ চালে, পশু-পক্ষীবোৰক দেখিলে— এই আটাইবোৰেই তাইৰ বিশ্বাস দৃঢ় কৰেহি। এখন নেদেখা আঁচলে তাইৰ মূৰটো সদায় আবৰি আছে। ইয়ালৈ অহাৰ পিচৰ পৰা তাইৰ এনে লাগিছে যেন দেউতাকে বাগিচাত বহি আছে, মাকে পাকঘৰত ৰান্ধি আছে। সেইকাৰণে মোমায়েকৰ গাওঁ আৰু ঘৰে কেতিয়াও তাইক আকৰ্ষণ কৰিব পৰা নাই। নিজৰ দেউতাকৰ ভিটাত লাগিলে সৌ ভগা জুপুৰীটোতে থাকি তাই সুখত থাকিব।.......

"বিজয়াদি।"

...... চুৰমুনিয়াই বোধহয় আজি চোৰ ধৰা পেলালে। ইয়ালৈ অহাৰ পৰা বিজয়াই ৰাতি সদায় কান্দি থাকে মনে মনে। সদায় পুৱা উঠি গাৰুৰ গিলিপ সলাব লাগে।

"বিজয়াদি।" চুৰমুনিয়া শোৱাৰ পৰা উঠি বহিল।

গঙ্গাপুৰীয়ানী আইতাকে কাটি হৈ বাগৰ এটা মাৰি ভোৰভোৰাই উঠিল, "কিয় গোলমাল কৰি টোপনি ভাঙিছ, অনাহকতে?"

বিজয়াই কেৰাহিকৈ চাই দেখা পালে চুৰমুনিয়াই শুই থকা গঙ্গাপুৰীয়ানী আইতাকৰ ফালে চালে মুখখন ভেঙুচালে। তাৰ অৰ্থ হ'ল 'তোৰ তাতে কি হ'ল? দুবাৰ তই চাহ খাই ললি। ইফালে ইয়াত বিজয়াদিয়ে কালিৰে পৰা ভাত-পানী এৰি পৰি আছে।'

বিজয়াই চালে, চুৰমুনিয়া উঠি বাহিৰলৈ গ'ল। আকাশৰ তৰালৈ চালে আৰু তাৰ পিচত কৈ কৈ ভিতৰলৈ আহিল "ইস্ ৰাতি এতিয়াও বহুত বাকী আছে"।

চুৰমুনিয়া আহি বিজয়াৰ ভৰি পথানত বহি পৰিল আৰু লাহে লাহে বিজয়াৰ ভৰি দুখনত হাত ফুৰাই দিলে।

...এই ছোৱালীজনীয়ে আৰুহে জোকাৰি পেলাইছে, মায়াৰ জৰীৰে বান্ধি। বিজয়াই ভৰিহাল কোচাই কলে, "এইবোৰ কি কৰিছ?"

চুৰমুনিয়াই হাঁহিলে, "তুমিতো সাৰ পায়ে আছিলা। উত্তৰ কিয় নিদিয়া?

"তোৰ টোপনি অহা নাছিল?"

চুৰমুনিয়াই আইতাৰ ফালে দেখুৱাই ইঙ্গিতেৰে কলে,"আইতাৰ নাকৰ যিহে শব্দ যেন গছ-কটীয়াই কৰতহে চলাইছে।"

বিজয়াৰ হাঁহি উঠি গ'ল। দাবি এটা দি কলে, "মিছা কথা কৈছ তই! আইতাৰ নাকে আজি এবাৰো মতা নাই।"

"তুমি যদি সাৰ পাই থকা নাছিলা, তেনেহলে কেনেকৈ গম পালা?" চুৰমুণিয়া জিকিল "জানা বিজয়াদি? সচ্চিদাও এতিয়া চহৰলৈ গুচি যাব যেন লাগিছে।...... যা ভাই, চব যাগৈ। ইয়াত গাঁৱত কিটো আছে? চহৰত বাইস্কোপ আছে, চাৰ্কাচ আছে, চলিমা আছে...."

"তই গুৱলৈ দিবিনে?" বিজয়াৰ বুকুখন পাতল লাগিল অলপ।

"নিদিওঁ।"

"কিয়?"

"কাইলৈ ৰাতিৰ পৰাতো আৰু তোমাক নাপাওঁ। আজি গোটেই ৰাতি তোমাক জুলাম।"

অলপ সময় একো নোকোৱাকৈ মনে মনে থাকিল। দুয়ো হুমুনিয়াহ পেলালে।

"বিজয়াদি।" চুৰমুনিয়াই দীঘল দি শুই ললে।

"কি হল আকৌ?"

"চহৰৰ ল'ৰাক বিয়া নকৰাবা।"

বিজয়াই ঢেকঢেককৈ হাঁহি দিব খুজিছিল; কিন্তু বৰ কষ্টেৰে হাঁহিটো বন্ধ কৰি সুধিলে, "কিয় বাৰু? চহৰৰ মানুহে তোৰ কি অন্যায় কৰিছে?"

"মোৰ কোনে কি অন্যায় কৰিব!"

"তেনেহলে কাৰনো অনিষ্ট কৰিব?"

"তোমাৰ... বিজয়াদি। তুমি বিয়া নকৰাবা। সেইবোৰ মানুহে তোমাক আৰু কোনোদিনে এইখন গাঁৱলৈ আহিবলৈ নিদিব।"

"কিয়?"

"যেতিয়া গাওঁখনৰ মানুহেই গাওঁ এৰি থৈ গুচি যায়, তেতিয়া বাৰু চহৰৰ মানুহে নিজৰ 'তিৰোতা'ক গাঁৱলৈ আহিবলৈ দিবনে?"

"মোক বান্ধি ৰাখিব নেকি?"

"ওঁ, বান্ধি থব। কোঠাৰ ভিতৰত সুমুৱাই বন্ধ কৰি থব।"

গঙ্গাপুৰীয়ানী আইতা শোৱাৰ পৰা উঠি বহিল আৰু জপ কৰিবলৈ ধৰিলে। দুইজনী মনে মনে থাকিল।

গঙ্গাপুৰীয়ানী আইতা তাৰ পিচত বাহিৰলৈ গ'ল। বিজয়াই দেখিলে চুৰমুনিয়া ইতিমধ্যে শুই পৰিছে। তাই লাহে লাহে তাইৰ জপৰা মূৰটোত হাত বুলাই দিলে।

পুৱা উঠি বাহিৰলৈ ওলায়েই চুৰমুনিয়াই হুলস্থূল লগাই দিলে, "চোৱা চোৱা বিজয়াদি, 'নীলকণ্ঠ' চোৱাহি!" বন জাবৰৰ মাজৰ পৰা তাই জীয়া মাছ এটা ধৰি আনি মাটিৰ বাচন এটাত পানী দি বিজয়াৰ আগত থলেহি। তাৰ পিচত গাৱৰ উত্তৰ ফালে থকা বাবা জীন-পীৰৰ থানৰ মাটি আনিবলৈ গ'ল। পুৱাৰ পৰাই তাই এইবোৰ কামত মগ্ন হৈ আছিল মনে মনে। বিজয়াৰ মোমায়েকে তাইক কেবাবাৰো তাইৰ খং তুলিবলৈ চেষ্টা কৰিলে। বিজয়ায়ো কেইবাৰ মান তাইক জোকালে। কিন্তু তাই মুখেৰে কোনো শব্দই নকৰিলে। আজি তাই গঙ্গাপুৰীয়ানী আইতাৰ গালিবোৰৰ একো উত্তৰ নিদিলে আৰু মুখ ভেঙুচায়ো কাকো নেদেখুৱালে।..... কালি তাই কৈছিল, "জানা বিজয়াদি, তুমি গুচি গ'লে কালিৰ পৰা আইতাই আৰু গালিও নপৰা হ'ব। খালী দিনে-ৰাতিয়ে মুখ ওফোন্দাই বহি থাকিব নহলে চকু মুদি জপ কৰি থাকিব।"

দুপৰীয়া বিজয়াৰ মোমায়েকে গাঁৱলৈ অহাৰ সময়ত চুৰমুনিয়াই মুখ খুলিলে, "মামা, বিজয়াদিকো আপোনাৰ সমুখত বহি লৈ খাবলৈ কওক। কালিৰ পৰা মুখত.... একোৱেই .... দিয়া নাই।"

যেন বালিৰ বান্ধ এটাহে হৰহৰাই ভাগি পৰিল। হাও হাওকৈ কান্দি উঠিল চুৰমুনিয়া; "বিজয়াদি ইয়াৰ পৰা .... ভোকে-পিয়াহে .... শুচি যাবগৈ ই-ই...."

চুৰমুনিয়াৰ কান্দি কান্দি ৰঙা পৰা চকুহালত বিজয়াই কিবা এটা পালে আৰু তাই শিয়ৰি উঠিল।..... কান্দি কান্দি এই ছোৱালীজনী মৰি যাব! শোকে খুন্দা মৰা মাতেৰে বিজয়াই তাইক বুজাবলৈ যত্ন কৰিলে, "বল বাৰু, আগতে তই গাটো ধুই ল। মই তোৰ লগত বহি ভাত খাম। উঠ!"

বিজয়াৰ মোমায়েকৰ আচৰিত লাগিল। আজিলৈকে বিজয়াই কোনো ল'ৰা-ছোৱালীক এনেকৈ মৰমেৰে কথা কোৱা নাই। তেওঁ লৰা-লৰিকৈ খাই বাহিৰ দালানলৈ গ'ল।

বিজয়াই চুৰমুনিয়াক গা ধুৱাই দিলে। গঙ্গাপুৰীয়ানী আইতাই বাহিৰলৈ গৈ দুটামান অভদ্ৰ গালিও পাৰিলেগৈ। কিন্তু তেওঁৰ গালি শুনিও চুৰমুনিয়াই মাথোন কান্দি থাকিল। ..... কালিৰ পৰা আইতাই গালি পাৰিবলৈকো এৰি পেলাব।

খোৱাৰ সময়ত বিজয়াই ক'লে, "পেট ভৰাই খা।"

চুৰমুনিয়াই ক'লে, "ময়ো তোমাক তাকে কৈছোঁ।"

তাৰ পিচত দুয়ো হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি আকৌ কান্দোন।

বাহিৰৰ পৰা মোমায়েকে জ্ঞান দিলে, "তিনিটা বাজিল"। অৰ্থাৎ আৰু দুঘণ্টা বাকী আছে। চাৰে ছয়বজাৰ গাড়ী ধৰিবলৈ হলে ঘৰৰ পৰা পাঁচ বজাতে ওলাব লাগিব।

চুৰমুনিয়াই মাত লগালে

"যমৰাজ!"

বিজয়াই হাঁহি হাঁহি বাগৰি পৰিল।..... তাইৰ মনৰ কথাকে কৈছে চুৰমুনিয়াই।

চাওতে চাওতে বেলি পৰি আহিল। আৰু মাত্ৰ এঘণ্টা আছে!

সকলো জিনিচ-পত্ৰ বাহিৰৰ দালানলৈ পঠিয়াই দিয়াৰ পিচত বিজয়াই চুৰমুনিয়াক গোসাই ঘৰলৈ মাতিলে। গঙ্গাপুৰীয়ানী আইতাই পাকঘৰত পায়স বাঢ়ি আছিল। চুৰমুনিয়া ভিতৰ সোমাই গ'ল।

"শুন চুৰমন, এই ফালে আহ। তই সদায় এই ঘৰটো সৰা-মচা কৰিবলৈ আৰু সন্ধিয়া চাকি-ধূপ লগাবলৈ নাপাহৰিবি।"

"তুমি কব নালাগে। মই ঘৰৰ 'দেৱতাপিতৃৰ'ৰ পৰা আৰম্ভ কৰি গাৱঁৰ দেৱতা বাবা জীন-পীৰৰ থানলৈকে সদায় সৰা-মচা কৰিম। মই মনে মনে এই বুলি খাটি আছোঁ হে আই গৌৰী পাৰবতী... হে বাবা জীন-পীৰ..... মোৰ বিজয়াদিক যেন কোনেও চহৰত বান্ধি থব নোৱাৰে। যিদিনা তুমি আকৌ ঘূৰি আহিবা সেইদিনা মই দেৱীৰ 'গহ্বৰ'ত নাচিম ..... মূৰত ফুলৰ মালা লৈ। তুমি উলটি আহিলেই সকলোবোৰ উলটি আহিব। ভাল-বেয়া, পলৰীয়া-ভগনীয়া সকলোৱেই ঘুচি আহিব। তুমি যদি নাহা, তেন্তে এই গাওঁখনত

থাকিবলৈ আৰু কি আছে? যিবোৰ আছে সেইবোৰো এদিন নাথাকিব। কেৱল গাওঁখনৰ চিন, ঘৰবিলাক........"

"নহয় চুৰমুন, এনে কথা নকবি।"

"তুমি সইত খোৱা। মোৰ গা চুই কোৱা......।"

চুৰমুনিয়াই চকুৰ পলক নপৰাকৈ বিজয়ালৈ চাই থাকিল। বিজয়াও তাইৰ চকুৰ মাজত ডুবি গ'ল, "চুৰমুন, মই চহৰত থাকিব নোৱাৰিম। মই উলটি আহিম। ইয়াতেই মই জীয়াই থাকিম, ইয়াতেই মই মৰিম......।"

"নাই নাই, যাত্ৰাৰ সময়ত এনে কুলক্ষণীয়া কথা মুখলৈ নানিবা।..... জানা বিজয়াদি, মোৰ কেনেকুৱা লাগিছে। কওঁনে? ..... মোৰ এনেকুৱা লাগিছে, তুমি যেন মোৰ ছোৱালী আৰু মই তোমাৰ মা। তুমি মোক..... মানে ...... নিজৰ মাৰাক চিৰদিনৰ বাবে এৰি গুচি যাবলৈ ওলাইছা।"

বিজয়া চঁক খাই উঠিল, কিছু পৰিমাণে। তাই চুৰমুনিয়াৰ মুখখনত হৈ যোৱা অতীতৰ ঘটনাবোৰৰ ছাঁ দেখা পালে। ক'লে, "হয়, তই মোৰ মা।.... তয়েইহে মোৰ মা....।"

চুৰমুনিয়া আনন্দ-বিভোৰ হ'ল। "বিজয়াদি, অন্তৰখন সৰু নকৰিবা। নাকান্দিবা। ..... হিয়াখন টান কৰা।..... কিবা বেয়া কথা কৈছোঁ যদি আৰু শুনিছা যদি সেইবোৰ মাফ কৰিবা।..... বাৰু, এতিয়া মই তোমাৰ ভৰিত সেৱা এটা কৰোঁ দেই।"

গৰু গাড়ীখন চলিবলৈ ধৰিলে। দালানৰ ওচৰৰ পৰা গঙ্গাপুৰীয়ানী আইতাৰ সতে চুৰমুনে সেইফালে চাই থাকিল।

বিজয়াই আঙুলিৰ মূৰত গনি চালে— এঘাৰ মাহ হ'ল। এঘাৰক ত্ৰিশৰে পূৰণ কৰিলে তিনিশ ত্ৰিশ.....!

চুৰমুনিয়াই ঠিক কথাই কৈছিল। সচ্চিদাও চহৰলৈ আহিল আৰু এটা প্ৰাইভেট কোম্পানীত দাৰোৱান হৈছেহি। গাঁৱৰ পৰা অহা যাকে লগ পাইছে তাকে বিজয়াই চুৰমুনিয়াৰ খবৰ সোধে। আৰু সোধে "তুমি গাওঁ এৰি আহিলা কিয়?" সচ্চিদাই ইয়াৰ উত্তৰত কৈছিল "চুৰমুনিয়া এতিয়া একেবাৰে ভকতনী হৈ পৰিছে। সদায় পুৱা গা ধুই উঠি শিৱ মন্দিৰলৈ যায়।..... মানুহে তাইৰ গাত কোনোবা দেৱতাই ভৰ কৰিছে বুলিহে কবলৈ লৈছে।"

.... যিদিনা বিয়াৰ দিন খাটাং হ'ল, সেইদিনা বিজয়াৰ হিয়াখন মোচৰ খাই গ'ল। তাইৰ চুৰমুনিয়াৰ কথা মনত পৰিল। বিয়াৰ সময়তো চুৰমুনিয়াৰ কথাই তাইৰ মনটো বিন্ধি আছিল।

..... সি ঠিক কথাই কৈছিল। চুৰমুনিয়াৰ ওপৰত সঁচাকৈয়ে কিবা দেৱতাই ভৰ কৰিছে। বিয়াৰ পিচত সুখে-শান্তিৰে পাঁচটা মাহো কটাব পৰা নাই। বিজয়াই আকৌ আঙুলিৰ মূৰত কিবা গণিলে।

..... বিজয়াৰ গিৰিয়েকৰ এইবাৰ সন্দেহ দৃঢ় হ'ল যে বিজয়াৰ গাঁৱত কোনো ডেকাৰ সৈতে প্ৰণয় আছিল আৰু সেই বিৰহতে এতিয়া বিয়াৰ পিচতো বিজয়াই এনেকৈ অৰ্দ্ধ-বিক্ষিপ্ত আচৰণ কৰিবলৈ ধৰিছে।

..... বিজয়াৰ খুৰাকলৈ উকীলৰ হতুৱাই নটিচ দি সোধা হ'ল যে এনেকুৱা প্ৰবঞ্চনা কৰাৰ বাবে তেওঁৰ ওপৰত কিয় গোচৰ তৰা নহ'ব?

..... বিজয়াৰ স্বামীয়ে ইয়াৰ বাবে পাঁচ হাজাৰ টকাৰ ক্ষতিপূৰণ দাবী কৰিলে বিজয়াৰ খুৰাকৰ পৰা।.... এইবোৰৰ বিষয়ে বিজয়াই একো নাজানে। একো বুজিও নাপায়। আৰু বুজিবলৈও কোনো চেষ্টা নকৰে। মাত্ৰ আঙুলিত কিবা গণি থাকে। গণিয়েই থাকে।

চুৰমুনিয়াই গাঁৱৰ সুৰত দাস বাবাজীৰ হতুৱাই এখন পোষ্টকাৰ্ড লেখোৱাই পঠালে। কেবাটাও ডাকঘৰ ঘূৰি-পকি চিঠিখন বিজয়াৰ স্বামীৰ হাতত পৰিলহি কালি, "বিজয়াদি তুমি কেতিয়া আহিবা? এতিয়া নাহাই।" ইয়াৰ পিচত সুৰত দাস বাবাজীয়ে নিজৰ ফালৰ পৰা লিখিছে, "চুৰমুন এমাহ ধৰি বিচনাত পৰি আছে আৰু কেৱল তোমাৰ নামকে লৈ আছে.....।"

বিজয়াই নিজৰ স্বামীকো একোতে বুজাব নোৱাৰিলে এই চুৰমুন কোন, যাৰ বেমাৰৰ খবৰ পাই তাই প্ৰায় বলিয়াৰ দৰে হৈ পৰিছে। বিজয়াই একেটাই মাত্ৰ জেদ ধৰিছে, "মই আজিয়েই যাম।.... এতিয়াই.....।"

তেতিয়া প্ৰায়ে হোৱাৰ দৰে তাইক ঘৰৰ ভিতৰত বন্ধ কৰি থোৱা হ'ল। কিন্তু এইবাৰ বিজয়াই নাকান্দিলে, নিচিঞৰিলে, দুৱাৰত নুভুকুৱালে, বস্তু দলিয়াই নাভাঙিলে একো নকৰিলে। কৰুণ মাতেৰে কবলৈ ধৰিলে, "মই আপোনাৰ ভৰিত পৰিছোঁ। আপুনি যিহকে কব মই তাকে মানিম।.... মোক মাত্ৰ এবাৰ আপোনাৰ লগত গাঁৱলৈ লৈ বনক। মই থিয়ৈ থিয়ৈ সেই নিঠৰুৱা ছোৱালীজনীক এবাৰ চাম। মৰা হওক বা জীয়া হওক। তাৰ পিচতে মই উলটি আকৌ আপোনাৰ লগত গুচি আহিম।"

"এই চুৰমুনিয়া নো কোন?"

"মোৰ গাৱঁৰ.... এজন ..... চুবুৰীয়াৰ ছোৱালী।"

"কিন্তু তোমাৰ নিজৰ পেটৰ ছোৱালী যেন লাগিছে।"

"এৰা, তাই মোৰ মা হয়। মোৰ মা......।"

"মোক গাঁৱলীয়া বুৰ্বক বুলি নাভাবিবা।"

গোটেই দিনটো কৰি অহাৰ দৰে বিজয়া অকস্মাৎ নিমাত হৈ গ'ল আৰু চকুহাল মুদি লৈ নিজৰ গাঁৱৰ মাকৰ ৰানীডিহলৈ উৰা মাৰিলে। এতিয়া তাইক কোনোবাই মাৰক বা কাটক, যি কৰে কৰক, তাই ঘণ্টাৰ পিচত ঘণ্টা নিজৰ গাওঁখনত পৰি থাকিব। সৌৱা.... দূৰৰ পৰাই দেখা পোৱা গৈছে গাঁৱৰ বুঢ়া তেতেলী গছ জোপা। সেইখনেই জীন-পীৰৰ থানখন।..... আৰু সেয়া বৈ আছে চুৰমুনিয়া।.... ৰানীডিহৰ ওখ ঠাইডোখৰত..... ৰঙা মাটিৰ পথাৰখনত.... অক্ষত- সেন্দুৰ চটিয়াই থোৱা আছে সেয়া। হাজাৰ হাজাৰ মইনা

চৰাইৰ জাক বেলিৰ পোহৰ পৰাৰ আগতেই আহি খেতিৰ মাজত কিচিৰ মিচিৰ কৰিব লাগিছে। চুৰমুনিয়া সঁচাকৈ এজনী চৰাই হৈ গ'ল? উৰি উৰি আহিছে খঞ্জন চৰাইৰ দৰে!.... বিজয়াৰ তলুবাখনত এটি অকণমানি জ্ঞানী চৰাই আহি পৰিলহি।..... চুৰমুন অ'! মোৰ মা.....!

..... ডাক্তৰে বেজী সুমুৱাই দিলে বা কোনোবাই গাত ছুৰী এখন বহুৱাই দিলেহি? যেয়ে আহি মাৰি কাটি যাওক, বিজয়া গাঁৱৰ পৰা ঘূৰি নাযায়, এতিয়া।

(1966)

# পোহৰ

ফতিমাদিক যে কেতিয়াবা দেখা পাম আৰু এনেকৈ দেখা পাম, সেইটো মই কল্পনাও কৰা নাছিলোঁ। গতিকে কিছু পৰলৈ 'পাটনা মাৰ্কেট'খনক এখন স্বপ্নলোক বুলি ভাবি হতভম্ব হৈ থিয় দি আছিলোঁ জোতাৰ দোকানখনত।.... বোৰখাৰে মূৰৰ পৰা ভৰিলৈকে ঢাক খোৱা দুগৰাকী মহিলা আৰু তেওঁলোকৰ লগত পুতলাৰ দৰে ধুনীয়া ন-দহ বছৰীয়া এজনী ছোৱালী। ছোৱালীজনীয়ে দ্বিতীয়বাৰ সুধিলে "মাহীয়ে সুধিছে আপুনি পাটনালৈ কেতিয়া আহিল?"

পইচা গণি থকা দোকানীজনে ক'লে "তাই আপোনাকে সুধি আছে।"

ছোৱালীজনীয়ে হাঁহি দিলে। বোৰখাৰ ভিতৰৰ পৰা হাঁহি দিয়া শুনা গ'ল।..... পৰিচিত হাঁহি। ছোৱালীজনীয়ে হাঁহিছিল মাহীয়েকৰ কিবা কথা শুনি। ক'লে "মোৰ মাহী আপোনাৰ ফতিমাদি।"

এইবাৰ মুগা বৰণীয়া বোৰখাৰ ভিতৰৰ পৰা ফতিমাদিৰ চিনাকি মাতটো স্পষ্টকৈ শুনা গ'ল, "শুনিছিলোঁ তুমি দিল্লী নে বোম্বাইত আছা বুলি?"

"মই যোৱা দহ বছৰ পাটনাতে আছোঁ।"

"আচৰিত কথা! পাটনাতে আছা আৰু তোমাক কেতিয়াও দেখা পোৱা নাই?"

"আৰু আপুনি?....." ইমান পৰৰ মূৰত মোৰ হুঁচ আহিল যেন।

মোৰ কথাৰ মাজতে বোৰখাৰ তলৰ ফতিমাদিয়ে ক'লে, "মোৰ কথা এৰা। নিজৰ কথা কোৱা। বিয়া-বাৰু কৰিলানেকি?"

মই সংকোচ কৰা দেখি তেওঁ ক'লে, "বাকৰগঞ্জ গলিত থকা 'দানিচ মঞ্জিল' দেখিছা নহয়? মই তাতেই থাকোঁ। তোমাৰ পৰিবাৰক লৈ কোনোবা এদিন আহিবা নে? কাইলৈকে আহা, পুৱা আঠ বজাত।"

ছোৱালীজনীয়ে ক'লে, "কাইলৈ পুৱা আঠ বজাত দেখোন হামিদা জেঠাইৰ ঘৰলৈ যোৱাৰ কথা।"

"অ'—অ', হয়।.... পৰহিলৈ আহিবা বুজিছা!"

মোৰ মুখৰ পৰা এনেয়েই ওলাই গ'ল "প্ৰণাম।"

"কুশলে থাকা।"

ফতিমাদিক মই কোনোদিনে 'আদাব অৰ্জ' কৰি পোৱা নাই। তেওঁ মোৰ 'প্ৰণাম' গ্ৰহণ কৰি সদায়ে 'কুশলে থাকা' বুলিয়েই আশীৰ্বাদ দি আহিছে। কিন্তু ফতিমাদিক এনেকৈ মূৰৰ পৰা ভৰিলৈকে ঢকা অৱস্থাত কেতিয়াও দেখা পোৱা নাছিলোঁ। আনকি তেতিয়াও, যেতিয়া তেওঁ চিনাকি মানুহবোৰৰ পৰা নিজক আঁতৰাই ৰাখিছিল।

গোটেই ৰাতি টোপনি নাহিল। চকুহাল মুদিলেই মুগা বৰণীয়া বোৰখাৰে ঢকা ছাঁ-মূৰ্তি এটাই আগত থিয় দিয়েহি।..... বোৰখাৰ জালৰ ভিতৰৰ পৰা চোৱা এহাল চকু! মই হাজাৰ চেষ্টা কৰিও বোৰখাটো গুচাই ফতিমাদিৰ মুখখন চাব পৰা নাই। তাৰ পিচত মই সাৰ পাই চকু মেলি দিওঁ।

নিজৰ গিৰিহঁতজনৰ এনেকুৱা ধৰফৰণি দেখি-শুনি কোনো গৃহিনীয়ে ভয় নোখোৱাকৈ থাকিব পাৰে নে? কিন্তু কথা-সাহিত্যিক এজনৰ পত্নীয়ে এইখিনি কথা বুজি পায় যে কিবা কাহিনী এটা লিখাৰ আগতে তেওঁৰ স্বামীয়ে এনেকৈয়ে অকাৰণতে বিচনাখনত খৰমৰাই বাগৰি থাকে। সেয়ে তেৰো নিশ্চিন্তমনে শুই থাকিল।

ৰাতিটো আৰু টোপনি নাহিল। পত্নীক কলোঁ "তোমাক বাৰু কেতিয়াবা মই ফতিমাদিৰ কথা কৈছোনে?"

"ওহোঁ। কোন ফতিমাদি?"

"এটা কাহিনীৰ ফতিমাদি।" এই বুলি কৈ বাগৰ সলালো।

কাহিনীৰ ফতিমাদি! মোৰ নিজৰে আচৰিত লাগিল যে এতিয়ালৈকে মই নিজৰ পত্নীকে ফতিমাদিৰ বিষয়ে কোনো কথা কোৱা নাছিলোঁ।..... নাই, আচৰিত হ'বলগীয়া একো নাই। এজন দুৰ্ঘোৰ সনাতনপন্থীৰ ছোৱালী আৰু এজন হিন্দু-সভাপন্থীৰ ভনীয়েক এগৰাকীক মই আচলতে জানি-শুনিয়েই কেতিয়াও ফতিমাদিৰ কোনো কথা উল্লেখ কৰা নাছিলোঁ। ভয় আছিল, জানোচা শুনিলেই মুখ বিদৰাই কিবা বেয়া কথা কৈ পেলায়! হয়তো কব এবছাৰ্ড!

এবছাৰ্ড নহয়! অসাধাৰণ!

আজিৰ পৰা ছয়ত্ৰিশ বছৰৰ আগতেও মানুহে কৈছিল এৱনৰ্মেল!..... আধাপাগলী!

মোৰ সৌভাগ্য যে মই এনে এগৰাকী অসাধাৰণ মহিলাক বৰ ওচৰৰ পৰা চাবলৈ পাইছিলোঁ।

.... মনত পৰিছে ১৯৩০ চনৰ সেই সভাখনলৈ। স্কুলৰ পিচফালে খুব ভীৰ। ঠাকুৰবাৰীৰ মানুহ বহা ঠাইডোখৰত গান্ধী টুপী পিন্ধা কেইজনমান মানুহ বহি আছিল। এজনী দহ-এঘাৰ বছৰীয়া ছোৱালীয়ে 'লেক্‌চাৰ' দি আছিল। ছোৱালীজনীক কুৰ্তা আৰু পায়জামা পিন্ধা দেখি বৰ আচৰিত হৈছিলোঁ। শুনিছিলোঁ, তেওঁ আছিল সোণপুৰৰ মৌলবী

চাহাবৰ ছোৱালী। মৌলবী চাহাবে 'খিলাফত'ৰ সময়ৰ পৰা মোটা কাপোৰ পিন্ধিবলৈ লৈছিল, যঁতৰত সূতা কাটিছিল। বগা কুৰ্তা-পায়জামা পিন্ধি কান্ধত ত্ৰিৰঙ্গা পতাকা লৈ থিয় হৈ আছে ছোৱালীজনী!

...... ১৯৩৪ চনৰ প্ৰলয়ংকৰী ভূমিকম্পৰ পিচত দ্বিতীয়বাৰ দেখা পাইছিলোঁ। চাৰিটা বছৰতে বহুত ডাঙৰ হোৱা যেন লাগিল। মহাত্মা গান্ধী আহিছিল ভূমিকম্পত পীড়িত হোৱা লোকসকলৰ ওচৰলৈ। গান্ধীজীৰ ওচৰত মঞ্চত থিয় হৈ ছোৱালীজনীক চিনি পোৱাত একো অসুবিধা হোৱা নাছিল।.... প্ৰাৰ্থনা সভাত কোৰাণশ্বৰিফৰ আয়াত নিজেই পাঠ কৰিছিল মৌলবী চাহাবৰ ছোৱালীয়ে। অনায়াসে দুটা বছৰ জেল খাটি ওলাই আহিছিল। পিচত কৈছিল, গ্ৰেপ্তাৰৰ সময়ত পুলিচৰ লাঠিৰ কোবত বেয়াকৈ ঘাইল হৈছিল।

..... ১৯৩৭ চনত তৃতীয় বাৰ দেখা। ওচৰৰ পৰা চোৱাৰ এইবাৰেই প্ৰথম সুযোগ পাইছিলোঁ। স্কুল-পথাৰত জিলা ৰাজনৈতিক সন্মিলনৰ আয়োজন কৰা হৈছিল। কংগ্ৰেছী মিনিষ্ট্ৰীৰ দিন তেতিয়া। গতিকে স্কুলৰ স্কাউটবিলাকে কংগ্ৰেছী সেৱাদলৰ স্বেচ্ছাসেৱকৰ লগত একেলগে কাম কৰিছিল। সেৱাদলৰ জি-অ'-চিয়ে মৌলবী চাহাবৰ জীয়েকক প্ৰথমবাৰ 'ফতিমাদি' বুলি মাতিছিল। সেই সভাত প্ৰফেছৰ আজিমাবাদীৰ ভাষণৰ সময়ত মুছলিম লীগৰ সমৰ্থকসকলে গোলমাল লগোৱাৰ চেষ্টা কৰিছিল। ফতিমাদি একে জাপেই মঞ্চৰ ওপৰলৈ উঠি গৈছিল আৰু তেওঁৰ সৰল মাতে গোটেই পেণ্ডেলটো কঁপাই দিছিল "বেইমানহঁত! তহঁতে লাজ পোৱা উচিত?"

.... আৰু, ১৯৪৩ চনত তেওঁৰ লগত মই পাঁচটা মাহ দিনে-নিশাই থাকিবলগীয়া হৈছিল। বাৰানসী, লক্ষ্ণৌ, এলাহাবাদ আৰু গোৰখপুৰৰ অলিয়ে-গলিয়ে মুক্তি বাহিনীৰ বিপ্লৱী কাৰ্যসূচী হাতত লৈ মানুহক জগাই ফুৰা ফতিমাদিৰ ছবিবোৰ মোৰ চকুলৈ এখনৰ পিচত এখনকৈ আহিব লাগিছে।..... গ্ৰেপ্তাৰ হোৱাৰ সময়ত পুলিচ-চাৰ্জেণ্টৰ আশ্ৰাব্য গালিৰ উত্তৰ দিয়াৰ সময়ত তেওঁৰ মুখত ফুটি উঠিছিল বিজুলীৰ জ্যোতি; ১৯৪৭ চনত হিন্দু মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত উপদ্ৰৱকাৰীবোৰৰ সৈতে যুঁজোতে তেওঁৰ মুখমণ্ডলত যি আভা উজ্বল হৈ উঠিছিল, আজি বাৰু সেই সকলোবোৰকে এই মুগা বৰণীয়া বোৰখাটোৱে ঢাকি পেলালেনেকি? ই কেনেকৈ সম্ভৱ হ'ল?

..... মই তেওঁৰ মুখখনৰ ঢাকনিখন ডোখৰ ডোখৰ কৰি ফালি পেলাব খুজিলোঁ। ফতিমাদিৰ মুখখন মই চাওঁ, আৰু তেওঁ নিজৰ দুয়োখন হাতেৰে মুখখন ঢাকি ধৰি চিঞঁৰি উঠিছে 'নাই নাই! ওহ.....অজিত ..... মোৰ মুখ নাচাবা.....।'

সপোন ভাগি যোৱাৰ পিচত বহুত সময়লৈকে বিচনাখনত পৰি থাকিলোঁ। অল ইণ্ডিয়া ৰেডিঅ'ৰ 'ছিগনেচাৰ-টিউন' বাজি উঠিল। হঠাৎ মনত লাগিল আকাশবাণীৰ এই 'চিগ্নেচাৰ টিউন'টো সলনি কৰিবৰ বাবে এতিয়ালৈকে কোনেও একো গোলমাল নকৰে

**কিয় ? এইটোতো সম্পূৰ্ণ 'আজ্ঞান' দিয়াৰ এটা সুৰ।.... বেহেলাত এবাৰ ওপৰলৈ আৰু এবাৰ তললৈ বজোৱা নামাজৰ সুৰ।**

'দানিচ মঞ্জিল'ৰ ছিৰিবোৰ উঠোতে মোৰ ধাৰণা হ'ল যেন এই পুৰণা দালানটোৰ ইটাবোৰে মোলৈ আচৰিত হৈ চাব লাগিছে।

"আপুনি কাক বিচাৰিছে ?"

"ফতিমাদিক।"

"কাক ?"

"ফতিমাদিক।"

প্ৰশ্ন সোধাজনে আচৰিত হৈ থিয় দি থাকিল। তাৰ পিচত মুখৰ ভিতৰতে ক'লে "ফতিমাদি ?"

পুতলাৰ দৰে ধুনীয়া ছোৱালীজনী হাঁহি হাঁহি আহি চালাম দিলেহি আৰু ক'লে "মাহীয়ে সুধিছে, আপুনি পৰিবাৰক লৈ কিয় নাহিল ?"

মই বুজি গলোঁ, ফতিমাদি আজিও মোৰ আগলৈ নোলায়। আজিও এই ছোৱালীজনীকে মাজত থৈ কথা-বতৰা পাতিব। সিফালে কোঠা কেইটামানৰ দুৱাৰ জোৰেৰে বন্ধ হ'ল। মধ্যমীয়া শব্দৰে বাজি থকা ৰেডিঅ'টো হঠাৎ বন্ধ হৈ গ'ল। শুনা গ'ল কিছুমান ফুচফুচনি আৰু অসন্তোষৰ শব্দ।

"তুমি বোলে আজিকালি গল্প-চল্প লিখা ?" চিকৰ আঁৰৰ পৰা তেওঁ সুধিলে।

মজিয়াখনত পাৰি থোৱা ফটা সতৰঞ্চি খনলৈ চাই উত্তৰ দিলোঁ, "হয়, মিছা কথা কোৱাৰ অভ্যাসকে এতিয়া বৃত্তি.....।"

হাঁহিৰ খিলখিলনি শুনি 'দানিচ মঞ্জিল'ৰ কেইখনমান খিৰিকী সশব্দে খুলি গ'ল। লগে লগে ভজা পিয়াজৰ গোন্ধেৰে কোঠাটো ভৰি গ'ল। আৰু এই গোন্ধটোৱে মূৰ মূৰত আনি এটা ঘটনাৰ কথা সমুৱাই দিলেহি।.... এন-চি-চি কেম্পৰ বাবুৰ্চিখানাত বিহৰ বটলেৰে সৈতে ধৰা পৰা সেই মুছলমান ডেকাটোৰ কি নাম আছিল ?

পুতলাৰ দৰে ছোৱালীজনীৰ নাম নগমা। তাই চাহ একাপ লৈ আহিল। মই মিছা মাতিব খুজিছিলোঁ; কিন্তু একো ক'ব নোৱাৰিলোঁ। চাহৰ পিয়লাটো হাতত লৈ মই সুধিলোঁ "তেন্তে ফতিমাদি, আপুনি ইমান দিন.... মানে মই কব খুজিছোঁ.... আপুনি যে ক'ত নোহোৱা হৈ গ'ল ?"

উত্তৰ আহিল, "তোমাৰ পৰিবাৰক লৈ কেতিয়াকৈ আহিবা ?"

**মই চকু মুদি চাহ খাবলৈ ধৰিলো। মই বুজি পালোঁ, ফাতিমাদিয়ে মোৰ প্ৰশ্নৰ উত্তৰ দিব খোজা নাই। তেতিয়া মোৰ কিছু সন্দেহ হবলৈ ধৰিলে, এই খাতুন মোৰ ফাতিমাদি নহয়, আন কোনোবাহে।**

**মই বহাৰ পৰা উঠিলো। নগমাই তামোল লৈ আহিল। এইবাৰ মই পোনে পোনে**

মিছা কথা এবাৰ কৈ দিলো, "তামোল মই নাখাও।"

যাবৰ সময়ত মই সাহ কৰি কৈ পেলালোঁ, "ক্ষমা কৰিব, মোৰ ধাৰণা হৈছে আপুনি মোৰ ফতিমাদি নহয়....।"

"তুমি ঠিকেই বুজিছা, আজিজ।"

আজিজ? মই পুনৰ চঁক খালোঁ। মনত পৰি গ'ল, ফতিমাদিয়ে মোক অজিত বুলি নামাতি আজিজ বুলিহে মাতিছিল। মই মাতবোল নোহোৱাকৈ থিয় দি থাকিলোঁ আৰু পৰ্দা/প্ৰেৰক্ষনৰ সিফালে আকৌ এবাৰ হাঁহিৰ খিলখিলনি উঠিল।

'দানিচ মঞ্জিল'ৰ ছিৰিবোৰেদি নামি আহোতে মোৰ মনত হ'ল, এই পুৰণি দালানটোৰ ইটাবোৰে মোলৈ অবজ্ঞাৰে চাব লাগিছে।.... মই সেই ডেকাটোৰ নামটো মনত পেলাবলৈ চেষ্টা কৰিলোঁ, যিটোৱে এহাজাৰ কেডেটৰ খোৱা-বস্তুত বিহ ঢালি দিছিল।

'আমজাদিয়া হোটেল'ৰ সমুখত বেৰত উৰ্দুত লিখা এখন পোষ্টাৰ মৰা আছিল। বৰ ডাঙৰ ডাঙৰ আখৰেৰে লেখা আছিল 'নেচনেলিষ্ট মুছলিম কনভেন্সন মুৰ্দাবাদ.....! বেইমানিৰ পৰা সাৱধান!'

সেই ঘৃণা মিহলি পোষ্টাৰখন পঢ়ি উঠি এজন মৌলানাই ঘৃণাৰে কৈ উঠিল "এই কুকুৰৰ পোৱালীহঁতে কপাহ ধুনিবলৈ বাদ দি এতিয়া জাতিটো ধুনিবলৈ ধৰিছে। ইহঁতক বেছকৈ এশিকনি দিব লাগিব। কটা নেচনেলিষ্টৰ পোৱালিহঁত......!"

মোৰ গাটো বেয়া লাগিবলৈ ধৰিলে। ৰিক্সা এখনত উঠি লৈ মোৰ হাতৰ নাড়ী পৰীক্ষা কৰি চালোঁ। বুকুখন অসম্ভৱ ধৰণে ধপধপাবলৈ ধৰিছে। ঘামেৰে গা তিতি গৈছে।.... চাহকাপত অলপ তুলসীৰ গোন্ধ আছিল নেকি বাৰু?...... সোফালে জেনেৰেল হস্পিতাল আৰু বাওফালে পুলিচ থানাখন। ভাবিলোঁ, প্ৰথমতে কোনফালে গলে ভাল হ'ব।

কিন্তু ৰিক্সাৱালাই সোধাৰ লগে লগে কলোঁ, "ৰাজেন্দ্ৰনগৰলৈ বল।"

গল্প-সাহিত্যিকসকলৰ গোষ্ঠী এটাই আয়োজন কৰা এখন আলোচনা সভাত 'নতুন কাহিনী', 'অ-কাহিনী', 'আজিৰ কাহিনী' 'কাইলৈ হ'ব পৰা কাহিনী' ইত্যাদিৰ ওপৰত একেৰাহে হোৱা তৰ্ক-বিতৰ্ক কৰি ঘণ্টা ধৰি মনে মনে শুনি থকাৰ পিচত পোনে পোনে ঘৰলৈ উভতি অহাৰ সাহ নহল। এনেকুৱা অৱস্থাত হয় গঙ্গাৰ পাৰলৈ নতুবা কোনো 'বাৰ'ত গৈ বহাৰহে কথা। কিন্তু ৰিক্সাৱালাক আকৌ সেই উত্তৰেই দিব লগা হ'ল, "ৰাজেন্দ্ৰনগৰলৈ বল"।

'গোল মাৰ্কেট'ৰ ওচৰ পাই আন দিনাৰ দৰেই আঁতৰৰ পৰা মোৰ ফ্লেট আৰু কোঠালৈ চালোঁ। নিজৰ কোঠাত পোহৰ দেখা পাই মূৰটো বেয়া লাগি গ'ল— এতিয়া যাওঁ কলৈ?

মনটো ডাঠ কৰি ললোঁ যিয়েই হওক, ক্ষমা বিচাৰিম। কিবা এটা অজুহাত দেখুৱাই বিদায় কৰি দিম।

ছিৰিত উঠি যাওতে সমস্ত পৃথিৱীৰ ভাগৰে মোক যেন হেচা মাৰি ধৰিলে। সংসাৰখনৰে অবাঞ্চিত মানুহ এজনৰ দৰে মুখখন কৰি দুৱাৰত খুন্দিওৱাৰ লগে লগেই দুৱাৰখন খুলি গল আৰু পত্নীৰ হাঁহিৰে ভৰা মুখ এখন জিলিকি উঠিল। মোৰ গধুৰ মুখখন তেওঁৰ চকুত নপৰিলেই। উলাহৰ আতিশয্যৰে তেওঁ সুধিলে, ''কোৱাচোন, কোন আহিছে?''

মই অবাক হ'বলৈ সময়েই নাপালোঁ। হাঁহি হাঁহি আহি নাগমাই চালাম দিলে। পত্নীয়ে ক'লে, ''আহ্! তিনি ঘণ্টা আমি হাঁহি-ধেমালি কৰিলোঁ।.... তুমি ক'ত আছিলা?...... আৰু তুমিও যে ..... একো কৈও যোৱা নাই।''

''কি কোৱা নাই?'' মই সুধিলোঁ।

''যে তুমি হিন্দু নহয়, তুমি মুছলমানহে।'' মোৰ কোঠাৰ পৰা মাত এটা শুনা গ'ল।

দেখিলোঁ, ফতিমাদিয়ে গোটেই ফ্লেটটো পোহৰাই বহি আছে। বোৰখাটো মজিয়াত পৰি আছে। বোৰখা নহয়, ফটাকানি কিছুমান!

''এইটো কোনে এনেকুৱা কৰিলে?''

পত্নীয়ে উত্তৰ দিলে, ''আৰু কোনে? তোমাৰ মৰমৰ জীয়েৰা নৌমীয়ে.... যেতিয়ালৈকে বোৰখাটো গুচোৱা নাছিল তেতিয়ালৈকে নিমাতে আছিল। বোৰখাটো খোলাৰ পিচতেই সেইটো তাই দাঁতেৰে কামুৰি ফালি-ছিৰি পেলালে।''

''গ'ল কলৈ তাই?''

দেখা পালোঁ, তাই ফতিমাদিৰ কোলাত বহি আঁচলৰ আঁৰত লুকাই আছে। এটা বেয়া কাম কৰাৰ পিচত তাই এইদৰে লুকাইছে।

''কোলাৰ পৰা তাই নমাই নাই। আদৰ লগাই আছে'' নগমাই ক'লে।

উনৈশ-বিশ বছৰৰ ফতিমাদিক দেখা পালোঁ। আগৰ দৰেই আছে। মাথোন চকুৰ গুৰিত কেইডালমান নতুন আঁচ পৰিছে।

পত্নীৰ মুখত মাজে মাজে হাঁহিৰ জিলিকনি। তেওঁ কথাবোৰ বৰ্ণাবলৈ ধৰিলে ''নৌমীক ধৰি লৈ মই দুৱাৰখন মেলিলোঁ। তেতিয়া এখেতে সুধিলে 'আজিজ ঘৰত আছেনে?' মই কলোঁ, 'কোন আজিজ?..... আজিজতো নহয়, অজিতহে।' তেতিয়া তেখেতে ক'লে 'এৰা হয় হয়, মই গম পাইছিলোঁ তেওঁ নামৰ আখৰ এটা সলাই নিজকে হিন্দু কৰি লোৱা বুলি আৰু এজনী হিন্দু ছোৱালীক বিয়া কৰোৱা বুলি।' মইতো অবাক....।''

''বাৰু, বোৱাৰী, এতিয়ালৈকে কেৱল মুখকে চলাই আছোঁ। কি কোৱা আজিজ? কাৰো ঘৰত আহি এনেকৈ অধৰ্ম কৰিলে পাপ নহৈ কি হ'ব? কিন্তু তোমাকো ওস্তাদ বুলি

মানি লৈছোঁ। নিজে এজন মূৰ্তিপূজক হোৱাৰ পিচত নিজৰ দেৱতা হিচাপে এনেকুৱা ডঢ়িয়া এজনক বাছি ললা যিজনে কলমা পঢ়ি.....।''

এই বুলি তেওঁ শ্রীৰামকৃষ্ণ পৰমহংসদেৱৰ প্রতিকৃতিৰ ফালে এনে ধৰণে আঙুলিয়াই দেখুৱালে যে হাঁহিত সকলো বাগৰি পৰিল।

হাঁহিৰ খলকনি মাৰ যোৱাৰ পিচত মই সুধিলোঁ, ''বাৰু এতিয়া কওকচোন, আপুনি ইমান দিন ক'ত আছিল? এতিয়া ক'ত আছে?''

''কবৰৰ ভিতৰত আছিলোঁ আৰু এতিয়াও কবৰৰ ভিতৰতে আছোঁ।''

পত্নী পাকঘৰলৈ সোমাই গ'ল। মোৰ ধাৰণা হ'ল, এতিয়া এনেবোৰ প্রশ্ন সোধা ভাল কাম নহ'ল।

ফতিমাদিয়ে সুধিলে, ''তুমি কি ভাবিছিলা?.... মই পাকিস্তানলৈ গুচি গলোঁ বুলি নেকি? নহয়নে?''

''আপুনি পলিটিক্স কিয় এৰি......?''

''মোক সেই কথা কিয় সুধিছা? সেই নবাবজাদাসকলক গৈ নোসোধা কিয়? যিবোৰে একেৰাতিৰ ভিতৰতে দেশ ভাগ কৰি কংগ্রেছৰ ভিতৰত সোমাই পৰিল— কাযনতিৰ তলত ছুৰীবোৰ লুকুৱাই? কাইলৈকে যিবোৰে গান্ধী-জৱাহৰ-পেটেলক অশ্রাব্য গালি পাৰি আহিছিল আৰু জাতিৰ পতাকাক পুৰি পেলাইছিল এতিয়া সেইবোৰ মেৰুদণ্ডহীন মানুহক আনি সন্মানেৰে বিভূষিত কৰা হৈছে আৰু যিবোৰে ত্যাগ আৰু মৃত্যুক সাৱটি লৈছিল তেওঁলোকক গাখীৰত পৰা মাখিৰ দৰে দলিয়াই দিয়া হৈছে। .....তুমি নিজেই নিজকে সেই প্রশ্ন নকৰা কিয়?'' ফতিমাদিৰ মুখ খণ্ডত ৰঙা পৰি উঠিল। মোৰ মনটো ভাল লাগি গ'ল।

মই কলোঁ, 'কিন্তু আপুনি এনেকৈ নিমাত হৈ পৰাটো.....।''

''নিমাত?'' যেন সিংহিনীহে গৰজি উঠিল, ''এই প্রবঞ্চকবোৰে মোৰ ওপৰত কি অত্যাচাৰ কৰিছে সেইবোৰ তুমি কি জানা?.... আৰু মই কোনখন দুৱাৰত গৈ নুখুন্দিওৱাকৈ আছোঁ? কিন্তু দিল্লীৰ পৰা পাটনালৈকে সকলোবোৰ ডাঙৰীয়াই মোৰ টেটু চেপিবলৈহে পৰামৰ্শ দিলে। সকলোৱেই মোক বিয়া-বাৰু কৰাই ল'ৰা-ছোৱালীৰ জন্ম দিবলৈ উপদেশ দিলে। আৰু শেষত দিলে ধমকি...... আহ্...... আজিজ........।''

ফতিমাদিৰ মাতটো সেমেকি গ'ল। পত্নীয়ে কোনেও গম নোপোৱাকৈ আহি এইবোৰ শুনি আছিলহি। ''তুমিও এটা আচৰিত মানুহ.....''

নৌমীয়ে ইমান সময় ফতিমাদিৰ কোলাতে বহি আছিল। তাই ফতিমাদিৰ মুখলৈ চাই এইবাৰ কু-কুৱাই উঠিল।

''এতিয়াও মানুহৰ কোনো হুচ হোৱা নাই। তেওঁলোক আছে, মাত্র গাদীৰ চিন্তাত। দেশ ইফালে জহন্নামে যাওক। তাত কাৰ কি হ'ল?'' ফতিমাৰ কথাত গভীৰ দুখ ফুটি উঠিল, ''তুমি.... তুমি.... গল্প লিখা নহয়?..... স্বাধীনতাৰ আগতে তোমালোকে একোজন

ৰাজনীতিৰ পথ প্ৰদশকৰ দৰে তোমালোকৰ কাহিনীবোৰত হিন্দু-মুছলমানৰ ঐক্যৰ গুণগান কৰিছিলা, মানৱতাৰ দোহাই দিছিলা আৰু নাজানো কত ধুনীয়া ধুনীয়া কথাৰে ভৰাই দিছিলা, এতিয়া স্বাধীনতাৰ পিচত হঠাতে সেইবোৰ লেখা নোহোৱা হৈ গ'ল, সকলোৱে লেখাৰ সুৰ সলনি হৈ গ'ল।..... জাতিৰ পিতাৰ নাম লৈ শপত খোৱাবোৰে এতিয়া একো নেদেখাৰ ভাও ধৰিছে আৰু এটা সাম্প্ৰদায়িক স্বাধীনতাই সমস্ত জাতিটোক কুৎচিত কৰি পেলাইছে।''

পত্নীয়ে জান দিলে, ''ফতিমাদি, ইফালে খোৱা বস্তু চেৰ্চা হ'ব।''

টাউন হলত 'নেচনেলিষ্ট মুছলিম কনফাৰেন্স'ৰ আয়োজন ধুমধামেৰে চলিছে। দেশৰ প্ৰত্যেক ঠাইৰে পৰা প্ৰতিনিধি অহাৰ খবৰ কাকতত ছপা হৈছে। আৰু এইবোৰ খবৰৰ লগতে ডাঙৰ ডাঙৰ আখৰেৰে কনফাৰেন্সৰ নানাবিধ সংবাদো প্ৰকাশিত হৈছে। প্ৰতি দিনেই দুটা পক্ষৰ পৰা শ শ নামেৰে বিবৃতিও ছপা হৈছে।.... বিৰোধীসকলৰ বক্তব্য হৈছে কোনো অ—নেচনেলিষ্ট নাই, সকলো মুছলমানেই নেচনেলিষ্ট। আৰু নিজকে নেচনেলিষ্ট বুলি যহোৱাসকলে এতিয়া কৈ ফুৰে যে পুৰণি 'মুছলিম লীগৱালা'বোৰৰ মাজত সাম্প্ৰদায়িকতাৰ বিষ আছে। তেওঁলোকক কেতিয়াও বিশ্বাস কৰিব নোৱাৰি।..... বহুত দিন ধৰি কোনো ৰাজনৈতিক সন্মিলনত যোগ দিয়া নাছিলোঁ। কিন্তু এইবাৰ নিজৰ কৰ্তব্য বুলি ভাবি এইখন সন্মিলনত যোগ দিবলৈ আহিছোঁ। কিন্তু ইয়াৰ দৃশ্য দেখা পাই ফুটপাথতে থৰ হৈ থিয় দি থাকিলোঁ।

টাউন হলৰ সমুখত ৰাস্তাৰ দুয়ো পাৰে হাজাৰ হাজাৰ লোক থিয় হৈ ধ্বনি দি আছিল। গালি, ধ্বনি আৰু তাৰ মাজে মাজে জাক জাক শিলগুটিৰ বৰষুণ।

পুলিচবোৰ নিৰৱে মাথোন শাৰী পাতি থিয় দি আছিল; কাৰণ বিক্ষোভ প্ৰদৰ্শনকাৰীসকলৰ নেতৃত্বত আছিল 'কুলীন মুছলমান' নেতাসকলৰ বৰ বৰ লোকসকল আৰু ডাঙৰ ডাঙৰ অফিচাৰসকলৰ পুত্ৰসকল। মোৰ মনত হ'ল, আমি যেন আকৌ ১৯৪৭ চনলৈকে উভতি গলোঁ। বতাহত সেই একেই জুই, সেই একেই ধ্বনি, একেই দৃশ্য!

''মাৰ! মাৰ! কাফেৰৰ পোৱালীক''।

''তড়তড়াক্! তড়তড়াক্!''

''ইয়েই আচল হাৰামজাদা।

মাৰ চালাক।''

''চুৱৰৰ বাচ্ছা!''

''তড়তড়াক্''

তাৰ পিচত গোটেইবোৰ ডেলিগেটকে ধৰি মৰিয়াবলৈ ধৰিলে। উত্তেজনাৰ মাত্ৰা বাঢ়ি যাবলৈ ধৰিলে। ধ্বনি, গালি আৰু শিলগুটিৰ আক্ৰমণ আগতকৈও বাঢ়ি গ'ল।

"মহাত্মা গান্ধী কী জয়!"

এটা মিহি কিন্তু তীক্ষ্ণ মাত। হঠাৎ সকলো স্তব্ধ হৈ গ'ল। মানুহে চাই দেখা পালে, অঞ্জুমন ইছলামিয়া হলৰ প্ৰবেশদ্বাৰ আব্দুল বাৰী দৰ্জাৰ সমুখত এগৰাকী তিৰোতাই থিয় হৈ ধ্বনি দিব লাগিছে।

ফতিমাদি? মই নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিলোঁ। ভালকৈ চালোঁ, হয় ফতিমাদিয়েই।

"কোন এইজনী তিৰোতা?"

"হ'ব কোনোবা হিন্দু...."

"নহয়হে। চিনি পোৱা নাই? এইজনী সেই কুকুৰনীজনীয়েই....."

"কোন? ফতিমা? ...... চালি আকৌ ওলালহি কৰ পৰা?"

"কুকুৰণী!"

পাগলৰ দল এটাই উন্মত্ত হৈ নাচি নাচি অশ্লীল গালি পাৰি ফতিমাদিৰ ফালে চোঁচা ললে। ফতিমাদি মিচিকিয়াই থিয় দি থাকিল। চাওতে চাওতে সেই উন্মাদৰ দলে ফতিমাদিক মাটিত বগৰাই দিলে আৰু চুলিকোচাত ধৰি চোচোৰাবলৈ ধৰিলে। দুয়ো ফালে থিয় হৈ থকা মানুহবোৰে হাত চাপৰি বজাবলৈ ধৰিলে 'চাবাছ'। যেতিয়া পুলিচ গৈ সেইখিনি পালে তেতিয়া ফতিমাদিৰ দেহত আৰু কোনো কাপোৰ নাই।...... মই আৰু সেইফালে একো চাব নোৱাৰিলোঁ।

কেইদিনমানৰ পিচত আমি দুয়ো বুকুত সাহ বান্ধি হাস্পতালত ফতিমাদিক চাবলৈ গৈছিলোঁ।

কেবিনৰ দুৱাৰমুখতে দেখা পালোঁ নগমা থিয় হৈ আছে। আমাক দেখা পায়েই তাই হুকহুককৈ কান্দিবলৈ ধৰিলে।

"সেই পশুহঁতে ফতিমাদিৰ মুখত এচিদ ঢালি দিছিল। এতিয়া তেওঁৰ মুখখন পুৰি একেবাৰে কলা হৈ গৈছে। চকু এটাও নষ্ট হৈছে।....... হাত এখনৰ হাড় ভাগিছে।"

শব্দ শুনি ফতিমাদিৰ ওঠ দুখন অলপ কঁপি উঠিল। হয়তো তেওঁ হাঁহিবলৈ চেষ্টা কৰিছিল। তাৰ পিচত সেহাই সেহাই ক'লে, "ধেৎ পগলাটো কৰবাৰ! ইয়াত কান্দিবলৈ আহিছা? পোহৰলৈ চোৱা।...... বোৱাৰী! কাইলৈ তুমি চুজিৰ 'পায়স'..... কি বুলি কয় সেইটো.... ওঁ 'পৰমান্ন'..... ৰান্ধি মোলৈ লৈ আহিবা। আৰু নৌমীকো লগতে লৈ আহিবা।"

ফতিমাদিক যে কেতিয়াবা এনেকুৱা এটা অৱস্থাত দেখা পাম, সেইটো কেতিয়াও কল্পনা কৰিব পৰা নাছিলোঁ।

**(1966)**

# কিছুমান ৰেখা ঃ বৃত্তচক্র

হস্পিতালৰ ছাৰ্জিকেল ৱাৰ্ডৰ পৰা মই সদায় দূৰে দূৰেই থাকোঁ। কেতিয়াবা নিজৰ কোনো জখম হোৱা মানুহক বা বেমাৰী কোনোবা বন্ধুক চাবলৈ গলেও ৱাৰ্ডৰ বাৰান্দাতে থিয় হৈ থাকো ঘামি জামি আৰু মূৰ আচন্দ্ৰাই কৰি। কেউফালে ভগা মাটিৰ পাত্ৰৰ দৰে পৰি থকা জখমী মানুহবোৰ। বগা কাপোৰেৰে মেৰিয়াই প্লাষ্টাৰ কৰি থোৱা তেওঁলোকৰ দেহৰ ভগা-ছিগা অঙ্গবোৰ হাত বা ভৰিও কটা যোৱা কোনোবাজন। কাৰোবাৰ কটা পেটত ৰবৰৰ নলী লগাই থোৱা। বিচনাৰ কাষত ষ্টেণ্ডত ওলোমাই থোৱা তেজৰ, প্লাজামাৰ অথবা ছেলাইনৰ বটল। বতাহত ইথাৰৰ উৎকট গোন্ধ আৰু কাৰোবাৰ কেকনি-গোথনিৰ শব্দ........ এইবাৰ ৰোগত ভূগি মই যেতিয়া ছাৰ্জিকেল ৱাৰ্ডত ভৰ্তি হলো, তেতিয়াৰ পৰা সেই সকলোবোৰ একো কথা নহয় যেন লাগিল আৰু সকলোবোৰকে ভাল যেন লাগিল। ভয় লাগিবৰো একো কথা নাছিল। মূৰো ঘূৰোৱা নাছিল। কতো একো দুৰ্গন্ধিও নাছিল। যেতিয়াৰ পৰা জ্ঞান পালোঁ, নিজৰ অৱস্থাৰ কথা ভাবি লৈ হাঁহি হাঁহিয়েই প্ৰাণান্তক কষ্টকো সহ্য কৰি থাকিলোঁ। আজি হঠাৎ মোৰ এই দুৰৱস্থাত ভীষ্ম পিতামহলৈ মনত পৰিছে মহাভাৰতৰ সেই ছবিখন মোৰ চকুত স্পষ্ট হৈ পৰিছে........ তেজৰ বটল, বেড ষ্টেণ্ড, ৰাইচ-টিউব, ছেলাইনৰ বটলত লগাই থোৱা ৰবৰৰ নলীৰে মোৰ ভৰিত পিন্ধি থোৱা..... উমাক মই কলোঁ— মই শৰশয্যাত পৰি থকা ভীষ্ম পিতামহৰ দৰে হোৱা নাইনে বাৰু?

উমাই পাতল হাঁহি এটা মাৰিলে। কলে, কাইলৈ নাপিত এটা মাতি আনিম....... ডাড়িবোৰ ইমান দীঘল হৈ গৈছে.....!

প্ৰথমতে মই আপত্তি কৰিছিলোঁ যদিও অলপ চিন্তা কৰি চাই কলোঁ— আজিয়েই নামাতা কিয়?

ভাবিলো, যদি আজিয়েই ডাড়িখিনি খুৰাই নলও আৰু যদি আজিয়েই কিবা এটা হয়...... কিবা মানে কি আৰু..... খোলা-খুলিকৈ কলেই হয় যে যদি মই মৰি থাকোঁ, তেনেহলে মৰাৰ পিচত তোলা মোৰ ফটোখন দেখিবলৈ একেবাৰে বেয়া হ'ব। ডাড়িৰে ভোবোকাৰ, বিকৃত হৈ পৰা এখন মেল খাই থকা মুখ, মুখত আতংক.... নাই নাই, মোৰ সৰ্বশেষ ছবিখনত থাকিব লাগিব এটা সুন্দৰ হাঁহি...... মৰি মৰিও চেষ্টা কৰিম.... স্মাইল প্লিজ্....।

হলধৰ ডাঙৰীয়াৰ কথা মনত পৰিছে। তেখেতৰ শৰ-যাত্ৰাৰ ছবি 'মাধুৰী' 'ফ্লিম ফেয়াৰ', 'চিত্ৰপট' আদি আলোচনীত প্ৰকাশিত হৈছিল... মুখত কি শান্তি বিৰাজ কৰিছিল! ওঠত আছিল এটা অপূৰ্ব হাঁহি, কপালত চন্দন। ফুলৰ মালাৰে ঢাক খাই আছিল প্ৰখ্যাত চিনেমা গীতিকাৰ হলধৰ... চকু মুদি যেন কিবা মধুৰ গীতৰ পংক্তি চিন্তা কৰি আছে। কিন্তু পুষ্পলাল? অত্যাধুনিক বিদ্ৰোহী কবি, কথাশিল্পী পুষ্পলালৰ এক ডজনতকৈও সৰহ ফটোগ্ৰাফাৰ বন্ধু আছিল। তেওঁ জীয়াই থাকোতে সেই বন্ধুসকলে তেওঁৰ নগ্ন ছবিও তুলিছিল। কিন্তু তেওঁৰ শেষ ছবিখন আজি কাৰো হাতত নাই, কোনেও নুতুলিলে অথবা তেৰেই কাকো সেই সুযোগ নিদিলে। পুষ্পলালৰ পেটত যেতিয়া অলপ 'মাল' পৰেগৈ অৰ্থাৎ যেতিয়া তেওঁ মৌজত থাকে, তেতিয়া সি কোনো কথা কবলৈ মুখ মেলাৰ আগতে মৈথিলী ভাষাৰে এটা অশ্ৰাব্য গালি পাৰি লয়.... ধীচো-ও-ও...! কোৱা শুনিছোঁ, মৃত্যুৰ ঠিক আগমুহূৰ্ততো তেওঁৰ মুখৰ পৰা সেই গালিটো ওলাইছিল। তেওঁৰ বন্ধু এজনে কোৱামতে তেওঁ হেনো ঈশ্বৰকে সেই গালিটো পাৰিছিল। তেও যাকেই গালি পাৰক, মই তেওঁৰ মৰিবৰ সময়ৰ মুখখন কল্পনা কৰিছোঁ। তেওঁ ওঁঠ দুখন কোবাই জোঙা কৰি লৈ সেই গালিষাৰ পাৰিছিল— ধীচো-ও-ও...! মোৰ সমুখৰ ৱাৰ্ডটোত যোৱা বছৰ পুষ্পলালে চোলাটো এৰি থৈ গৈছিল। মই জানো, মোৰ বেমাৰৰ কথা শুনি মানুহে হলধৰ আৰু পুষ্পলাললৈ মনত পেলাইছে চাগে। কোনে কোনে কি কব পাৰে, মই অনুমান কৰি ঠিক ঠিক কৈ দিব পাৰো।

উমা এনেকৈ চিন্তিত হৈ কিয় আহিছে তাৰ পৰা? কৈছে ব্লাড বেংকত 'ও' গ্ৰুপৰ তেজ নাই। কালি সেই গ্ৰুপৰ তেজ দিয়া মানুহ কোনো নাহিল। এতিয়া কি হ'ব?.... উমা চিন্তিত হৈ আকৌ সেইফালে ঘূৰি গ'ল।

চালা! কব নোৱাৰো কেনেকুৱা মানুহৰ আৰু কি কি কাম কৰা মানুহৰ তেজ এইবোৰ! এদিন বাদে এদিন এনেকুৱা তিনিশ চি.চি. তেজ সীৰৰ মাজেদি এটোপ এটোপকৈ ডেৰ ঘন্টা জুৰি সুমুৱাই দিয়া হয়। আৰু সেই ডেৰ ঘন্টা সময় মই লৰ-চৰ নকৰাকৈ পৰি থাকি তেজৰ বটলটোৰ ফালে চাই থাকো। ৰবৰৰ নলীয়েদি আহি আইনাৰ বাল্‌বটোৰ পৰা টোপ টোপকৈ পৰি থকা তেজৰ টোপালবোৰ মই গণি থাকোঁ। তাৰ পিচত সেই টোপালবোৰৰ তালে তালে মনতে মুখৰিত হৈ উঠা কথাবোৰ ছন্দোৱদ্ধ হৈ উঠেঃ

প্ৰতি দিনেই দৌৰি গৈছে মোৰ সীৰাই
সীৰাই তিনিশ চি চি ৰক্ত!
হয়তোবা কোনো আততায়ী, আক্ৰমণকাৰী,
কচাই ব্ৰহ্মচাৰী, কৃপালু ঈশ্বৰৰ....।
আৰু তেতিয়া মোৰ ভিতৰৰ পৰাই
মোক তিৰস্কাৰ কৰি কৈছে—
চালা, এতিয়া তই কৰিবলৈ ধৰিছ.....?

এইবাৰ হস্পিতালত জ্ঞান পোৱাৰ পিচৰে পৰা মোৰ এনে হৈছে। মনৰ ভিতৰতে কোনো পংক্তিৰ আবৃত্তি, কবিতাৰ শাৰী আৰু অশ্লীল কথা জোৰা দিয়াৰ খেল! অথবা এইটোও মোৰ আচল ৰোগৰে উপসৰ্গ নেকি? কোনো ডাঙৰ ৰোগৰ পিচত এনেকুৱা লক্ষণ প্ৰকাশ হয়.... দাঁতেৰে নখ কামোৰা... বাৰে বাৰে নাক মোহৰা, হাতৰ আঙুলি নচুৱাই থকা, জিভাৰে ওঠ চেলেকি থকা.....

উমাই ব্লাডৰ প্ৰব্লেমটো ছল্‌ভ্‌ কৰি আহিছে। তেওঁৰ লগতে আহিছে হাঁহি হাঁহি এগৰাকী শকত বঙ্গ মহিলা।

উমাই ক'লে, এখেতৰো ‘ও’ গ্ৰুপ । কেবা বছৰৰ পৰা ব্লাড বেংকত তেজ দি আছে।

মহিলা গৰাকীয়ে নিজৰ বেগৰ পৰা এখব ৰঙা কাৰ্ড উলিয়াই উমাৰ ফালে আগবঢ়াই দিলে আৰু ক'লে- ইমাৰ্জেন্সীতো মোৰ তেজ লাগে।

উমাই তেওঁৰ লগত কথা পাতিবলৈ ধৰিলে। মানুহজনীয়ে কাইলৈ পুৱা আঠ বজাত আহি ব্লাড বেংকত তেজ দিবহি। আৰু বাৰ বজাৰ পৰা মোৰ গাত এই স্কুল-মাষ্টৰণী গৰাকীৰ তেজ টোপ টোপকৈ সোমাবলৈ ধৰিব। তেওঁ নমস্কাৰ কৰি গুচি যোৱাৰ পিচত মোৰ মুখ মেল খালে। মাইকী মানুহৰ তেজ? ত্ৰিশ বছৰৰ পিচত এইজনী মাইকী মানুহৰ ........... ? কেতিয়াও নহয়। কেতিয়াও হ'ব নোৱাৰে। মই নলৰেই।

উমা মনে মনে থাকিল। তাৰ পিচতো মই একেৰাহে কৈ থাকিলোঁ -মই নলওঁ.... মই নলওঁ..... মই নলওঁ .....

-কি ল'ৰা-ধেমালি কৰিছা? উমাই সামান্যভাৱে হাঁহি মোক ধমক দিলে।

-মই কেতিয়াও নলও!

-বাৰু নেলাগে ল'ব। এতিয়া মনে মনে থাকা।

-মনে মনেও নাথাকোঁ। মই এতিয়া গাখীৰো নাখাওঁ। ঔষধো নাখাওঁ।

উমাই ফিডিং কাপত গাখীৰ বাকি লৈ তাত ঔষধ দি চামুচেৰে মিলাই আছিল আৰু মই এঠাইতে বাজি থকা ৰেকৰ্ড এখনৰ দৰে বাজিয়েই থাকিলোঁ- ঔষধো নাখাও, গাখীৰো নাখাওঁ। ঔষধো নাখাওঁ, গাখীৰো নাখাওঁ..........

ইতিমধ্যে নাইট নাৰ্ছ নীলম্মা আহি নোপোৱা হলে মই তেনেকৈয়ে চকু মুদি একেৰাহে দহ-পোন্ধৰ মিনিট বকি থাকিলোঁহেতেন আৰু উমায়ো সেইদৰে ফিডিং কাপটো চামুচেৰে লৰাই মোক ধমক দি থাকিলহেঁতেন— মোক মাতি থাকিলহেঁতেন। এইজনী ছোৱালীক মই মনতে ৰজনীগন্ধাৰ ফুলি উঠা ফুলকলি বুলি কওঁ। গোটেই ৰাতি এনেকৈ তেজাল চেহেৰাৰে মৃদু মৃদু হাঁহি থাকিব পৰা আৰু সুগন্ধ বিলাই থাকিব পৰা ছোৱালী এইজনী।

-এইটো কি গান বাজি আছে ? -নীলম্মাই তাইৰ কেৰেলীয়ান হিন্দীৰে প্ৰশ্ন কৰিলে।

মোৰ মুখত ফিডিং কাপটো লগাই দি উমাই হাঁহি মাৰি ক'লে- গাখীৰো নাখাওঁ, ঔষধো নাখাওঁ.....।

-বাহ্ কিমান বঢ়িয়া গান এইটো! কালিৰ পৰা ফিডিং কাপ নানিব, ফিডিং বটল এটা আনিব। -নীলম্মাই থাৰ্মোমিটাৰটো জোকাৰি লৈ আগবাঢ়ি আহিল। মোক আদেশ পালন কৰা সৰু ল'ৰা এটাৰ দৰে গাখীৰ খোৱা দেখি ক'লে— গাখীৰ খাই উঠি খুব গান গাবি!

উমা আৰু নীলম্মাই একেলগে হাঁহি দিলে।

নীলম্মাই জ্বৰ জুখি লৈ গুচি যোৱাৰ পিচত উমাই তেওঁৰ নকল কৰি ক'লে -গাখীৰ খাই উঠি খুব গান গা........।

কিন্তু মই হাঁহিব নোৱাৰিলোঁ। গান, গীত, চং, মিউজিক, লে, টেক, ৰেকৰ্ডিং, প্লে-বেক এইবোৰ শব্দ শুনিলেই মোৰ হিকটি আহিবলৈ ধৰে। হিকটি মানে হিক্ কাফ- যিটো সাত দিন ধৰি মোৰ হৈছিল। ডাক্তৰে ৰাতিয়ে দিনে বতাহ সলাই সলাই বৰ কষ্টেৰে ভাল কৰিছিল। হিকটিৰ পিচত ওকালি মানে নৌচিয়া। তাৰ পিচত ভিতৰত শুই থকা বিষটোৱে লাহে লাহে হান মাৰিবলৈ ধৰে। আৰু তেতিয়া হয় বমি। বমিৰ পিচতেই কমা অৰ্থাৎ সংজ্ঞাহীন!

মোৰ হিকটি আৰম্ভ হোৱাৰ লগে লগে উমা ডিউটী ৰুমলৈ দৌৰ দিলে। উমাৰ সৈতে খটখট শব্দ কৰি বেগেৰে আহিল নীলম্মা। মোৰ নাড়ীত আঙুলি লগাই আকৌ বেগেৰে ডিউটী ৰুমলৈ গ'ল। নিশ্চয় ডাঙৰ ডাক্তৰক মাতিবলৈ......

'শি-বু-উ-উ! যেন গঙ্গাৰ সিপাৰৰ পৰা মোক কোনোবাই ৰিঙিয়াই মাতিছে। মই উত্তৰ দিব খুজিছোঁ, কিন্তু মোৰ মাত ওলোৱা নাই। চকু মেল খাইছে। মোৰ নাকৰ বিন্ধাত সুমুৱাই থোৱা ৰাইচ টিউবত শকত ছিৰিঞ্জ এটা লগাই পেটৰ ভিতৰত জমা হোৱা দূষিত কূপিত পিত্তজ তৰল পদাৰ্থবোৰ টানি টানি বাহিৰ উলিয়াই আনিছে। কাষতে থিয় হৈ ডাঙৰ ছাৰ্জন অজয়ে নিৰৱে মোৰ ফালে চাই আছে।

পেটৰ বিষ লাহে লাহে কমি আহিছে। বোধহয় হিকটি বন্ধ কৰা বেজী দিয়া হৈছিল। এই বেজীটো দিয়াৰ পিচত এক পেগ স্কচ্ খোৱাৰ নিচা খোৱাৰ দৰে লাগিছে..... আজি আৰু 'কমা'ৰ ফালে নগলোঁ। কমা! হাস্যৰসিক সেই বেনাৰছী কবিজনৰ নামটো পাহৰিছোঁ, যাৰ কবিতাৰ এটা শাৰী আছিল এনেকুৱা ঃ জীৱনৰ ছেনটেন্স হৈছে..... কমা..... ফুলষ্টপ্?

কিন্তু কমাক মই কওঁ সমাধি বুলি। মূৰ্চ্ছাক সন্ন্যাস ৰোগ বুলিও কোৱা হয় নহয় আশ্চাৰ্য্য! বেহুচ হৈ থাকোতে দেখা দৃশ্যবোৰ বিস্তাৰিতভাৱে মোৰ চকুত ভাঁহি উঠিছে।

দেখিছিলোঁ, সকলো মানুহে পেটত খামুচি ধৰি হালি পৰিছে অকস্মাৎ- যেয়ে য'তে আছে সেই ঠাইতে দুই হাতেৰে ককালত ধৰি হালি পৰিছে আগলৈ। খেতি পথাৰত কাম কৰা মানুহ, জানটোৰ কাষত থিয় হৈ থকা মানুহটো, মাহ খেতিত বন তুলি থকা মাইকী মানুহবোৰ- সকলোৱেই বিষত চট্‌ফট্ কৰিছে। বতাহত কিবা এটা বুজিব নোৱাৰা গোন্ধ বিয়পি আহিছে। আটাইবোৰেই অঁকটা। বতাহৰ জাক এটা আহে আৰু আটাইবোৰ মানুহে একেলগে চিঞৰি উঠি আগলৈ হালি পৰে। সকলোৰে গা বোৰ পাক খাই বিকৃত স্বস্তিক

চিনটোইঁতৰ দৰে হৈ পৰে..... মই শুনিছোঁ, কোনোবা ৰেডিঅ' ষ্টেচনৰ পৰা প্ৰচাৰ কৰি আছে- ভাইসকল, এয়া কিবা এটা এটমিক গোলমাল হ'বলৈ ধৰিছে। তোমালোকে মাটিত পেট পেলাই থাকা। ভেকুৰামৰ সৃষ্টি হৈছে। ভেকুৰাম! ও-ৰা-ক! ও-ৰা-ক্। হাজাৰ হাজাৰ মানুহে একেলগে বমি কৰিবলৈ ধৰিছে। সকলোৰে মুখত এটাই শব্দ- ভেকুৰাম! ভেকুৰাম! ভেকুৰাম! .... কিন্তু উমা সুস্থ হৈ আছে। দৌৰি আহিছে- ভয় নেই, ভয় নেই। আৰ ভেকুৰাম এদিকে আসবে না। ভয় কৰিবলগীয়া একো নাই। এটা ভুলৰ কাৰণে এইটো হ'ল। কোনে কৰিলে এই ভুলটো? এই প্ৰাণঘাতী ভুল কাৰ দ্বাৰা হ'ল। আমেৰিকাৰ বৈজ্ঞানিক বিলাকে নে ৰুছ বা চীন অথবা পাকিস্তানীয়ে? নহলে ভাৰতীয়..... ইয়াৰ এটা ন্যায়িক তদন্ত হ'ব লাগে। এই ভুল কৰাসকলৰ শাস্তিবিধান হ'ব লাগে। নহলে ক্ষমতাৰ পৰা আঁতৰ হওক।

সমাধি ভঙ্গ হোৱাৰ পিচত নিজৰ চাৰিওফালে ডাক্তৰসকলক থিয় দি থকা দেখি মই সুধিব খুজিছিলোঁ- আচলতে বাৰু ভুলটো কাৰ আছিল? কিন্তু একো সুধিব নোৱাৰিলোঁ।

অক্সিজেন চিলিণ্ডাৰত লগাই থোৱা নলীৰে মোৰ নাকত সোপা দি থোৱা আছিল....

দ্বিতীয় দৃশ্য ঃ অশোক ৰাজপথেদি এটা বিৰাট শোভাযাত্ৰা আহি আছিল। কোনো জয়ধ্বনি নাছিল। কোনো হাই-উৰুমি নাছিল। শোভাযাত্ৰা আহি আছিল। ৰাস্তাৰ দুয়োকাষে অসংখ্য লোকে শাৰী পাতি থিয় হৈ তাঁলৈকে বাট চাই আছিল। কিন্তু সেই শোভাযাত্ৰাটো কোনো মানুহৰ নাছিল, আছিল এজাক বগা ৰাজহাঁহৰ। ভাঁজ লগোৱা ডিঙিৰে, গাখীৰৰ দৰে ধবধবীয়া বগা পাখীৰে, গোলাপী ৰঙৰ ঠোঁটেৰে..... হাজাৰ হাজাৰ ৰাজহাঁহে পেক্ পেক্ পেক্ কৰি হস্পিতালৰ ফালে ঘূৰি গ'ল। তাৰ পিচত গঙ্গাৰ পাৰলৈ গৈ আটাইবোৰ ৰাজহাঁহে শাৰী পাতি পানীলৈ নামি গ'ল। গঙ্গাৰ ইপাৰৰ পৰা সিপাৰলৈ ৰাজহাঁহৰ এখন সাঁকো তৈয়াৰ হ'ল। নীলা পানীত এখন বগা সাঁকো.... জীৱন্ত সাঁকো...... পেক্ পেক্ পেক্.... উমাই মোৰ হাতত ধৰি বেগাবেগিকৈ তাত তুলি দিছে- শিবু, তাড়াতাড়ি ওপৰে চলোঁ..... শিগ্গিৰ..... নইলে পুল ভেঙে যাবে। পেক্ পেক্ পেক্- মই থৰক বৰককৈ উমাৰ হাতত ধৰিছোঁ। ৰাজহাঁহৰ ডেউকা মোৰ হাতৰ পৰা ফৰফৰাই পিচলি এৰাই যায়, সশব্দে....... পেক্ পেক্ পেক্ মই চিঞৰি দিওঁ; কিন্তু উমাই কোনো সহাঁৰি নিদিয়ে। মই উমাক নাম ধৰি মাতো; কিন্তু মোৰ ডিঙিয়েদি মাত্ৰ ৰাজহাঁহৰে মাত ওলাই আহে- পেক্ পেক্ পেক্.........

সংজ্ঞা ঘূৰাই পোৱাৰ পিচত দেখোঃ, মোৰ মূৰৰ ফালে কোচমোচ খাই টুলখনৰ ওপৰতে বহি বহি উমা শুই পৰিছে। মই উমাক মাতিলোঁ। মোৰ মুখৰ পৰা ওলাল-মা, মা।

মা হোৱাহেঁতেন এনেকৈ হাউলি পৰি মূৰৰ চুলিত হাত ফুৰাই দি কলেহেঁতেন- 'শিবু, নিজৰ গাওঁখন এৰি থৈ তই কিয় গুচি আহিছিল বাচা? তাত তই কিমান ভালে আছিলি!

কিহৰ পৰা কি হলি ইয়ালৈ আহি! বল বাচা, ঘূৰি বল। আমি সুদা নিমখ ভাত খায়েই থাকিম, গছৰ তলতে শুম, কিন্তু ৰাতি আধাখিনি পাৰ হোৱা যেন লাগিছে। দহ নং বেডৰ কাষত ইমান ভীৰ কিয় হৈছে? ৱাৰ্ড বয়ে আহি মোৰ বিচনাৰ ওচৰৰ পৰা অক্সিজেন চিলিণ্ডাৰটো চোচোৰাই লৈ গ'লহি। অনুমান হৈছে, ক্ৰাইছিছটো এতিয়া মোৰ বিচনাৰ কাষৰ পৰা দহ নম্বৰ বেড পালেগৈ। মজিয়াত গধুৰ লোৰ বস্তু চোচোৰাই নিয়াৰ শব্দত গোটেইটো ৱাৰ্ড আতংকিত হ'ল। পাঁচ নম্বৰ বেডত পৰি থকা ছুৰী মৰামৰিত ঘাইল হোৱা বিহাৰ শ্বৰীফৰ টেক্সী ড্ৰাইভাৰজনে হঠাতে চিঞৰিবলৈ আৰম্ভ কৰিলে- কনৈ গলি সামান্য পোৱালি, ক'ত আছ চোৰ-দগাবাজহঁত? মোৰ আগলৈ আহ এবাৰ। উলিয়া ছুৰী.....

বেড নম্বৰ দহৰ ওচৰত হঠাতে কান্দোনৰ শব্দ উঠিল। কিডনীৰ ৰোগত আক্ৰান্ত, আশী বছৰীয়া বুঢ়াৰ মৃত্যুৰ সময় উপস্থিত। স্ত্ৰী, বোৱাৰী, নাতি-নাতিনী আৰু পুতেকহঁতে ভীৰ কৰি কান্দিবলৈ ধৰিছে। আৰু মই তেওঁলোকৰ কান্দোন শুনি বুজিব পাৰিলোঁ, তেওঁলোক উত্তৰ বিহাৰৰ কোনো এখন গাৱঁৰ মানুহেই হ'ব।

পুষ্পলালে প্ৰায়ে কৈছিল (কব নোৱাৰো, তাৰ নিজৰ নে আনৰ পৰা পঢ়ি লৈ কোৱা কথা) যে কবিতা লিখাৰ একমাত্ৰ বিষয় হৈছে মৃত্যু।

পুষ্পলালে লিখা কবিতা বা গল্প মই বুজি পোৱা নাছিলোঁ কোনোদিনে। পুষ্পলালৰ লগত মোৰ প্ৰথম সাক্ষাৎ হৈছিল কলিকতাৰ এখন খাটি বঙালী বাৰত, যিখনত স্পেচিয়েল অৰ্ডাৰ দিলে তেলত ভজা তেলীয়া কচুৰী আৰু মা কালী মাৰ্কাৰ দেশী 'মাল'ৰ বটল পোৱা যায়। অনুমান এক ডজন বঙালী ল'ৰাৰ মাজত কচুৰী চোবাই চোবাই আৰু ঢোক ঢোককৈ চেৰাপ খাই পুষ্পলালে নিজৰ ইংৰাজী কবিতা ডাঙৰ ডাঙৰকৈ পঢ়ি শুনাই আছিল। কবিতাবোৰ মই একো বুজি পোৱা নাছিলোঁ; মোৰ কাণত দুই-তিনিটামান শব্দহে পৰিছিল- 'অ' লুমুম্বা, লুমুম্বা, লুমুম্বা' আৰু ক্ৰছ এণ্ড শিৱলিঙ্গ'...

আজি দুপৰীয়া আমাৰ এজন চিনাকি মানুহে উমালৈ 'আৰ্ট এণ্ড আৰ্টিষ্টছ' নামৰ তিনিমহীয়া আলোচনীখনৰ এটা নতুন সংখ্যা পঠিয়াইছে। আমাৰ এজন শুভাকাংক্ষীয়ে তাত এটা প্ৰবন্ধ লিখিছে। তাত আমাৰ বিষয়েও কিছু কথা তেওঁ লিখিছে। মই উমাক কেবাবাৰো সেইটো পঢ়িবলৈ কলোঁ; কিন্তু উমাই আওকাণ কৰি গ'ল। ক'লে- কি হ'ব শুনি? কি লাভ? অলপমান বেয়া কথা লিখিছে। তোমালোকৰে কীৰ্তি-কাহিনী ...... সঁচা কথাই.....!

উমাৰ এই আচৰণ মোৰ ভাল নালাগিল। তেওঁ কিছু সময়ৰ বাবে বাহিৰলৈ যাওতে মই ওচৰৰ বেডৰ ডেকা এটেণ্ডেণ্টজনক মাতি আনি সেই প্ৰবন্ধটো পঢ়ি শুনাবলৈ কলোঁ। ল'ৰাজনৰ উচ্চাৰণত কিছু মাগধীয়া প্ৰভাৱ থকাৰ বাবে আৰু তাৰ জ্ঞানো কিছু কম বাবে মই লেখাটোৰ সম্পূৰ্ণ আনন্দ লাভ কৰিব নোৱাৰিলোঁ। অৱশ্যে মূল বক্তব্য বুজাত মোৰ একো অসুবিধা নহ'ল। লেখাৰ ধৰণ নিশ্চয় প্ৰশংসনীয় আছিল...... তিনি বছৰৰ আগতে বোম্বাইত চিনেমাৰ প্ৰসিদ্ধ গীতিকাৰ জলধৰৰ ঘৰত গোটেই বছৰটো জুৰি হোৱা

সান্ধ্যগোষ্ঠীত প্ৰতি দিনেই চাৰিজন নামী-দামী শিল্পী একেলগ হৈছিল। তেওঁলোকে এক্সপেৰিমেণ্টেল ফিলম্ এখন কৰিবৰ অভিপ্ৰায়েৰে তাৰ কাহিনী, সংবাদ আৰু গীতৰ কথা আদিৰ ওপৰত আলোচনা কৰিবলৈ তাত গোট খাইছিলহি। কিন্তু সেইবোৰ বিষয়ৰ আলোচনা হোৱাৰ আগতে বটলৰহে মুখ খোলা হৈছিল আৰু পাতিবলগীয়া কথা পাতনিতেই ৰৈ গৈছিল। কথা যে একেবাৰে আৰম্ভ কৰা নছিল, এনে নহয়; কিন্তু কথাই কথাই কাজিয়া লাগি গৈছিল। তেওঁলোক মানে জলধৰ, লোকগীত গায়ক শিৱনাথ, বেঙ্গলৰ ভাস্কৰ ৰামৰঞ্জন আৰু ব্ৰহ্মদেশকে জন্মভূমি কৰি লোৱা হিন্দীৰ মৈথিলী কবি পুষ্প লাল। উক্ত প্ৰবন্ধটোৰ কেবল লেখকৰ বাহিৰে বাকী 'আৰ্ট ফিল্ম' তথা 'নিউ চিনেমা মুভমেণ্ট' ভালপোৱা সকলো লোকেই এই চতুৰঙ্গ গোষ্ঠীটোৰ ওপৰত বহুখিনি আশা কৰিছিল। কিন্তু এতিয়া এইটো প্ৰমাণিত হ'ল যে সি মাথোন এটা আত্মহত্যাৰ সংগঠনহে আছিল আৰু সিহঁত আটাইকেইটা মৰিবলৈকেহে সন্ধিয়া সন্ধিয়া সেইদৰে লগ লাগিছিল। যোৱা বছৰ জলধৰৰ মৃত্যু হ'ল লিভাৰত ঘা হৈ আৰু তিনি মাহৰ পিচত পুষ্পলাল মৰিল পেটৰ কেন্সাৰত। এইবাৰ পেটৰ বিষত সংজ্ঞাহীন হৈ শিৱনাথ পাটনাৰ হস্পিতালত পৰি আছে। আৰু এইমাত্ৰ খবৰ পোৱা গ'ল ৰামৰঞ্জনো কলিকতাৰ এগৰাকী ভদ্ৰমহিলাৰ ঘৰৰ ছিৰিৰ পৰা নিচামত্ত অৱস্থাত বাগৰি পৰি ঘাইল হৈছে বুলি। দুয়োটাৰে অৱস্থা সংকটজনক বুলি কৈছে।.......

ইয়াৰ পিচতে লেখাটোৰ মূল বক্তব্য হিচাপে এটা প্ৰশ্ন তোলা হৈছে- এইবোৰ হয় কিয়? তাৰ পিচত বিদ্বান লেখকজনে ইয়াৰ মনোবৈজ্ঞানিক তথা দাৰ্শনিক বিশ্লেষণ কৰি নিজেই এই প্ৰশ্নৰ উত্তৰটো দিছে। সম্ভৱ হ'লে মই সেইখিনি নিজেই পঢ়ি বুজি লম। এতিয়া মোৰ মূৰত মাত্ৰ এই লেখাটোৰ কিছুমান শব্দ আৰু বাক্যই আহি মাজে মাজে খুন্দিয়াই আছে- পাৰ্ছনেলিটী দিছঅৰ্ডাৰ...... ইডিপাছ কমপ্লেক্স...... ডেথ্ উইছ ....... ছেল্ফ ডিষ্ট্ৰাক্টিভ....... শ্বপেনহাৱাৰ ছুইচাইড জাষ্টিফাইড বাট নেভাৰ কমিটেড্ ইট....... এ মেন ইজ দা প্ৰডাক্ট অব হিজ এনভিৰণমেণ্ট!.......

মই সাহিত্যৰ এজন সাধাৰণ পাঠক। ইমানবোৰ কথাৰ আদান-প্ৰদান মোক কেলেই? উমাই কেতিয়াবা ফকৰা এটা মাতি মোক বুজায়, 'আদাবেপাৰীৰ জাহাজৰ খবৰ লোৱাৰ দৰকাৰ কি'? কিন্তু তেওঁ মোক যিমানেই কওক, মই সিমান উৎসাহেৰে সাহিত্য আৰু কলাৰ চৰ্চাত আত্মনিয়োগ কৰোঁ। পুষ্পলালে কৈছিল- শিবু দা! এই "হেইয়া হো হায় হায়" লোক-ফোকগীতবোৰ গাবলৈ এৰি আপুনি লিখিবলৈ লওক।.....

মই লিখিবলৈতো নললোৱেই, ডাঢ়িহে ৰাখিবলৈ ললোঁ। ৰামৰঞ্জনদাই এদিন নিজ হাতে মোৰ ডাঢ়িখিনি আচুৰি দি আলট্ৰামডাৰ্ন কৰি দিলে আৰু সেইদিনা পুষ্পলাল আৰু ৰামৰঞ্জনদাৰ মাজত মডাৰ্ন আৰু কন্টেম্পৰেৰী শব্দ দুটা লৈ মাৰপিট পৰ্যন্ত হৈ গ'ল। পুষ্পলালে কেতিয়াবা নিজৰ ভুল কথা এটা শুদ্ধ বুলি প্ৰমাণ কৰিবলৈ উঠিপৰি লাগিলে ৰামৰঞ্জনদায়ো তেনেকৈয়ে তাৰ বিপৰীতে তেনেকৈয়ে থিয় দিয়ে। আমাৰ ভিতৰত

বয়সত সকলোতকৈ ডাঙৰ হৈছে ৰামৰঞ্জনদা আৰু সকলোতকৈ বয়সত সৰু হৈছে পুষ্পলাল। দুইজনৰ মাজত এনেকৈ কাজিয়া লাগিলে উপভোগ কৰিবলগীয়া এটা দৃশ্য হয়।.........

বাৰু, সকলো ঠিকেই আছে, কিন্তু তুমি মডাৰ্ন হবলৈ গলা কিয়?

এৰাতো, মইনো কিয় এই লেঠাত সোমালোঁ? কেনেকৈ সোমালোঁ? কিন্তু মোৰ দোষটো কি?.....

ৰাজনীতি কৰি আছিলোঁ, সভাবোৰত মুখ্য বক্তাসকলে বা নেতাসকলে ভাষণ দিয়াৰ আগতে ৰাইজৰ কোঢ়াল বন্ধ কৰিবৰ বাবে, তেওঁলোকক গীত গাই পাহৰাই ৰাখিবৰ বাবে মোৰ দৰকাৰ হয়

-অ' ভাই কিষাণ, সাৱধান সাৱধান! শত্ৰু তোমাৰ, জ-মি-দা- আ-আ-ৰ!......

মোৰ মাতত যদি প্ৰকৃত সোৱাদ এটা নাথাকিলহেঁতেন আৰু আজিকালিৰ চহৰৰ আধুনিক ৰুচিসম্পন্ন লোকসকলৰ বাবে লোকগীত যদি এটা ফেচনৰ বস্তু নহ'লহেঁতেন তেতিয়া মোৰনো ঠাই হ'লহেঁতেন ক'ত? তেতিয়া হয়তো ৰাজনীতিলৈ নাহিলোহেঁতেন আৰু দল সলাই সলাই আহি আজি যে কোন দল পালোহিহেঁতেন ক'ব নোৱাৰোঁ। যদি পাটনাত ৰেডিঅ' ষ্টেচনটো নুখুলিলেহেঁতেন।....

মনত পৰিছে, প্ৰথমবাৰ মই যেতিয়া ৰেডিঅ'ত সাৰঙ্গা সদাবৃজ' গীত-কথা প্ৰচাৰ কৰিছিলোঁ, তেতিয়া ভাৱত তন্ময় হৈ মই ষ্টুডিঅ'ৰ পৰা বাহিৰলৈ ওলাই অহাৰ সময়ত সৰ্বপ্ৰথমে অহিন্দীভাষিণী পেক্স (প্ৰগ্ৰেম এক্‌জিকিউটিভ) মিছ নয়নী কুট্টীয়ে গদগদ হৈ মোৰ প্ৰশংসা কৰিছিল- 'মই গীতৰ এটা শব্দও বুজা নাই যদিও মোৰ অন্তৰত কিবা এটা ঘটা যেন অনুভৱ হৈছে।'

ইয়াৰ পিছত প্ৰতি সপ্তাহতে এদিনকৈ মোৰ গীত পুৰা-গধূলি প্ৰচাৰিত হ'বলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে মানুহে কথাই কথাই মোৰ গীতৰ কথা ব্যৱহাৰ কৰিবলৈ ললে, মোৰ নাম সকলোবোৰ সাংস্কৃতিক সমাৰোহৰ প্ৰচাৰ-পত্ৰত ডাঙৰ ডাঙৰ আখৰেৰে নানা বিশেষণেৰে ছপা হ'বলৈ ধৰিলে ঃ 'যাৰ গীতে মাটিৰ সুগন্ধ বিলাই দিয়ে....', 'যাৰ কণ্ঠত মিথিলাৰ বিৰহিনী আহি উপস্থিত হয়......', 'যিজনে জীৱনৰ গীত গায়.....' ইত্যাদি ইত্যাদি। সিফালে ফিল্ম জগতত পঞ্জাবী ভাংৰাৰ উপদ্ৰৱৰ অন্ত পৰিছিল। এতিয়া আৰম্ভ হৈছে লোকগীতৰ নতুন দৌৰ আৰু তাৰ লগে লগে মোৰ জীৱনতো আৰম্ভ হৈছে নতুন ধুমুহা....বোম্বাই, মাদ্ৰাজ, কলিকতা........ মদ, তিৰোতা, জুৱা ....... দুশ্চৰিত্ৰ জীৱন বিলাস..... কামৰ প্ৰতি অমনোযোগী হোৱাৰ লগেতে ফাঁকি, জালিয়াতি। মাটিত পোত খাই থকা গ্ৰাম্য শব্দবোৰ উভালি পেলাই, অসঙ্গতিপূৰ্ণভাৱে ওজনে ওজনে কাহিনী সাজি লৈ, গীত ৰচনা কৰি, পুৰণি তথা ট্ৰেডিচনেল লোকগীতৰ নামত মই চতুৰালি কৰি চলাই দিছোঁ ঃ মহুৱা ঘটৱাৰিন, নয়কা সুন্নৰী, নসনা যোগী মইনাৱন্তী, ঠোলন চৰদাৰ, দুখা মাঝী। এখন ফিল্মৰ বাবেতো দৈত্য-ডাইনীৰ সমস্ত নৃত্য-গীত পৰ্যন্ত মই ৰচনা কৰি এজন

প্ৰদিউচাৰ ডাইৰেক্টৰৰ চকুত ধূলি মাৰিছিলোঁ- ডাঙৰীয়া, নেপালৰ মোৰঙ্গ তৰাই অঞ্চলত থকা কোচ জাতিৰ 'ওঝাগুণী' তথা থাৰু জাতিৰ 'ভপতা' 'কিৰাট', 'ঘামিয়ো'ৰ ভৰিত ধৰিহে এইবোৰ নৃত্য-গীত সংগ্ৰহ কৰিছোঁ। ..... পিচত সেই আটাইবোৰ নৃত্য-গীতকে চেন্সৰে কাটি দিলে। সেইবোৰ চিনেমা হলত চাই অকল ল'ৰা-ছোৱালীয়েই নহয়, বুঢ়া আৰু ডেকা মানুহো ভয়ত অজ্ঞান হোৱাৰ ঘটনা ঘটিছিল।

উমা নোহোৱা হলে মই জলধৰ আৰু পুষ্পলালতকৈও আগতে হাৰা হৈ গলোহেঁতেন। কিন্তু যোৱা বছৰ এদিন উমাই হাৰ মানি কৈ পেলাইছিল- তোমাৰ যি ইচ্ছা তাকে কৰা। মই আৰু একো কবলৈ নাযাওঁ। মই আৰু নোৱাৰা হৈছোঁ.... মই কব নোৱাৰোঁ....... আমি আৰ পাৰি না......!

তেতিয়া মোৰ হঠাতে অন্তৰ্দ্ধান হোৱাৰ মতলবটো নোহোৱা হ'ল আৰু প্ৰায় দহ মাহলৈ মই কাঠমাণ্ডু, কামৰূপ, কামাখ্যা আৰু সিংভুম অঞ্চলৰ পাহাৰ-জংঘলত এক নতুন সভ্যতাৰ এটা নতুন জীৱন-দৰ্শনৰ প্ৰতীক ৰূপে আধা ডজন দেশী-বিদেশী ল'ৰা-ছোৱালীৰ সৈতে ঈশ্বৰৰ নাম জপ কৰি ঘূৰি ফুৰিলোঁ।..... যৌনাচাৰ ..... চীনাচাৰ ..... বামাচাৰ!

চালা, এইখন হস্পিতালহে, চাৰ্চ নহয়!

নাই নাই, মই কোনো দোষ স্বীকাৰ কৰা নাই। মই কব খুজিছোঁ, মই একো দোষেই কৰা নাই। এই জগতখন অৰ্থাৎ এই বিৰাট বেশ্যালয়খনত মষেইহে সকলোতকৈ ডাঙৰ পুৰ্ণায়া; কাৰণ মযেই ইয়াৰ শেষ কৰিব খুজিছোঁ। ধ্বংস!........

উমা সাৰ পাই গ'ল।

মোৰ ফালে চাই ক'লে- তুমি নাকৰ পৰা টিউবটো গুচাই পেলালা!......... আমি আৰ পাৰি না!

- নাকৰ ভিতৰত ঘা লাগি গৈছে।

- কোনে কৈছে?

- কোনে আৰু কব?.......

উমা বোধকৰো নীলম্মাক মাতিবলৈ গ'ল। ৰাতি পুৱাও পুৱাও হৈছে; কিন্তু নীলম্মা আগৰ দৰেই ৰাংঢালী হৈ আছে। কলেহি, - নামটোৰ লগত 'নাথ' (নাকী) লগাই থব পাৰা আৰু নাকটোৰ লগত লগাই থোৱাতহে তোমাৰ 'পচন্ন' নহয়। লোৱা, লগোৱা....... ওঁ আৰু অলপ .... ওঁ ঠিক আছে.... বমি কৰিলে কিন্তু মই চাম........ বাহ্! 'লোকখী ছেয়েলে' (লক্ষী ছেলে)!

নাজানো নীলম্মাই কব পৰা এই 'লক্ষী ছেলে' কথাষাৰ শিকিলে। উপযুক্ত সময়তে কিন্তু প্ৰয়োগ কৰিছে- এতিয়া আকৌ যদি নলীদাল খুলি পেলোৱা তেতিয়া বিচনাখনত হাত বান্ধি থম।

মই নীলম্মাক ভাল পাবলৈ ধৰিছোঁ নেকি বাৰু? উমাই বুজি পাইছে নেকি মই নীলম্মাক ভাল পাবলৈ ধৰা বুলি? দেখিছোঁ, প্ৰেমত পৰাৰ একমাত্ৰ ইচ্ছাৰ ঠাই আজিও হস্পিতালেই হৈ আছে।

হাৰামজাদা? নীলম্মা বা আন কাৰোবাক ভাল পাই তই এতিয়া কৰিবি কি? যেতিয়ালৈকে উশাহ-নিশাহ বন্ধ নহয়, কামভাবৰ জুইকুৰাও নুনুমায় কিজানি! নীলম্মাক দেখিলেই মোৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠে। ঠিক পোন্ধৰ বছৰৰ আগতেও উমাক দেখি মোৰ এনেকুৱাই হৈছিল।

নীলম্মা মোৰ অক্সিজেন চিলিণ্ডাৰ! প্ৰেমক পুনৰ জগাই তোলা মিথুন ৰাশিৰ কন্যা .............. অনন্যা!...........

চালা! আকৌ কবিতা?

পুষ্পলালে তাৰ লেটাৰ পেদৰ এটা কোণত মিথুন ৰাশিৰ প্ৰতীক চিত্ৰটো ছপাই লৈছিল...... যৌন লীলাৰ বাবে প্ৰস্তুত হোৱা এহাল অৰ্দ্ধনগ্ন স্ত্ৰী-পুৰুষৰ ছবি। যোৱা পাঁচটা বছৰ উমা মোৰ লগত শোৱা নাই। নাই শোৱা মানে যৌন সম্পৰ্কৰ পৰা দূৰত আছে। তেওঁ মোৰ অঙ্গ প্ৰত্যঙ্গক অপৱিত্ৰ আৰু ঘৃণনীয় বুলি ভাবিবলৈ ধৰিছে। তেতিয়াৰ পৰাই মই উমাৰ ওচৰত লজ্জিত অনুভৱ কৰিবলৈ ধৰিছোঁ। ....... এবাৰ কিশোৰ অৱস্থা পাৰ হোৱাৰ পিচতে মানে দেহৰ গোপন ঠাইবোৰত ক্ষুদ্ৰ ক্ষুদ্ৰ নোম কিছুমান ভুমুকি মৰাৰ সময়ত এদিন পুৱা আঠ বজালৈকে মই বিচনাত শুই থকা দেখা পাই মাই খঙত আঠুৱাখন দাঙি গাৰ পৰা চাদৰখন টানি নিছিল। তেতিয়া মই চাদৰৰ তলত সম্পূৰ্ণ নাঙঠ হৈ আছিলোঁ...... লাজত মৰি গৈ মই সাত-আঠ দিনলৈ মাৰ মুখামুখি হোৱা নাছিলোঁ............. ইমানেই লাজ লাগিছিল। সেই ঘটনাটোৱেই মোৰ ওপৰত নিজৰ পৰিবেশ, পৰিবাৰ আৰু প্ৰেমৰ সম্বন্ধটোক কলুষিত কৰাৰ বাবে দোষাৰোপ কৰি থাকে।

এয়ে সকলো নহয়, আচলতে মই সকলো ফালেই দেউলীয়া হৈ গ'লোঁ । মদ ? চালা, সাপৰ বিষৰ পৰা বনোৱা মদো মই খাইছোঁ। মদ, ভাং, চৰচ আৰু চিগাৰেট অতিপাত খোৱাৰ ফলত মোৰ মাতো বিকৃত হৈ পৰিছে। এতিয়া ইয়াৰ আৰু বজাৰত মূল্য নাই। যিটো কণ্ঠেৰে মই চম্পাকলিৰ পাতল পাহি এটা ভাগি পৰাৰ শব্দটোও কৌশলেৰে শুনাব পাৰিছিলোঁ, এতিয়া সেই কণ্ঠত ফটা ঢোলৰ দৰে শব্দ বাহিৰ হয়। আৰু যেতিয়া মই গাবই নোৱাৰো তেতিয়া আৰু জীয়াই থাকি কি লাভ? ফ্লেটৰ মোৰ আলমাৰিত এতিয়াও ডিম্পোলৰ পুৰা বটল আছে চাগৈ। মই নাথাকোঁ যদি সেইবোৰ কাৰ কামত আহিব? উমাই সেইবোৰ বাহিৰ কৰি খিৰিকীৰে দলিয়াই দিব। নাই নাই, পেলাব নোৱাৰে, পেলাবলৈ হাতত লৈও থৈ দিব। যেতিয়ালৈকে জীয়াই থাকে তেতিয়ালৈকে যত্নেৰে থৈ দিব। সম্ভৱ নিজৰ পূজা কৰা ঘৰৰ কোণত মহাকালীৰ পেটৰ ওচৰত থৈ দিব........... গঙ্গাজলৰ বটলৰ ওচৰতো........ গঙ্গা ......গঙ্গা.......!

পাটনাৰ গঙ্গাক মানুহে মগধৰ গঙ্গা অৰ্থাৎ পুন্যহৰা বুলি কয়। সেইবাবে পাটনাৰ

গঙ্গাত কোনো পকী ঘাট নাই। কৰবাত দুই এটা থাকিলেও দুৰ্গন্ধৰ কোবত মানুহে সেইফালে মুখ কৰিব নোৱাৰে। পাটনাৰ গঙ্গাৰ কাষত চিতাত পোৰা মানুহে শান্তি নাপায় আৰু মুক্তি নাপায়। সেই বাবে পুষ্পলালৰ দৰে বিদ্ৰোহীৰ মৰাশটোক সিপাৰৰ ছেমৰিয়া ঘাটলৈ নিহে জ্বলোৱা হৈছিল....... কিন্তু এই গঙ্গাৰ কিনাৰৰ পাটনা ক্লাবৰ ধুনীয়া লনখনত বহি লৈ মৌজ কৰি মদ খোৱাৰ সময়ত আৰু পাটনা মেডিকেল কলেজ হস্পিতালৰ কোনোবা এখন বেডত পৰি থাকি দৰৱ খোৱাৰ সময়ত মানুহৰ মনত গঙ্গাৰ জয়-জয় ধ্বনি আপোনা-আপুনি জাগি উঠে। মোৰ দৃঢ় বিশ্বাস যে এই হস্পিতালৰ শতকৰা সত্তৰ জন ৰোগীয়েই সৰ্বৰোগ বিনাশিনী গঙ্গাৰ বতাহৰ বলত সুস্থ হৈ উঠে, মৰাৰ পৰা জী উঠে। নিজৰ দেশৰ আৰু কৰবাত নৈৰ কাষত যদি কোনো হস্পিতাল আছে, মই নাজানোঁ।

ঘাটৰ পৰা বোধহয় কোনো ষ্টীমাৰ এৰিব খুজিছে। আজিকালি নতুন নতুন কিচিমৰ চাইৰেন বাজিবলৈ ধৰিছে... অথাই পানীৰ মাজৰ পৰা অহা উশাহ নিৰোধ হোৱাৰ নিচিনা শব্দ ....... শুধিব লাগিব এই চাইৰেনটোৰ নাম কি?

নহয়, ষ্টীমাৰ নহয়! এইটো ক্ৰাইচিচ! অৰ্থাৎ অক্সিজেন চিলিণ্ডাৰ এটা কোনোবাই লৈ গৈছে। মজিয়াৰ ওপৰত গধুৰ লোহাৰ বস্তু এটা চোচোৰাই নিয়াৰ শব্দ এটা ক্ৰমে ওচৰ চাপি আহিছে। কিয়? আকৌ মোৰ ওচৰলৈকে আনিছে কিয়? মই সজ্ঞানে আছোঁ। মই সাৰ পাই আছোঁ। মোৰ বিচনাত টুলখন লগাই বহি লৈ মোৰ কান্ধৰ কাষতে মূৰটো পেলাই উমা শুই পৰিছে। লাহে লাহে মই মই মাতি আছোঁ- উমা! মুখৰ পৰা শব্দ ওলোৱাৰ আগতেই চিলিণ্ডাৰটো চোচোৰাই অনা মানুহটোৱে মোৰ মুখখনত জোকাৰ এটা মাৰি বন্ধ কৰি দিলে। চিলিণ্ডাৰ চোচোৰাই অনা মানুহটো ৱাৰ্ড বয় নহয়, সেইটো পুলিচৰ দাৰোগা। তাৰ লগত কেইটামান চিপাহীও আছে। সিহঁতে মোৰ বিচনাখনৰ ওচৰলৈ আহি ঘেৰি ধৰিছেহি...... সিহঁতে মোক খানাতালাচ কৰিব। মই বিচনাৰ তলত অশ্লীল কিতাপ, অবৈধ ভাং আৰু নীলম্মাৰ মৃতদেহটো লুকুৱাই থৈছোঁ। উমা! চোৱাচোন, ইহঁতে কি কব লাগিছে। দাৰোগাই চিঞৰি দিছে- চুপ থাক চালা! এটা চিপাহীয়ে মোৰ গাৰ কম্বলখন টান মাৰি আঁতৰাব খুজিছে। মই বাধা দিছো- কম্বলৰ তলত মই নাঙঠ হৈ আছোঁ...... একেবাৰে নঙঠা ..... চালাহঁত ..... হাৰামজাদাহঁত..... মাৰহঁতক....... জীয়েৰহঁতক ....... কুকুৰৰ পোৱালী! ...... মই দুইটা ভৰিৰে শুৰিয়াবলৈ ধৰিলোঁ.... আৰু তাৰ তালে তালে যুদ্ধৰ বাজানা বাজিবলৈ ধৰিলে..... মোৰ গোৰ কাৰো মুখত, কাৰো অণ্ডকোষত আৰু কাৰো তপিনাত পৰিবলৈ ধৰিলে আৰু এটা এটাকৈ সিহঁত বাজানাৰ তালে তালে বাহিৰলৈ পলাই যাবলৈ ধৰিলে। এটা সীমা আছে! উমা এনেকৈ তলমূৰ কৰি শুই আছে। ইয়াত ইমানবোৰ হুলস্থূল হৈ গ'ল, কাণৰ কাষত যুদ্ধৰ বাজানা বাজিল; কিন্তু উমাৰ টোপনিৰ একো ব্যাঘাত নহ'ল। তেতিয়া মোৰ কম্বলৰ তলৰ পৰা ডিঙিটো উলিয়াই নীলম্মাই মোক সুধিছে- পুলিচবোৰ ইয়াৰ পৰা গ'ল নে? তুমি এতিয়া মোক মনে মনে মাৰি পেলোৱা। আহাঁ। ৰজনীগন্ধাৰ সুবাস আহি মোৰ নাকত লাগিছেহি আৰু নীলম্মাই অনুণয়ৰ স্বৰেৰে

মোক কব লাগিছে- প্লিজ, কিল মি....... কিল মি। মই উমাক জোকাৰি জগাই আছোঁ। উমা লুটি খাই মজিয়াত বাগৰি পৰিছে আৰু তেওঁৰ পৰাৰ শব্দটো এটা জল তৰঙ্গৰ দৰে.... নে নীলম্মাই খিলখিলাই হাঁহি দিছে! ময়ো একেলগে হাঁহি দিব খুজিছোঁ; কিন্তু হাঁহিৰ সলনি মই 'মা, মা' বুলি চিঞৰি কান্দিবলৈ ধৰিছোঁ। মই কান্দিয়েই আছোঁ আৰু নীলম্মাই সেই সুৰতে বঙলাৰ 'ৰামপ্ৰসাদী' এটাৰ আলাপ জুৰি দিছে- মা-আ-আ-আ! আচলতে কন্দাৰ সলনি মই গানহে গাইছোঁ!

এয়া সমাধি নহয়, সপোন নেকি? কব নোৱাৰো কোনখিনি সঁচা আৰু কোনখিনি সপোন। যিয়েই হওক, মই নীলম্মাক হত্যা কৰা নাই। তেওঁ ডাক্তৰক সহায় কৰি আছে। ডাক্তৰে কৈছে, মই সপোনত হাত-ভৰি আচাৰি আছিলোঁ। নীলম্মাই হাঁহি হাঁহি কৈছে- মোৰ এইখিনিতে এনেকুৱা এটা 'কিক্' মাৰি দিছা যে মই 'নভোলজিন' খাবলগীয়া হৈছে।....

মোক বোধহয় কিবা বেজী দিব লাগিছে!

উমাই ইমান ভয় খাই মোলৈ কিয় এনেকৈ চাই আছে! এনেদৰে ভয় খোৱা উমাক মই আগতে কেতিয়াও দেখা নাছিলোঁ। কান্দো কান্দো মাতেৰে উমাই মোক সুধিছে- 'কি হয়েছে'? তুমি এনেকুৱা কিয় কৰিছা? এতিয়া কেনে পাইছা? কোৱা না...... নোকোৱা কিয়...... বাবু ........ শিবু বাবু ৰে...... !

উমাই হঠাৎ চিঞৰি দিছে। যেন আকাশখন চেৰচেৰাই দুফাল হৈ গ'ল। তাঁৰবোৰ ঝণঝণাই বাজি উঠিছে- 'মা-গো- ও-ও-ও! আমাৰ সৰ্বনাশ কৰো না.... আমাৰ কেউ নেই........ ডাক্তৰ বাবু'! এওঁৰ অবিহনে মোৰ আৰু কোনো নাই........ হা-হা-হা-হা...... ডাক্তৰ বাবু! ........

মই সকলো দেখা পাই আছোঁ। সকলো শুনি আছোঁ। কিন্তু একো কৰিব পৰা নাই। নীলম্মাই উমাৰ দুইখন হাতত ধৰি তুলি দি বুজাবলৈ ধৰিছে এটা নতুন ঔষধ দিয়া হৈছিল, তাৰেই ৰিএক্সন হৈছে। এতিয়া সকলো ভাল হৈ যাব। বেজী দিয়া হৈছে.......

ছাৰ্জন অজয়ৰ দাবি কাণত পৰিল - উমা! এইবোৰ কি হৈছে?

-মোৰ শিবুৰে একো নকয় কিয়, ডাক্তৰ?

-কব...... এতিয়াই কব..... তুমি মনে মনে থাকা।

-বাৰু, মই মনে মনে থাকিম। এয়া মই চুপ কৰিলোঁ।

হাৰ্ট স্পেচিয়েলিষ্ট ডাক্তৰ শ্ৰীবাচ আহিল। তেওঁৰ দীঘল বগা ডাড়িকোচা দেখি মোৰ কবিৰাজ চক্ৰবৰ্তীৰ কথা মনত পৰিল। কবিৰাজ চক্ৰবৰ্তীয়ে সুঙি চায়েই ৰোগটো ধৰিব পাৰিছিল। ডাক্তৰ শ্ৰীবাসেও আতৰৰ পৰা মোলৈ চাই ক'লে- হাৰ্ট নৰ্মেল আছে।.........

মেডিচিনৰ ডাক্তৰ দাস আহিল। তেৱোঁ মোলৈ দূৰৰ পৰাই চালে। কোনেও মোৰ গাত হাতকে নলগায়। তেওঁলোকে মোক কথা কবলৈ কৈ আছে। মই মাত্ৰ হাতেৰে

ইঙ্গিত দি আছোঁ..... শব্দ ওলাই নাহে। ডাক্তৰ দাসে কলে— হয়, ৰিএক্সনেই হৈছে।

মই জানোঁ, মই দেখা পাইছোঁ, ডিভিত কেন্সাৰ হলে ঠিক এনেকুৱাই হয়। মাত-কথা হঠাতে বন্ধ হৈ যায়। মোৰ যদি মাতটো আৰু উভতি নাহে, তেতিয়া? ভোকেলকৰ্ড ডেমেজ হোৱা নাইতো! মই ডাক্তৰক কথাটো সুধিব খুজিছোঁ— ডাক্তৰ?........

সকলোৰে মুখৰ পৰা একেলগে একে সুৰতে ওলাই গ'ল- আহিল!

বিজুলী চাকি নুমাই যোৱাৰ পিচত যেতিয়া আকৌ জ্বলি উঠে, তেতিয়াও মানুহৰ মুখৰ পৰা এনেকৈ ওলাই পৰে- আহি গ'ল!

কিন্তু উমাই এতিয়াও বিশ্বাস কৰিব পৰা নাই। তেওঁ মোৰ ওচৰলৈ আহি সুধিছে— কোৱাচোন, মই কোন?

মোৰ হাঁহি উঠিল। মই সুধিলোঁ— এয়া সকলো সপোন নহয়তো?

—তোমাৰ কি মনে হয়? —উমাই সুধিলে।

মই একতিয়া হৈ শুবলৈ চেষ্টা কৰিলো। উমাই হাক দিছে।...... পেটৰ ভিতৰে ভিতৰে ভীষণ যন্ত্ৰণা... এয়া কি.... মোৰ পেটৰ ওপৰত গধুৰ কিয় লাগিছে? অলপো ইফাল-সিফাল কৰিব পৰা নাই। নে নীলম্মাই মোক সচাঁকৈয়ে বিচনাৰে সৈতে বান্ধি থৈছে?

পাটনা টাইমছৰ ষ্টাফ ৰিপৰ্টাৰ মিত্তল আহিছে। উমাক তেওঁ কিবা সুধিছে। উমাই কৈছে— অপাৰেশ্যনৰ ঠিক দহ ঘণ্টাৰ পিচত অলপ আগতে জ্ঞান পাইছে। এতিয়া ভালেই।

অপাৰেশ্যন? কাৰ অপাৰেশ্যন? কেতিয়া হ'ল মোৰ অপাৰেশ্যন?

উমাই নিৰৱে হাঁহি আছে— ডাক্তৰ অজয় দহ ঘণ্টাৰ মূৰত এইমাত্ৰ ঘৰলৈ গৈছে।

—আৰু ডাক্তৰ শ্ৰীবাস, ডাক্তৰ দাস? তেওঁলোক গ'ল কেতিয়া?

উমাই আচৰিত হৈ সুধিলে— ডাক্তৰ শ্ৰীবাস আৰু ডাক্তৰ দাস? তেওঁলোক ইয়ালৈ কেতিয়া আহিছিল?

মই প্ৰশ্ন কৰিলোঁ— মোৰ মাতটো ভগা টিঙৰ দৰে ওলাইছে নেকি?

—নাই তো!

—মোৰ দ্ৰাগ্ ৰিএক্সন হৈছিল নহয়? মোৰ মাতটো হঠাতে নোহোৱা হৈ গৈছিল?

—তুমি দেখোন দহ ঘণ্টা অজ্ঞান হৈ আছিলা

—আৰু নীলম্মা? মাতাচোন তেওঁক এবাৰ।

—কোন নীলম্মা? —উমা আকৌ এবাৰ আচৰিত হ'ল।

মই মোৰ গাত চিকুটি চালোঁ —মই হয় নে নহয়। নহয়, এয়া ময়েই। মই এতিয়া

সপোন দেখা নাই.... মই সাপোন নহয়। কিন্তু, আকৌ মোৰ শংকা হৈছে। ভয়ে ভয়ে পুনৰ সুধিলোঁ, বাৰু উমা, পুষ্পলাল সমুখৰ সৌ ৱাৰ্ডটোতে মৰিছিল নহয়নে বাৰু?

এইবাৰ উমাৰ অলপ খং উঠিল— কোন পুষ্পলাল? কব নোৱাৰোঁ, এইবোৰ কি কব লাগিছা। কথা নকবা। ডাক্তৰে কথা কবলৈ হাক দিছে।

মোৰ এইবাৰ বিশ্বাস হ'ল যে এয়া মই সপোনেই দেখিছোঁ আৰু এই সপোনৰ পৰা মোৰ নিস্তাৰ নাই, মই সাৰিব নোৱাৰোঁ! আৰু সাৰি থাকিলে বা কি হ'ব? ভাল হ'লহেঁতেন যদিহে মই গঙ্গাৰ পাৰলৈ গৈ প্ৰাণ ভৰি নিজৰ এই শৰীৰটোক চালোঁগৈহেঁতেন আৰু ইয়াৰ স্তুতি কৰিলোঁগৈহেঁতেন। গোটেই জীৱনটোতে পৃথিৱীৰ সকলো বস্তু আৰু ব্যক্তিৰ মাজতে নিজৰ প্ৰতিবিম্বক বিচাৰি ফুৰিলোঁ, চাই ফুৰিলোঁ, দেখি মুগ্ধ হলোঁ....... নাৰছিছাছ? নন্‌চেন্স! সপোনত এবাৰ গাই চাব খুজিছোঁ, মোৰ মাত কিমান দূৰলৈকে যায়। গঙ্গাৰ সিপাৰে...... বগা বালিচৰ পাৰ হৈ, সেউজীয়া খেতি-পথাৰৰ ওপৰেদি উৰি গৈ.......... অথবা অতল জলৰ মাজত বাজি থকা ছাইৰেণৰ দৰে, অগাধ পানীৰ তললৈ সোমাই গৈ! ..............

(1970)

# অগ্নিভুক

সূৰ্যনাথ বাহিৰলৈ যাবলৈ ওলাইছিল। ঘৈণীয়েকে মাত লগালে, "কলৈ যোৱা? এতিয়া দহ বজাত আভাৰ ল'ৰা আহিব।"

সূৰ্যনাথে চোলাৰ বুটাম মাৰিছিল। হাতখন আধাতে ৰ'ল। মনত পৰিল, হয়, কালি ৰাতি ঘৰলৈ উভতি অহাৰ পিচত ঘৈণীয়েকে কৈছিল— 'শুনিছা, আজি বজাৰত আভাৰ ল'ৰাটোৰ লগত হঠাতে ভেটাভেটি হ'ল....... কিয়' আভাক তোমাৰ মনত নাই?..... তোমাৰ মৰমৰ আভাৰাণী ৰায়। আৰু, তেওঁৰে ল'ৰা মানে, সেই ল'ৰাটোৱেই আহিব?'

সূৰ্যনাথে সুধিলে— 'দেখাত কেনেকুৱা হৈছে?...... মানে জানিব খুজিছোঁ চেহেৰাটো কাৰ দৰে হৈছে? এম্বুলেন্স ড্ৰাইভাৰৰ দৰে নে সেই কাপোৰৰ দোকানৰ বুঢ়া মালিকটোৰ দৰে?'

পত্নীয়ে কৈছিল— 'মই সিমানকৈ লক্ষ্য নকৰিলোঁ। কাইলৈ পুৱা দহ বজাত সি আহিব। তুমি নিজে চাই মিলাই ল'বা, কাৰ লগত মিল আছে, কাৰ লগত নাই।'

"কিন্তু তুমি দেখোন এতিয়া বাহিৰলৈ যাবলৈ ওলাইছা।" চোলাটো খুলিবলৈ ধৰি সূৰ্যনাথে ক'লে।

"সি তোমাক লগ পাবলৈ আহিব। কৈছে বোলে তোমাক কিবা 'ইনফৰমেশ্যন', দিব লগা আছে।" তেওঁ হাঁহি হাঁহি আকৌ ক'লে— "হেৰা, সেই ল'ৰাটোৱে মোক কালি বিপদতে পেলাই দিছিল, কিছু সময়ৰ বাবে। কব নোৱাৰোঁ, কৰবাৰ পৰা অকস্মাৎ আহি বাট ভেটি ধৰি কলেহি— আপুনি অন্নপূৰ্ণা মাহী হয় নে? মই বাৰু কোন কওকচোন?............. তাৰ পিচত সি নিজেই ক'লে— চিনি পাবনো কেনেকৈ? কেতিয়াও যে দেখা নাই। মই আপোনাৰ আভাৰাণীৰ ল'ৰা..... । মইতো একেবাৰে অবাক।"

"আপোনাৰ মৰমৰ আভাৰাণী বুলি নকলে?"— সূৰ্যনাথে জোকালে।

অন্নপূৰ্ণাই ৱৰ্কিং উৱমেন্স এছচিয়েশ্যনৰ এজাপ চিঠি নিজৰ বেগটোত ভৰাই ক'লে, "মোৰ নে তোমাৰ মৰমৰ?"

"তোমাৰ।"

"মিছা কথা নকবা।" অন্নপূৰ্ণাই অৰ্থপূৰ্ণ হাঁহি এটা মাৰি বাহিৰ ওলাই গ'ল। যাওতে

কৈ গ'ল, "ল'ৰাটো প্ৰথমবাৰৰ বাবে আহিব। ঘৰত বিস্কুট, মিঠাই আছে ..... খাবলৈ দিবা।"

ঘৈনীয়েক গুচি গ'ল। সূৰ্যনাথৰ মনৰ পৰ্দাত সোতৰ-ওঠৰ বছৰৰ আগৰ কোনো স্মৰণীয় ঘটনা কিছুমানৰ মুহূৰ্ত আৰু ক্ষণৰ ছবি কিছুমান ফ্লেশ্ব-বেক হৈ আহিবলৈ ধৰিলে........

........ সেইবাৰ অন্নপূৰ্ণা মেটাৰনিটী চেণ্টাৰৰ অনাৰেৰী ছেক্ৰেটেৰী নিৰ্বাচিত হৈছিল। গতিকে, ঘৰলৈ নানা অভিযোগ লৈ লেডী হেল্থ ভিজিটৰ, নাৰ্ছ, মিডৱাইফ আৰু ট্ৰেইনিং সম্পৰ্কীয় কথা লৈ ছোৱালীবোৰ আহি আছিল। পিচলৈ অন্নপূৰ্ণাই তেওঁলোকক আহিবলৈ হাক দিছিল।

....... কিন্তু আভাৰাণী ৰায় যেতিয়া চেণ্টাৰত ট্ৰেইনিঙৰ বাবে আহিল তেতিয়া অন্নপূৰ্ণাই তেওঁক উপযাচি নিজৰ লগতে ঘৰলৈ লৈ আহিল এদিন আৰু কলেহি, 'এতিয়া বঙলা কীৰ্তন কিমান শুনিব খোজা শুনি থাকা....... এওঁ হৈছে আভাৰাণী ৰায়। আমাৰ চেণ্টাৰত ট্ৰেইনিং ল'বলৈ আহিছে। এওঁ ৰিফিউজী নহয়, বেচেৰী এজনী উইড'। 'কীৰ্তন বৰ সুন্দৰ গায়।'

'শ্যামা সংকীৰ্তন নে....' সূৰ্যনাথে জানিব খোজোতে আভাৰাণীয়ে লাহেকৈ কৈছিল, 'কৃষ্ণ কীৰ্তন।'

সূৰ্যনাথে চকুহাল তুলি সম্ভ্ৰমেৰে আভাৰাণীৰ কপালখনলৈ চালে। ভৰ যৌৱন কালতে বিধৱা হোৱা তেওঁৰ পৰিচিত আন ছোৱালীৰো কপাল ঠিক এনেকুৱাই.... কিন্তু মুখখনৰ প্ৰচুৰ লাৱণ্য দেখা পাই তেওঁ কলে— 'আপোনাৰ নামটো যথাযোগ্য হৈছে।'

অন্নপূৰ্ণাৰ পৰা প্ৰথমতে, সূৰ্যনাথৰ বক্তব্যৰ অৰ্থটো আভায়ো বুজি পাইছিল। তেওঁ হাঁহো নাহাঁহোকৈ কলে,— 'আপুনি কবি মানুহ......'

'কোনে কলে মই কবি বুলি? শ্ৰীমতী অন্নপূৰ্ণাই?'

অন্নপূৰ্ণাই হাঁহি হাঁহি আহি কলে,— 'নাই মই কবি বুলি কোৱা নাছিলোঁ, কৈছিলোঁ সাহিত্যিক বুলি।'

'একেই কথা।'

'একেই কথা' বুলি কওতে আভাৰাণীয়ে সোঁ চকুটো যেনেকৈ মুদি দিলে, সেইটো অকল সূৰ্যনাথেহে দেখা পালে আৰু বুজি পালে।

আভা যোৱাৰ পিচত অন্নপূৰ্ণাই ক'লে,— 'বিধবা নহয়, বেচেৰী পৰিত্যক্তা। স্বামীয়ে তাইক এৰি দিছে.....'

সূৰ্যনাথে ঠিক আভাৰাণীৰ দৰেই নিজৰ সো-চকুটো টিপিয়াই দি ক'লে— 'একেই কথা'।

'কেনেকৈ একে কথা হ'ল?'

'স্বামীয়ে এৰি নিদিয়াহেঁতেন বেচেৰাটো মৰি থাকিলহেঁতেন আৰু তাই বিধবা হ'লহেঁতেন।' সূৰ্যনাথে কথাখিনি কওঁতে এনে লাগিল যেন তেওঁ আভাৰ ভাল-বেয়া জানিছিল। অন্নপূৰ্ণাই তেতিয়া জানিব খুজিলে, "তুমি তাইক আগৰে পৰা চিনি পোৱা নেকি? সেইফালে কোনো ঠাইত, মানে.....পূৰ্ণিয়া-চাহাৰ্চাৰ ফালে কৰবাত তাই আছিল........'

'যতেই নাথাকক লাগে। এইজনী ছোৱালী কাৰো পত্নী হৈ থাকিবলৈ জন্ম হোৱা নাই। দেখা নাই নে কেনেকুৱা 'সখি-সখি' ভাৱ তাইৰ ধৰণ-কৰণত। তাই কাৰোবাৰ 'সখী' হৈহে থাকিব পাৰে।' এইবুলি কৈ সূৰ্যনাথে হাঁহিবলৈ ধৰিলে।

গিৰীয়েকৰ এনেকুৱা কুটিল হাঁহি দেখা পাই অন্নপূৰ্ণাৰ সন্দেহ হ'ল, নিশ্চয় কিবা অসভ্য কথা কৈছিল আৰু কিবা ইঙ্গিত দিছিল চাগৈ। কলে— 'তাৰ মানে?'

'শ্ৰীমতী, ইয়াৰ মানেটো আপোনাক বুজাবলৈ গলে সম্পূৰ্ণ বৈষ্ণৱ সাহিত্য' শুনাব লাগিব।'

'সখী হৈহে থাকিব পাৰিব বুলি যে কলা ইয়াৰ অৰ্থ কি?'

সূৰ্যনাথে বুজি পাই গৈছিল অন্নপূৰ্ণাৰ শংকা কোনখিনিত। অন্নপূৰ্ণাই ভাবিছিল যে হোষ্টেলত থকা দিনত তেওঁৰ সখী অ'লিভ ডাইচনক লৈটিয়াই কথাবোৰ কোৱা হৈছে। আৰু এনেকুৱা কথাৰে গোন্ধ খায়েই তেওঁ এনেকৈ অসন্তুষ্ট হ'ল যে সূৰ্যনাথে ঘণ্টাৰ পিচত ঘণ্টা কাকুতি-মিনতি কৰি আৰু নানা শপত গায়ো অন্নপূৰ্ণাৰ মন পাব নোৱাৰিলে। গতিকে সূৰ্যনাথে সহজভাৱে কলে, 'সখীৰ অৰ্থ আচলতে মিত্ৰ, হয় নে? মই কব খুজিছিলোঁ যে এনেকুৱা এজনী ছোৱালী পুৰুষৰ সৈতে মিত্ৰৰ যোগ্যতাৰেহে থাকিব পাৰে।'

অন্নপূৰ্ণা সেই নিশা ততালিকে সহজ হৈ পৰিছিল। কিন্তু তেওঁ আন এটা প্ৰশ্ন কৰিলে, 'তুমি এইবুলি কিয় কলা যে স্বামীয়ে এওঁক এৰি নিদিয়া হ'লে নিজেই মৰি থাকিলহেঁতেন বুলি.......'

'কপালখন চাই মই ক'লোঁ।'

'বৰ ওলাইছে সামুদ্ৰিক বিজ্ঞান ফলাবলৈ।'

'ত্ৰিভূজাকাৰ ওখ কপাল আৰু জিলিকি থকা সেওঁতা...... আৰু তেনে দেহৰ গঠন যাৰ হয়, তেওঁলোক কিছু বেছি 'এনাৰ্জেটিক' হয়............ হয় মত্তা, প্ৰমত্তা, অতিমত্তা, মহামত্তা।'

"এঁ! আভাই যি 'কবি মানুষ' বুলি কৈছিল, তাৰ তাৎপৰ্য তুমি বুজি পাইছিলা?"

'কবি মানুহ মানে ৰসিক পুৰুষ।'

'নহয় ডাঙৰীয়া, তাৰ তাৎপৰ্য তাতোকৈ বেছি— তাৰো আগলৈ আৰু বহু

আছে........ সাহিত্যিকবোৰ অলপ চৰিত্ৰহীন হয়, সেই কথা গোটেই জগতে জানে।'

'অলপ নহয়, সম্পূৰ্ণ চৰিত্ৰহীন।' সূৰ্যনাথে এপ্ৰুভাৰ অৰ্থাৎ সমৰ্থকৰ ভঙ্গী এটা দি মানি ললে।

সেই ৰাতি দুয়ো পৰস্পৰে ধেমালি কৰি, খিকিন্দালি কৰি সাৰ পাই আছিল.............

.......আৰু হৰিসভাৰ সেই সন্ধিয়া।

প্ৰথমবাৰ হৰিসভাত আভাৰাণীৰ কীৰ্তন শুনি সূৰ্যনাথ আৰু অন্নপূৰ্ণা সঁচাকৈয়ে মন্ত্ৰমুগ্ধ হৈ গৈছিল.... কিন্তু যেতিয়া আভাই তেওঁলোকৰ ঘৰলৈ আহি কীৰ্তন শুনাবলৈ ইচ্ছা প্ৰকাশ কৰিলে, তেতিয়া অন্নপূৰ্ণা সন্মত নহ'ল— 'কীৰ্তন আৰু ভজন হৰিসভা আৰু ঠাকুৰবাৰীতেই শুনিবলৈ ভাল লাগে'।

অন্নপূৰ্ণাৰ চতুৰালি চতুৰ আভাই ভালকৈ বুজিব পৰিছিল আৰু মনে মনে জ্বলি উঠিছিল।

এদিন আভাই বজাৰৰ মোনা এটা হাতত ওলোমাই আহি কলে, 'বাইদেউ.... মই আজি মোৰ নিজৰ বাইদেউ আৰু ভিনদেউক এবিধ বিশেষ 'মেনু' ৰান্ধি খুৱাবলৈ আহিছোঁ। উইথ্ দিউ ৰেস্পেক্ট আই বেগ.....'

সেইদিনা আভাই বৰ যতনেৰে 'মলাই কৰী' ৰান্ধি সূৰ্যনাথ আৰু অন্নপূৰ্ণাক জুতি লোৱালে। সূৰ্যনাথে মুখত দি তৃপ্তিৰ কিবা এটা কবলৈ ওলাইছিল। অন্নপূৰ্ণাই এটা মৰমৰ দাবিৰে কৈছিল— 'মই জানোঁ, আপুনি কি কব খুজিছে। কব, চমৎকাৰ। হয় নে?'

'নহয়, একেবাৰেই নহয়। মই কব খুজিছিলোঁ, 'ভীষণ সুন্দৰ', কিন্তু এতিয়া আপুনি মোক সেইটো কবলৈ নিদিলে। গতিকে মই এতিয়া কম— 'অপূৰ্ব....!'

কেচা নাৰিকলৰ কোহবোৰ পিহি গাখীৰ উলিয়াই লৈছে আৰু তাত ৰৌ মাছৰ ডোখৰবোৰ কাঁইট উলিয়াই ৰান্ধি........ সূৰ্যনাথে বঙালী বৈষ্ণৱ সম্প্ৰদায়ৰ ভাষাত কৈছিল— 'আহা! এতো ক্ষীৰ সাগৰে স্বয়ং ভগবান মৎস্যাৱতাৰ.....'

'ভিনদেউ! আপুনি ৰসিকেই নহয়, সুৰসিকো।'

'সুৰসিক নহয়, লুভীয়া আৰু খকুৱা। এবাৰ দিল্লীত এনেকৈ ডিঙিলৈকে গিলি......'

সূৰ্যনাথে উগাৰ এটা মাৰি কলে, 'অৱন্তী ডাঙৰীয়াৰ ঘৰত? এৰা, এনেকৈ যে ভূৰি-ভোজন হ'ল— আৰু তাতে ভালেমান ব্যঞ্জন আৰু পৰমান্ন অৱন্তী ডাঙৰীয়াৰ খুলশালীয়েকে ৰান্ধিছিল! ঠিক আজিৰ নিচিনাকৈয়ে আথে বেথে খুৱাইছিল..... সেইবাৰ অৱন্তীয়ে কৈছিল বোলে খুলশালীক সংস্কৃতত 'কেলিকুঞ্জিকা' বুলিও কয়।

অন্নপূৰ্ণাই হাঁহি হাঁহি কৈছিল, 'সাৱধান দেই আভা!'

**হাঁহিৰ টৈৰ ওপৰত ছুপাৰইম্পোজ হয়, বাৰিষাৰ এটি সন্ধিয়া।**

...... বৰষুণত তিতি-বুৰি আভা অকলে উপস্থিত, "বাইদেউ। বাইদেউ ঘৰত নাই?'সূৰ্যনাথে আচৰিত হৈ সুধিলে, 'উৱা। আপুনি নগল?.... আপোনাক লগত নিয়া নাই অন্নপূৰ্ণাই? আজি বৰ্কিং উইমেন্সৰ, সাহায্যাৰ্থে 'চেৰিটী শ্ব' আছে নহয়?'

'মোৰ আজি আফটাৰনুন ডিউটী আছিল। মই একেবাৰে তিতি গলোঁ ভিনদেউ....'

বাথৰুমৰ পৰা অন্নপূৰ্ণাৰ শাড়ী আৰু অঙ্গিয়া পিন্ধি আভা ওলাই আছিল। সূৰ্যনাথে হাতত চাহৰ কাপ লৈ থিয় দি আছিল, 'চাহ নহয়। আদা আৰু নেমুৰ ৰসৰ লগত কাঢ়াকৈ..... কেউফালে খুব ফ্লু হৈছে মানুহৰ। ঘটঘটকৈ আপুনি পি দিয়ক আৰু নিশ্চিন্ত থাকক........'

আভাই জিভাত দি চালে, সঁচাকৈয়ে বৰ কাঢ়া। সূৰ্যনাথে সুধিলে, 'আপুনি কি বুলি সন্দেহ কৰিছিল? কওকচোন বাৰু........'

'শুনক, আপুনি মোক এই 'আপুনি-আপুনিকৈ কথা কয় কিয়?' আভাই লাজ লাজকৈ কলে।

'আপোনাৰ চাগে সন্দেহ হৈছিল মই চাহত কিবা নিচা মিহলাই দিছোঁ বুলি?'

'আপোনালোকৰ কি বিশ্বাস আছে। আপোনালোকে বহুত কৰিব পাৰে।' তেওঁ মানুহক হত্যা কৰিব পৰা হাঁহি এটা মাৰি সূৰ্যনাথলৈ চাই থাকিল।

'কিন্তু আপোনাৰতো সাহস কম নহয়।'

'মোক আপুনি বুলি কৈ থাকিলে মই একো উত্তৰ নিদিওঁ।'

সূৰ্যনাথ উঠি আহি আভাৰ কাষত বহিল। আভাই চুলিকোছা পিঠিত পেলাই শুকুৱাই আছিল। আভাই হঠাতে সুধিলে, সঁচাকৈয়ে আপুনি বাৰু চাহত একো মিহলোৱা নাছিল নে?... তেনেহলে মোৰ গাটো এনেকৈ জমজমাই উঠিছে কিয়? মূৰটোও ঘূৰিছে।'

সূৰ্যনাথে ফিকা চাহৰ লগত আদা আৰু নেমুৰ ৰসৰ বাহিৰে আন একো দিয়া নাই। তথাপিও যদি আভাৰ গাত নিচা লাগিছে তেন্তে সূৰ্যনাথে তেওঁক বিশ্বাস জন্মোৱাৰ চেষ্টানো কিয় কৰে?

'আভাৰাণী!'

আভাই এগৰাকী পটু অভিনেত্ৰীৰ দৰে নিজৰ মূৰটো সূৰ্যনাথৰ কান্ধত পেলাই দিলে। সূৰ্যনাথৰ শৰীৰ লগে লাগে তপত হৈ উঠিল। স্বয়ংক্ৰিয় যন্ত্ৰৰ দৰে তেওঁৰ হাত দুখনে আভাক সাৱটি ধৰিলে। বাহিৰৰ আকাশত বিজুলীয়াইছিল। মেঘে কৰিছিল গৰ্জন আৰু সূৰ্যনাথৰ তপত শৰীৰটো মুহূৰ্তৰ ভিতৰতে চেঁচা পৰি গ'ল। তেওঁ আভাৰ পৰা চিটিকি আতৰি পৰিল। আভাই ফুচ্‌ফুচাই কলে, 'কোনো নহয়, বতাহত খিৰিকীৰ পাত এখন খোল খাই গৈছে। সূৰ্যোদয়.... ভিনদেউ.... আপুনি কলৈ গুচি গ'ল?........'

এই ঘটনাৰ পিচত আভাই সূৰ্যনাথৰ লগত কথা-বতৰা পতা বন্ধ কৰি দিলে। আৰু

কেইদিনমানৰ পিচত অন্নপূৰ্ণাই আভাক ঘৰলৈ আহিবলৈ বন্ধ কৰি দিলে। ওচৰ-চুবুৰীয়া বুঢ়ী তিৰোতা এগৰাকীয়ে কলে, 'এইজনী এজনী বেশ্যা ছোৱালী, বোৱাৰী। তাইক এইখন ঘৰলৈ আহি থাকিবলৈ নিদিবা.......'

অপমানিতা আভাই নিজৰ বদলিকৰণ বিচাৰি আন এটা কেন্দ্ৰ মঙ্গলা তালাবলৈ গুচি গ'ল। ইয়াৰ পিচত তাই যেতিয়াই অন্নপূৰ্ণাৰ চেণ্টাৰটোলৈ আহে কোনো কামত, কেতিয়াও আনকি অন্নপূৰ্ণাক নমস্কাৰ এটা পৰ্যন্ত নকৰে।

দহ-এঘাৰ মাহমানৰ পিচত এদিন সন্ধিয়া আহি তাই অকস্মাতে উপস্থিত হ'লহি। তাই অন্নপূৰ্ণাৰ ভৰি চুই সেৱা জনালে। অন্নপূৰ্ণাই ভাল পাই কলে, ''তুমি পৰীক্ষা পাছ কৰিলা নহয়?'

আভাই তলমূৰ কৰিয়েই উত্তৰ দিলে, 'হয় বাইদেউ।'

সেই ৰাতিয়েই অন্নপূৰ্ণাই সূৰ্যনাথক কলে, 'তুমি ঠিকেই কৈছিলা। এই ছোৱালীজনীৰ সাহসটো চোৱাচোন। ছমহীয়া গৰ্ভ লৈ একো লাজ-ভয় নকৰি ঘূৰি ফুৰিছে। ছিঃ ছিঃ, তাই এতিয়া গৰ্ভটো খহাব খুজিছে। কান্দি কাটি ধৰিছেহি বোলে কিবা উপায়েৰে উদ্ধাৰ কৰক বাইদেউ..... মই দাবি দি তাইক ইয়াৰ পৰা খেদি নপঠোৱা হলে তাই এতিয়াও ঘণ্টা ধৰি কান্দি থাকিলহেঁতেন।'

সূৰ্যনাথে কলে, 'তাইক মই এম্বুলেন্স ড্ৰাইভাৰৰ লগত কেবাদিনো চিনেমা হলত দেখা পাইছিলোঁ....'

অন্নপূৰ্ণাই কলে, 'তাই কৈছে যে কাপোৰৰ দোকানৰ বুঢ়া মালিকটোৱে ফুচুলাই তাইৰ এই সৰ্বনাশটো কৰিলে.....'

সূৰ্যনাথে কিবা কব খুজিছিল; কিন্তু অন্নপূৰ্ণাই কৈয়েই গ'ল, 'তাই ইয়াৰ পৰা বদলি হৈ গৈ ভালেই কৰিলে, নহলে যে আৰু কাৰ কাৰ বদনাম নকৰিলেহেঁতেন কোনে জানে।'

সূৰ্যনাথে কওঁ বুলি ভাবিও একোঁ কব নোৱাৰিলে। অন্নপূৰ্ণাই উদাসীন হাঁহি এটা মাৰি কলে— 'তাই গাইছিল নহয়, মৰিয়া মৰিয়া সখি নিশ্চয় মৰিবো..... এতিয়া সঁচাকৈয়ে মৰিব তাই।'

কিন্তু আভাৰাণী নমৰিল। হলী ফেমিলি হস্পিতালত এটা পুত্ৰ-ৰত্নৰ জন্ম দি কলৈ গুচি গ'ল কোনেও কব নোৱাৰিলে। মাদাৰৰ নামত এখন চিঠি মাত্ৰ লেখি থৈ গৈছিল......

...... আৰু আভাৰাণীৰ সেই ল'ৰাটোৱেই আজি সূৰ্যনাথক এটা দৰকাৰী খবৰ দিবলৈ ইয়ালৈ আহিছে।

সূৰ্যনাথৰ মনৰ পৰ্দাত লাৱন্যময়ী আভাৰাণীৰ মুখখন স্থিৰ হৈ আছেহি। আৰু তাৰ পটভূমিত কীৰ্তনৰ আলাপ মুখৰিত হৈ উঠিছে— 'আমাৰ..... সকলি..... গৰল.... ভেল.....'

'গেঁ-এ-ক্-গেঁক্-গেঁক....... গেঁ-এ-ক্....' কলিংবেলটো অস্বাভাৱিক সুৰত বাজিব

লাগিছে। যেন কোনোবাই ধেমালিহে কৰি আছে। সূৰ্যনাথে বিৰক্তিৰে দুৱাৰখন খুলিলে। কলিংবেলৰ বুটামটো আগৰ দৰেই জোৰকৈ টিপি বজাই থাকি সি হাঁহি আছিল— "হাও ফেণ্টাষ্টিক্!... মই আভাৰাণীৰ ল'ৰা....."

"ভিতৰলৈ সোমাই আহক।"

গাৰ বৰণ ঘেহুঁৰ দৰে, ক্ষীণ-মিন শৰীৰ, মজলীয়াকৈ ওখ আৰু অপৰিপাটি হৈ থকা মুগা বৰনীয়া চুলিৰে দেখাত হুবহু আভাৰাণীৰ মুখখনেই..... যেন আভাৰাণীক পুতেকৰ মুখত ছাব মাৰি থোৱা হৈছে....

ভিতৰলৈ আহি সি কলে, "মই কাৰো ভৰিত ধৰি বা আন কিবা চুই কোনো মানুহক নমস্কাৰ নকৰোঁ। দৰাচলতে মই কাকো অভিবাদনেই নকৰোঁ। আপুনি ভালেই পাওক বা বেয়াই পাওক— ভৰিত ধৰা। আইক্-শ্লা!"

কৈ কৈ সূৰ্যনাথৰ পিচে পিচে সি বৈঠকখানালৈ আহিল। কোঠাত সোমায়েই সি বিচুৰ্তি খুৱাই দিলে, "ডাঙৰীয়া.... আপুনি এনেকৈহে সাজু হৈ সকলো সজাই-পৰাই লৈ ইয়াত বহিবৰ ব্যৱস্থা কৰি ৰাখিছে যেনিবা আপোনাৰ সচিত্ৰ ইণ্টাৰভিউ লবলৈহে আহিছোঁ— আইক্ শ্লা— আপোনাৰ দেখোন এটাৰ পিচত এটাকৈ সাক্ষাৎকাৰ কাগজত ওলায়ে আছে। ডাঙৰীয়া, মই এনেয়ে কোৱা নাই বোধকৰোঁ? কিন্তু মই আপোনাৰ পৰা কোনো— আইক্ শ্লা— সাহিত্যিক অথবা বাতৰি কাকতৰ সাক্ষাৎকাৰৰ বাবে অহা নাই। আৰু, আপোনাৰ আৰু আপোনাৰ বংশৰ অখাদ্য বস্তু— আইক্ শ্লা— সাহিত্যত মই পঢ়া নাই। কিন্তু নপঢ়াকৈয়ে মই কৈ দিব পাৰো যে আপোনাৰ বংশৰ সম্পূৰ্ণ মৃত্যু হৈছে...... মই কমাৰ্চিয়েল বস্তু নপঢ়ো। ইটছ্ নচিয়েটিং— আইক্ শ্লা— আপুনি নিৰাশ নহব। মই মাত্ৰ আপোনাক এটা আভাস দিবলৈহে আহিছোঁ।"

সূৰ্যনাথে অপ্ৰতিভ হৈ হাঁহাৰ চেষ্টা এটা কৰি থাকিল। তেওঁ সুধিলে, "আপুনি দেখোন কথাৰ মাজে মাজে সেই শব্দটো— কি বোলে..... সেই 'আইক্ শ্লা' টো যে কয়, সেইটো কি?"

"সেইটো মোৰ ব্যক্তিগত শব্দ-সম্ভাৰৰ এটা শব্দ"— সি চোফাত বহি লৈ বেপৰোৱা ভঙ্গী এটাত কথাষাৰ কলে।

তাৰ পিচত কোঠাটোৰ বেৰকেইখনলৈ চাই চাই এটা কুটিল হাঁহি মাৰি কৈ উঠিল— 'হাও ডিচ্‌গাষ্টিং— 'আইক্ শ্লা— আপুনি নিজৰ ফটো, অভিনন্দন-পত্ৰ, উপাধি আৰু 'চাৰ্টিফিকেট অব মেৰিট' সকলোবোৰৰ বেছ প্ৰদৰ্শনী এখন পাতি থৈছে..... মানুহ আহি কোঠাটোত সোমালেই আপোনাৰ ব্যক্তিত্বই বাঘৰ দৰে জপিয়াই ধৰিব পাৰে যাতে। নহয়নে বাৰু? এইটোৰেই উদ্দেশ্য চাগৈ। কিন্তু এটা কথা সোধোনে? আপোনাৰ নিজৰে এইবোৰ অদৰকাৰী যেন লগা নাইনে?"

সূৰ্যনাথে চমুকৈ উত্তৰ দিলে— "একেবাৰে নাই লগা।"

"আইক্-শ্লা— কিয় লাগিব? টকা পইচাৰ কথা আছে নহয়। কমাৰ্চিয়েল লেখকৰ

উপাই নাই...... কিন্তু আপোনাৰ সাহিত্যৰ বিষয়ে একো নকওঁ। যদিহে কিবা কবলৈ ধৰোঁ, আপুনি যেন মানা কৰে।"

কথাবোৰ শুনি শুনি সূৰ্যনাথৰ চেহেৰা ক্ৰমে অপ্ৰতিভ হৈ গৈ থকা দেখি তাৰো উৎসাহ বাঢ়ি যাবলৈ ধৰিলে— "মাহী গুলাই গৈছে নহয়? মই জানোঁ, তেওঁ আপোনাক অকলেই এৰি থৈ বাহিৰলৈ গুচি যায়। মই সকলো কথাৰ গম পাওঁ....... আপোনাৰ এই ফ্লেটটো, ইট ইজ এন আইডিয়েল প্লেচ ফৰ আত্মৰতি...... আইকংশ্লা!"

সূৰ্যনাথে কঁাহি ডিঙিটো পৰিষ্কাৰ কৰি লৈ সুধিলে, "আপুনি বাৰু আভাৰাণী ৰায়ৰ পুত্ৰ নেকি?"

সি বেপৰোৱা সুৰত উত্তৰ দিলে— "ওঁ। আজিকালি ধানবাদত থাকোঁ। মোৰ নাম এটা আছে। কোনো ছদ্মনাম নহয়, আচল নামেই। বৰ্তমান মই আপোনাৰ সৈতে সৃতপুত্ৰৰ নামটো লৈয়েই কথা পাতি আছোঁ।"

সূৰ্যনাথে হাঁহিবৰ চেষ্টা কৰিও হাঁহিব নোৱাৰিলে। সৃতপুত্ৰই নিজৰ বক্তব্য কৈ গ'ল— "মোৰ কবি নামটো হৈছে— আইক্-শ্লা— শিৱলিংগা।"

সৃতপুত্ৰ শিৱলিংগাই সূৰ্যনাথক সুধিলে— "কি হ'ল? চঁক খাই গল নেকি?"

"চঁক খাম কিয়? মোৰ ঘৰৰ কাষতেই নিজলিংগা ডাঙৰীয়া থাকে।" সূৰ্যনাথে সপ্ৰতিভ সুৰত কলে, "এতিয়া আপুনি ইয়ালৈ অহাৰ উদ্দেশ্যটো কওক— আইক্-শ্লা, অৰ্থাৎ অনুগ্ৰহ কৰি!"

সৃতপুত্ৰই কেৰাহিকৈ সূৰ্যনাথক চালে। আভাৰাণীয়ে ঠিক এনেকৈয়ে চকু সামান্য মুদি লৈ চায়। সি কলে, "উদ্দেশ্য অতি শুভ। আপোনাক এটা খবৰ দিবলৈ আহিছোঁ। সিমানেই........."

"আপোনাৰ মাতৃ............"

সূৰ্যনাথৰ মুখৰ পৰা কথা কাঢ়ি নি সৃতপুত্ৰই কলে, "আপোনাৰ কেলি-কুঞ্জিকা আভাৰাণীৰ কোনো খবৰ মই নাজানোঁ। মোৰ হাতত মোৰ জন্মদাত্ৰীৰ এখন শকত ডায়েৰী আছে— ১৯৫৫-৫৬ চনৰ..... হলী ফেমিলী হস্পিতালৰ মাদাৰে যত্নেৰে সামৰি থৈছিল....... বুজি পাইছেনে?"

"বুজি পাইছোঁ— আইক্-শ্লা। এতিয়া খবৰটো কওক।" সূৰ্যনাথৰ মাতলৈ দৃঢ়তা ঘূৰি আহিছিল।

"খবৰটো শুনোৱাৰ আগতে মই চাই লব খুজিছোঁ, সেই খবৰটো গ্ৰহণ কৰিব পৰা আপোনাৰ মানসিক পটভূমি আছে নে নাই। চাওক, মই আপোনাৰ লিটাৰেশ্যাৰ পঢ়া নাই। গতিকে আপুনি কোন স্তৰৰ মানুহ মই নাজানোঁ। কিন্তু এইটো মই জানোঁ যে আপোনাৰ সম্পূৰ্ণ বংশাধিকাৰ ইল্লিটাৰেট আৰু হাফ্-লিটাৰেট মানুহ......... সকলোৰে আগতে আপোনাৰ কৌতুহল দূৰ কৰো বাৰু। নহয়নে বাৰু? তাৰ পিচত হলী ফেমিলী

হস্পিতালৰ পৰা যতীমখানা, তাৰ পৰা গৈ তাঁতী ঝৰিয়া, কলিকতা, জবলপুৰ, এলাহাবাদ আদি ঠাইবোৰত মোৰ বাল্যকাল শেষ হৈ যুবকাল পালোহি (লিখা-পঢ়া যিখিনি হ'ল, একেবাৰে বেয়া নহয়। মই কবি, কথা-সাহিত্যিক, নাট্যকাৰ আৰু চিত্ৰকাৰ। কিন্তু সেইবোৰ আপোনাৰ বুদ্ধিয়ে ঢুকি নাপাব। আইক্-শ্লা— মই এতিয়া ধানবাদত থাকোঁ আৰু বেচ আৰামতেই আছোঁ। মোৰ আনন্দ মোৰ ব্যৱহাৰৰ কাৰণেই খৰচ কৰি আছোঁ..... আপোনাৰ বাথৰুমটো কোনফালে ?"

সূতপুত্ৰ লেভেটৰীত সোমালগৈ। সূৰ্যনাথে সহজ আৰু সবল হ'বৰ বাবে অলপ সময় পালে। সূৰ্যনাথে মন কৰিলে যে সূতপুত্ৰই ক্ৰমে 'আইক্-শ্লা' শব্দটোৰ ব্যৱহাৰ কমাই আনিছে।

সূৰ্যনাথে বুজি পালে— এই ল'ৰা কম 'বস্তু' নহয়, অৰ্থাৎ চালু ভাষাত যাক 'মাল' বুলি কয়, সেয়ে। ইয়াৰ চুলি, পোছাক, স্বাস্থ্য আদি সকলো 'বীট' আৰু হিপ্পীবোৰৰ পৰা সম্পূৰ্ণ বিপৰীত। কিন্তু তাৰ দৃষ্টিটো তেনেকুৱাই। সূৰ্যনাথৰ হাঁহি উঠিল— সি আহিয়েই সোধপোচ নোহোৱাকৈ চাবুকেৰে কোবাবলৈ লাগি গ'ল। এনেকুৱাই হ'ব লাগে— নেচাৰেলী....

বাথৰূমৰ পৰা ওলাই সি কলে "আপুনি বাথৰূমত যিবোৰ মাহেকীয়া আলোচনীৰ লেখা-মেলাৰ চিন্তা সম্পূৰ্ণ কৰে, সেইবোৰৰ সম্পাদক সকললৈ লিখি দিব যাতে তেওঁলোকে কিছু 'ৰেচক-সাহিত্য'ও প্ৰকাশ কৰে।...... আৰু এটা কথা! আপুনি দেশ-বিদেশৰ ইমানবোৰ বিগ-বগৰ্হ— আইক্-শ্লা— ছ'কল্ড্ ভি-আই-পি প্ৰজন্মৰ লগত আপোনাৰ নিজৰ ছবিবোৰ ওলোমাই থৈছে কেউফালে। কিন্তু....... হোৱাই নট এ ন্যুড্? মই কওঁ, আপুনি আপোনাৰ এখন সম্পূৰ্ণ উলঙ্গ— একেবাৰে মাতৃৰ পৰা জন্ম পোৱাৰ পিচৰ দৰে— ছবি এখন তুলি বেৰত ওলোমাই থওক আৰু তাৰ তলত লিখি থওক— 'উইথ মাইছেলফ্'? কেনেকুৱা হ'ব? ভাল নহ্বনে বাৰু?"

সূৰ্যনাথে বুজি পাই গৈছিল— বাথৰূমৰ পৰা ওলাই আহি বৈঠকখানা পাই এনেকৈ অসভ্যৰ দৰে পেন্টৰ বুটাম মাৰি মাৰি— এই ল'ৰাটোৱে এনেকুৱা কথাই কব। গতিকে তেওঁ মিচিকিয়াই হাঁহি থাকিল।

তাৰ পিচত সি সূৰ্যনাথক অপ্ৰতিভ কৰিবলৈ সি প্ৰশ্নটো এৰি দিলে—

".... বাৰু, এতিয়া কওকচোন নিজকে আপোনাত সঁপি দিয়া আপোনাৰ খুলশালী আভাৰাণীৰ লগত এতিয়া আপোনাৰ সম্বন্ধ কেনে আৰু কিহত— আইক্-শ্লা....."

"আপুনি যি খবৰটো দিবলৈ আহিছে প্ৰথমতে সেইটো কওক। আপুনি মোৰ ইণ্টাৰভিউ লবলৈতো অহা নাই। গতিকে প্ৰশ্ন সুধি উত্তৰ বিচাৰিছে কিয়? সূৰ্যনাথে এইবাৰ তাক ওলোটাই আঘাত কৰি চকীত বহি ললে।

"আইক্শ্লা— মই পোনতেই কৈ দিছোঁ যে মই জানিব বিচাৰিছোঁ......."

"আইক্-শ্লা— মই পোনতেই— আইক্-শ্লা— আপোনাৰ— আইক্-শ্লা— খবৰ কি দিব লগা আছে জানিব বিচাৰিছোঁ— আইক্-শ্লা। সিমানেই।" সূৰ্যনাথে গহীন হৈ কথাবোৰ কলে।

সূতপুত্ৰই হাঁহি দিলে। সূৰ্যনাথে লক্ষ্য কৰিলে, তাৰ হাঁহিটোত সামান্যভাৱে কাপোৰৰ দোকানখনৰ ছাঁ ফুটি ওলাইছে।

"বাৰু? আপোনাৰ চুলিবোৰ ঘন ক'লা! মই ভাবিছিলোঁ আপুনি 'ডাই' কৰিছে বুলি। কাৰণ মোৰ মাৰ ডায়েৰীত আপোনাৰ চুলিৰ বিষয়ে বৰ প্ৰশংসা কৰি লেখা আছে। এতিয়ালৈকে ইমান ক'লা হৈ আছে? আৰু আপোনাৰ দাঁত দুপাৰিও নকল নহয়। তেনেহলে দেখোন আপুনি আৰু দহটা বছৰ অবাধে প্ৰেমৰ কাৰবাৰ চলাই যাব পাৰে। পঞ্চাশ বছৰ বয়সত এনেকুৱা ঘন ক'লা চুলি আৰু হাড় গুড়িকৈ চোবাব পৰা দাঁত...... বাপ্‌ৰে..... কিবা যোগ-চোগৰ লগত ইয়াৰ সম্পৰ্ক আছে নেকি? আপুনি কিবা বনৌষধি ব্যৱহাৰ কৰে নেকি?"

সূৰ্যনাথে মনতে ভাবিলে যে এই অসভ্য ল'ৰাটোক ভালকৈ এপালি দি দিব নেকি! নীল এসোপা দৈত ঢালি লৈ........... কিন্তু তেওঁ উত্তৰ দিলে, "সেইটো মোৰ ট্ৰেড্ চিক্ৰেট।"

সূতপুত্ৰ সশব্দে হাঁহি উঠিল। সূৰ্যনাথে ইতিমধ্যে চিনি পাইছে, এই যুবকে নিজকে 'ফায়াৰ ইটাৰ'— অগ্নিভুক বুলি ভাবি লৈছে, এইটো হৈছে 'ছেলফ পোজড্ লোন্‌লি ৰিবেল'ৰ এটা উদাহৰণ। তেওঁৰ আন এজন লেখকলৈ মনত পৰিল, যি প্ৰায়ে কৈ ফুৰিছিল— 'আই এম বৰ্ণ বিফ'ৰ মাই টাইম' বুলি.....

"আপুনি কৰে কি? মানে আপোনাক কোনে খুৱায়?" সূৰ্যনাথে অধিকাৰেৰে প্ৰশ্ন কৰিলে।

"যি মোক ব্যৱহাৰ কৰে।"

"আপুনি ট্ৰেড্-ইউনিয়নৰ সদস্য নেকি?"

"মই ভাটী জ্বলাওঁ। আপুনি অতৰ্কবাদৰ নাম শুনিছেনে?

"অ তৰ্কবাদ নে কুতৰ্কবাদ?"

"আপোনাক বুজাবলৈ কুতৰ্কৰ আৱশ্যক। মই সুধিছোঁ, আপুনি উলিয়ম ব্ৰেক, জাঁ কোক্তো, জাঁ জেনেক জানেনে? 'মেটামৰফছিছ'ৰ লেখকজন কোন আৰু হেনৰী মিলাৰ......"

"এই বিলাক জানিবৰ মোৰ কোনো আৱশ্যক হোৱা নাই কেতিয়াও। মই মাত্ৰ জানিব খুজিছোঁ তই এতিয়া কৰিছ কি?"

"চাওক, এই 'তই-তই' বোৰ মোৰ লগত নচলিব। আইক্-শ্লা...."

"আইক্-শ্লা।"

"মানে?"

"আপুনিয়েই কৈছিল নহয়, ইয়াৰ কিবা অৰ্থ থাকিব পাৰে বুলি, অনুগ্ৰহ কৰি কওক আপুনি......."

"মই কবি-কৰ্ম এৰি দি এতিয়া পেটৰ ভাতৰ কাৰণে কমেডিয়ানৰ কাম আৰম্ভ কৰিছোঁ। ধানবাদ, ঝৰিয়া, জামছেদপুৰ আৰু কলিকতাৰ কেইটামান গোপন ক্লাব আৰু ডিস্কোথেক্সত মোৰ নিজৰ শ্বো দেখুৱাও......"

"চিধা কথা নে ভুৰুকিওৱা কথা?" সূৰ্যনাথে এইবাৰ খাটি বিহাৰী বাবুৰ মুখৰ ভাষাৰে কথা কলে।

"নহয়, ভুৰুকিওৱা নাই। এইটো একেবাৰে নতুন এটা বিদ্যা, যাৰ নাম আপোনাৰ গ্ৰেট-গ্ৰেণ্ডফাদাৰেও আনকি শুনা নাই কিজানি...... মই গালি পাৰোঁ। বেয়া, অশ্ৰাব্য আৰু অশ্লীল গালিবোৰ।"

"সেই যে 'স্বামী'ৰ ভেশ ধৰি পুৰা-গধূলি মুৰাদপুৰৰ গলিয়ে গলিয়ে ঘূৰি ফুৰে— এক পইচা লম পাঁচটা গালি দিম। বাছি বাছি গালি পাৰিম, বাপেক-ককাকক ধৰি গালি পাৰিম....."

সূতপুত্ৰই কলে, "এই কমেডিয়ানৰ কাৰবাৰত মোৰ এটা ট্ৰেড্‌নেম আছে- ডগ্‌লাছ। অৰ্থাৎ এতিয়া ডগ্‌লাছৰ পৰিভাষাতে আপোনাৰ লগত কথা পাতিম। খোলাখুলিকৈ গালি আৰু অপশব্দ মই ভোজপুৰীৰ পৰা ইংৰাজীলৈ অনুবাদ কৰি ব্যৱহাৰ কৰোঁ। কিন্তু এনেকুৱা ঘৰুৱা পৰিবেশত শুদ্ধ মাগধী বা মৈথিলীতো আনকি......."

সূৰ্যনাথে এবাৰ ভাবিলে ইয়াক অভদ্ৰভাবে ফ্লেটৰ পৰা বাহিৰ কৰি দিয়াই ভাল; কিন্তু কিবা চিন্তা কৰি আৰু কিছুপৰ তাক সহ্য কৰি যাবলৈ স্থিৰ কৰিলে.... যিয়েই হওক, ই অন্ততঃ সেই গবেষক— ছাত্ৰ'টোতকৈ ভাল, যিটো ছাত্ৰই আজি কেইদিনমানৰ আগতে তাৰ মৌলিক বিষয় 'হিন্দী সাহিত্যত ৰামৰ প্ৰভাৱ' সম্পৰ্কীয় মাল-মচলা লৈ আহিছিল। সেই ছাত্ৰৰামে অনুসন্ধান নকৰি অনুনয় কৰিছিলহি— 'ছাৰ। এনে এজন সাহিত্যিক যাৰ নামৰ আগত, মাজত বা শেহত 'ৰাম' শব্দটো যুক্ত হৈ থাকে তেওঁৰ ব্যক্তিত্বত 'ৰাম'ৰ প্ৰভাৱৰ প্ৰমাণ থাকিবই...... সকতে আপোনাকো কেতিয়াবা কোনোবাই নিশ্চয় ৰাম সুৰজ নাথ বুলি কৈছিল। ইয়াৰে আধাৰত যদি মোৰ গৱেষণাত আপোনাকো 'ৰাম-ঘৰানা'ত যুক্ত কৰি লওঁ, ছাৰ আপোনাৰ কিবা আপত্তি আছে নেকি?'

সূৰ্যনাথে শান্ত চিত্তে উত্তৰ দিলে, "আপুনি অভূতপূৰ্ব কাম কৰি আছে। গালি পাৰি মানুহক হহুঁৱাই আছে। মানুহে আনন্দ লাভ কৰি আপোনাক পইচা দিছে।"

"যেই সেই হাঁহি নহয়। একেবাৰে 'ৰেক্টাম্ ৰাপ্‌চাৰিং লাফ্'। বুজিছে ?" ডগলাছে কলে।

"আমাৰ জিলাত এজন ৰাজা চাহাবে নিজৰ দৰবাৰত এটা 'বুড়িৰাজ' অৰ্থাৎ 'মূৰ্খৰাজ' ৰাখিছিল....."

"আইক্-শ্লা— ইয়াৰ ৰাজ্যা চাহাব! আপুনি সামন্ত যুগৰ কথা কবলৈ ধৰিছে, আকৌ। মই অকস্মাৎ আঘাত হানি বাস্তৱতাৰ প্ৰতি অৱগত কৰোৱাটোত বিশ্বাস কৰোঁ।" ডগলাসে কলে।

"ডগলচ্চাহাব! আপুনি কি শ্বো দেখুৱায় মই নাজানোঁ; কিন্তু আজিৰ পৰা তিনি বছৰৰ আগতে সেই বুড়িৰাজৰ যি তামাচা মই দেখা পাইছিলোঁ, মোৰ ধাৰণা আপুনি তাৰ এটাৰ বৰ্ণনা শুনিলে বুজি পাব। আপুনি সেইটো নিজৰ কামতো ব্যৱহাৰ কৰিব পাৰে।"

ডগলাছ ৰাজি হ'ল। সূৰ্যনাথে আৰম্ভ কৰিলে, "ৰাজাৰ উৎসৱত ডাঙৰ ডাঙৰ নামী পালোৱানসকলৰ কুস্তী খেল হৈছিল। এবাৰ এজন চেম্পিয়ন পালোৱানে সকলোকে বগৰাই গৰ্বেৰে বুকু ফুলাই বীৰত্বেৰে মালযুজৰ ঠাইখিনিত পাক দি ঘূৰি আছিল...... 'কোনোবা যদি মাকৰ পোৱালী ইয়াত আছে, ওলাই আহক যুঁজিবলৈ!' বুড়িৰাজে খঙত ৰব নোৱাৰি মালযুঁজৰ ঠাইলৈ দৌৰ মাৰিলে আৰু গাৰ সকলো কাপোৰ কানি খুলি পেলাই 'আ-আ-হ...' বুলি চেম্পিয়নলৈ খেদি গল হাতত চাপৰ মাৰি। ৰাইজৰ মাজত হাঁহিৰ খলকনি উঠিল। চেম্পিয়ন পালোৱানে ভেবাচেকা খাই কিছু সময় সেইপিনে চাই থাকি ভিৰাই দৌৰ মাৰিলে। প্ৰকাণ্ড শৰীৰৰ মানুহটোৱে এটা নঙঠা মৰকেলেপ মানুহৰ ভয়ত সেইদৰে দৌৰি পলোৱা দেখি গোটেইবোৰ মানুহ হাঁহি হাঁহি উশাহ নোপোৱা যেন হ'ল।"

ডগলাছে কাহিনীটো ভাল পালে, 'মই এইটো লৈ 'ৱৰ্ক' কৰি ইয়াক ৰিফাইন্ কৰি ব্যৱহাৰ কৰিম...... মই নিজেই এটা 'স্কিট' তৈয়াৰ কৰিছোঁ, এজন মানুহে মাজ ৰাতি প্ৰস্ৰাৱ কৰিবলৈ গৈ হোটেলৰ কোঠাত কেনেকৈ ৰাথ্ বেচিনটোত......."

সূৰ্যনাথে এনে সুযোগ এটা হাতৰ পৰা এনেয়ে যাবলৈ নিদিয়ে। তাক আৰু কবলৈ নিদিলে— ঠিক এয়েই ব্ৰেকিং পইণ্ট। হাঁহি মাৰি তেওঁ ডগলাচ্চহাবক খোচ মাৰিলে— "উৱা! এইটো পাদুৰীৰ প্ৰহসন..... এইটোতো আমেৰিকান কমেডিয়ান লেনী ব্ৰুছৰ কৃতি। আজিৰ পৰা দহ-এঘাৰ বছৰৰ আগতেই তেওঁ ইয়াৰ অভিনয় কৰি প্ৰচুৰ খ্যাতি লাভ কৰি গৈছে। আপুনি আক' কৈছে যে......."

লেনী ব্ৰুছৰ নাম শুনিয়েই ডগলাছৰ মুখখন হঠাতে জঁয় পৰি গ'ল, 'আপুনি লেনী ব্ৰুছক জানে? আইক-শ্লা— আপুনি লেনী ব্ৰুছৰ বিষয়ে কেনেকৈ জানিব পাৰিলে?"

জনাই নহয়, ১৯৬৪ চনত তেওঁৰ খালাচৰ বাবে কৰা আপীলত ময়ো স্বাক্ষৰ কৰিছিলোঁ। সেই স্বাক্ষৰ দিয়াৰ বাবে আজিলৈকে মোৰ ৰাজনৈতিক বন্ধুসকলে মোক তিৰস্কাৰ কৰি থাকে আৰু বদনাম কৰে যে মই— আইক্-শ্লা— কিন্তু এতিয়াতো লেনীয়ে স্বৰ্গত দেব-দেবীসকলক গালি পাৰি আনন্দ দি আছেগৈ। ইয়াৰ পিচত আপুনি আপোনাৰ এই 'বিদ্যা'টোৰ ভাৰতীয় জুইভাটীটোৰ কথা ঘোষণা কৰিব পাৰে।" সূৰ্যনাথে ঘড়ীলৈ চালে।

ডগলাছ চাহাবৰ সূত পুত্ৰ মূৰৰ পৰা নামি গ'ল। সূতপুত্ৰই কওঁ-নকওঁকৈ কলে—

"এতিয়া মই আচল কামৰ কথাটো কওঁ...... মোৰ হাতত মোৰ মাৰ ডায়েৰীখন আছে। তাৰ মতে আপুনিয়েই মোৰ জনক আৰু মই আপোনাৰ প্ৰজা....."

"অসম্ভৱ।"

"অসম্ভৱ নহয়। এয়া আপোনাৰে ক্ৰমোজ্জম্ ....... আপুনি ভয় নাখাব। মই আপোনাৰ সম্পত্তি দাবী কৰিবলৈ অহা নাই।"

"ডায়েৰী আপোনাৰ হাতত অছে? আনিছে?"

সূত্ৰপুত্ৰই নিজৰ বেগৰ পৰা ডায়েৰী উলিয়াই পৃষ্ঠা লুটিয়াবলৈ ধৰিলে। কলে, "বাংলাতো আপুনি ভালকৈয়ে পঢ়িব লিখিবি পাৰে। পঢ়ি চাওক।"

সূৰ্যনাথে চালে, লিখাবোৰ আভাৰাণীৰ হাতৰ আখৰেই। লিখিছে, 'আজকে সূৰ্যদা আমাৰ সঙ্গে যা কৰলেন, আমাৰ জীৱনে আৰ কেউ কৰে নি.....'

সূতপুত্ৰৰ মুখখন পুনৰ জ্বলিবলৈ ধৰিলে। সূৰ্যনাথে সুধিলে, "যিগৰাকী মাদাৰে আপোনাক এই ডায়েৰীখন গটাই দিছে তেওঁ আপোনাক 'ডেট্ অব্ বাৰ্থো' নিশ্চয় দিছে।

"অব্‌কোৰ্ছ....... দেটছ ডেয়াৰ। ডায়েৰীতে লেখা আছে।"

আপুনি এই দিনপঞ্জীখনৰ তাৰিখৰ পৰা আপোনাৰ জন্মদিন মিলাই লৈছে।"

"আপুনি এনে জলন্ত প্ৰমাণক মিছা কৰি পেলাব নোৱাৰে, পিতৃ মহাশয়।"

সূৰ্যনাথে তাৰ সুৰতে সুৰ মিলাই কলে, "সূতপুত্ৰ ডাঙৰীয়া! আপুনি মানকেই বা নামানক, ঠিকনাৰ পৰা। মই জানোঁ যে এয়া সঁচা নহয়। আচলতে..... কিবা এটা আকৰ্ষণৰ বাহিৰে, আভাৰাণীৰ সৈতে মোৰ সম্বন্ধ হোৱাই নাছিল। কামাতুৰা সুন্দৰীৰ লগত অকলশৰীয়া সেই মুহূৰ্ত এটাত মই মদনোন্মত্ত হৈছিলোঁ সঁচা। কিন্তু.... কিন্তু...... সেই লাবন্যময়ী-লাস্যময়ী ৰমনীৰ মুখৰ ভিতৰত এনেকুৱা দুৰ্গন্ধ আছিল যে মই অকস্মাতে বিৰক্ত হৈ গৈছিলোঁ....."

"দুৰ্গন্ধ?"

"হয় ডাঙৰীয়া। বেয়া গোন্ধ! সিমান সুন্দৰ সুগন্ধী মুখ। এনেকুৱা সুকুণ্ঠী মাত আৰু সুৰলা কীৰ্তন— আৰু সেইখন মুখৰ পৰা ওলাই অহা গোন্ধ! উস!.... আজিও মনত পৰিলে মোৰ বমি হৈ যায়।"

সূতপুত্ৰৰ মুখৰ পৰা সৰু গালি এটা ওলাই আহিল। সি থৰ-থৰকৈ কঁপিবলৈ ধৰিলে। চকুকেইটা ৰঙা হ'ল। সি একোকে কব নোৱাৰিলে......

সূৰ্যনাথে এতিয়া বুজিলে, এই ল'ৰাটোক ইমান সময়লৈ সহি থাকিব পৰা কাৰণটোও হৈছে এয়ে যে তাৰ মুখখনত মাজে মাজে আভাৰ মুখখনৰ সৰলতা ফুটি উঠে। তেওঁ তাক শান্ত স্বৰেৰে কলে, "কিন্তু আপুনি অপসংস্কৃতি আৰু অপৰম্পৰাৰ ইমান কঠোৰ ৰক্ষাকৰ্তা এজন হৈ নিজৰ পিতাকক কিয় বিচাৰি ফুৰিছে?"

"আইফ্-শ্ৰা— বিচাৰি ফুৰা নাই। যোৱা আঠ-ন বছৰৰ পৰা মোৰ দৃঢ় ধাৰণা হৈছিল

যে মোৰ পিতৃ এজন প্ৰসিদ্ধ সাহিত্যিক। মোৰ সীৰে সীৰে বৈ থকা তেজবোৰৰ সম্বন্ধ এজন শিল্পীৰ সৈতে আছে— নিজৰ পিতৃক নিজৰ শত্ৰু হিচাপে গণ্য কৰি মই অপাৰ শক্তি লাভ কৰিছিলোঁ, ইয়াৰ বাবেই মোৰ সকলো— মোৰ প্ৰেৰণাৰ মূল সোঁত হঠাতে আহি শুকাই গ'ল......"

সি হুকহুকাই এটা সৰু ল'ৰাৰ দৰে কান্দিবলৈ ধৰিলে। সূৰ্যনাথে চিন্তা কৰিবলৈ ধৰিলে কবচ-কুণ্ডলহীন কৰ্ণয়ো ইয়াৰ দৰেই কান্দিছিল নেকি!...... তেওঁৰ মন গ'ল— আভাৰাণীৰ কান্দি থকা ল'ৰাটোৰ চুলিত হাত ফুৰাই দি তাৰ কান্দোন বন্ধ কৰি দিবলৈ। কিন্তু সহানুভূতি, দয়া, করুণা আৰু কোনো প্ৰকাৰৰ কৃপাৰ গোন্ধ পালেই এই ল'ৰাটোৱে খঙত আকৌ গালি পাৰিবলৈ ধৰিব। সি ভায়লেণ্ট হ'বও পাৰে। তেওঁ কলে, "এতিয়া আপুনি যাওকগৈ অগ্নিভুক ডাঙৰীয়া! মোৰ নিৰলে কৰিবলগীয়া জৰুৰী কাম আছে।।" সূতপুত্ৰ তুৰন্তে থিয় হ'ল, "হয় হয়, আই এম এ ফায়াৰ ইটাৰ.... জুই খোৱা মানুহ! ঠিক, এইটো নামো হ'ল। আইফ্-শ্লা—"

(1972)

# মৃৎচিত্ৰৰ ময়ূৰী

ফুলপতিয়াৰ মাকে হাতীটোৰ শুৰ দালত ক'লা ৰং সানি উঠি কাঠি এডালেৰে মৌৰা চৰাইটোৰ পাখীটো বোলাই মগ্ন হৈ আছিল। এনেতে কৰবাৰ পৰা বিজুলীৰ পোহৰ এটা পৰাযেন লাগি গ'ল। তাই ঘূৰি চাই দেখিলে যে হাকিমৰ দৰে ডেকা মানুহ এজন তামোল খোৱা সৰু টেমাৰ দৰে ক'লা খাপ দুটাৰে চকুহাল ঢাকি থিয় দি আছে। তাই ভয় খাই উঠি নিজৰ অসংলগ্ন কাপোৰ-কানিবোৰ ভালকৈ সামৰি ললে। আকৌ বিজুলীৰ চমক হ'ল। তাইৰ তেতিয়া ভয় লাগিল। মুখৰ পৰা আতুৰৰ শব্দ এটা কোনোমতে ওলাল, "হুজুৰ!"

কিন্তু সেই মানুহটোৱে আনন্দেৰে হাঁলি পৰি ফুলপতিয়াৰ মাকৰ ভৰিহাল চুলে, "মা, মই হুজুৰ নহওঁ কোনো। আপোনাৰ ল'ৰাহে।"

ফুলপতিয়াৰ মাকৰ অৱস্থা এইবাৰ আৰুহে কাহিল হ'ল। তাই ভয়ত থৰ্থৰকৈ কঁপিব লৈ ধৰিলে। বহুত চেষ্টাৰ মূৰত তাইৰ মুখৰ পৰা কিবা এটা মাত ওলাই আহিল— 'ফুলপতি ঔ!'

ইমান পৰে গাঁৱৰ কমেও ডেৰ ডজন ল'ৰা-ছোৱালী তাত গোট খালেহি। ফুলপতিয়ে ভিতৰত আৰৈ চাউল পটাত পিহি আছিল। আঠ-দহ বছৰীয়া ল'ৰা এটাই দৌৰি গৈ কলেগৈ— "ফুলপতিয়া বাইদেউ! তুমি ইয়াত বহি চাউল পিহি আছা। সিফালে দুৱাৰমুখত মাহীক 'নিচপিট্টৰ চাহাবে' 'ৰেষ্ট' কৰিলে....."

"এঁ? কোন নিচপিট্টৰ অ',...... পানী-কৰ তোলা নেকি?"

"কব নোৱাৰোঁ, পানী-কৰ তোলা নে বাকী কৰ তোলা। গৈ চোৱাগৈ। তাতেই শুনিবাগৈ, মাহীয়ে তোমাক মাতি আছে।"

"ফুলপতি ঔ-উ-উ-উ!"

মাকে চিঞৰা শুনি ফুলপতিয়াই হাত-পাত নোধোৱাকৈয়ে সেইফালে দৌৰ মাৰিলে। দুৱাৰ মুখত থিয় হৈ দেখিলেগৈ, 'নিচপিট্টৰে' মাহীয়েকৰ কাষত লেপেটা কাঢ়ি বহি লৈ কৈ আছে, 'মা, আপুনি আপোনাৰ কামখিনি শেষ কৰি লওক। তাৰ পিচত মই মোৰ কামৰ কথা কম,"

ফুলপতিয়াৰ গাত হঠাতে 'ভগৱতী থান'ৰ কোনোবা গোসানী আহি লম্ভিলহি

যেনিবা। তাইৰ মাকৰ নামত কতো এচিকুট মাটি নাই। নিজৰো আৰু লোকৰ পৰা চুক্তিত লোৱাও নাই। কিন্তু খালৰ পানী দিয়া হাকিমে পানীৰ খাজানা লগাই দি চাপৰাছীৰ হতুৱাই 'নোটিচ' দিছে যে পোন্ধৰ দিনৰ ভিতৰত খাজনা আদায় নিদিলে ঘৰৰ মাল-মটং 'কোৰোক' কৰা হ'ব। ইয়াকে কয় পানীত জুই দিয়া। তাই ডাঙৰকৈ চিঞৰি দিলে, "চাওক, হাকিম চাহাব। ৰেষ্ট কৰিব লাগে যদি মোক কৰক। জেললৈ নিব লাগে যদি মোকে নিয়ক। মোৰ মাক এই বুঢ়া বয়সত হাতকেৰেয়া লগাবলৈ মই নিদিওঁ— তাৰ বাবে যি হয় হ'ব.....।

সিমান পৰে গাঁৱৰ পুৰুষ মানুহ বিলাকো খেতি-খোলাত কাম কৰি থকাৰ পৰা আহি ওচৰ চাপিল। ওঠৰ বছৰীয়া ছোৱালী ফুলপতিয়াই মাকক আগুৰি লৈ পাৰে মানে চিঞৰি চিঞৰি কৈ আছে, "লাগিলে মোক মাৰি পেলাওক, মোৰ মৰাশটো....."

হোৱাই-নোহোৱাই এনেয়ে খিক্ খিকাই হাঁহি থকা স্বভাৱৰ বাবে গাওঁখনত 'দাঁত চেলোৱা মতা' বুলি বিখ্যাত তোফালাল চাহ সকলোতকৈ আগতে আহিল আৰু হাকিমক চালাম এটা দি হাঁহি হাঁহি কিবা কবলৈ ছেগ বিচাৰি ৰ'ল। গাওঁখনত কাৰবাৰ কিবা আপদ-বিপদ হ'লে, কাৰোবাৰ ঘৰত দুৰ্ঘটনা হ'লে, বাপেক-পুতেকৰ কাজিয়া লাগিলে বা কোনোবাই নিজৰ তিৰোতাক মাৰ-ধৰ কৰিলে— সকলোতকৈ আগতে তাত তোফালাল হাঁহি হাঁহি গৈ উপস্থিত হ'ব। মানুহৰ দুখ-দুৰ্গতি দেখিলে তাৰ অদ্ভুত আনন্দ হয়। কিন্তু কাৰোবাৰ ভাল কিবা এটা শুনিলে সি কেতিয়াও তালৈ নাযায়। আৰু ফুলপতিয়াৰ মাকক গ্ৰেপ্তাৰ কৰাৰ কথাটো শুনি সি নিজৰ অনুমানমতে কিবা এটা ফূৰ্তি আৰু আনন্দ পাই গ'ল। নিজৰ ভতিজা ছোৱালীজনীৰ বিয়াত সি ফুলপতিয়াৰ মাকক যে কিমান খোচামোদ কৰিছিলগৈ, 'নবৌ, তুমি গৈ বিয়াৰ মৰলটোৰ ভেটিটোত মাত্ৰ আঁক কেইটা মাৰি আহিবাগৈ— তাত ৰং দিয়াৰ বাকী কামখিনি ফুলপতিয়াই সময় উলিয়াই কৰি আহিবগৈ।'

কিন্তু তাই একো উমঘামকে নেদেখুৱালে। ভাও জুৰি কলে, 'মোৰ ককাঁলৰ বৰ বিষ'। তাৰ ওপৰতে ফুলপতিয়াই খোচ এটা মাৰিলে, 'নাযাবনে' কিয়? তোফা খুৱাই চহৰৰ পৰা ডাগ্‌ডৰ আনি তোৰ শুশ্ৰূষা কৰিব নহয়।' ইমান দিনৰ পিচত তোফালালে ফুলপতিয়াৰ মাক আৰু ফুলপতিয়াৰ অৱস্থা চাই হঁহাৰ সুযোগ পালে। সি হাঁহি হাঁহি ফুলপতিয়াক কলে, "উৰা! ইমান ডাঙৰ গাভৰু ছোৱালী হৈ তই আক' কিয় জেললৈ যাবি? এতিয়া বাৰু মাৰকে যাবলৈ দেচোন। জেললৈ গলে বিনা পইচাতে চৰকাৰী ডাক্তৰৰ চিকিৎসা কৰাৰ.......'

ফুলপতিয়াই ভেকাহি এটা মাৰি তাৰ কথা মাজতে বন্ধ কৰি দিলে, "তই আহি ইয়াৰ মাজত কিয় সোমাইছহি? হোঁ? 'দাঁত-চেলোৱা মতা' আৰু 'ভৰি আচাৰা ঘোঁৰা'! গুচ ইয়াৰ পৰা।"

সেই মুহূৰ্তত গাঁৱৰ সৰপঞ্চ তাহা মিয়াও আহি উপস্থিত হ'লহি। আহিয়েই তাহা মিয়াই 'চৰকাৰী মানুহ'ৰ কায়দাৰে ফুলপতিয়াক ধমকি দিলে, "তোৰ মাথা গৰম হৈছে

নেকি? মনে মনে নাথাক কিয়?"

ফুলপতিয়াই আজি কাকো সাৰি যাবলৈ নিদিয়ে। লাগিলে মুখিয়াই হওক বা সৰপঞ্চই হওক। তাই তাহা মিয়াৰ কথাৰ ওপৰতে কৈ দিলে, "আজি মোৰ লগত যিয়ে লাগিবলৈ আহে, কাকো এৰি নিদিওঁ— সৰপঞ্চ খৰপঞ্চ একো নাচাওঁ......."

ল'ৰা-ছোৱালীবিলাকে সেই কথা শুনি হাঁহিৰ খলকনি তুলিলে।

তেতিয়া স্বয়ং হাকিমে হাতযোৰ কৰি ফুলপতিয়াৰ ওচৰত গৈ থিয় হ'ল, "শুনকচোন, মই খাল-বিভাগৰো হাকিম নহওঁ আৰু কাকো গ্ৰেপ্তাৰ কৰিবলৈকো অহা নাই। মই 'পাটনাৰ কুটীৰ শিল্প'ৰ তৰফৰ পৰা............ কথাটো হৈছে......।"

মানুহজনৰ কথা শুনাৰ পিচত তাত গোট খোৱা মানুহবোৰে হাঁহিবলৈ ধৰিলে, "ধেৎ তেৰি! মিছাকৈয়ে একো নজনা-নুশুনাকৈ এইদৰে........।"

কিন্তু কথাটো হাঁহিৰ লগত উৰি নগল। বৰঞ্চ লাহে লাহে গাওঁখনত বিয়পি গ'ল আৰু বহল হৈয়ে থাকিল। "কিবা গম পাইছানে নাই? কি বিপদ হল চোৱা। পাটনাৰ পৰা এজন 'জেণ্টুলমেন বাবু' আহিছে। ফুলপতিয়াই হাতেৰে আঁকা 'লিখা-পঢ়া'বোৰ চাই কৈছে বোলে এইবোৰৰ 'নক্সা' কৰি আমেৰিকা বা ৰুছ নে আন কোনোবা দেশলৈ পঠাব....।"

"কাক 'মিৰকাৰুছ'লৈ পঠাব? ফুলপতিয়াৰ মাকক?"

"কৈছে বোলে ডবল বকচিচ পাব।"

"কিন্তু সেই মানুহটোতো দেখাত একদম 'দেশী' যেন লাগে, 'বিলাতী মানুহ'ৰ নিচিনা বান্দৰমুৱা নহয়।"

"ফুলপতিয়াই তেতিয়া কেনেকৈ গুজৰি আছিল দেখিছিল নহয়! এতিয়া চোৱাগৈ যোৱা, চহৰীয়া আলহীৰ কাৰণে ৰঙালাওৰ ফুলৰ বৰ ভাজি আছে হাঁহি হাঁহি।"

"মানুহটোৱে ভাতো খাব নেকি? কি 'জাত'ৰ মানুহ?"

"ফুলপতিয়াৰ মাকৰ ভাগ্য এইবাৰ সলনি হৈছে, জানিবা।"

"বুজিছা ভাই, বেচেৰীয়ে নিজৰ মাটি-বাৰী আৰু ঘৰৰ গিৰিহঁতজনকো হেৰুৱাৰ পিচৰ পৰা কমটো নিকাৰ ভূগিবলগীয়া হোৱা নাই! গোটেই জীৱনটোৱেই তাই পূজা-উৎসৱ তিথি-পাৰ্বনৰ সময়ত গাঁৱৰ মানুহৰ ঘৰে ঘৰে পতা পূজা-সেৱাৰ থলীবোৰৰ বাবে বিধে বিধে দেব-দেবীৰ মূৰ্তিকে সাজিলে। সেইবোৰৰ সুফল এতিয়া পাইছে তাই। ঈশ্বৰ একেবাৰে কণা নহয় দিয়া।"

"এইবাৰ ফুলপতিয়াৰ বিয়াও হৈ যাব। জোৰোণৰ টকা-পইচা 'মিৰকাৰুছ'ৰ পৰাই আহিব।"

"তোমালোকো যে আৰু!" গোলাপী গাৰুৰ ওপৰত ভাঙৰ পাত থৈ এটা প্ৰেমপূৰ্ণ চাৱনিৰে অনুপলালে কলে, "লাগিলা এতিয়াৰ পৰাই কল্পনা কৰিবলৈ। প্ৰথমতে চাই

লোৱা মানুহটো আচল নে নকল। লবটোলিয়া গাঁৱৰ মৰচু মহতোৰ পঞ্চাশ টকা ঠগি লৈ গ'ল লটাৰীৰ নকলী এজেণ্ট এটাই, সেইটো পাহৰিলা হ'বলা? গোটেইখনতে প্ৰচাৰ হ'ল বোলে মৰচু মহতো লাখপতিৰো লাখপতি হ'ল। মাত্ৰ পঞ্চাশটা টকাৰ 'ইষ্টাম্' কিনি কাগজ এখনত লগাই দিব লাগে, কাৰণ গাঁওখনত মৰচু নামৰ দুটা মানুহ আছে। কাগজত ইষ্টাম্ লগাই 'আফিডিফি' কৰি দাখিল কৰিলেই বেংকৰ পৰা এক লাখ টকাৰ 'কৰকৰিয়া নোট' তুৰন্তে ওলাই আহিব। তাৰ পিচত যি হ'ল গম পাইছাই। ধন্যবাদ দিয়া যে মৰচু পাগল নহ'ল।"

সকলোৰে হাঁহিলে। ৰামফলে ধুনীয়াকৈ কথাবোৰ কব পাৰে। কলে, "মৰচুৱে লাখ নাপালে। কিন্তু 'ভোটাৰ লিষ্ট'ত মৰচুৰ নামটোৰ লগত মহতোৰ সলনি লাখপতি বুলিয়েই থাকি গ'ল। হেৰা, একেখন গাঁৱৰে দুটা মৰচু আৰু দুয়োটাই মহতো। ভোটাৰ লিষ্ট বনোৱা মানুহে কলে— দুইটাৰে পেচাটোও একেই। বৰ গোলমলীয়া কথা। তেতিয়া চকীদাৰে কলে— এটা মৰচু মহতোক গাৱঁৰ মানুহে ধেমালিতে 'লাখপতি' বুলি মাতে। বচ্, লগে লগে কাগজত মহৰীয়ে লিখি ললে।"

নাগেশ্বৰ দাসক গাঁৱৰ সকলোৱেই মিছলীয়া বুলি জানে। কিন্তু তাৰ কথা হলে মানুহে একানপতিয়াকৈ শুনি যায়। সি কলে, "আৰু মৰচু মহতোৰ লটাৰীয়ে যে আন এটা ভিতৰুৱা খেলা কৰিছিল তাক জানো তোমালোকে গম পোৱা? জোখন চৌধুৰীয়ে যেতিয়া গম পালে যে মৰচুৰ নামটো লটাৰীৰ 'টিকচ'ত উঠিছে সি ল'ৰালৰিকৈ জুখি-মাখি এটা বুদ্ধি উলিয়ালে। মৰচুক গৈ কলে বোলে যদি তই পাঁচ হাজাৰ টকা খৰচ কৰিম বুলি প্ৰতিজ্ঞা কৰ তেনেহলে তোৰ বিয়াখন এজনী জোৱান হৈ থকা বিধৱাৰ লগত তুৰন্তে পাতি পেলাব পাৰোঁ। মৰচু মহতো ৰাজী হৈ গলত জোখনে কলে বোলে লেখা-পঢ়া কৰি থওঁ এখন কাগজত। মৰচুৱেতো লটাৰীৰ টকা নাপালেই, জোখনে সেই বগা কাগজত থকা টিপচহীৰ বলত তাৰ দুইজনী মহ........."

"ভাই, আমাৰ বিশ্বাস হোৱা নাই এই মানুহটো আচল বুলি। নিশ্চয় কোনোবা 'চি আই ডি' হ'ব। নহলে, চহৰত জানো ফটো তোলা, ছবি ছপোৱা মানুহৰ অভাৱ আছে? এজন নহয় এজন দেৱ-দেৱীৰ কেলেণ্ডাৰ সৰু-সুৰা পাণ দোকানবিলাকত ওলমি থাকে। তেনেস্থলত চহৰৰ মানুহে গাঁৱলৈ আহি গাঁৱলীয়া ছবিৰ ওপৰত হামখুৰি খাই পৰিবহি— সেইটো বিশ্বাস কৰিব পৰা কথানে বাৰু?" এজন চিৰৰুগীয়া গাৱলীয়া আদহীয়া মানুহে কলে।

গাওঁখনৰ ঘৰে ঘৰে কেৱল ফুলপতিয়া আৰু তাইৰ মাকৰ কথাকে লৈ আলোচনা-বিলোচনাৰ অন্ত নোহোৱা হ'ল। সিফালে সিমানে সময় ধৰি উক্ত 'জেণ্টুলমেন' ফুলপতিয়া আৰু তাইৰ মাকৰ লগত গাখীৰ-মিঠৈৰ দৰে সনা-পিটিকা হৈ এনে হ'ল যেন তেওঁ পৰিয়ালৰে এজন।

সন্ধিয়াৰ গাড়ীত উভতি যোৱাৰ আগতে তেওঁ ফুলপতিয়াৰ মাকক কলে, "অহা

সপ্তাহতে মই আপোনালোকক চিঠিৰে সকলো কথা জনাম।"

ফুলপতিয়াৰ মাকে সুধিলে, 'বাচা, তুমিতো সকলো কথা কলাই, কিন্তু তোমাৰ নিজৰ নামটোকে কবলৈ পাহৰিলা।"

তেওঁ হাঁহি হাঁহি কলে, "মোৰ নাম সনাতন প্ৰসাদ, মা।"

ফুলপতিয়াই লাজ লাজ কৰি কলে, "নজনাতে মই তেতিয়া খঙৰ ভমকত বহুত নকব লগা কথা কৈছিলোঁ। সেইবোৰ আৰু মনত নাৰাখিব।"

সনাতনে গহীন হোৱাৰ ভাও ধৰি দুষ্টালিৰে চাই কলে— "ওহোঁ, মনতেই ৰাখিম। আপুনি কি কৈছিল, মনত আছে— মোক 'ৰেষ্ট' কৰক।"

ফুলপতিয়াৰ, মুখখন লাজতে ৰঙা-ছিঙা পৰি গ'ল। তাই লৰ মাৰি ভিতৰ পালেগৈ।

ইয়াকেই কয় বোলে 'ভগবানে জুপুৰী ফালিও দি থৈ যায়হি'।

ফুলপত্তিৰ মাকৰ জুপুৰীটোৰ ওপৰত আজি খেৰ-কুটা এদালো নাই। ওঠৰ-উনৈশ বছৰৰ আগতে ফুলপত্তিৰ বাপেকে মকৰ্দমা খেলি ঘৰৰ মাটি-বাৰী সকলোখিনি হেৰুৱাৰ পিচত নিজেও এদিন হেৰাই গ'ল। হৰাৰ শোক সহিব নোৱাৰি কিবা খাই যি শুলে শুলে। তেতিয়াৰে পৰা ফুলপত্তিৰ মাকে গাঁৱৰ ঘৰে ঘৰে ইটো-সিটো বন-বাৰী কৰি কোলাৰ একমাত্ৰ সন্তানটোক পালিবলৈ ধৰিলে। হাতৰ অলপ গুণ আছিল কাৰণে মানুহে বিচাৰিছিল আৰু চলিবও পাৰিছিল। এতিয়া সেইখিনিও নোহোৱা হ'ল। গাওঁখনত কাৰোবাৰ বিয়া-সবাহ হ'লে, কিবা ৰাইজৰ উৎসৱ-পাৰ্বন হ'লে, সেইবোৰত সজোৱা মেলা কৰোতে কাগজত দেব-দেৱীৰ ছবি আঁকি দিয়া হৈছিল। আজিকালি সেই ছবিবোৰো চিনেমা-বাইস্কোপৰ পৰা অনা হ'ল। কিন্তু কালি যেতিয়া ডাক-পিয়ন আহি ফুলপত্তিৰ মাকৰ নামৰ আঢ়ৈশ টকাৰ মণি-অৰ্ডাৰ দি গ'লহি, তেতিয়া গাঁৱৰ মানুহে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে পুৰণি দিনৰ আটাইবোৰ বস্তুৱেই ফালটু নহয়। গাঁওখনত লগে লগেই প্ৰচাৰ হৈ গ'ল— পাটনাৰ পৰা অহা সেই মানহটো 'নকলী' নহয়, 'খাটি' মানুহ আছিল।

আঠ-দহ দিনৰ পিচত সনাতন প্ৰসাদ পুনৰ আহিল। গাঁওখনত এই কেইদিনত ফুলপত্তিৰ মাকৰ ভাগ্যৰ পৰিৱৰ্তনৰ কথাৰ বাহিৰে আৰু আন কথা নাছিল। তাইৰ ঘৰৰ চোতালত মাইকী মানুহ আহি ভৰি থাকে সদায়। দুৱাৰ মুখত মুখিয়া আৰু সৰপঞ্চ আহি সিহঁতৰ খা-খবৰ সুধি যায়হি।

আৰু এদিন হঠাতে গাঁৱৰ মানুহে শুনিলে— ফুলপত্তিৰ মাক পাটনা নহয় একেবাৰে দিল্লী পালেগৈ। সনাতনেই লগত লৈ গৈছে। দিল্লীত মাটিৰ ভেটি এটাৰ ওপৰত ছবি আঁকিলে এহেজাৰ টকা মজুৰী পাব!

"মজুৰী নহয়, বকচিচ বুলি ক।"

"আৰু ফুলপত্তি? তায়ো যোৱা নাই লগত?"

"নাই যোৱা। তাইৰ মাষ্টৰণী মামীয়েক আহিছে। দহ-পোন্ধৰ দিনমান থাকিব। ছুটী লৈ আহিছে।"

"এতিয়া চাবা। মামা-মামী, মোহা-মাহী, পেহা-পেহীৰ উপৰিও আপোন-পৰৰ আৰু কিমান মোমাইৰ ফালৰ আৰু পেহাৰ ফালৰ মানুহ আহে— যিবোৰে কেতিয়াও এদিন চাবলৈ অহা নাছিল।"

কেইদিনমানৰ পিচত ষ্টেচন-বজাৰৰ বদৰী ভগতে হাতত খবৰ কাগজ লৈ আহিল। তাত ফুলপত্তিৰ মাকৰ ছবি ছাপা হৈছিল। বৰলাট চাহাবৰ পৰা পুৰস্কাৰ লৈছে ফুলপত্তিৰ মাকে, তাৰে ছবি।

বদৰী ভগত ষ্টেচন বজাৰতে থাকে। বনিয়া মানুহ যদিও আটা-ডাইলৰ দৰ-ভাওৰ বাহিৰেও দেশৰ খা-খবৰ ৰাখে। খবৰ কাগজ খুব পঢ়ে। কলেহি, "খুৰী যিদিনা ঘূৰি আহিব আমি ধুম-ধুপাল লগাই ষ্টেচনত আদৰিমগৈ। ঘাহ্-বনৰে তোৰণ সাজি তাৰ ওপৰত মাটি লিপিম আৰু ফুলপত্তিৰ হতুৱাই তাত ছবি আঁকাম....। অ' ফুলো বাইদেউ, মাৰে যি সন্মান পাইছে তয়ো মন পুতি তাৰ সাধনা কৰিলে এদিন তোৰো হাতলৈ চৰকাৰী 'প্ৰাইজ' আহিব। ..... নিজৰ গাৱৰ নাম হোল ইণ্ডিয়া হে নালাগে ইণ্ডিয়াৰ বাহিৰলৈও যাব, বুজিছ। কাগজত লিখিছে, শ্ৰীমতী পনিয়া ওৰফে পন্নাদেৱীয়ে নিজে আঁকা ছবিখনত বেকাবেকি দেৱনাগৰী আখৰেৰে নিজৰ নামটোৰ লগতে নিজৰ গাঁও আৰু জিলাৰো নাম লেখিবলৈ পাহৰা নাই। এতিয়া কচোন, গাঁৱৰ নাম বঢ়ালেনে নাই?"

"সঁচা কথা।"

গাঁৱৰ ডেকা ল'ৰাবোৰে একেলগে জয়ধ্বনি দিলে, "কোৱা এবাৰ সকলোৱে......জয় দেৱীৰ জ...য়...."

মাইকী মানুহৰ সভাত বহি প্ৰায়ে ফুলপত্তিৰ মামীয়েকে চহৰীয়া ভাষাৰে কথাবোৰ কয়। সেইবোৰৰ সুৰ শুনি মাইকী মানুহবোৰ ওৰণীৰ আঁৰত মুখ লুকুৱাই হাঁহি থাকে।

"ফুলপত্তিৰ হাতলৈ এতিয়া আঠ অনা মান গুণ আহি গৈছে।"

"নাহিবনে ? বাইদেউৰ হাতৰ মাৰ কম খাইছেনেকি ফুলপত্তিয়াই?" ফুলপত্তিৰ মামীয়েকে কলে।

ফুলপত্তিৰ মামীয়েকে নিজৰ গাঁও পোঠিয়াৰ কন্যা পাঠশালাত পঢ়ায়। সদায়ে মুখত তামোল থাকেই। বাহিৰৰ কোনো মতা মানুহৰ লগত কথা পাতিবলৈ একো সংকোচ নকৰে। বদৰী ভগত তেওঁৰ সভালৈ অহাতো তেওঁ কাপোৰেৰে মূৰ নাঢাকিলে। কলে, "বাকী সকলো কাম ফুলপত্তিয়েই কৰিছিল, পিঠাৰ চাউল খুব মিহিকৈ পটাত পিহা, পিঠাগুৰিখিনি গাখীৰত মিহলোৱা, অলপ সময় পিচত হাবিৰ পৰা অনা 'মেদাকাঠ' গছৰ কোমল পাত জোখমতে লৈ সেইখিনিৰে সৈতে মথি থকা, খৰিকাৰ মূঠি কিছুমানত কাপোৰ আৰু সৰু সৰু সূতা মেৰিয়াই লৈ সেইবোৰেৰে বেলেগ বেলেগ ৰং সানিবলৈ

তৈয়াৰ কৰা, ৰং গুলি লোৱা— এই আটাইবোৰ কামকেতো সৰুৰে পৰা ফুলপত্তিয়েই কৰি আহিছে।.... আৰু কেনেবাকৈ যদি পিঠাগুৰিবোৰ মিহি নহল, খৰিকাৰ মুঠিবোৰৰ বান্ধ যদি ঢিলা হ'ল বা ৰং যদি বেছি ডাঠ বা বেছি পাতল হ'ল, তেতিয়া চুলিত ধৰি লৈ দে বাঘচকা— ধুম্ ধুম্!"

বদৰী গাতে কলে, "মামী, তাইক আপোনাৰ ঘৰলৈ নি আৰু দুটামান আখৰ আগবঢ়াই শিকাই যদি দিলেহেঁতেন...."

মামীয়ে কলে, "ভাই, মই কৰোঁ কি? লৰাৰলৈকে পঢ়াই ৰামায়ণখন পঢ়িব পৰা কৰি তাৰ পিচত আপাৰতো পঢ়াব খুজিছিলোঁ। কিন্তু তাইৰ মাকে জেদ ধৰিলে— আৰু বেছি পঢ়াব নালাগে। আৰু তায়ো বাইদেউৰ একমাত্ৰ ছোৱালী। মই এতিয়া কি কৰোঁ?"

"এতিয়া ভাল ঘৰ-বাৰী আৰু লৰা এটা চাই উলিয়াই দিয়া মামী। যৌতুক-চৌতুক কিবা যদি দিব লাগে তাকো......"

মামীয়ে বদৰীয়ে দিয়া জৰ্দাখিনি মুখত ভৰাই কলে, "ভাল চাই ঘৰ-বৰ পাই যোৱাটো, বদৰী বাবু, ভগবানৰ হাতত। অৱশ্যে এইটো ঠিক যে এতিয়া ভাল হ'ব। জানেই দেখোন, ইয়াৰ এটা গানো চিনেমাত ওলাইছে— 'পইচা ফেকো, তমাচা দেখো'......।"

নাগেশ্বৰ দাসে আকৌ এটা গল্প শুনাবলৈ আৰম্ভ কৰিলে, "জানানে, জোখনে ইয়াতো জোখ-মাখৰ হিচাপ কৰিলে। ফুলপত্তিৰ মাকে যদি পাঁচ হাজাৰ টকা দিয়ে তেতিয়া এটা দৰা তাৰ— বুজিছেনে, তাৰ পকেটতে আছে। কিন্তু ফুলপত্তিৰ মামীয়েকে সেইটো হবলৈ নিদিলে।"

ফুলপত্তিৰ মাক উভতি আহিছে। লগত তিনিখন গৰু গাড়ীত ভৰাই আনিছে কেৱল পুৰস্কাৰ পোৱা বস্তু-বাহানিয়েই।

ষ্টেচনত সকলোৱে বিপুলভাৱে আৰু জয়ধ্বনিৰে আদৰণি জনালে। সঁচাকৈয়ে চাবলগীয়া এখন তোৰণ সাজিছিল। সঁচাকৈয়ে চাবলগীয়া এখন তোৰণ সাজিছিল ষ্টেচনৰ মানুহে। ফুলপত্তিৰ হাতলৈ এতিয়া আঠ অনা নহয়, বাৰ অনা গুণ আহি গৈছে। সনাতনো লগতে আহিছে। গাড়ীৰ পৰা নামিয়েই তেওঁৰ দৃষ্টি প্ৰথমতে তোৰণখনৰ কাৰিকৰীলৈ গ'ল— লক্ষ্য কৰিলে সেইখন সজোৱা চৌকাঠ, কলহ আৰু ফুল পাতবোৰলৈ। বহু সময় ধৰি তেওঁ সেইখন মনোযোগেৰে চাই থাকিল। ঘৰলৈ আহি তেওঁ ফুলপত্তিক সুধিলে, "ৰঙা বৰণীয়া মাছ কোনখন নদীত পোৱা যায়? আপুনি আঁকা ছবিত কলহৰ ওচৰে ওচৰে দুটা মাছৰ তেনেকুৱা ৰং দেখা পাই মোৰ মনলৈ কথাটো বাৰে বাৰে আহি আছে।"

ফুলপত্তিয়ে কলে, "কিয়? আপুনি আমাৰ এই গাৱলীয়া নদী চন্দ্ৰভাগালৈ জেঠ-আহাৰ মাহৰ প্ৰথম বৰষুণৰ পিচত আহি চাবহিচোন— কেতিয়াবা কেতিয়াবা পানীৰ সোঁতেই ৰঙা হৈ যায়— হাজাৰ হাজাৰ লাখ লাখ মাছৰ জীৱনেৰে.....। সেইবোৰ

পাটনাৰ ফালে কোনো নদীলৈ নাযায় নেকি কেতিয়াও?"

"কেনেকৈ যাব? সেইফালে চন্দ্ৰভাগা বা কোশী নদীৰ কোনো সোঁতেই নবয়।"

ফুলপত্তিৰ মোমায়েক নৰোত্তম বাবুৰ মানুহে এটা মিনিটৰ বাবেও আজৰি দিব নোখোজে, "দিল্লীৰ কথা আমাক আৰু কওকচোন"।

ফুলপত্তিৰ মামীয়েকে আহি কয়, "ভাই, তোমালোকে এতিয়া মানুহজনীক অলপ ঘৰ-গৃহস্থালিৰ কথা পাতিবলৈ দিয়া।"

তেওঁ গিৰিয়েকক ভিতৰলৈ এফলীয়াকৈ মাতি নি লাহেকৈ কলে, "সনাতনে কি কৈছে, জানা?"

"জানিছোঁ, যি কৈছে উচিত কথাকে কৈছে। ইয়াত ঘৰ-বাৰী বুলিবলৈ আছে কি? দুটামান ভগা জুপুৰী আৰু বোপা-ককাৰ দিনৰ পুৰণি বস্তুৰ মোহত ইয়াত কিয় পৰি থাকিব বাইদেউ? ভগবানে যেতিয়া চকু মেলি চাইছেই, তেতিয়া বাইদেউ চহৰলৈ গৈ নাথাকিবগৈ কিয়? মাহে পাচশৰ পৰা নশ টকা পৰ্যন্ত পেন্সন আৰু থকাৰ বাবে লোহিয়া নগৰৰ দৰে ঠাইত তেনেকুৱা এটা ঘৰ!..... সনাতনে ঠিক কথাই কৈছে।" ফুলপত্তিৰ মোমায়েকে কলে।

"সনাতনৰ আত্মীয়-কুটুম সকলনো কোন?"

"আজিকালি আত্মীয়-কুটুমৰ কথা কোনে সোধে? তুমি সোধা মানুহজন কি, যোগ্যতা কি আছে? তেওঁ এজন বৰ ডাঙৰ মানুহৰ ল'ৰা। দেউতাকে ভালেমান সা-সম্পত্তি এৰি থৈ গৈছে। দেউতাকে সাজি থৈ যোৱা ঘৰ আছে। মটৰ গাড়ী আছে। তেওঁ বছৰত দহ-বাৰ হাজাৰখন ছবিকে কিনে। পাটনাত লেখক, শিল্পীসকলৰ মাজত বৰ নাম। পাটনাৰ কলাকেন্দ্ৰৰ ছেক্ৰেটৰী। আৰু কি লাগে?"

"বাইদেউ ৰাজী...... মানে......... বাইদেৱে কি কয়।"

"বাইদেউ ৰাজী নহব কিয়? ৰাজী নহলেও তেওঁক ৰাজী কৰোৱাটো আমাৰ কাম।"

ফুলপত্তিৰ মাকতো সৰল মানুহ। তেওঁৰ মনত একো ছল-চাতুৰি নাই। সকলো কথা শুনি লগে লগে মান্তি হৈ গ'ল। কিন্তু তাই ফুলপত্তি!

ফুলপত্তি সমূলি মান্তি নহয়। তাইৰ কাণত কথাটো পৰাৰে পৰা তাই খোৱা-বোৱা এৰি ঘৰৰ ভিতৰতে সোমাই আছে। মাকে তাইক বুজাই-বঢ়াই একো কৰিব পৰা নাই। মোমায়েকেও অনেক চেষ্টা কৰি হতাশ হৈ ঘূৰি আহিছে। তাৰ পিচত মামীয়েকে কলে, "এবাৰ ময়ো চেষ্টা কৰি চাওচোন।"

"মা, ফুলপত্তি!"

"মামী, এইবাৰ তুমি আহিছা জুলাবলৈ? তোমাৰো দিল্লী আৰু পাটনালৈ যোৱাৰ বাবে মনটো নাচি উঠিছে নেকি? মই কৈছোঁ, বোপা-ককাৰ ভেটি এৰি থৈ মই যাব

নোৱাৰোঁ। এই ঘৰতেই মৰিম.....” এই বুলি তাই কান্দিবলৈ ধৰিলে।’

‘সকলোৱে পৰাই এই বৰ জেদী.....”

সনাতন চিন্তাত পৰিল। যোৱা দুনিশা তেওঁৰ চকুত টোপনি নাই। চকু মুদিলেই কোনোবাই যেন তেওঁৰ ভিতৰৰ পৰা চকু পকাই সোধে— ‘এয়া তই কি কৰিবলৈ ধৰিছ? বলাৎকাৰ? এজনী কুমাৰীক তই অপবিত্ৰ কৰিবি? নিজৰ বাসনা পূৰ্ণ কৰিবৰ বাবে কলাৰ বেপাৰ কৰিছ? হা-হা-হা-হা.... ইণ্ডাষ্ট্ৰি হ’ব নগৰত— তোৰ ফেক্টৰীত— ফুলপত্তি আৰু তাইৰ মাকৰ পৰীক্ষা তই ভোটা ছুৰীৰে কৰিবি নহয়? মধুবনী শৈলীৰ বিশেষজ্ঞ আৰু প্ৰৱক্তা হে তই জনকল্যাণৰ পৰিবেশক আঁৰকাপোৰ এখনেৰে ঢাকি নিজৰ প্ৰাইভেট চেম্বাৰত বহি থাকিবি আৰু ফুলপত্তি, তাইৰ মাকেই নহয় বৰং তেনে শ শ জনৰ ওপৰত তোৰ ‘গ্লটাৰ হাউছ’ত পৰীক্ষা চলাবি— শোষণ কৰি থাকিবি.......?”

আজি তেওঁ ফুলপত্তিৰ লগতে নিজে কথা হ’ব।

তেওঁ দেখা পালে, ফুলপত্তি আজি কিছু মুকলি মনেৰেই আছে। তাই নিজৰ কোঠাৰ দুৱাৰমুখৰ বেৰৰ মাটিত মাকে আধৰুৱাকৈ এৰা ময়ুৰীৰ ৰেখাবোৰত ৰং সানি আছে।

সনাতন ওচৰলৈ আহি সুধিলে, “ময়ুৰে নাচি আছে নে ময়ুৰীয়ে?”

“ময়ুৰীক নচুৱাব পৰা নাচিব পৰা পাখিয়েই হৈছেনো কিমান যে নাচিব?”

“আপুনি মৌৰা চৰাইৰ নাচ কেতিয়াবা দেখা পাইছেনে?”

“এই ঘোৰ হাবি-বননিৰে ভৰা গাৱৰ প্ৰায় সকলো মানুহেই গোটেই বাৰিষাৰ সময়ত মৌৰাৰ মাত শুনে আৰু হাবিৰ মাজতো সিহঁতৰ নাচ দেখিবলৈ পায়। আপুনি কি কব খুজিছে— পোনকৈ নকয় কিয়?”

“মই কব খুজিছোঁ যে আপুনি আকৌ এবাৰ ভাবি-চিন্তি......”

“বাৰে বাৰে ভাবি-চিন্তি কি হ’ব? যি ভাবিব লাগে একেবাৰেই ভাবিলোঁ.......। চাওক, সনাতন বাবু আপুনি মাক লৈ যাওক, যদি যাব খোজে। মোক একো নকব।”

“কিন্তু মনত পেলাওকচোন— আপুনি যে কৈছিল ‘ৰেষ্ট’ কৰিব খুজিছে যদি......”

“এৰক সেইবোৰ অলাগতিয়াল কথা। নহলে খণ্ডত মোৰ মুখৰ পৰা ভাল-বেয়া কিবা কথা ওলাই গলে....”

“তাকেইতো, যি দিনা আহিছিলোঁ সেইদিনাই শুনিছিলোঁ।”

“আপুনি মোক— আমিবোৰক ছবি বুলি ভাবিছে নেকি?”

“তাৰমানে?”

“আপুনি সকলোকে কিনিব পাৰিব বুলি ভাবিছে নেকি?”

“কতা? মইতো বেচিবহে খুজিছোঁ।”

“সনাতন বাবু, আপুনি এজন লিখা-পঢ়া জনা লোক। তথাপিও আপুনি নুবুজে কিয়?”

সনাতনে মনে মনে থাকি বুজিবলৈ চেষ্টা কৰিলে। কলে, "বাৰু, আপুনি যদি মোৰ এটা প্ৰশ্নৰ উত্তৰ দিয়ে তেনেহলে বৰ কৃপা কৰা হ'ব। পিচে সেইজন কোন... কোন সেই ভাগ্যবান, যাৰ সম্পৰ্ক আপুনি....... চাওক, মই বৰ সুখী হ'ম যদি আপুনি.....।"

ফুলপত্তিয়ে আঁকি থকা পটখনৰ পাখি মেলি নাচি থকা ময়ুৰটোলৈ দেখুৱাই দি কলে— "সেইজন এয়া.... এৱেই...... ইয়াতে আছে...... নাচি আছে। এতিয়া বুজিলে?"

সনাতনে দীঘল হুমুনিয়াহ এটা পেলালে, "বুজি পালে কি হ'ব! বাৰু ভাল কথা। কিন্তু মোৰ আন এটা প্ৰস্তাৱ......মানে আন এটা প্ৰাৰ্থনা আছে......"

সনাতনে তাইক বৰ উৎসাহেৰে সেই প্ৰস্তাৱটো শুনাই আছিল আৰু তাই পটখনৰ ময়ুৰীৰ পাখীবোৰ বোলাই আছিল।

সনাতনৰ এনে লাগিল— ময়ুৰীজনীয়ে হঠাৎ পাখি মেলি যেন জপিয়াই উঠিল। তাইৰ কেকাধ্বনিত তেওঁৰ অন্তৰৰ 'বিজুবন' মুখৰিত হৈ গ'ল। আমৰ গছবোৰৰ বাগিচাত থকা দোলনিবোৰত বহি বাৰমাহী গীত গোৱা ছোৱালীবোৰৰ মুখৰ পৰা একোটা কলি ওলাই আহিল— তাৰ মনৰ মেঘাচ্ছাদিত আকাশখনত বহুত পৰলৈ বাজি থাকিল— 'বিজুবন কুহুক ময়ুৰ......।"

গাঁওখনত আকৌ এবাৰ এটা নতুন খবৰ বিয়পি পৰিল— 'নাই নাই! ফুলপত্তিৰ মাকে গাওঁ এৰি নাযায়। নিজৰ স্বামীৰ ভেটি এৰি থৈ তেওঁ কলৈকো নাযায়। কিন্তু সনাতনে ইয়াতে এটা চেণ্টাৰ খোলাৰ সিদ্ধান্ত লৈছে। পাটনা, দিল্লী আৰু কলিতাৰ পৰা নিৰ্বাচিত হোৱা ছোৱালীবিলাকে ইয়াত তিনি মাহৰ ট্ৰেইনিং ল'বলৈ আহিব। ফুলপত্তিৰ মাকে ঘৰতে বহি মাহে পাঁচশৰ পৰা হাজাৰ টকালৈ পাই থাকিব আৰু জিলাৰ ছোৱালীবোৰক এনেয়েই শিকাব....। খবৰ কাগজতো এই কথা ওলাইছে। বদৰী ভগতে সকলোকে পঢ়ি শুনাইছে। এইবাৰ গাঁৱৰ নাম পূৰাকৈ ছপা হৈছে কাগজত— 'মোহনপুৰৰ মধুবনী আৰ্ট চেণ্টাৰৰ ভৱনটোৰ আধাৰ শিলা স্থাপন কৰিবৰ বাবে দেশৰ বিখ্যাত চিত্ৰশিল্পী হুছেইনক অনুৰোধ জনোৱা হৈছে।....'

বাতৰিটো শুনা সকলোৱে একেলগে জয়ধ্বনি কৰিলে— 'মোহনপুৰ গাঁৱৰ জয়.....'

(1972)